কুৰি শতিকাৰ

# অসমীয়া ব্যংগ গল্প সংকলন


সম্পাদক

কুমুদ গোস্বামী

ভুপেন্দ্ৰনাৰায়ণ ভট্টাচাৰ্য







মৰু

গুৱাহাটী-৭৮১০০৭

KURI SATIKAR
ASAMIYA BYANGA GALPA SANKALAN

An anthology of satirical short stories in Assamese edited by Sri Kumud Goswami and Sri Bhupendra Narayan Bhattacharya, and published by Sri Prafulla Kr. Sarma, Mayur Prakash, Ulubari : Gauhati-781007

Price—Rs. 25·00 (General Editon)
Rs. 30·00 (Library Edition)

প্ৰথম প্ৰকাশ ঃ ফেব্ৰুৱাৰী ১৯৮৩

প্ৰকাশক ঃ প্ৰফুল্ল কুমাৰ শৰ্মা ঃ ময়ূৰ প্ৰকাশ
ডাঃ বি, বৰুৱা পথ ঃ উলুবাৰী চাৰিআলি
গুৱাহাটী-৭৮১০০৭

বেটুপাত ঃ ভূপেন্দ্ৰনাৰায়ণ ভট্টাচাৰ্য

মুদ্ৰক ঃ ভাৰত প্ৰেছ ঃ শান্তিপুৰ ঃ গুৱাহাটী-৭৮১০০৯

মূল্য ঃ ২৫ টকা (সাধাৰণ সংস্কৰণ)
৩০ টকা (পুথিভঁৰাল সংস্কৰণ)

"The Satire should be like the procupine
That shoots sharp quills out in each angry line;
And wounds the blushing cheek and fiery eye,
Of him that hears and readeth guiltily"

**—Joseph Hall**

"No individual could resent,
Where thousands equally were meant"

**—Jonathan Swift**

# সূচী

ভূমিকা । ঃ । ভোকেন্দ্ৰ বৰুৱা/লক্ষ্মীনাথ বেজবৰুৱা/৩৩/ স্বৰ্গ দুৱৰী গোবৰ্দ্ধন দেউ আতা/হেমচন্দ্ৰ বৰুৱা/৫৮/ লাও লোকচান/মহীচন্দ্ৰ বৰা /৬৭/ ভবিষ্যৎ/হলীৰাম ডেকা/৮৮/ গবেষণাৰ গজালি/ত্ৰৈলোক্য নাথ গোস্বামী/৯৪/ বিপদ ভঞ্জন/ডঃ জগদীশ চন্দ্ৰ মেধি/১০৪/ লালুক গাঁৱৰ কুকুৰ/কীৰ্ত্তিনাথ হাজৰিকা/১২১/ জৰাসন্ধ নহয় জোৰাফেন্দ/নবকান্ত বৰুৱা/১৩২/ এটা নিৰ্বাচনী ভাষণ/পদ্ম বৰকটকী/১৩৯/ গান্ধীটুপী বিশেষজ্ঞ সমিতিৰ প্ৰতিবেদন/তিলক হাজৰিকা/১৪৭/ কেইটামান অন্ধ মুহূৰ্ত চৈয়দ আব্দুল মালিক/১৫৮/ফুলগুৰিয়া চেধা/কুমাৰ শ্ৰীমধুসূদৰ্ণ /১৭১/ বালিভোজ/ ডঃ ভবেন্দ্ৰ নাথ শইকীয়া/১৭৮/ গোলাম/সৌৰভ কুমাৰ চলিহা/১৯৪/ কৃষি গৌৰৱ/ডঃ লক্ষ্মীনন্দন বৰা/২০৫/ মানী ব্যক্তি/শীলভদ্ৰ/২১৮/ শকুণি/চন্দ্ৰ প্ৰসাদ শইকীয়া/২২৬/ পেন্সিল কটা মেচিন/নাৰায়ণ বৰপূজাৰী/২৩৩/কুকুৰা ঠেঙৰ হাড়/মহেন্দ্ৰ বৰঠাকুৰ ২৪৪/ ৰাজনীতি/ ডঃ প্ৰণৱজ্যোতি ডেকা/২৫২/ সভাপতি শৰ্মাৰ বক্তৃতা/ৰিজু হাজৰিকা /২৫৮/ নিৰ্জ্জিত/আনন্দ গোস্বামী/২৬২/ দাম/হৰেন্দ্ৰ কুমাৰ ভূঞা/২৭১/ নিচা/অৰুণ গোস্বামী/২৭৯/ লখিমী স্কীম/নলিনী শৰ্মা/২৯১/ পানী হিলৈ/ জ্ঞান পূজাৰী/৩০০/ মুখা/যমুনা শৰ্মা চৌধুৰী/৩০৮/ মৰা কাউৰী/বিজয় শংকৰ শৰ্মা/৩১৯/ নৰ্মদা চাফাই/মদন শৰ্মা/৩২৭/ এক এগুণ এক/ উদয়াদিত্য ভৰালী/৩৩৪/ আজিৰ মহাত্মা/কুমুদ গোস্বামী/৩৪২/ চৰকাৰী কলম/ভূপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য/৩৫৩/

# ভূমিকা

সাধাৰণতে ইংৰাজী 'satire' শব্দৰ সমাৰ্থক হিচাপে অসমীয়া 'ব্যংগ' শব্দটো ব্যৱহৃত হয়। ইংৰাজী শব্দটোৰ উৎস সন্ধান কৰিবলৈ হ'লে আমি ৰোমান আলংকাৰিক কুইণ্টিলিয়ানৰ (আনুমানিক খৃঃ ৪০-১০০) দিনলৈ উভতি যাব লাগিব। তেওঁৰ 'satura tota nostra est' (অৰ্থাৎ, ব্যংগ-ৰচনা সম্পূৰ্ণৰূপে আমাৰ নিজা বস্তু) বোলা কথাষাৰত আমি 'satura' বুলি শব্দ এটা পাওঁ। শব্দটো লেটিন ভাষাৰপৰা আহিছে। অৱশ্যে, এই কথাষাৰ লেখাৰ আগতে তেওঁ গ্ৰীক নাট্যকাৰ আৰিষ্টোফেনীষৰ (খৃঃ পূঃ ৪৫০-৩৮৫) লেখা সমূহ পঢ়িছিল বুলি জানিব পাৰি। লগতে, গ্ৰীক সাহিত্যৰ অন্যান্য ব্যংগাত্মক ৰচনাসমূহো কুইণ্টিলিয়ানে নপঢ়াকৈ থকা নাছিল। কিন্তু, মন কৰিবলগীয়া যে গ্ৰীক সাহিত্যত 'satura'ৰ দৰে কোনো শব্দ তেতিয়ালৈকে ব্যৱহৃত হোৱা নাছিল। গ্ৰীক সাহিত্যত ব্যংগাত্মক ৰচনাৰ তেনে কোনো সুনিৰ্দিষ্ট নামো নাছিল। কুইণ্টিলিয়ানৰ শব্দটোৰ প্ৰকৃত অৰ্থ হৈছে 'সান-মিহলি' (medley); আৰু সেই শব্দটোৰ পৰাই ইংৰাজী 'satire' শব্দটো ওলাইছে। লুছিলিয়াছ (খৃঃ পূঃ ১৮০-১০২) নামৰ এজন লেখকে কিছুমান নিৰ্দিষ্ট বিষয়ক কেন্দ্ৰ কৰি ছয়মাত্ৰাৰ ছন্দত লেটিন ভাষাত কিছুমান বিশেষ ধৰণৰ পদ্য ৰচনা কৰাৰ সম্ভেদ পোৱা যায়। কুইণ্টিলিয়ানে এই পদ্যবোৰকে 'satura' নামেৰে অভিহিত কৰিছিল। এই শব্দটো নামবাচক; ইয়াৰ বিশেষণ, ক্ৰিয়া বিশেষণ আৰু ক্ৰিয়া ৰূপ তেতিয়ালৈকে ওলোৱা নাছিল। নামবাচক শব্দই ৰূপকৰ ৰূপ ল'লেহে তাৰ অন্যান্য ৰূপ ওলায়। গতিকে, কুইণ্টিলিয়ানৰ পিচত যেতিয়া এই শব্দটোৱে ৰূপকৰ ৰূপ পৰিগ্ৰহণ কৰিলে, তেতিয়া তাৰ শ্ৰীবৃদ্ধি ঘটিল। গ্ৰীকভাষাৰ 'satyros' শব্দটো আৰু তাৰ ব্যুৎপন্ন শব্দবোৰৰ সমন্বয়ত 'satura' শব্দৰ অন্যান্য ৰূপবোৰৰ উৎপত্তি হ'ল। ফলত, এক আচহুৱা পৰিস্থিতিৰ উদ্ভৱ হ'ল: satire আহিল লেটিন ভাষাৰ পৰা; আনহাতে satirise, satirical আদি শব্দবোৰ আহিল গ্ৰীক ভাষাৰপৰা। ইংৰাজী

ভাষাত এনেকুৱা আচহুৱা ঘটনা বহুত শব্দৰ ক্ষেত্ৰত ঘটিছে। কিন্তু, satire অৰ ক্ষেত্ৰত ঘটা এই ঘটনাৰ বিশেষ তাৎপৰ্য আছে।

প্ৰাচীন কালত গ্ৰীছদেশৰ কিছুমান লোকে বছৰৰ আৰম্ভণিতে নতুন ফল-মূলেৰে নৈবেদ্য সজাই sature lanx নামৰ থানত দেৱী ছিৰিছক আৰাধনা কৰোঁতে কেতবোৰ স্তুতি-গীত গাইছিল বুলি জনা যায়। এই গীতবোৰত ব্যংগ-ৰচনাৰ বীজ নিহিত আছিল। পিছলৈ, গ্ৰীক সাহিত্যত এনে ৰচনাই এই বিশিষ্ট ৰূপ লবলৈ প্ৰয়াস কৰা যেনো লাগে; কিন্তু সেই ৰূপ সম্পূৰ্ণভাৱে গঢ় লৈ নুঠিল; উঠিল ৰোমান সকলৰ হাতততহে। কুইন্তিলিয়ানৰ দাবীৰ যুক্তি-যুক্ততাও এইখিনিতেই।

সহিত্যৰ কোনো বিশিষ্ট ৰূপৰ একোটা সঠিক আৰু নিৰ্দিষ্ট সংজ্ঞা নিৰ্ণয় কৰাটো উজু নহয়। এটা কবিতা কেতিয়া গীত হয়, বা এটা গীত কেতিয়া কবিতা হয়—এই কথা ঠিৰাংকৈ কোৱা নাযায়। বহুত ক্ষেত্ৰত দেখা যায়, গীতৰ ছাঁ কবিতাত আৰু কবিতাৰ ছাঁ গীতত পৰে। কথাটো পোহৰৰ সাতৰঙী বৰ্ণালীৰ সৈতে ৰিজাব পাৰি; বৰ্ণালীৰ প্ৰতিটো ৰং ভিন্ন আৰু পৰস্পৰ সন্নিহিত যদিও ইহঁতৰ মাজত এক সুস্পষ্ট সীমাৰেখা নিৰ্ধাৰণ কৰিব নোৱাৰি। ব্যংগ-ৰচনাৰ ক্ষেত্ৰতো এই কথা প্ৰযোজ্য।

সাহিত্যৰ এক বিশেষ ৰূপ হিচাপে ব্যংগৰ বৈশিষ্ট্য বিচাৰি উলিয়াবলৈ হ'লে আমি প্ৰথমে ইয়াৰ অভিধানগত অৰ্থ আৰু সংজ্ঞালৈ মন কৰিব লাগিব। সকলো অভিধানে একো একোটা শব্দৰ আপাত অৰ্থ একে ধৰণেই দিয়ে। 'ব্যংগ' শব্দটোৰ ক্ষেত্ৰতো ইয়াৰ কোনো তাৰতম্য ঘটা নাই। ব্যংগ মানে বিদ্ৰূপ বা শ্লেষ। এতেকে ব্যংগাত্মক ৰচনাৰ অৰ্থ হ'ব পাৰে কোনো দোষ বা দুৰ্গুণক উপলুঙা কৰি লেখা ৰচনা। কিন্তু, অভিধানগত অৰ্থটোৱেই আমাৰ বাবে যথেষ্ট নহয়। অৰ্থটো সঠিক আৰু স্পষ্টভাৱে বুজিবলৈ হ'লে এটা শব্দ বা ৰাশিৰ সংজ্ঞাও নিৰূপণ কৰা দৰ্কাৰ।

ইংৰাজী ভাষাত 'satire' শব্দৰ সংজ্ঞা বহু ধৰণে দিয়া হৈছে। প্ৰখ্যাত ইংৰাজ অভিধানিক ছেমুৱেল জনছনৰ মতে ছেটায়াৰ হৈছে অপৰাধ আৰু ধূৰ্তালিক ভৰ্ৎসনা কৰি লেখা এবিধ পদ্য (poem)।

জেইনৰ ছাদাৰলেণ্ডে কৈছে ব্যংগ-ৰচনাত এক প্ৰতিবাদৰ সুৰ থাকে।
আমেৰিকান সমালোচক এম-এইচ আব্ৰাহামছে ব্যংগ-ৰচনাৰ সংজ্ঞা দিছে এনে ধৰণে—'Satire is the literary art of diminishing a subject by making it ridiculous and evoking toward it attitudes of amusement, contempt, indignation or scorn.'

অলপ মন কৰিলেই দেখা যাব যে ওপৰৰ তিনিওটা সংজ্ঞাই ব্যংগ-ৰচনাৰ তিনিটা বিভিন্ন দিশলৈহে আঙুলিয়াই দিছে; অৰ্থাৎ, এই তিনিওটা সংজ্ঞা একত্ৰিত কৰিব পাৰিলেহে ব্যংগ-ৰচনাৰ সম্পূৰ্ণপ্ৰায় সংজ্ঞা এটা পোৱা যাব পাৰে। কিন্তু, একত্ৰিত কৰাটো সিমান সহজ নহয়। জনছনে ধৰ্মীয় আৰু নৈতিক প্ৰমূল্যৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে—তেওঁ ব্যৱহাৰ কৰা শব্দকেইটাত তাৰেই অনুৰণন উঠিছে। আৰু এটা কথা মন কৰিবলগীয়া যে ছেটায়াৰ বুলিলে জনছনে ব্যংগ-পদ্যকহে বুজাইছিল। ব্যংগ-ৰচনাৰ অন্যান্য সাহিত্যিক আৰু কলাগত ৰূপৰ ধাৰণা তেওঁ কৰা নাছিল যেন লাগে। অৰ্থাৎ ব্যংগৰ ভৱিষ্যৎ বিস্তৃতি আৰু সম্ভাৱনা সম্পৰ্কে তেওঁৰ ধাৰণা সীমাবদ্ধ আছিল। তেওঁ দিয়া সংজ্ঞাটোৰপৰা আৰু এটা কথা স্পষ্ট-ভাৱে প্ৰকাশ পাইছে। সেইটো হ'ল, ব্যংগৰ পাত্ৰ বা বিষয়ৰ (subject) প্ৰতি থকা তেওঁৰ ধাৰণা। জনছনৰ মতে ব্যক্তি নহয়, ব্যক্তিৰ দোষ-দুৰ্গুণহে ব্যংগৰ বিষয়। পৰৱৰ্তী কালত এই ধাৰণাৰ যথেষ্ট সাল-সলনি ঘটা দেখা যায়।

ছাদাৰলেণ্ডে কিন্তু ভৰ্ৎসনা কৰাৰ কথা কোৱা নাই। কৈছে প্ৰতিবাদ কৰাৰ কথা, দোষ-ত্ৰুটী উদঙাই দেখুউৱাৰ কথা। অৰ্থাৎ, ব্যংগ-সাহিত্যৰ সামাজিক লক্ষ্য আৰু প্ৰয়োজনীয়তা সম্পৰ্কে কিছু স্পষ্ট ধাৰণা তেওঁৰ সংজ্ঞাৰ মাজেৰে ফুটি উঠিছে। তেওঁৰ মতে ব্যংগ মানে কেৱল গালি-গালাজ (mere scolding) নহয়।

আনহাতে, আব্ৰাহামছৰ সংজ্ঞাত তিনিটা সম্পূৰ্ণ নতুন কথা প্ৰকাশ পাইছে। সেইকেটা হ'ল—(ক) ব্যংগ-ৰচনাই পঢ়ুৱৈক আমোদ দিব পাৰিব লাগিব, (খ) পাত্ৰ বা বিষয়টোৰ প্ৰতি পঢ়ুৱৈৰ মনত ঘৃণাৰ উদ্ৰেক কৰিব লাগিব, আৰু তাৰ দ্বাৰা (গ) পাত্ৰ বা বিষয়টো সমাজৰ চকুত অৱনমিত কৰিব লাগিব। ব্যংগৰ পাত্ৰ বা বিষয়টোৰ প্ৰতি যদি পঢ়ুৱৈৰ মনত ঘৃণাৰ সলনি সহানুভূতিৰ উদ্ৰেক হয়, তেনেহলে বুজিব লাগিব যে সেই ব্যংগ-ৰচনা ব্যৰ্থ হ'ল। এইখিনিতে

কে. টি. ৰ'ঞ্চিৰ এষাৰ কথা উল্লেখ কৰা যায়—'Satire holds up to ridicule conduct, beliefs or institutions disapproved of by the author, may be seriously corrective in purpose.' ব্যংগ-লেখকে নিজে এক উচ্চতৰ আদৰ্শৰ স্থানত উপবিষ্ট হৈ সমাজক শুদ্ধ পথলৈ আনিবলৈ চেষ্টা কৰে।

অৱশ্যে, ব্যংগ শব্দটোৰ পৰিসৰ ইমান ব্যাপক আৰু জটিল যে কেৱল কেইটামান বিখ্যাত সংজ্ঞা পঢ়িয়েই ইয়াৰ এটা শুদ্ধ আৰু সম্পূৰ্ণ ধাৰণা কৰাটো সম্ভৱ নহয়। ওপৰৰ সংজ্ঞাকেইটা পঢ়াৰ পিছতো পঢ়ুৱৈৰ মনত কিছুমান প্ৰশ্ন উত্তৰশূন্য হৈ থাকি যোৱাৰ সম্ভাৱনা আছে। প্ৰশ্নকেইটা হ'ল—ব্যংগ আৰু হাস্যৰ মাজত পাৰ্থক্য কি? ব্যংগ-ৰচনা বিচাৰ কৰাৰ মাপকাঠি কি? ব্যংগ-লেখকৰ মূল লক্ষ্য আৰু বক্তব্য কি? ব্যংগ-ৰচনাৰ সাহিত্যিক সমল কি কি? ইত্যাদি।

হাস্যৰসে হাঁহিৰ (laughter) খোৰাক যোগায়; ইয়াৰ প্ৰধান আৰু মূল লক্ষ্যও এইটোৱেই। ব্যংগ সাহিত্যত এনে হাস্যৰসক (humour) অস্ত্ৰ হিচাপেহে ব্যৱহাৰ কৰা হয়। হাস্যৰসত হাঁহিয়েই হৈছে পৰিণতি। ব্যংগ-ৰচনাত হাঁহি হৈছে উপায় (means); বিদ্ৰূপহে পৰিণতি। এইখিনিতে প্ৰশ্ন উঠিব পাৰে—হাস্যৰস মানে কি? লুই কাজামিয়াঁৰৰ এষাৰ কথাৰে এই প্ৰশ্নৰ উত্তৰ দিব পৰা যায়—"The modern sense of humour is the quiet enjoyment and implicit expression of the fun of things.' গতিকে শুদ্ধ হাঁহিয়েই হাস্যৰসৰ মূল প্ৰকাশ নহয়। এনে হাস্যৰস বুদ্ধি, কল্পনা আৰু আক্ৰমণৰ সুৰেৰে সম্পৃক্ত হৈ বুদ্ধিনিষ্ঠ হাস্যৰসৰ (wit) ৰূপ ল'লেই সি প্ৰকৃত ব্যংগৰ উপযুক্ত সঁজুলি হৈ উঠে। হাস্যৰসিকৰ হাস্য আক্ৰমণাত্মক নহয়; বিমল হাঁহিৰ খোৰাক যোগোৱাই তেওঁৰ লক্ষ্য। আনহাতে, ব্যংগ লেখকৰ কিন্তু গ্ৰহণ আৰু সহন কৰিব পৰা শক্তি নাই।

ব্যংগৰ মূল সুৰ সম্পৰ্কে পোন প্ৰথমে ৰোমান কবি হ'ৰেছে (খৃঃ পূঃ ৬৫-৮) প্ৰণালীবদ্ধভাৱে এক বিশদ আলোচনা আগবঢ়ায়। সেই আলোচনাৰ ভেটিত সম্প্ৰতি ব্যংগ-সাহিত্যৰ এক পূৰ্ণাংগ তত্ত্ব গঢ়ি উঠিছে। হ'ৰেছীয় তত্ত্বৰ প্ৰথম চৰ্ত হৈছে গধুৰ নৈতিক দায়বদ্ধতা। দ্বিতীয় চৰ্ত হৈছে মৃদুতা। তেওঁৰ মতে, ব্যংগলেখক সকলে এক নৈতিক দায়বদ্ধতাৰ দ্বাৰা উদ্বুদ্ধ হৈ চৌপাশৰ সমাজ-

খনত দেখা দিয়া অপৰাধ আৰু দুৰ্বলতাৰ ওপৰত ৰচনাৰে আক্ৰমণ চলায়। মৃদু বিদ্ৰূপ আৰু ধেমেলীয়া কথাই আছিল হ'ৰেছৰ ব্যংগৰ মুখ্য হাতিয়াৰ। এইখিনিতে মন কৰিব লাগে যে আমি আগতে উল্লেখ কৰি অহা কবি লুছিলিয়াছৰ ব্যংগত বিদ্ৰূপ আৰু ভৰ্ৎসনা ঘাইকৈ তীব্ৰ আছিল। লুছিলিয়াছৰ তীব্ৰতাৰ ঠাইত হ'ৰেছে স্পষ্ট আৰু দোনপটীয়াভাৱে মৃদুতাৰ পোষকতা কৰিছিল। দুয়োগৰাকী কবিৰ দৃষ্টিভংগিৰ এই বিভিন্নতাৰ আঁৰত ব্যক্তিগত ৰুচি-অভিৰুচি আৰু তদানীন্তন সমাজৰ নৈতিক মানদণ্ডৰ পাৰ্থক্যৰ কথাটো লুকাই আছে।

হ'ৰেছৰ প্ৰায় এশবছৰ পিছত আন এগৰাকী ৰোমান কবি জুভেনালে ব্যংগ-লেখকৰ ভূমিকা সম্পৰ্কে অন্য এক তত্ত্ব প্ৰকাশ কৰে। সেই সময়ৰ ৰোমান সমাজৰ প্ৰত্যক্ষ প্ৰভাৱত তেওঁৰ তত্ত্ব গঢ়ি উঠিছে। জুভেনালৰ দিনত ৰোমৰ সৰ্বত্ৰ ভয়ংকৰ অনাচাৰ আৰু ব্যভিচাৰ। সমাজৰ যিকোনো দিশলৈ দৃষ্টিপাত কৰিলেই সচেতন মানুহৰ অন্তৰত ক্ৰোধৰ জুই জ্বলি উঠিছিল, হতাশাৰে মন ভৰি গৈছিল। পাপ আৰু দুৰ্নীতিয়ে ৰোমান সকলৰ জীৱনধাৰা এনেদৰে কলুষিত কৰিছিল যে সাধু-সন্ত লোকসকলৰ পক্ষে ব্যংগ সাহিত্যত হাত নিদিয়াকৈ থকাটো একপ্ৰকাৰ অসম্ভৱেই আছিল। মহাকাব্য আৰু ট্ৰেজিডিসমূহৰ প্ৰভাৱ তথা ভূমিকা অবান্তৰ হৈ পৰিছিল। এনে পৰিস্থিতিত জুভেনালৰ তত্ত্বৰ মৰ্মস্থলত হাস্যৰ সলনি গভীৰ কাৰুণ্য আৰু তীব্ৰ ঘৃণাৰ অনুপ্ৰবেশ ঘটে।

সাহিত্যৰ বুৰঞ্জীত জুভেনালৰ তত্ত্বই যথেষ্ট খেলিমেলিৰ সৃষ্টি কৰিছে। হ'ৰেছৰ সৈতে জুভেনালৰ দৃষ্টিভংগিৰ এই পাৰ্থক্যই ব্যংগ-ৰচনাৰ আঁতিগুৰি বিচৰাসকলকো বিমোৰত পেলাইছে। এই খেলিমেলিৰ ওৰ পেলাবলগীয়া হ'ল ইংৰাজী ব্যংগ-সাহিত্যই। ইংৰাজী কবি ড্ৰাইডেনে এই সন্দৰ্ভত এক সমন্বয়-সূত্ৰ বাহিৰ কৰিছে। সূত্ৰটো প্ৰায় সৰ্বজনগ্ৰাহ্য বুলিয়েই কব পাৰি। ড্ৰাইডেনৰ মতে ৰোমান ব্যংগ-সাহিত্য দুভাগে ভগোৱা যায়— কমিকেল আৰু ট্ৰেজিকেল। এনেকৈ কৈ থলেই হ'ৰেছ আৰু জুভেনালৰ মতভেদৰ ওৰ পৰে সঁচা; কিন্তু ব্যংগৰ মৰ্ম সম্পৰ্কে চিন্তাৰ অৱকাশ থাকি যায়। সেইবাবে আমি ব্যংগ-ৰচনাৰ সাহিত্যিক সঁজুলি সম্পৰ্কে অনুসন্ধান চলাব লাগিব।

বুদ্ধিনিষ্ঠ হাস্যৰসৰ দৰে ওভোতা কথা বা বিপৰীতাৰ্থক উক্তিও (irony) ব্যংগৰ মূল চালিকা শক্তি। ই কমেডিৰো ঘাই আধাৰ। 'আইৰনি' হৈছে একপ্ৰকাৰৰ অভিব্যক্তি; যি কথা কোৱা হ'ল সি শুদ্ধ নহয়—বৰং তাৰ ওভোতাটোহে শুদ্ধ। বাইবেলৰ 'Nodoubt ye are the people, and wisdom will die with you'—কথাষাৰ বিপৰীতাৰ্থক; আৰু সেইবাবে ব্যংগাত্মক। অৱশ্যে, বিখ্যাত সমালোচক নৰ্থ্ৰপ ফ্ৰায়ে কোৱাৰ দৰে কমেডিৰ 'আইৰনি'তকৈ ব্যংগৰ 'আইৰণি' অধিক তেজস্বী।

বুদ্ধিনিষ্ঠ হাস্যৰস আৰু বিপৰীতাৰ্থক উক্তিৰ উপৰি ব্যংগ-লেখকসকলে বহুত ধৰণৰ আলংকাৰিক পদ্ধতি ব্যৱহাৰ কৰা দেখা যায়। সেইবোৰৰ ভিতৰত কটূক্তি (sarcasm), আক্ৰমণাত্মক উক্তি (invective), অতিৰঞ্জন (exagerration), পেৰডি (parody), বক্ৰোক্তি (innuendo), ঠাট্টা-বিদ্ৰূপ (burlesque, mockery), ভৰ্ৎসনা (raillery) আদি প্ৰধান। এই আটাইবোৰ আলংকাৰিক উপাদান ব্যৱহাৰ কৰা হয় পঢ়ুৱৈৰ মনত হাঁহি আৰু ঘৃণাৰ উদ্ৰেক কৰিবলৈ। জন উড্‌বাৰ্ণৰ মতে, এই সকলোবোৰতকৈ কটূক্তিয়েই ব্যংগ (The satire has become in some instances sarcasm—and heavy sarcasm at that)। অৱশ্যে, এনে ধৰণৰ সৰলীকৰণ বৰ উপাদেয় নহয়।

ব্যংগৰ সাহিত্যিক ফৰ্ম বা ৰূপ বহুত ধৰণৰ। ব্যংগ-লেখকে এহাতে যেনেকৈ সাধুকথা (tale) আৰু ৰূপকথাৰ (fable) সহায় ল'ব পাৰে, আনহাতে তেনেকৈ কোনো নাটকীয় ঘটনা (dramatic incidents) আৰু কাহিনী (fiction), কাল্পনিক চৰিত্ৰ আদিৰো সহায় লব পাৰে। এনে ৰচনা গীতল নাইবা গদ্যময় হ'ব পাৰে। আপাত দৃষ্টিত বিশৃংখল যেন লাগিলেও এই বিভিন্ন পদ্ধতি আৰু ৰূপৰ মাজত শৃংখলা আৰু সমন্বয় সাধনৰ প্ৰতি এক তীব্ৰ প্ৰৱণতা নিহিত আছে। এই প্ৰৱণতাকে ইংৰাজী ভাষাত 'satiric spirit' বোলা হয়। এই প্ৰৱণতা 'অসতৰপৰা সতলৈ, অন্ধকাৰৰপৰা পোহৰলৈ' যোৱাৰ প্ৰৱণতা। ইয়াৰ জৰিয়তে পাপ আৰু অপৰাধৰ বৰ্ণনাক নান্দনিক ৰূপলৈ উন্নীত কৰিব পাৰিলেই ব্যংগ-ৰচনা উচ্চ পৰ্য্যায়ৰ কলাত পৰ্য্যবসিত হয়।

সাহিত্য ক্ষেত্ৰতে ব্যংগৰ অধিক প্ৰাধান্য দেখা যায় যদিও অন্যান্য দিশলৈও ই সম্প্ৰসাৰিত নোহোৱাকৈ থকা নাই। ইয়াৰ

কলতে আমি পাইছো ব্যংগাত্মক চিত্র আৰু নক্সা (যেনে—হগার্থ, ৰাউলেণ্ডছন, ডুমিয়ে, মেক্স বিয়াৰবৰ্মৰ চিত্ৰসমূহ), ব্যংগাত্মক সংগীত (হাটি আৰু বাৰ্ন্‌ছৰ সংগীত); নগতে ব্যংগাত্মক ছলচিত্র (ষ্টেনলি কুব্রিকৰ 'ডঃ ষ্ট্ৰেঞ্জলাভ', বুনুয়েলৰ 'দ্য ডিস্ক্ৰিট চাৰ্ম অব দ্য বুৰ্জোৱা', আউছমেন হেম্বিনিৰ 'জালা')।

ওপৰৰ আলোচনাৰূপা দেখা গৈছে যে 'ব্যংগ' শব্দটোৰ একাধিক অৰ্থ আছে। কমিক স্পিৰিট যেনেকৈ আছে, তেনেকৈ ছেটায়াৰিক স্পিৰিটো আছে। কমেডি নামৰ এবিধ নাটক থকাৰ দৰে ছেটায়াৰ নামেৰেও এবিধ কাব্য আছে। কিন্তু কমিক স্পিৰিট যেনেকৈ কমেডিৰ একচেটিয়া উপাদান হয়—উপন্যাস বা কবিতাৰ ক্ষেত্ৰলৈও ই প্ৰসাৰিত হ'ব পাৰে, তেনেকৈ ছেটায়াৰিক স্পিৰিটো বিভিন্ন ৰূপৰ গদ্য-ৰচনাত সোমাব পাৰে। ব্যংগাত্মক উপন্যাস, গল্প, ৰূপক, গীত, কবিতা ৰচিত হ'ব পাৰে। মিল্টনৰ গুৰু-গম্ভীৰ কাব্য 'পেৰাডাইজ লষ্ট'তো ব্যংগ প্ৰৱণতা লক্ষ্য কৰা যায়। একে আষাৰে কবলৈ গ'লে, ইংৰাজী সাহিত্যৰ ধ্ৰুপদী ব্যংগৰচনাসমূহ মূলতে লেটিন কবিসকলৰ ব্যংগ-কাব্যৰপৰা উদ্ভৱ হৈছে। লেটিন ব্যংগ-কবিসকলে ষড়পদী ছন্দ ব্যৱহাৰ কৰা দেখি ইংৰাজ কবিসকলেও ষড়পদীৰ বিকল্প এবিধ ছন্দ-শৈলী (heroic couplet) ব্যৱহাৰ কৰিছিল।

অৱশ্যে ইংৰাজী ব্যংগ সাহিত্য সম্পৰ্কে ইমান সীমিত আৰু সংকীৰ্ণ মনোভাব পোষণ কৰিলে আমি প্ৰকৃত সত্যৰ ছাঁটোকে চুকি নাপাম। 'ব্যংগ প্ৰৱণতা'ৰ সকলো সম্ভাব্য অৰ্থ আৰু মৰ্মকে আমি চালিজাৰি চাব লাগিব। ইয়াৰ লগতে ছাৰ্ভেণ্টিছ, ড্ৰাইডেন, পোপ, ছুইফ্‌ট, বাৰ্ণ্‌ছ আৰু বাইৰণৰ দৰে প্ৰখ্যাত ব্যংগ-লেখকসকলৰ ৰচনাৰ মূল বৈশিষ্ট্যসমূহো বিশ্লেষণ কৰিব লাগিব।

পদ্যৰ কথা এৰি যদি আমি কেৱল কাব্যকেই ধৰো, তেতিয়াও কাব্যৰ বহুধা বিভক্ত ৰূপৰ ফালে দৃষ্টিপাত কৰিব লাগিব। জনাথন ছুইফ্‌ট সৰ্বকালৰ সৰ্বশ্ৰেষ্ঠ ব্যংগ-লেখক হিচাপে স্বীকৃত; কিন্তু তেওঁ ব্যংগ-কাব্যত ষড়পদী ছন্দ ব্যৱহাৰ কৰা নাছিল—অষ্টস্বৰযুক্ত শাৰীহে ব্যৱহাৰ কৰিছিল। বাইৰণৰ 'ডন জুৱান' এক অন্যতম শ্ৰেষ্ঠ ব্যংগ কাব্য; কিন্তু ইয়াৰ গাঁথনি ষ্টেঞ্জাযুক্ত। গতিকে, তাৰদৰে বিশ্লেষণ কৰিলে দেখা যায় যে ব্যংগাত্মক ৰচনাক কেৱল

কাব্য হিচাপে বাচ-বিচাৰ কৰিলে যথেষ্ট বিশৃংখলাৰ সৃষ্টি হয়; প্ৰকৃত সত্য ধূৱলী-কুঁৱলী হয়। ছুইফ্‌টৰ শ্ৰেষ্ঠতম ব্যংগ-ৰচনা সমূহ গদ্যত ৰচিত। 'গালিভাৰ্চ ট্ৰেভেল্‌ছে'ই তাৰ প্ৰমাণ। পৃথিৱীৰ শ্ৰেষ্ঠতম ব্যংগ গ্ৰন্থবোৰলৈ চকু দিলে এই কথা প্ৰতীয়মান হয় যে ব্যংগ-প্ৰৱণতা মূলতঃ গদ্যগন্ধী (prosaic) কাব্যগন্ধী নহয়। লগতে এইটোও সঁচা যে কাব্যৰ কেতবোৰ বিশিষ্ট ধৰ্ম ব্যংগ-ৰচনাৰ বাবে অতি উপাদেয়। সেইবাবে লেটিন, গ্ৰীক আৰু ইংৰাজী ব্যংগ-লেখকসকলে ইমান বহুলভাৱে কাব্যৰ আশ্ৰয় লৈছিল। এইখিনিতে কাব্যৰ বিশিষ্ট ধৰ্ম সম্পৰ্কে কিঞ্চিৎ কোৱা যায়। কাব্যৰ গতি-প্ৰৱণতা পৰিচ্ছন্ন আৰু সংক্ষিপ্ত প্ৰকাশৰ ফালে। এনে প্ৰকাশ ব্যংগ-ৰচনাৰো কাম্য। যিমান পৰিষ্কাৰভাৱে চমুৱাই এটা বক্তব্য পেচ কৰিব পৰা যায়, তাৰ আবেদন সিমানে বাঢ়ি যায়। পোপে এটিকাছৰ চৰিত্ৰ অংকন কৰোঁতে কাব্যৰ সহায় নলৈ গদ্যৰ সহায় লোৱা হ'লে চৰিত্ৰটো ইমান স্পষ্ট আৰু উজ্জ্বল হৈ উঠিলহেঁতেননে? কাব্যৰ(verse) দৰে কবিতাতো (poetry) চমু আৰু পৰিষ্কাৰ বক্তব্যৰ প্ৰতি প্ৰৱণতা আছে; কিন্তু সেয়ে কবিতাৰ একমাত্ৰ সমল নহয়— কবিতাৰ বিশাল-বিস্তৃত আত্মাৰ সেয়া ক্ষুদ্ৰ অংশহে। মন কৰিবলগীয়া যে ইংৰাজী ব্যংগ-সাহিত্যৰ মহান যুগৰ বুৰঞ্জীত ৰোমাণ্টিক অভ্যুদয়ৰ কবিসকলে কবিতাৰ কোনো আহিলা বিচাৰি নাপালে। মানুহৰ কাৰ্য-কলাপ আৰু কীৰ্তি-কাহিনীয়েই কাব্যৰ ঘাই আধাৰ যদিও মানুহৰ সকলো কথা কাব্যৰে বৰ্ণনা কৰা নাযায়। গালিভাৰৰ কাহিনী কাব্যত ৰচনা কৰাহেঁতেন ছুইফ্‌টৰ দক্ষতা প্ৰকাশ পালেহেঁতেননে? থেকাৰেই 'ভেনিটি ফেয়াৰ' বা 'বেৰি লিণ্ডন' ছন্দত ৰচনা কৰা হলে তেওঁৰ ক্ষুৰধাৰ সমালোচনা ইমান তীব্ৰ ৰূপত ফুটি উঠিলহেঁতেননে?

ব্যংগ-প্ৰৱণতাৰ পৰিধি বিশাল বাবেই সাহিত্যৰ সৰ্ববিধ অংগতে ই নিহিত থাকে। সেয়েহে ইংৰাজী সাহিত্যৰ প্ৰথম ব্যংগ-লেখকজন বিচাৰি উলিয়াবলৈ হলে আমি জোছেফ হলৰ নাম লৈয়েই ক্ষান্ত থাকিব নোৱাৰিম; ইংৰাজী সাহিত্যৰ সকলো অংগ আৰু প্ৰাৰণ্ডণ বিশ্লেষণ কৰি চাব লাগিব। ব্যংগ-ৰচনাৰপৰা গালি-গালাজক প্ৰথমে নিলগাই চাব লাগিব। কিন্তু, কোনো কোনো ক্ষেত্ৰত এই গালি-গালাজ কৌশলেৰে প্ৰয়োগ কৰা হয়। এই কৌশল যেতিয়া একে সমালোচনাত্মক আৰু নঞৰ্থক ৰূপত পৰিস্ফুট হৈ উঠে তেতিয়াই

ব্যংগৰ সূচনা হয় বুলিব পাৰি। সেইবুলি সকলো নঞৰ্থক ৰচনাই ব্যংগ সাহিত্যৰ শাৰীলৈ উঠিব নোৱাৰে।

মিল্টনৰ 'পেৰাডাইজ লষ্ট' আৰু 'ছেমছন এগনিষ্টিছ'ত প্ৰচুৰ ব্যংগ-উক্তি আছে যদিও মিল্টনক কোনেও ব্যংগ-লেখক বুলি অভিহিত নকৰে। শ্বেইক্সপিয়েৰৰ নাটকসমূহতো অজস্ৰ ব্যংগাত্মক ৰচন আছে; কিন্তু তেওঁৰ বিশাল আৰু গভীৰ চিন্তাৰ সমুদ্ৰত ব্যংগ-প্ৰৱণতা এনেদৰে নিমজ্জিত হৈ আছে যে শ্বেইক্সপিয়েৰক ব্যংগ লেখক বুলি আখ্যা দিলে ভুল হ'ব। এনেকুৱা আৰু কেটামান উদাহৰণ দিলেই এই কথা স্পষ্ট হৈ পৰিব যে ইংৰাজী সাহিত্যৰ ক্ষেত্ৰত ব্যংগ-সাহিত্যই প্ৰকৃতাৰ্থত এটা চেনেল বা প্ৰণালীৰ সৃষ্টি কৰিছে। এই প্ৰণালীৰ তটৰেখা দুডাল দুপাৰৰ সৈতে দেখা-নেদেখাকৈ মিলি আছে। সাধাৰণ ইংৰাজী সাহিত্য আৰু ব্যংগ-সাহিত্যৰ মাজত থকা সম্পৰ্কও এনেকুৱা। এইখিনিতে এটা প্ৰশ্ন উঠিব পাৰে— কিমান পৰিমাণৰ ব্যংগ-প্ৰৱণতাই সাহিত্যক ব্যংগাত্মক কৰি তোলে? দুটা বা তিনিটা ভেকুলীয়ে টোৰ্‌টোৰালে বাৰিষা নহয় বুলি সকলোৱে একেমুখে ক'ব; কিন্তু ঠিক কেইটা ভেকুলীয়ে টোৰ্‌টোৰালে প্ৰকৃততে বাৰিষা হয় সেই কথাহে কোনেও সঠিককৈ ক'ব নোৱাৰে। সেইদৰে কিমানখিনি ব্যংগ-প্ৰৱণতা থাকিলে এখন ৰচনা ব্যংগাত্মক হয় সেইকথা কোৱাটোও অসম্ভৱ। আনুপাতিক পৰিমাণৰ কথা ইয়াতো বিবেচ্য।

কুৎসিৎ বাস্তৱৰ চিত্ৰযুক্ত যিকোনো গদ্য ৰচনাৰে ব্যংগ-প্ৰৱণতা সহজে মিলিত হোৱা দেখা যায়। আনহাতে, অবাস্তৱ আৰু কল্পনা-প্ৰসূত কাহিনীৰ সৈতে এই প্ৰৱণতাৰ বিৰোধ। গ্ৰীক আৰু লেটিন ভাষাৰ প্ৰাচীন ব্যংগ-লেখকসকলে কল্পনাৰ ৰাজ্যত বিচৰণ কৰা নাছিল; বিচৰণ কৰিছিল তৎকালীন সমাজৰ কঠোৰ আৰু নগ্ন বাস্তৱতাৰ মাজত। কিন্তু, ১৫১৬ চনত টমাছ মুৰৰ 'এপোনিয়াছ ইউট'পিয়া' প্ৰকাশ হোৱাৰ লগে লগে এই পৰম্পৰাৰ ভেটিতো খহনীয়া আৰম্ভ হ'ল। মুৰে হ'ৰেছ জুভেনাল আৰু লুছিয়ানৰ ব্যংগ-ৰচনাৰ আহি ল'লে সঁচা; কিন্তু অবাস্তৱ আৰু কল্পনাপ্ৰসূত কাহিনীৰ আশ্ৰয় লৈ পৰম্পৰা ভংগ কৰিলে। মুৰৰ উক্ত কাহিনীটো দুটা চৰিত্ৰৰ কথা-বতৰাৰ জৰিয়তে গঢ়ি উঠিছে। হ'ৰেছৰো এনে এটা পদ্য আছিল। মুৰৰ কাহিনীৰ চৰিত্ৰ দুটা আছিল ৰাফেল হিথ্‌লোডে

আৰু টমাচ্ মুৰ। প্ৰথমজন সাগৰফুৰা দাৰ্শনিক; দ্বিতীয়জন ঐতিহাসিক ব্যক্তি। হিথ্লোডেৰ মন কল্পলোকৰ সাম্যবাদৰ ধাৰণাৰে পৰিপূৰ্ণ। এই ধাৰণা অমূলক বুলি উপলুঙা কৰাই মুৰৰ উদ্দেশ্য। কাহিনীটোত মুৰ নিজেই প্ৰতিপক্ষ। কল্পলোকৰ আচাৰ-অনুষ্ঠানৰ বিশদ বিৱৰণ দাঙি ধৰিয়েই হিথ্লোডে ক্ষান্ত থকা নাই, সমসাময়িক সমাজৰ অন্যায়-অনীতিকো তেওঁ উদঙাই দেখুৱাইছে। এইখিনিতেই ব্যংগ লেখক হিচাপে মুৰৰ ভূমিকা স্পষ্ট হৈ উঠিছে। হিথ্লোডেই বুজাই দিছে—ইংৰাজসকলে কিয় মাটি-বাৰীবোৰ এৰি দি তাত ভেড়াৰ পাল মেলি দিছিল আৰু নিজে চুৰি-ডকাইতিত মনোনিবেশ কৰিছিল। হিথ্লোডেৰ মুখৰ কথা অলপ শুনক: Forsooth .. your sheep that were not to be so meek and tame and so small eaters, now as I hear say, be become so great devourers and so wild, that they eat up and swallow down the very men themselves. They consume, destroy, and devour whole fileds, houses and cities. মুৰৰ মহান অনুকৰণকাৰী ছুইফ্টেও একেদৰে লিলিপুটৰ কাল্পনিক ৰাজ্যৰ খবৰ আমাক দিছে। ছুইফ্টে গালিভাৰক এনে ঠাইলৈ পঠিয়াইছিল যি ঠাইত হিথ্লোডেই বিচৰণ কৰা নাছিল। কিন্তু, গালিভাৰেও একে অন্যায় আৰু অনীতিকে দেখা পাইছিল। মুৰৰ ভালেখিনি আলংকাৰিক কৌশল ছুইফ্টে ব্যৱহাৰ কৰিছে। এই পৰম্পৰাৰ আনগৰাকী ব্যংগ-লেখক হ'ল আল্ডুছ হাক্স্লি। ১৯৩২ চনত প্ৰকাশিত তেওঁৰ 'ব্ৰেভ নিউ ৱৰ্ল্ড' নামৰ ব্যংগ-গ্ৰন্থত অন্য এক কল্পলোকৰ কথা বিবৃত হৈছে।

ইংৰাজী ব্যংগ সাহিত্যৰ জন্ম দ্বাদশ শতিকাত। আৰম্ভণীযুগৰ ব্যংগ লেখকসকলৰ ভিতৰত লেটিন পদ্য ৰচয়িতা জন অব হেলিছ্বাৰ আৰু আলেকজেণ্ডাৰ নেক্হেমৰ নাম সৰ্বাগ্ৰে উল্লেখ কৰা হয় যদিও উক্ত শতিকাৰ শেষৰ ব্যংগ-লেখক নিগেল ৱায়াৰ্কাৰৰ নামহে প্ৰথমে উল্লেখযোগ্য। তেওঁৰ 'স্পেকুলাম ষ্টাল্ট'ৰাম' (মূৰ্খৰ দাপোণ) নামৰ গ্ৰন্থত তেওঁ চাৰ্চৰ প্ৰতি—অৰ্থাৎ, গীৰ্জাৰ অনুশাসন আৰু পণ্ডিত তথা সাধু-সন্তসকলৰ আচাৰ-অনুষ্ঠানৰ প্ৰতি নিজস্ব দৃষ্টিভংগী প্ৰকাশ কৰিছে। ৱায়াৰ্কাৰ নিজে কেণ্টাৰবাৰিৰ বেনিডিক্টাইন সন্ত আছিল। গীৰ্জাৰ বিৰুদ্ধে বিষোদগাদৰ কৰিছে গীৰ্জাৰ সৈতে ঘনিষ্ঠভাৱে জড়িত সকলে: এইটো সেই সময়ৰ ব্যংগ-ৰচনাৰ বৈশিষ্ট্য। এনে পৰিস্থিতিত লেখকসকল ক্ষুৰধাৰ ব্যংগৰ পক্ষপাতী নোহোৱাই স্বাভাৱিক।

তেওঁলোকে গীৰ্জাৰ আমূল পৰিবৰ্তন নিবিচাৰে, সামান্য সাল-সলনিহে বিচাৰে। নিলেমে কৈছিল, "Many are the diseases, which yield move readily to unguents than to caustic." আন এগৰাকী ব্যংগ-লেখক ৱাল্টাৰ মেপ-ও উক্ত ধাৰণাৰে সমৰ্থক। এইখিনিতে ধ্ৰুপদী লেটিন ব্যংগ-পদ্যৰ সৈতে কোনো সম্পৰ্ক নথকা গলিয়াদিক লেটিন পদ্যৰ কথা উল্লেখ কৰিব লাগে। ৱাল্টাৰ মেপ অসংখ্য গলিয়াদিক ব্যংগ-পদ্যৰ ৰচক। হিছেৰ' বা হ'ৰেছ নাইবা অভিদৰ কাব্যৰ সৈতে এইবোৰ সম্পূৰ্ণ পৃথক। এই পদ্যবোৰত গীৰ্জাৰ ভিতৰে-বাহিৰে বিয়পি পৰা পাপ, দুনীতি, অনীতি আদি চোকা ভাষাত প্ৰকাশ পাইছে। পোপ, বিছপ আৰু ক্লাৰ্জিসকল খকুৱা, কামুক, মাতাল বুলি বৰ্ণিত হৈছে।

মধ্যযুগৰ ইংৰাজী ব্যংগ-সাহিত্যৰ অন্য এক বিষয়-বস্তু আছিল নাৰী—নাৰীৰ চৌখিন সাজপাৰ, নাৰীৰ মিথ্যা প্ৰেম। অনেক ক্ষেত্ৰত এই বিষয়টো প্ৰথম আৰু প্ৰধান বিষয়ৰ (গীৰ্জাৰ) অংশ হিচাপেহে গঢ়ি উঠিছে। প্ৰথম এডৱাৰ্ডৰ শাসন কাললৈকে এয়ে আছিল ব্যংগৰ মুখ্য বিষয়। অৱশ্যে এই বিষয় দুটাৰ উপৰিও উচ্চশ্ৰেণীৰ মানুহৰ ধোঁৱাখুলীয়া স্বভাৱ, ৰাজ-মন্ত্ৰীসকলৰ খক, কৰ-কাটলৰ বিপৰ্যয় আদিৰ বিষয়েও ব্যংগ-সাহিত্য ৰচিত হৈছিল। ৰাজতন্ত্ৰৰ প্ৰতি জনসাধাৰণৰ বিক্ষোভৰ তুঁহজুই উমি উমি জ্বলিবলৈ ধৰাৰ লগে লগে ব্যংগ-লেখকসকলৰ ৰাজনৈতিক সামাজিক চেতনাও ক্ৰমাৎ বৃদ্ধি পাইছিল। বিশেষকৈ দ্বিতীয় এডোৱাৰ্ডৰ অত্যাচাৰী শাসনে ব্যংগ-লেখকসকলৰ বহুত সমলৰ যোগান ধৰে। 'পলিটিকেল ছংছ অব ইংলেণ্ড' আৰু ছংছ অব টাইম' আদি ৰচনাত কুখ্যাত 'মেগ্না চাৰ্টা'ৰ বিষয়ে বিষোদগাৰ প্ৰকাশ পাইছে। প্ৰথম-খন ৰচনাত লেখকে মন্তব্য কৰিছে—"The charter was made of wax, I hear so and well believe it ; it was held too near the fire and is all melted away." 'পয়েমছ অন দ্য টাইমছ অব ছেকেণ্ড এডোৱাৰ্ড' নামৰ ৰচনাত ব্যংগই সৰ্বগ্ৰাসী ৰূপ ধাৰণ কৰি সমাজৰ সকলো স্তৰ আৰু দিশ বিয়পি থকা কেলেংকাৰী উদঙাই দেখুৱাইছে। ব্যংগ-লেখকে অকল গীৰ্জাক কদৰ্থনা কৰিয়েই ক্ষান্ত থকা নাই, দৰিদ্ৰ শ্ৰেণীৰ ওপৰত উচ্চ আৰু মধ্যবিত্ত শ্ৰেণীয়ে চলোৱা শোষণ আৰু দমনবো প্ৰতিবাদ কৰিছে।

তৃতীয় এডৱাৰ্ডৰ সামৰিক বল আৰু ৰণ-বিজয়ৰ জাক-জমক-তাৰ আঁৰত নিৰৱে উচুপি থকা অত্যাচাৰিত ইংৰাজ প্ৰজাৰ মনোবেদনা গভীৰ আৰু মৰ্মস্পৰ্শী ৰূপত প্ৰথমবাৰৰ প্ৰকাশ পালে বিলিয়াম লেংলেণ্ডৰ 'পায়ার্ছ প্লাউমেন' নামৰ ব্যংগ-কাব্যত। সমস্ত কাব্যজুৰি লেখকৰ নীতি-নিষ্ঠা আৰু নীতি-শিক্ষাৰ প্ৰকাশ ঘটিছে তীব্ৰ আৰু উচ্চপৰ্যায়ৰ ব্যংগৰ জৰিয়তে। লেংলেণ্ডে এই ৰচনাত 'এলিগৰি'ৰ সহায় লৈছে। মেলভাৰ্ণ হিল্‌ছত লেংলেণ্ড নিদ্ৰামগ্ন। তেওঁ এটা সপোন দেখিলে। সপোনত তেওঁ দেখা পালে জনসমা-বেশপূৰ্ণ এখন বিশাল পথাৰ। পূবে এটা বিৰাট স্তম্ভ—সত্যৰ আবাস স্থল; পশ্চিমে গভীৰ উপত্যকা সেয়া মৃত্যু আৰু পাপৰ স্থান। এই কাব্যখনে প্ৰধানতঃ চতুৰ্দশ শতিকাৰ ইংলেণ্ডক ব্যংগ কৰিছে যদিও জীৱন আৰু মৰণৰ ওপৰত ৰচনা কৰা চলন্ত টিপ্পনীও বুলিব পাৰি। লেংলেণ্ডৰ চাবুকৰপৰা সমাজৰ কোনো এটা শ্ৰেনীও সাৰিব পৰা নাই। গীৰ্জাৰ সৈতে জড়িতসকলক থকা-সৰকা কৰাৰ উপৰিও তেওঁ ন্যায়পালিকাকো পোনপটীয়াভাৱে দুৰ্নীতি আৰু বিবেকশূণ্য-তাৰ অপৰাধত অভিযুক্ত কৰিছে। ৰজা আৰু পাৰ্লামেণ্টো ব্যংগৰ কবলত পৰিছে। লেংলেণ্ডৰ ৰাজনৈতিক বিচাৰ-ক্ষমতাও আদৰণীয়। সেই সময়ৰ বুদ্ধিজীৱীসকলৰ ভিতৰত তেৱেঁই একমাত্ৰ পাৰ্লামেণ্টৰ মোল বুজা মানুহ আছিল। অৱশ্যে পাৰ্লামেণ্টৰ সীমাবদ্ধতা সম্পৰ্কেও তেওঁ সচেতন।

লেংলেণ্ডে অংকন কৰা অন্ধকাৰ আৰু ছাঁয়াঘন চিত্ৰখনিৰ আশে-পাশে থকা পোহৰৰ ৰেঙণিৰ পূৰ্ণ প্ৰকাশ ঘটে আৰু আধুনিক ইংৰাজী সাহিত্যৰ প্ৰথমজনা লেখক জিওফ্ৰি চছাৰৰ (১৩৪০-১৪০০) ব্যংগ-ৰচনাসমূহত। 'দ্য হাউছ অব ফেইম'ত তেওঁ যশ-মান টুলুঙা বুলি উপলুঙা কৰিছে; যশৰ আবাস বৰফেৰে নিৰ্মিত—কাঁচ বা তীখাৰে নহয়। 'দ্য কেণ্টাৰবাৰি টেল্‌ছ'ত চছাৰে মানব-চৰিত্ৰৰ নিৰ্মোহ চিত্ৰ অংকন কৰিছে পঢ়ুৱৈক আনন্দ দিয়াৰ মানসেৰে। হাস্যৰস ব্যংগৰ প্ৰধান উপাদান যদিও তাৰ সৈতে সমালোচনা আৰু শিক্ষাদানৰ প্ৰৱণতা যুক্ত হলেহে সি ব্যংগাত্মক হৈ উঠে। কেণ্টাৰবাৰি টেল্‌ছত এই প্ৰৱণতা কদা কাৎচিৎহে দেখা যায়। গোটেই কিতাপখনত দুটা কি তিনিটাহে ব্যংগাত্মক গল্প আছে; 'ছাৰ টপাছ'ৰ গল্পটো বিদ্ৰূপাত্মক; 'পাৰ্ডনাৰ্ছ টেল'ত ধনলিপ্সাক ব্যংগ কৰা হৈছে। চছাৰৰ ব্যংগ-ৰচনাৰ

ব্ৰিময়বস্তু মূলতঃ গীৰ্জাসম্পৰ্কীয় যদিও দুই-এঠাইত তেওঁ শ্ৰেণী-চৰিত্ৰকো আক্ৰমণ কৰা দেখা যায়।

এইখিনিতে লেংলেণ্ড আৰু চহাৰৰ ব্যংগ-ৰচনাৰ এটা ৰিজনি টানিব পাৰি। চহাৰ হাস্যৰসিক—ব্যংগৰ কিঞ্চিত ৰহণ তেওঁ সানিছে; কিন্তু লেংলেণ্ড ব্যংগ-লেখক সামান্য হাস্যৰসৰ ছিটিকনিও তেওঁৰ ৰচনাত আছে। চহাৰ আশাবাদী, আলোকসন্ধানী; লেংলেণ্ড নিৰাশাবাদী, তমসাগ্ৰস্ত। চহাৰ সহনশীল আৰু সহানুভূতিশীল; লেংলেণ্ড অসহিষ্ণু, নিৰ্দয়।

চহাৰৰ পিছতে দুগৰাকী ব্যংগ-লেখকে পঞ্চদশ শতিকাৰ ইংৰাজী সাহিত্যৰ পাঠকৰ দৃষ্টি আকৰ্ষণ কৰে। তেওঁলোক হ'ল—জন লিডগেইট (১৩৭০-১৪৫১) আৰু টমাছ অক্লীভ (১৩৭০-১৪৫০)। দুয়োজনৰে ব্যংগ-ৰচনাৰ বিষয়—গীৰ্জা, নাৰী আৰু ধন। অক্লীভৰ ব্যংগৰ পৰিসৰ বহল; ৰচনা-কৌশল দুৰ্বল। লিডগেইটৰ ৰচনা শক্তিশালী কিন্তু সীমাবদ্ধ। ৰবাৰ্ট হেন্‌ৰিছনৰ (১৪৩০-১৫০৬) ৰচনাতো ব্যংগৰ সুৰ শুনা যায়। তেওঁৰ 'ঈছপৰ সাধুকথা'ৰ দুই এটা সাধু ব্যংগাত্মক। নীতি শিক্ষাৰ প্ৰতি থকা প্ৰৱনতাই হেন্‌ৰিছনৰ ৰচনাৰ ব্যংগাত্মক গুণ উন্নীত কৰিছে। সম্পূৰ্ণ 'এলিগৰি'ৰ মাধ্যমত পদ্য ৰচনা কৰি স্কটিছ লেখক উইলিয়াম ডান্‌বাৰৰ ব্যংগ নিষ্প্ৰাণ কৰি তুলিছে। তেওঁৰ কোনো নিৰ্দিষ্ট বিষয়ো নাই। তেওঁ সকলো বিষয়তে হাত থৈছে; কিন্তু কোনোটো বিষয়তে হাতখন বেছিপৰ ৰখা নাই। ডান্‌বাৰৰ দৰে অন্য এগৰাকী স্কটিছ লেখক জন স্কেল্‌টন (১৪৬০-১৫২৯)। তেওঁৰ বৰ্ণনা খহটা; অনুভূতি ৰুক্ষ। 'Why come ye not to court ?'—স্কেল্‌টনৰ প্ৰখ্যাত ব্যংগ-ৰচনা। স্কেল্‌টনৰ ৰচনাত সংস্কাৰৰ স্পৃহা নাই। তেওঁৰ কাব্যকলা উন্নত।

ছাৰ টমাছ মূৰৰ (১৪৭৮-১৫৩৫) 'ইউটপিয়া'ৰ কথা আগতে উল্লেখ কৰা হৈছে। এই গ্ৰন্থত এক কাল্পনিক কমনৱেলথৰ চিত্ৰ অংকিত হৈছে। গ্ৰন্থখনিত থকা স্বাস্থ্যবিধিসমূহৰ দ্বাৰা মূৰে পৰোক্ষভাৱে লণ্ডন চহৰৰ আলি-পদূলিৰ ময়লা আৰু দুৰ্গন্ধময় ৰূপটো ফুটাই তুলিছে। ৰজা সপ্তম হেনৰিৰ ৰাষ্ট্ৰনীতিৰ সমালোচনাও তাত আছে। সেই সময়ছোৱা আছিল ইংলণ্ডৰ ঔদ্যোগিক বিপ্লৱৰ সময়। লগতে সাঙোৰ খাই আছিল সপ্তম আৰু অষ্টম হেনৰিৰ ৰাষ্ট্ৰনীতি। গোটেই ৰাষ্ট্ৰজুৰি সৰ্বগ্ৰাসী নিবনুৱা সমস্যা। লণ্ডনৰ

এটা শ্ৰেণীৰ মানুহ কৰ্মৰ সন্ধানত ওলাই আহিল ৰাজপথলৈ। এনে পৰিস্থিতিত মূৰৰ ব্যংগৰ চাবুকে ভূস্বামী, নব্‌ল, ন্যায়পালিকা সকলোকে কোবাই গ'ল। 'ভক্স পপুলি' আৰু 'ভক্স ডেই' আদিৰ লেখকে সেয়েহে দৰিদ্ৰ আৰু নিপীড়িতজনৰ প্ৰতি সহায়ৰ হাত আগ-বঢ়াবলৈ সকলোৰে ওচৰত গোহাৰি জনালে।

জন হে'উড (১৪৯৭-১৫৮০) নামেৰে এগৰাকী ব্যংগ-লেখকৰ নাম ইয়াতে উল্লেখ কৰিব পাৰি। অৱশ্যে কুইন মেৰিৰ প্ৰিয়পাত্ৰ হোৱা বাবে তেওঁ ক্ষুৰধাৰ ব্যংগ-ৰচনাত হাত দিব নোৱাৰিলে যদিও তেওঁৰ বিদ্ৰূপাত্মক ৰচনাসমূহ স্মৰণযোগ্য। হে'উডৰ সমসাময়িক স্কটিছ ব্যংগ-লেখক ছাৰ ডেভিড লিণ্ডছেই (১৪৯০-১৫৫৫) তেওঁৰ প্ৰখ্যাত ৰচনা 'The satyre of the Thrie Estaitis'—অত স্কট-লেণ্ডৰ সকলো পাৰ্থিৱ আৰু অপাৰ্থিৱ অৱস্থাকে সমালোচনা কৰিছে। ল'ৰামতীয়া পঞ্চম জেমছৰ সোপাটিলা শাসনৰ সুৰুঙা লৈ গঢ়ি উঠা দমন-নীতি আৰু কুশাসন ব্যৱস্থাৰ কবলত থকা সমাজখনৰ সকলো স্তৰতে লিণ্ডছেই ব্যংগৰ সমল বিচাৰি পাইছে। অৱশ্যে গীৰ্জা সম্পৰ্কীয় ব্যংগতহে তেওঁ অধিক পাৰদৰ্শিতা দেখুৱাব পাৰিছে। তেওঁৰ দৰে স্কটিছ ৰিফৰ্মেশ্যনৰ প্ৰতি সমৰ্থন আগবঢ়াই আন এজন লেখক জৰ্জ বুচাননে (১৫০৬-১৫৮২) ব্যংগাত্মক লিখা প্ৰকাশ কৰিছিল। যাইকৈ ফ্ৰান্সিস্কানসকলক কেন্দ্ৰ কৰি তেওঁ লেটিন ভাষাত ৰচনা কৰা Franciscanus নামৰ ব্যংগ-ৰচনাখন বৰ তীব্ৰ। তেওঁৰ Palinodia নামৰ ৰচনাত থকা আইৰণি ক্ষুৰধাৰ আৰু শক্তিশালী। এটা বিশেষ সম্প্ৰদায়ৰ বিৰুদ্ধে ৰচনা কৰা এনে তীক্ষ্ণ ব্যংগ ৰচনা দুৰ্লভ।

ওপৰৰ আলোচনাৰপৰা এই কথা প্ৰতীয়মান হয় যে ষোড়শ শতিকালৈকে যাইকৈ ধৰ্মীয় বিষয় বস্তুৱেই ইংৰাজী ব্যংগ-সাহিত্যৰ মূল আধাৰ আছিল; আৰু সংস্কাৰসকলৰ দৃষ্টিহে ইয়াত প্ৰতিফলিত হৈছিল। ৰবাৰ্ট ক্ৰাউলি (১৫৫৮—১৫৮৮) আৰু এডোৱাৰ্ড হেইক এই পৰম্পৰাৰে প্ৰতিভূ। কিন্তু টমাছ ৱায়াটৰ (১৫০৩—১৫৪২) ৰচনাই এই পৰম্পৰাত ইতিমধ্যে এক জোকাৰণি তুলিছিল। ব্যংগাত্মক কাব্যৰ নব অভ্যুদয় ঘটে ৱায়াটৰ হাতত। পাপ আৰু অপৰাধক নিন্দা কৰিও হৃদয়ৰ মহৎ গুণেৰে পঢ়ুৱৈৰ মন জয় কৰিব পৰাতে ৱায়াটৰ ব্যংগৰ কৃতিত্ব। তেওঁৰ আদৰ্শ আছিল হ'ৰেছ। জুভেনালৰ

দৰে অপৰাধী আৰু পাপীৰ প্ৰতি ঘৃণা উজাৰিবলৈ কিন্তু তেওঁ ভাল নাপাইছিল। বৰং হ'বেছৰ লগতে ইটালিয়ান লেখক আলামান্নিৰ জীৱন-দৃষ্টিহে ৰায়াটে গ্ৰহণ কৰা দেখা যায়। ৰায়াটৰ ব্যংগ-ৰচনাৰ প্ৰধান বিষয় আছিল ন্যায়ালয়। তেওঁ ন্যায়ালয়ৰ দুৰ্নীতি আৰু অনাচাৰ উদঙাই দেখুৱাইছিল মানবিক দৃষ্টিৰে। ৰায়াটৰ ব্যংগৰ ঘাই বৈশিষ্ট্যও সেয়ে।

ইমান দিনলৈ ইংৰাজী ব্যংগ-সাহিত্যৰ প্ৰকৃত ফৰ্ম এটা গঢ়ি উঠা নাছিল। প্ৰকৃত ফৰ্ম গঢ়াৰ দায়িত্ব ল'লে এডমাণ্ড স্পেন্সাৰে (১৫৫২—১৫৯৯)। সমাজ-জীৱন আৰু ৰাজনীতিক ব্যংগ-লেখকে কেনে দৃষ্টিৰে চাব লাগে তাৰ প্ৰথম নমুনা আগবঢ়ালে স্পেন্সাৰে 'দা শ্বিফাৰ্ডছ কেলেণ্ডাৰ'ত। ১৫৯১ চনত প্ৰকাশিত 'মাডাৰ হাবাৰ্ডছ টেল'ত তেও নতুন আৰু পুৰণিৰ সমন্বয়ত এক পূৰ্ণাংগ ব্যংগাত্মক জন্তু-কাহিনী লেখিলে। এই কাহিনীত তেওঁ শিয়াল আৰু বান্দৰৰ কাৰ্য-কলাপৰ জৰিয়তে সৈন্য-বাহিনী, গীৰ্জা-সম্প্ৰদায়, ৰজা আৰু ৰাজন্যবৰ্গক তীব্ৰ ভাষাৰে সমালোচনা কৰিছে। স্পেন্সাৰৰ পিছতে নিকলাছ ব্ৰিটনৰ (১৫৪৫—১৬২৬) সুন্দৰ ব্যংগ-ৰচনাৰ উল্লেখ কৰিব পাৰি। 'Pasquil's Madcap'-অত তেওঁ দেখুৱাইছে যে ধনীলোকে ঘৃণনীয় চৰিত্ৰৰ হ'লেও প্ৰশংসা পায়; আনহাতে দুখীয়াই সাধু-সন্ত হ'লেও ঘৃণাহে পায়। ব্ৰিটনৰ আইৰণিৰ বিশেষত্ব মন কৰিব লগীয়া। ন্যায়ালয়, বিশ্ববিদ্যালয়, আইনজীৱী—একোকে তেওঁ শুধাই এৰা নাই। তেওঁৰ ন্যায়-নিষ্ঠাও প্ৰখৰ।

ষোড়শ শতিকাৰ শেষৰ ফালে ইংৰাজী ব্যংগ-সাহিত্যৰ দুৰ্যোৰ বিপৰ্যয় ঘটিল। অসংখ্য ব্যংগ-ৰচনা নিষিদ্ধ কৰাৰ লগতে ভৱিষ্যতেও কোনো ব্যংগ-ৰচনা প্ৰকাশ কৰিব নোৱাৰাকৈ কেণ্টাৰবাৰিৰ আৰ্চ-বিচপ, লণ্ডনৰ বিছপ আদিয়ে এক আদেশনামা জাৰি কৰিলে। বহুখিনি ৰচনা পুৰিও পেলোৱা হ'ল। কিন্তু ব্যংগ ৰচনাৰ প্ৰবাহ বন্ধ নহ'ল; সলনিহে হ'ল। ব্যংগ-লেখকৰ বিৰুদ্ধে ব্যংগ-ৰচনা প্ৰকাশ পালে। এইবাৰ আক্ৰমণৰ বলি হ'ল মাৰ্ষ্টন, বেন জনছন আৰু নিকলাছ ব্ৰিটন। জন ডানৰ (১৫৭৩—১৬৩১) ৰচনাত প্ৰকাশ পালে গধুৰ চিন্তা আৰু বুদ্ধিনিষ্ঠ হাস্যৰস। ডানৰ ৰচনাৰ বিষয়-বস্তুৰেও আদালত আৰু ধৰ্মক সামৰি লৈছে। তেওঁ আদালতক

ধ্বিপ কৰে। আইৰনিজ্জৰ দৰে তানেও সত্যৰ অন্বেষণতহে গুৰুত্ব আৰোপ কৰে, সত্য-প্ৰাপ্তিৰ ওপৰত নহয়। এই অন্বেষণেই ধৰ্ম। ইয়েই তেওঁৰ মনত এক উপলব্ধিৰ জন্ম দিয়ে—সকলো ধৰ্মতে সুন্দৰ আছে; সম্পূৰ্ণ আৰু চূড়ান্ত সত্য বিচাৰি পোৱাটো কঠিন।

জোছেফ হলে (১৫৭৪—১৬৫৬) নিজকে ইংৰাজী ভাষাৰ সৰ্বপ্ৰথম ব্যংগ-লেখক বুলি দাবী কৰে—"I first adventure: follow me who list, and be the second English Satirist." ব্যংগ-ৰচনা সম্পৰ্কেও তেওঁ নিজস্ব ধাৰণা প্ৰকাশ কৰিছে—

"The Satire should be like the Porcupine,
That shoots sharp quills out in each angry lire,
And wounds the blushing cheek and fiery eye,
of him that hears and readeth guiltily."

হলৰ ৰচনাৰ বিষয়-বস্তু 'কাব্যিক, বিদ্যায়তনিক আৰু নৈতিক' গুণসম্পন্ন। ইংৰাজী কবিতা সম্পৰ্কেও তেওঁ প্ৰণালীবদ্ধভাৱে সমালোচনা আগবঢ়াইছে। পিছলৈ তেওঁ ব্যক্তি-জীৱনৰ পাপ-অপৰাধ আৰু সমাজ-জীৱনৰ দোষ-দুৰ্গুণৰ ওপৰতো ব্যংগ-ৰচনা প্ৰকাশ কৰে। অন্যায়ভাৱে ধন সংগ্ৰহ কৰা কাৰ্য, পোপৰ ভণ্ডামি, ভূ-স্বামীসকলৰ দ্বাৰা ৰায়তৰ ওপৰত অত্যাচাৰ, ৰাজহৱা ভূমি নিৰ্লজ্জভাৱে দখল কৰা কাৰ্য—এইবোৰেই হলৰ ৰচনাৰ ঘাই সমল। হলৰ ব্যংগৰ মুখ্য হাতিয়াৰ হৈছে আইৰনি। জন মাৰ্ষ্টনৰ (১৫৭৫—১৬৩৪) ব্যংগৰ চোকা অস্ত্ৰ নিক্ষেপিত হৈছিল বিভিন্ন শ্ৰেণীৰ ভণ্ডামিৰ প্ৰতি, সমাজৰ উদ্ভট প্ৰমূল্যৰ প্ৰতি। জুভেনালৰ দৰে মাৰ্ষ্টনেও ভাবে যে ব্যংগ-সাহিত্যত হাত নিদিয়াকৈ থকা টান। মাৰ্ষ্টনে হলকো ইতিকিং কৰিছিল—"Ye lions tremble, for an ass doth bray." একেদৰে এডোৱাৰ্ড গিলপিনে ঠাট্টা কৰিছিল চছাৰ, স্পেন্সাৰ, ড্ৰেটন, ছিডনি আৰু বহুতো লেখকক। গীৰ্জাৰ নিষেধাজ্ঞাৰ পৰা হাত সাৰিবলৈ ছেমুৱেল ৰাউলেণ্ডছে (১৫৭০—১৬৩০) ব্যংগ-ৰচনাৰ বিষয় সলনি কৰা দেখা যায়। ধূমপানৰ অভ্যাসেই তেওঁৰ আক্ৰমণৰ প্ৰধান বস্তু। 'দা মেলাংকলি নাইট'ত (১৬১৫) তেওঁ আৰ্থাৰীয় ৰোমান্সসমূহক উপলুঙা কৰিছে। ব্যংগ-সাহিত্যৰ বুৰঞ্জীত জৰ্জ উইদাৰৰ (১৫৮৮—১৬৬৭) অৱদান উল্লেখযোগ্য। স্বদেশ আৰু স্বজাতিৰ কেলেংকাৰী উদঙাই দেখুৱাৰ প্ৰৱণতা তেওঁৰ নাই; কিন্তু

পাপী আৰু অপৰাধীৰ শাস্তি তেওঁ বিচাৰে। স্ত্ৰীজাতি সম্পৰ্কে তেওঁ নিমাত। সাহিত্য সমালোচকসকলকো তেওঁ ব্যংগাত্মক সুৰে কৈছিল— "They are but glow-worms that are brisk by night;
And never can be seen when sun gives light;
Ill-tongu'd and envious, ignorant of shame;
And vile detractors of another's fame."

ইংৰাজী গদ্য ব্যংগ-সাহিত্যৰ প্ৰথম উল্লেখযোগ্য লেখকসকল মাৰ্টিনপন্থী (মাৰ্টিন মাৰ্‌প্ৰিলেট নামৰ এগৰাকী লেখকৰ অনুগামী)। এই পন্থৰ লেখকসকলৰ আইৰণিৰ ব্যৱহাৰ স্মৰণীয়। তেওঁলোকৰ ব্যংগ প্ৰচণ্ড, শক্তিশালী। বিতৰ্কমূলক পুস্তিকাৰ সহায়ত তেওঁলোকে গীৰ্জা-সম্প্ৰদায়ক আক্ৰমণ কৰিছিল। কেণ্টাৰবাৰিৰ আৰ্কবিছপক মাৰ্টিনে ঘিণ কৰিছিল 'His Gracelessness of Cant' বুলি। বিপৰীতাৰ্থক উক্তি আৰু ভৎসনাৰ ব্যৱহাৰত মাৰ্টিন আছিল সিদ্ধহস্ত। মাৰ্টিনপন্থীসকলক যোগ্য প্ৰত্যুত্তৰ দিবলৈ অমাৰ্টিনপন্থী এটা ব্যংগ-লেখকৰ দলো ওলায়। তেওঁলোকৰ দলত জন লিলি (১৫৫৪--১৬০৬), ৰবাৰ্ট গ্ৰিন (১৫৬০—১৫৯২) আৰু টমাছ নাশ্ব (১৫৬৭--১৬০১) থকা বুলি অনুমান কৰা হৈছে। এওঁলোকে অকল গদ্য-পুস্তিকাৰে আশ্ৰয় লৈ ক্ষান্ত থকা নাছিল; মাৰ্টিনক মঞ্চতো ভৎসনা কৰিছিল, কাব্যও ৰচনা কৰিছিল মাৰ্টিনপন্থীসকলক লৈ। এওঁলোকৰ ভিতৰত টমাছ নাশ্ব অগ্ৰগণ্য। তেওঁৰ বুদ্ধিনিষ্ঠ হাস্যৰস আৰু ঠাট্টা-মস্কৰাৰ কৌশল উচ্চ পৰ্য্যায়ৰ। টমাছ ডে'কাৰ আৰু বেন জনছনৰ কাজিয়াই এই সময়ত উল্লেখযোগ্য ব্যংগ-সাহিত্যৰ সৃষ্টি কৰে। ছাৰ টমাছ অভাৰবাৰিৰ (১৫৮১—১৬১৩) হাতত ব্যংগ-চৰিত্ৰাংকণৰ কৌশলে নতুন ৰূপ লাভ কৰা দেখা যায়। জন আৰ্লেও (১৬০১—১৬৬৫) একেদৰে গা চেৰাই যোৱাকৈ কিছুমান চৰিত্ৰ অংকণ কৰে। বেন জনছনে (১৫৭৩—১৬৩৭) Cynthia's Revels নামৰ নাটকৰ জৰিয়তে মাৰ্ষ্টন আৰু ডে'কাৰক কেৰিকাচাৰ কৰে। তেৰেঁা হাস্যকৰ চৰিত্ৰ-চিত্ৰণৰ জৰিয়তে ব্যংগৰ অভিব্যঞ্জনা ফুটাই তুলিছিল। চাৰ্টাৰহাউছৰ প্ৰতিষ্ঠাতা ছুটনক উপলক্ষ্য কৰি তেওঁ ভলপনি নামৰ এটি বিখ্যাত চৰিত্ৰ অংকণ কৰে। বিশেষকৈ, পিউৰিটানসকলক উদ্দেশ্য কৰি ৰচনা কৰা তেওঁৰ ব্যংগাত্মক ৰচনাসমূহৰ উল্লেখযোগ্য ঐতিহাসিক মূল্য আছে। এলিজাবেথান যুগৰ এক সম্পূৰ্ণ ব্যংগাত্মক বিৱৰণ

তেওঁ এৰি থৈ গৈছে। এটা যুগৰ সম্পূৰ্ণ ধ্যান-ধাৰণা যদি ব্যংগাত্মক ৰচনাৰে বিবৃতি কৰিব পৰা গ'লহেঁতেন তেনেহ'লে আমি বেন জনছনক শ্বেইক্সপিয়েৰৰ ঠাইতে বহুৱাব পাৰিলোহেঁতেন। এইখিনিতে ব্যংগ-ৰচনাৰ সীমাবদ্ধতা আৰু দুৰ্বলতাৰ কথা আহি পৰে। সাহিত্যৰ শাশ্বত মূল্য নিৰ্ধাৰিত হয় তাত সন্নিবিষ্ট সত্যৰ ভেটিত। কিন্তু, ব্যংগ-সাহিত্যৰ সাহিত্যিক মূল্য এইবাবেই কিঞ্চিৎ কম যে ইয়াত সন্নিবিষ্ট সত্যৰ অনুপাতো আপেক্ষিকভাৱে কম।

পিউৰিটানসকলৰ কাৰ্য-কলাপ আৰু চিন্তাধাৰাক ছেমুৱেল বাটলাৰেও (১৬১২—১৬৮০) তীক্ষ্ণ ভাষাৰে সমালোচনা কৰিছিল। আইনজীৱী আৰু আদালতো তেওঁৰ কলমৰপৰা ৰক্ষা পোৱা নাই। শ্বেইক্সপিয়েৰৰ দৰে তেওঁ আইনৰ পৰিভাষাসমূহ ভালদৰে আয়ত্ত কৰিছিল। বাটলাৰক মধ্যযুগৰ শেষ আৰু শ্ৰেষ্ঠ ইংৰাজ ব্যংগ-লেখক আখ্যা দিয়া হয়।

ইংৰাজী ব্যংগ-সাহিত্যৰ সোণালী যুগৰ এটি উজ্জ্বল নাম জন ড্ৰাইডেন (১৬৩১—১৭০০)। ৰাজনীতি আৰু সাহিত্য—এই তিনিওটা দিশৰ বিভিন্ন বিষয়-বস্তুলৈ তেওঁ ব্যংগাত্মক ৰচনা প্ৰকাশ কৰিছিল। তেওঁৰ ৰচনাসমূহ চুটি—ইয়াৰ কাৰণ তেওঁৰ বিষয়-বস্তু নিৰ্বাচন কৰিবপৰা ক্ষমতা। তেওঁ পাঠকক বহুত কথাৰে ভাৰাক্ৰান্ত নকৰে; কম কথা কৈ পাঠকৰ কল্পনা-শক্তি ত্বৰান্বিত কৰে। Absalom and Achitophel ড্ৰাইডেনৰ বিখ্যাত ব্যংগ-কবিতা; ইয়াৰ সংলাপবোৰ ৰাজনৈতিক। 'The Medall' (১৬৮২) নামৰ ৰচনাখনে ড্ৰাইডেনৰ ৰাজনৈতিক আদৰ্শ পৰিস্ফুট কৰিছে; লগতে তেওঁৰ ধৰ্মীয় ৰুচিও প্ৰকাশ কৰিছে। ড্ৰাইডেনে এই কথা প্ৰতিষ্ঠা কৰিলে যে বীৰ-গাঁথা প্ৰকৃততে ব্যংগ-ৰচনাৰ মাধ্যম হোৱা উচিত; চৰিত্ৰাংকণ হোৱা উচিত ইয়াৰ অন্তৰ্বৰ্তী বাহন। বহু বছৰ জুৰি ড্ৰাইডেনৰ এই ধাৰণাই আছিল ব্যংগ-সাহিত্যৰ পথ-নিৰ্দেশক।

ধ্ৰুপদী ইংৰাজী ব্যংগ-সাহিত্যত ড্ৰাইডেনে তেজৰ সঞ্চাৰ কৰিলে; আলেকজেণ্ডাৰ পোপে (১৬৮৮—১৭৪৪) কৰিলে মসৃণতাৰ। ব্যংগ-কাব্যৰ ক্ষেত্ৰত ড্ৰাইডেনৰ প্ৰকৃত উত্তৰাধিকাৰী টমাছ শ্বাডৱেলো নহয়, ছেট্‌লো নহয়—পোপহে। পোপৰ 'দ্য ডনিছিয়াড' (১৭২৮) ড্ৰাইডেনৰ প্ৰভাৱৰ পূৰ্ণ ফলশ্ৰুতি। অৱশ্যে 'দ্য ৰেইপ অব দ্য লক'ত ড্ৰাইডেনৰ কোনো চিন-মোকাম পাবলৈ নাই। এই কবিতাৰ

সৰ্বত্র হাস্যৰসৰ জোৱাৰ। ব্যংগ-বীৰত্বব্যঞ্জক কবিতা হিচাপে ইয়াত তেওঁ বুদ্ধিনিষ্ঠ হাস্যৰসৰ সঞ্চাৰ কৰাৰ লগতে ৰাজ-ভৱনৰ সময়ত কলথোকা বাদুলিয়ে খোৱা কথাবাৰৰ দৰে গুৰুত্বপূৰ্ণ কথাৰ লগতে আজে-বাজে কথাও সামৰিছে। সুন্দৰীসকলৰ ভেম আৰু বেশ-ভূষাকো তেওঁ ইয়াত ভৰ্ৎসনা কৰিছে। তৎকালীন শিক্ষা-ব্যৱস্থা আৰু শিক্ষিতসকলৰ প্ৰতিও পোপে বিদ্ৰূপৰ বাণ মাৰিছে। গালি পৰা আৰু নিন্দা কৰাই হৈছে ব্যংগ-লেখকৰ প্ৰধান কাম—এই কথা পোপে সম্পূৰ্ণৰূপে মানি চলিছে; বিশেষকৈ নাৰী-কেন্দ্ৰিক ৰচনাসমূহত। নাৰীৰ প্ৰতি তেওঁৰ ধাৰণা সুস্থ আৰু শুদ্ধ নাছিল। 'most women have no characters at all' বা 'every women is at heart a rake' বুলি তেওঁ যি মন্তব্য কৰিছে সি আপত্তিজনক। নিজৰ ব্যংগ-ক্ষমতা সম্পৰ্কে পোপে গৌৰব অনুভৱ কৰিছিল—

> "Yes, I am proud ; I must be proud to see
> Men not afraid of God, afraid of me."

ড্ৰাইডেন আৰু পোপৰ কবিতাৰ মূল বস্তু বুদ্ধিনিষ্ঠ হাস্যৰস বুলি মেথ্যু আৰ্নল্ডেও মন্তব্য কৰিছে।

জনাথন ছুইফ্‌টৰ (১৬৬৭—১৭৪৫) সমান দক্ষ ব্যংগলেখক ইংৰাজী সাহিত্যত দ্বিতীয় এজন ওলোৱা নাই। তেওঁৰ তিনিখন প্ৰধান ৰচনাৰ (দ্য বেট্‌ল অব দ্য বুক্‌ছ, এ টেল অব এ টাব, আৰু গালিভাৰ্ছ ট্ৰেভেলছ) আটাইকেইখনেই সম্পূৰ্ণৰূপে ব্যংগাত্মক। তেওঁৰ কবিতা:বোৰো ব্যংগপ্ৰধান। বিপৰীতাৰ্থক উক্তি আৰু কটূক্তিৰে ভৰপূৰ। তেওঁৰ ৰচনাবোৰ বৌদ্ধিক দীপ্তিৰে উজ্জ্বল। এবাৰ আধাৰে ছুইফ্‌টৰ বৌদ্ধিক স্থিতি নিৰ্ণয় কৰা যায়। তেওঁ পোপলৈ চিঠি লেখিছিল এইদৰে: "যদিও জন, পিটাৰ আৰু টমাছহঁতক মই অন্তৰেৰে ভাল পাওঁ, তথাপি মানুহ নামৰ এই জন্তুটোক মই ঘিণ কৰোঁ, বেয়া পাওঁ।" তেওঁৰ ব্যংগ-ৰচনাত ব্যক্তি-চৰিত্ৰ নাই বুলিব পাৰি। তেওঁ মূৰ্খ আৰু অসাধু লোকক বিদ্ৰূপ কৰিছিল—এটা টাইপ চৰিত্ৰ হিচাপে, ব্যক্তি হিচাপে নহয়। এইখিনিতে পোপৰ সৈতে তেওঁৰ পাৰ্থক্য। ছুইফ্‌টৰ দৃষ্টি মূলতঃ মানব-চৰিত্ৰৰ প্ৰতি। তেওঁ কোনো দল, সম্প্ৰদায়, ধৰ্ম বা যুগক ব্যংগ কৰা নাছিল, কৰিছিল সমগ্ৰ মানব-জাতিক। ইয়াৰ উপৰিও ছুইফ্‌টৰ ব্যংগ

বুদ্ধিদীপ্ত। সেয়েহে তেওঁৰ ব্যংগৰ মূল নিৰ্ণয় কৰিলেও বুদ্ধি তথা মনীষাৰ জোখমাৰিহে ব্যৱহাৰ কৰা উচিত হ'ব। এই জোখ-মাৰি অনুসৰি মনীষাৰ প্ৰথম আৰু প্ৰধান মূল্য আৰোপিত হৈছে সংহত প্ৰজ্ঞাৰ ওপৰত। ছুইফ্‌টে পোপলৈ লেখা কথাষাৰ যদি এনেদৰে কোৱা যায়, "সকলো মানুহ ঘৃণনীয়ঃ জন, পিটাৰ আৰু টমাছ মানুহঃ এতেকে—"সিদ্ধান্তটো ওলাই পৰে। কিন্তু এই মহান মানব-বিদ্বেষীজনে আকৌ জন, পিটাৰ আৰু টমাছক অন্তৰেৰে ভাল পায়। এইখিনিতে ছুইফ্‌টৰ মনীষাৰ বিসংগতি ধৰা যায়। যদি তেওঁ মনীষা সংহত হ'লহেঁতেন তেনেহ'লে তেওঁ বুজি পালে-হেঁতেন যে মানুহ নামৰ এই জন্তুটো সম্পূৰ্ণৰূপে ঘৃণনীয় নহয়। জন, পিটাৰ আৰু টমাছেই তাৰ প্ৰমাণ। 'To know all is to pardon all' কথাষাৰৰ প্ৰজ্ঞা ছুইফ্‌টৰ কথাতকৈ অধিক সংহত আৰু মহত্বপূৰ্ণ। বৌদ্ধিক বিনয়হে সত্যৰ প্ৰতিবেশী, বৌদ্ধিক গোৱাঁৰামি নহয়।

উনবিংশ শতিকাৰ ইংলণ্ডৰ সমাজত বিয়পি পৰা আত্মতুষ্টিৰ মনোভাব, ভদ্ৰতা-সৌজন্য আৰু মধ্যবিত্ত শ্ৰেণীৰ শালীনতাবোধে ইংৰাজী ব্যংগ-সাহিত্যৰ ধাৰা শীৰ্ণ কৰি তোলে। তথাপি, ইয়াৰ মাজতে জেইন অ'ষ্টিন, টমাছ লাভ পিকক, লেম্ব, থেকাৰে আৰু পিছলৈ অস্কাৰ ৱাইল্ড, ডবিউ-এছ গিলবাৰ্ট আদি লেখক-লেখিকাৰ ৰচনাসমূহত কিছু কিছু ব্যংগাত্মক উপাদান বিচাৰি পাবলৈ টান নহয়।

বিশেষকৈ ১৮৪১ চনত Punch নামৰ বিশ্ববিখ্যাত ব্যংগাত্মক আলোচনীখন প্ৰকাশ হ'বৰপৰা ইংৰাজী সাহিত্যত ব্যংগ-ৰচনাই উপন্যাসতকৈ অধিক শক্তি লাভ কৰে। ইয়াৰ পৰাই কুৰি শতিকাৰ পঞ্চাশৰ দশকত satire boom'-অৰ সৃষ্টি হয় আৰু ৰাজনৈতিক লেম্পুন 'প্ৰাইভেট আই' প্ৰতিষ্ঠিত হয়। টেলিভিছন কাৰ্যক্ৰমতো বিভিন্ন প্ৰকাৰৰ ৰাজনৈতিক আৰু সামাজিক ব্যংগই প্ৰাধান্য লাভ কৰে। কুৰি শতিকাৰ নৱমপন্থী ব্যংগ-লেখক বিয়ৰ্বম, এ-পি হাৰ্বাৰ্ট কুইলাৰ-কৌচ আদিৰ লেখাৰপৰাই একশ্ৰেণীৰ তীব্ৰ ব্যংগ-ৰচনাৰ উদ্ভৱ হয়। এইবোৰৰ লেখকসকল হ'ল—মাইকেল ফ্ৰেয়াৰ, এলান ক'ৰেন, মেলকম মুগাৰিজ, আলেকজেণ্ডাৰ ফ্ৰেটাৰ, জৰ্জ অৰৱেল, আল্‌ডুছ হাক্স্‌লি, এমিছ আৰু ৱেইন। অৰৱেলৰ 'এনিমেল ফাৰ্ম' (১৯৪৫) আৰু 'নাইনটিন এইটিফ'ৰ' (১৯৪৯) দুখন বিখ্যাত ব্যংগাত্মক

উপন্যাস। ৱাইল্ডৰ বুদ্ধিনিষ্ঠ হাস্যৰস সৰ্বজনবিদিত। হাক্সলিয়ে 'ব্ৰেইভ নিউ ৱৰ্ল্ড' আৰু 'এইপ এণ্ড এছেন্স' নামৰ ব্যংগ-গ্ৰন্থখনিত কুৰি শতিকাৰ প্ৰমূল্যসমূহৰ প্ৰতি তীব্ৰ ঘৃণা বিবৃত কৰিছে।

ব্যংগৰ অৰ্থ আৰু সংজ্ঞাৰ লগতে ইমানপৰে ইংৰাজী ব্যংগ-সাহিত্যৰ উৎপত্তি আৰু ক্ৰমবিকাশৰো কিঞ্চিত বিৱৰণ দাঙি ধৰা গ'ল। এনে কৰাৰ প্ৰথম কাৰণ হ'ল এই যে একমাত্ৰ ইংৰাজী ব্যংগ-সাহিত্যৰহে এক সুনিৰ্দিষ্ট আৰু শক্তিশালী পৰম্পৰা আছে, যিটো অসমীয়া বা আন কোনো ভাৰতীয় ভাষাৰে নাই। এইবোৰ ভাষাৰ দুই এগৰাকী লেখকে সচেতনভাৱে ব্যংগ-সাহিত্যৰ চৰ্চা কৰিলেও, সৰহভাগ লেখকৰ লেখাতে ব্যংগৰ আবিৰ্ভাৱ বা উপস্থিতি আকস্মিক আৰু ঘটনাজনিত। আমাৰ ধাৰণা, ইংৰাজী ব্যংগ-সাহিত্যৰ উক্ত বিৱৰণে অসমীয়া পাঠকসকলক ব্যংগৰ প্ৰকৃতি বুজাত সহায় কৰিব আৰু তাৰে পোহৰত অসমীয়া ব্যংগ-গল্পসমূহ তেওঁলোকে বিচাৰ কৰিব পাৰিব।

ডং বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই তেওঁৰ গৱেষণা গ্ৰন্থ Humour and Satire in Assamese Literature-অত পোন প্ৰথমবাৰৰ বাবে অসমীয়া সাহিত্যত হাস্য-ব্যংগৰ বিচাৰ-বিশ্লেষণ কৰিবলৈ যত্ন কৰিছে। এই গ্ৰন্থত তেওঁ ঘাইকৈ অসমীয়া সাহিত্যৰ হাস্যৰসাত্মক উপাদান-সমূহহে চালিজাৰি চাইছে। হাস্যৰসৰ সন্দৰ্ভতো তেওঁ কৈছে যে একমাত্ৰ শংকৰ-মাধৱৰ ৰচনাৰ বাহিৰে প্ৰাচীন অসমীয়া গদ্য-পদ্য কতো হাস্যৰসৰ ভূমিকা প্ৰধান বা গুৰুত্বপূৰ্ণ নহয়। আনকি অসমীয়া গদ্যৰ পিতৃ ভট্টদেৱৰ 'কথা গীতা', 'কথা ভক্তি ৰত্নাকৰ' আৰু 'কথা ভাগৱত'তো হাস্যৰসৰ উপাদান নাই। শংকৰদেৱৰ 'ৰুক্মিণী হৰণ'ত (নাটক আৰু পদ্য দুয়োটাতে) বেদনিধি নামেৰে এক ব্ৰাহ্মণৰ চৰিত্ৰ অংকিত হৈছে। এই বেদনিধিৰ কথা-বতৰা আৰু কাৰ্য-কলাপৰ জৰিয়তে লেখকে পাঠকক হাঁহিৰ খোৰাক যোগাইছে। 'পাৰিজাত হৰণ' নাটকত শ্ৰীকৃষ্ণই সত্যভামাৰ প্ৰতি দেখুওৱা আচৰণৰ ওপৰত কপটীয়া নাৰদে কৰা খুহতীয়া মন্তব্য-বোৰত ক্ষীণ ব্যংগৰ ৰেঙণি দেখা যায়। শংকৰ-মাধৱৰ নাটক-সমূহত সংস্কৃত নাটকত থকাৰ দৰে বিদূষক বা বহুৱাৰ (buffoon) চৰিত্ৰ নাই। আহোম ৰাজত্বকালত ৰচিত বুৰঞ্জীসমূহো হাস্য-ব্যংগৰ পৰা মুক্ত। অৱশ্যে, কোনোবা এখন বুৰঞ্জীত ভূমিক নামেৰে

এক বহুৱাৰ চৰিত্ৰ থকা বুলি ডঃ নেওগে কৈছে। বেজবৰুৱায়ো গাঁৱলীয়া বহুৱাৰ কথা তেওঁৰ 'জীৱন-সোঁৱৰণ'ত উল্লেখ কৰিছে। অৱশ্যে বহুৱাৰ হাস্যৰস অনেক ক্ষেত্ৰত স্থূল আৰু অমাৰ্জিত হোৱা হেতুকে তাক সাহিত্যিক মূল্যসমৃদ্ধ বুদ্ধিনিষ্ঠ হাস্যৰসৰ অন্তৰ্ভুক্ত কৰা নাযায়। মাধবদেৱৰ নাটকবোৰক য়ুৰোপীয় কমেডিৰ শাৰীত পেলাব পাৰি বুলি ডঃ কাকতিয়ে মন্তব্য কৰিছে। এই মন্তব্য কৰোঁতে তেওঁ বোধহয় য়ুৰোপীয় কমেডিৰ স্পিৰিটৰ কথাহে কৈছিল, ইয়াৰ গাঁথনিৰ কথা কোৱা নাছিল। মাধবদেৱৰ নাটকত শ্ৰীকৃষ্ণৰ ধেমেলিয়া ৰূপটোহে দেখুউৱা হৈছে। শুদ্ধ হাস্যৰস বা ব্যংগৰসেৰে সেই ৰূপ সিক্ত নহয়। অৱশ্যে অষ্টাদশ শতিকাত ৰচিত 'কথা গুৰুচৰিত'খনৰ গদ্য হাস্যৰসেৰে ৰঞ্জিত।

ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাই লেখা মতে, হেমচন্দ্ৰ বৰুৱা (১৮৩৫-১৮৯৬) আৰু গুণাভিৰাম বৰুৱাৰ (১৮৩৭-১৮৯৪) আগলৈকে অসমীয়া সাহিত্যত ব্যংগাত্মক উপাদান পাবলৈ টান। ঘাইকৈ হেমচন্দ্ৰ বৰুৱাৰ হাতত অসমীয়া ব্যংগ-ৰচনাই ঠন ধৰি উঠে বুলিব পাৰি। তদানীন্তন অসমীয়া সমাজৰ ধৰ্মীয় ভণ্ডামি আৰু নৈতিক স্খলনৰ ভিত্তিতে তেওঁ সামাজিক ব্যংগৰ সূচনা কৰিছিল। 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী' (১৮৭৬) তেওঁৰ এখন সফল ব্যংগাত্মক কাহিনী-গ্ৰন্থ। এই গ্ৰন্থখনি পাঁচোটা অধ্যায়ত বিভক্ত। প্ৰথম অধ্যায়ত (স্বৰ্গৰ দুৱৰী গোবৰ্দ্ধন দেউ আতাৰ চৰিত্ৰ) তেওঁ কোৰখনীয়া সত্ৰৰ অধিকাৰ প্ৰভুৰ চৰিত্ৰৰ অন্ধকাৰ ফালটো উদঙাই দেখুৱাৰ লগতে সেইসময়ত গোঁসাই-মহন্তসকলে ধৰ্মৰ নামত শিচসকলৰ ওপৰত চলোৱা শোষণৰো ইংগিত দিছে। ধৰ্মগুৰু-সকলক ভয়ংকৰ ব্যাধিৰে বিজাই তেওঁ ব্যংগৰ পৰিণতি সফল কৰিছে। ডিম্বেশ্বৰ নেওগে লেখিছে—হেমচন্দ্ৰ বৰুৱাই ব্যক্তিগত জীৱনতো ধৰ্মীয় আৰু সামাজিক গোড়ামিৰ কবলত পৰিছিল ; আৰু বহুবিবাহ-প্ৰথা, কানি সেৱন, বাল্য বিবাহ, বিধবা বিবাহ নিষেধৰ লগতে অন্যান্য নৈতিক তথা সামাজিক কুপ্ৰথাৰ বিৰুদ্ধেও তেওঁ নিৰন্তৰে যুঁজিছিল। এই যুঁজত তেওঁ ব্যংগকো অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিছিল। হেমচন্দ্ৰ বৰুৱাৰ লেখাৰ এটি নমুনা 'কুৰি শতিকাৰ অসমীয়া ব্যংগ সংকলন'ত অন্তৰ্ভুক্ত কৰাটো আপাততঃ কাল-বিভ্ৰান্তিজনক হলেও অন্তিম বিচাৰত আধুনিক অসমীয়া ব্যংগ-

সাহিত্যৰ পিতৃগৰাকীৰ লেখাৰ নমুনাটো প্ৰস্তাৱনা হিচাপে ছপোৱাৰ লোভ আমি সম্বৰণ কৰিব নোৱাৰিলো। হেমচন্দ্ৰ বৰুৱাই দেখুৱাই থোৱা বাটেৰেই কুৰি শতিকাৰ ব্যংগ-লেখকসকল আগবাঢ়িছে।

গুণাভিৰাম বৰুৱাৰ 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা' নামৰ গ্ৰন্থ খনি প্ৰথমে 'বিজুলী' কাকতত ধাৰাবাহিকভাৱে প্ৰকাশ হোৱাৰ পিছত ১৯১১ চনত গ্ৰন্থাকাৰে প্ৰকাশ পায়। ইয়াত থকা শব্দ-ব্যাখ্যা ঘাইকৈ হাস্যৰসাত্মক। লম্বোদৰ বৰাই (১৮৬০-১৮৯২) 'আসাম বন্ধু' কাকতৰ সম্পাদক গুণাভিৰাম বৰুৱালৈ লেখা চিঠি-পত্ৰসমূহত মৃদু আইৰণি প্ৰকাশ পাইছিল (সদানন্দৰ কলাঘুমতি)। আধুনিক যুগৰ নিভাঁজ অসমীয়া ভাষা লেখক সত্যনাথ বৰাৰ (১৮৬০-১৯২৫) 'কেন্দ্ৰ-সভা' পুথিখনিত হাস্যৰসে প্ৰাধান্য বিস্তাৰ কৰা দেখা যায়। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাই উল্লেখ কৰা 'সভ্যতাৰ মথাউৰি'তো হাস্য-ব্যংগৰ ছাপ আছে। ইঞ্জিনিয়াৰ বলিনাৰায়ণ বৰা সম্পাদিত 'মৌ' আলোচনীত বিদ্ৰূপাত্মক কথা প্ৰকাশ পোৱা কাৰণে লক্ষ্মীনাথ বেজবৰুৱা প্ৰমুখ্যে অ-ভা-উ-সাৰ সভ্যসকলে 'মৌ' আলোচনী মাৰিবলৈ উঠি পৰি লাগিছিল। 'মৌ'ৰে বাহ লোৱা গছ, এদিন অৱশ্যে হালিও পৰিল। বেজবৰুৱাই নিজৰ এই কুকাৰ্যৰ বাবে 'জীৱন সোঁৱৰণ'ত আক্ষেপ কৰিছে।

এই অপৰাধবোধৰ বশৱৰ্তী হৈয়েই হওক বা অসমীয়া মানুহৰ কানি-সেবনৰ কুঅভ্যাস, উচ্চ-নীচ জাতি বিচাৰ, ধৰ্মগুৰুসকলৰ আধ্যাত্মিক স্খলন, অসমীয়া জাতিৰ জাতীয় বিদ্বেষৰ প্ৰতি অতীষ্ঠ হৈয়েই হওক—এইবাৰ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই (১৮৬৮-১৯৩৮) 'কৃপাবৰ বৰবৰুৱা' ছদ্মনামেৰে অসমীয়া সাহিত্যত হাস্যৰসৰ জোঁৱাৰ তোলাৰ লগতে শাণিত ব্যংগৰো সূচনা কৰিলে। ব্যংগ-ৰচনাত সমাজ সংস্কাৰৰ প্ৰৱণতা প্ৰবল। বেজবৰুৱায়ো অসমীয়া সমাজক সংস্কাৰ কৰাৰ মানসেৰে কলম হাতত লৈছিল। তেওঁ এক যুগসন্ধিৰ লেখক। সেই সময়ত অসমীয়া মধ্যবিত্ত সমাজৰ যিটো অংশ পশ্চিমীয়া সংস্কৃতিৰ স্পৰ্শলৈ আহিছিল, তেওঁলোকৰ চৰিত্ৰত কেইটামান বিশেষ লক্ষণ ফুটি উঠিছিল। সেয়া হৈছে—ইংৰাজী ভাষা প্ৰীতি, অনুকৰণ প্ৰিয়তা, পল্লৱ গ্ৰাহিতা, মিথ্যা ভেম আৰু অন্তঃসাৰশূন্য পাণ্ডিত্যাভিমান। আনহাতে অবক্ষয় আৰু অবসাদৰ দ্বাৰা অসমীয়া সমাজ ধৰ্ষিত। চাৰিওফালে কুসংস্কাৰ, কুঅভ্যাস আৰু স্থবিৰতা। এনে এখন

সমাজ ব্যংগ-ৰচনাৰ প্ৰকৃত উপজীব্য। অসমীয়া ব্যংগৰ জনক হেমচন্দ্ৰ বৰুৱাৰ প্ৰতিও বেজবৰুৱাই ঋণ স্বীকাৰ কৰি গৈছে। সেই সূত্ৰ ধৰিয়েই আমি বেজবৰুৱাৰ এটি ব্যংগাত্মক গল্প নমুনা হিচাপে 'কুৰি শতিকাৰ অসমীয়া ব্যংগ গল্প সংকলন'ৰ অন্তৰ্ভুক্ত কৰিছো।

বেজবৰুৱাৰ লিতিকাই, চিকৰপতি নিকৰপতি, নোমল, পাচনি, কৃপাবৰ বৰবৰুৱাৰ ওভতনি, কাকতৰ টোপোলা আৰু ভাবৰ বুৰবুৰনিয়ে অসমীয়া মানুহৰ নিষ্প্ৰাণ ওঁঠত হাঁহিৰ সঞ্চাৰ কৰিলে। তেওঁৰ ব্যংগৰ অস্ত্ৰ আছিল ছুইফ্‌টৰ অস্ত্ৰৰ দৰে ক্ষুৰধাৰ। তেওঁৰ চানেকি আছিল চাৰ্লছ ডিকেন্সৰ 'পিক্‌ৱিক পেপাৰ্ছ'। ৰচনাৰ তীক্ষ্ণতা আৰু প্ৰাচুৰ্যৰ ফালৰ পৰা বেজবৰুৱাই ব্যংগৰ 'লেঞ্চেট খন সুনিপুণ চিকিৎসকৰ দৰে ব্যৱহাৰ কৰিছে। ৰচনা-শৈলীৰ ফালৰ পৰাও কৃপাবৰী স্পিৰিটৰ এক মৌলিকতা আছে। সমাজৰ বুদ্ধিমত্তা আৰু ৰাজনৈতিক বিকাশৰ লগে লগে সেই সমাজত হাস্যৰসৰ সংজ্ঞা তথা আবেদনৰ সাল-সলনি ঘটে। ইংৰাজী সাহিত্য-সমাজতো আজি 'পিক্‌ৱিক্ পেপাৰ্ছ'ৰ আবেদন নাই। তেনেদৰে বেজবৰুৱাৰ কৃপাবৰী হাস্যৰসতো আজিৰ অসমীয়াই তৃষ্ণা নিবাৰণ কৰিব নোৱাৰে। কিন্তু, ডিকেন্সৰ ব্যংগৰ আবেদন যুগজয়ী হৈ থকাৰ দৰে কৃপাবৰৰ ব্যংগৰ আবেদনো অদ্যাবধি জীৱন্ত হৈ আছে। কৃপাবৰী ব্যংগত অসমীয়া কাঁহুদি-খাৱলিৰ সোৱাদ আছে। য'ত খাৰনিপানী সৰহকৈ পৰিছে তাতে ইয়াৰ চোক বাঢ়িছে। কৃপাবৰৰ ছেটায়াৰিক স্পিৰিট এই খাৰনি-পানীয়ে নিৰূপিত কৰিছে।

বেজবৰুৱাৰ পিছত মহীচন্দ্ৰ বৰাই সচেতনভাৱে ব্যংগ-ৰচনাত হাত দিয়ে। বেজবৰুৱাৰ শূন্য আসন তেওঁৱেই পূৰাব পাৰিব বুলি কৃষ্ণকান্ত সন্দিকৈয়েও আশা কৰিছিল। মহীচন্দ্ৰ বৰাৰ গল্পবোৰ বিচাৰ কৰি চালে দেখা পাওঁ যে তেওঁৰ ব্যংগ-ৰচনাৰ মাই ক্ষেত্ৰ হ'ল অসমীয়া মানুহৰ ভণ্ডামি আৰু কপটতা। এক নৈতিক ক্ৰোধে তেওঁৰ ব্যংগ ধাৰাল কৰি তুলিছে। তুচ্ছতাৰ পংকত নিমজ্জিত মানুহৰ চৰিত্ৰৰ প্ৰতি তেওঁৰ তীক্ষ্ণ ব্যংগ-বাণ নিক্ষিপ্ত হৈছে। উকীলৰ 'জন্ম-ৰহস্য' নামৰ গ্ৰন্থত এনে কেইটামান ব্যংগ-গল্প সন্নিবিষ্ট হৈছে।

অসমীয়া ব্যংগ-সাহিত্যৰ বুৰঞ্জী অনুধাবন কৰিলে এটা কথা

স্পষ্ট হৈ পৰে যে মহীচন্দ্ৰ বৰাৰ পিছত অসমীয়া সাংবাদিকতাইহে যাইকৈ ব্যংগ-সমল সামৰি লৈছে সমূহীয়াভাৱে ; ব্যক্তিগতভাৱে বা প্ৰকাশ্য নামত ব্যংগ-সাহিত্য চৰ্চা কৰা লেখক কমি গৈছে। যি কেইজনে চৰ্চা কৰিছে তেওঁলোকৰো সৰহ ভাগৰে লেখাত ব্যংগৰ উপস্থিতি আকস্মিক আৰু ঘটনাজনিত ; স্বতঃপ্ৰণোদিত নহয়। বিগত যুগত প্ৰসিদ্ধি লাভ কৰা যিসকল লেখকে কিঞ্চিৎ সচেতনভাৱে ব্যংগ-ৰচনাত হাত দিছিল তেওঁলোকৰ ভিতৰত হলীৰাম ডেকা, জগদীশ মেধি, লক্ষ্মীনাথ ফুকন, ডাঃ হেম বৰুৱা আদি প্ৰখ্যাত। তেওঁলোকৰ পিছত ত্ৰৈলোক্য নাথ গোস্বামী, ডঃ প্ৰফুল্লদত্ত গোস্বামী, ৰমা দাশ প্ৰভৃতি উল্লেখযোগ্য ব্যংগ-লেখক। ত্ৰৈলোক্য নাথ গোস্বামীৰ 'পপীয়াতৰা' আৰু 'থানা মেৰামতি' নামৰ গল্পত ব্যংগাত্মক উপাদান আছে। 'গৱেষণাৰ গজালি'ত এহাতে পুত্ৰস্নেহৰ নিদৰ্শন আনহাতে ব্যংগাত্মক চিত্ৰ প্ৰকাশ পাইছে। 'যমৰ ঘৰত জীয়া মানুহ'ত সমাজৰ দুৰ্নীতি আৰু ভণ্ডামিৰ প্ৰতি ডঃ গোস্বামীয়ে তীব্ৰ ক্ৰোধ প্ৰকাশ কৰিছে। প্ৰাচ্য-পাশ্চাত্যৰ উৎকৃষ্ট সাহিত্যৰ অধ্যয়নেৰে পুষ্ট ডঃ গোস্বামীদেৱৰ ব্যংগৰ মূলশক্তি নৈতিক চেতনাবোধ। সমাজৰ ক'লা পৰ্দাৰ আঁৰত লুকাই থকা বৈষম্যসমূহ উদঙাই দেখুউৱাই লেখকৰ উদ্দেশ্য। 'নিতে নৱ ৰূপ তাৰ' নামৰ সংকলনৰ অন্তৰ্ভুক্ত 'বুলেট' এনে এটা ব্যংগাত্মক গল্প।

দ্বিতীয় বিশ্বযুদ্ধৰ পিছত অসমীয়া সাহিত্যৰ ধাৰা বহুধা বিভক্ত হৈ পৰে। দেশ-বিদেশৰ প্ৰখ্যাত লেখকসকলৰ সাৰ্থক প্ৰভাৱ আৰু বাস্তৱ অভিজ্ঞতাৰ দ্বৈত স্পৰ্শত অসমীয়া সাহিত্যত হাস্য আৰু ব্যংগৰ সমল দুৰ্লভ হৈ পৰিল। অসমীয়া লেখকসকলে যেন আস্থাৰ পৃথিৱীলৈ প্ৰত্যাবৰ্তন কৰিলে। তেওঁলোকে সমাজৰ আচাৰ-অনাচাৰ উদঙাই দেখুৱালে সঁচা, কিন্তু নিষ্ঠা আৰু সৌকৰ্যৰেহে দেখুৱালে—ব্যংগৰ সহায়ত নহয়। বিশুদ্ধ সাহিত্য আৰু ব্যংগ-সাহিত্যৰ পাৰ্থক্য ৰাখি যিসকলে ব্যংগাত্মক ৰচনা আগবঢ়ালে তেওঁলোকৰ ভিতৰত কুমাৰ শ্ৰীমধুসূদন (শ্ৰীমহেশ চন্দ্ৰ দেৱ গোস্বামী), পীতাম্বৰ ৰাজমেধি (ৰাজমোহন নাথ) আৰু মেমেৰা মেধিৰ (যোগেন্দ্ৰনাথ বৰকাকতী) নাম বিশেষভাৱে উল্লেখযোগ্য। এসময়ত কুমাৰ শ্ৰীমধুসূদনে 'বিহলঙনী' কাকতৰ জৰিয়তে অকলে ব্যংগ-সাহিত্যৰ গুৰি ধৰিছিল। এই কাকতৰ বিশেষ সংখ্যা

এটাত চৈয়দ আব্দুল মালিকে 'জনতা বধ ভাওনা' নামৰ এক ব্যংগ ৰচনা আগবঢ়াইছিল। তাহানিৰ 'জয়ন্তী' কাকতত দেখা দিয়া তিনিগৰাকী ব্যংগ-লেখক ৰাজমোহন নাথ, শুক্লেশ্বৰ বৰা (চিকা চোৰাংচোৰা) আৰু অম্বিকাপ্ৰসাদ গোস্বামীৰ নাম একত্ৰে স্মৰ্তব্য। 'অসমীয়া' কাকতৰ মৃত্যুৰ লগে লগে যেনেকৈ মেমেৰা মেধিয়ে টুপাই বুৰ মাৰিলে, তেনেকৈ 'জয়ন্তী' কাকতৰ মৃত্যুৰ লগে লগে চিকা চোৰাংচোৰাও অন্তৰ্ধান হ'ল। অৱশ্যে তেওঁৰ লেখাবোৰ পিছত 'চিকা চোৰাংচোৰাৰ গুপ্ত কথা' নামেৰে প্ৰকাশ হৈ ওলাইছিল। পুথিত সন্নিবিষ্ট ৰচনাবোৰৰ নামৰ পৰাই বিষয়-বস্তুৰ ব্যংগ-সুৰটো অনুমান কৰিব পাৰি; যেনে—দেশোদ্ধাৰকৰ চিপজৰী, অসমীয়া সাহিত্য সভাৰ কলাঘুমতি, বংশধ্বজৰ কীৰ্তি, টিংখোপত ৰাজ্যচৰ্চা, সাক্ষৰতাৰ সপিণ্ডন, বিহু বিভ্ৰাট, অসমীয়া চকুৱা ৰামায়ণ, ঋগবেদৰ বৃহৎ ব্যাখ্যা, মেমেৰা মেধিৰ সস্ত্ৰীক পৰ্ব, শিক্ষাৰ বাহন বলাধি-ভূষণ, স্বায়ত্ত শ্মশান, কাউৰ-চিলাৰ যুদ্ধ দৰ্শন, চেন চেন পিয়লৰ নতুন অধ্যায়, লীগ মাহাত্ম্য ইত্যাদি। পীতাম্বৰ ৰাজমেধিৰ 'পকা মিঠৈ', 'ভপত গাখীৰ' আদি পুথিত সমপৰ্যায়ৰ ব্যংগাত্মক সমল পোৱা যায়। 'তাৰা' নাটকৰ লেখক অম্বিকাপ্ৰসাদ গোস্বামীৰ 'অপগণ্ড মকৰণ্ড' এখন উল্লেখযোগ্য ব্যংগাত্মক ৰচনা।

'দৈনিক অসম' কাকতৰ সাপ্তাহিক দেওবৰীয়া শিতানত ঘনকান্ত চেতিয়া ফুকনে প্ৰায় আঠ বছৰ কাল বিভিন্ন ধৰণৰ সামাজিক আৰু ৰাজনৈতিক ব্যংগ-ৰচনা আগবঢ়াইছিল। উক্ত পেপাৰৰে কাঁহুদি, সময়ৰ শৰ আৰু দেওবৰীয়া সম্পাদকীয় শিতানত সমসাময়িক সমাজৰ সৰ্ববিধ অপকৰ্ম আৰু অপনিয়মক হাস্যৰ সহায়ত কৰ্কৰ্থনা কৰা হয়। এসময়ত 'সাদিনীয়া নৱযুগ'ত চিন্তাহৰণ হাজৰিকা আৰু 'অসম বাণী'ত কথা চহকী ভলভলীয়াই সমকালীন সমাজৰ প্ৰতি ব্যংগ-বাণ নিক্ষেপ কৰিছিল।

আধুনিক অসমত প্ৰকাশ্য নামেৰে ব্যংগ-ৰচনা আগবঢ়োৱা সকলৰ ভিতৰৰ মালিক, লীলা গগৈ, হেম শৰ্মা, মহেন্দ্ৰ বৰঠাকুৰ ভদ্ৰ বৰা, ৰমেশ পাঠক আদি প্ৰধান। অসমৰ চিত্ৰকলা জগতত ব্যংগ-প্ৰৱণতাৰ সূচনা কৰিছে বেণুমিশ্ৰ, ত্ৰৈলোক্য দত্ত, পুলক গগৈ প্ৰভৃতি শিল্পীসকলে। পুলক গগৈয়ে 'কাৰ্টুন' নামেৰে ব্যংগ-চিত্ৰালোচনী

এখনো সম্পাদনা কৰিছিল। একেজনা শিল্পীয়ে লক্ষ্মীনাথ ফুকনৰ ব্যংগাত্মক গল্প 'শ্ৰীমতী মহিমাময়ী'ৰ চিত্ৰৰূপ দিয়াটো বিশেষভাৱে উল্লেখযোগ্য। ভোলা শৰ্মা (ৰজনীকান্ত বৰদলৈ), জগবন্ধু ভট্টাচাৰ্য (দুলাল বৰঠাকুৰ), হাটবৰ (কুসুম বৰা), গণেশচন্দ্ৰ ফুকন, গোলাপ খাউণ্ড, লুম্বেৰ দাই আৰু ফটিক হাজৰিকায়ো লঘু হাস্যৰসৰ জৰিয়তে সমাজৰ ব্যংগাত্মক সমালোচনা আগবঢ়াইছে।

'বৰ্তমান সময়ৰ (অসমীয়া) লিখকসকলৰ সৰহখিনিৰ ৰচনাত হাস্য আৰু ব্যংগৰ সমল তাকৰ'' বুলি ডঃ প্ৰফুল্লদত্ত গোস্বামীয়ে 'গল্প ঃ দেশী আৰু বিদেশী'ৰ ভূমিকাত কৰা মন্তব্য প্ৰণিধানযোগ্য। এই লেখকসকলৰ ভিতৰত খুব সম্ভৱ মহিম বৰা, পদ্ম বৰকটকী, শীলভদ্ৰ, সৌৰভকুমাৰ চলিহা ব্যতিক্ৰম। বাকী লেখকসকলৰ বেছি ভাগৰে ৰচনাত হাস্য-ব্যংগ সেৰেঙা ; কিছুমানৰ ৰচনাত একেবাৰে শূন্য। নতুন লেখকসকলৰ ৰচনাত সমাজ-চেতনা প্ৰখৰ ; সমাজৰ সৰ্ববিধ অনাচাৰ-ব্যভিচাৰৰ প্ৰতিও তেওঁলোকে কটু সমালোচনা আগবঢ়াইছে ; কিন্তু সেই চেতনা আৰু সমালোচনা আধুনিক যুৱ-মানসত সৃষ্টি হোৱা হতাশা আৰু বিচ্ছিন্নতাবোধৰ পৰা উদ্ভূত। সংস্কাৰৰ স্পৃহা তাত অনুপস্থিত। হাস্যৰসৰতো প্ৰশ্নই নুঠে। অসমীয়া সাহিত্যত ব্যংগ-সমলৰ এনে আকাল হোৱাটো গভীৰ সমাজতাত্ত্বিক অধ্যয়নৰ বিষয়। যি সমাজৰ এক সুস্থ সাংস্কৃতিক পৰম্পৰা থাকে, আৰু য'ত জনসাধাৰণৰ লগতে লেখকসকলৰো নৈতিক চেতনা প্ৰখৰ—তেনে সমাজতহে ব্যংগ-ৰচনাৰ সোঁত প্ৰবলভাৱে বয়। যদি সেয়ে হয়, তেনেহ'লে অসমীয়া জাতিৰ সাংস্কৃতিক পৰম্পৰা আৰু চেতনাৰ বিষয়েও বহুতৰ মনত সংশয় উপজিব পাৰে। এই সংশয়ৰ শীঘ্ৰে ওৰ পৰিব লাগে। অসমীয়া সমাজৰ নৈতিক-চেতনা প্ৰখৰ বুলি প্ৰমাণিত হ'ব লাগে। আমাৰ এই চেষ্টাও এনে এক চিন্তাৰে ফলশ্ৰুতি।

'কুৰি শতিকাৰ অসমীয়া ব্যংগ-গল্প সংকলন'খনি যুগুত কৰোঁতে আমি মাইকৈ দুটা কথালৈ চকু দিছোঁ। সেয়া হ'ল—অসমীয়া ব্যংগ-গল্পৰ ধাৰাবাহিকতা প্ৰতিষ্ঠা কৰা আৰু এই শতিকাৰ প্ৰতিষ্ঠিত গল্প লেখকসকলৰ গল্পত থকা ব্যংগাত্মক সমলৰ প্ৰতি পাঠকৰ দৃষ্টি আকৰ্ষণ কৰা। ধাৰাবাহিকতালৈ চকু দিওঁতে যাতে কোনো প্ৰতিষ্ঠিত লেখক বাদ নপৰে আৰু প্ৰতিষ্ঠিত লেখকৰ লেখালৈ

চকু দিওঁতে যাতে কোনো ব্যংগ-গল্প বাদ নপৰে, তাৰেও আমি যথাসম্ভৱ দৃষ্টি ৰাখিছোঁ। আনহাতে, কেৱল চুটি গল্পৰ নিয়ম-নিগড়ত আবদ্ধ ব্যংগাত্মক লেখাহে আমি ইয়াত সন্নিবিষ্ট কৰিছোঁ। এই শতিকাৰ সমস্ত অসমীয়া ব্যংগ-গল্প একত্রে প্রকাশ কৰিবলৈ হ'লে গ্রন্থৰ কলেবৰ অস্বভাৱিকৰূপে বৃহৎ হোৱাৰো ভয়।

অসমীয়া ভাষাত ব্যংগ-গল্প সংকলৰ এয়ে প্রথম প্রয়াস। আনকি, ব্যংগ-ৰচনাৰ গতি-প্রকৃতি সম্বন্ধেও অসমীয়া ভাষাত তেনে কোনো উল্লেখযোগ্য আলোচনাও আজিকোপতি হোৱা নাই। সেয়েহে আমাৰ প্রচেষ্টা ত্রুটিমুক্ত বুলি দাবী কৰিবলৈ আমাৰ কোনো থল নাই।

যিসকল গল্পকাৰে তেওঁলোকৰ গল্পৰে আমাৰ এই সংকলন সমৃদ্ধ কৰিলে, তেওঁলোকলৈ আমি আমাৰ সশ্রদ্ধ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। কেবাগৰাকীও শ্রদ্ধেয় লেখকৰ গল্প সংগ্রহ কৰিও নানা কাৰণত আমি ইয়াত ছপাব নোৱাৰিলোঁ; আৰু কেগৰাকীমান স্বনামধন্য লেখকৰ পৰা গল্প খুজি আনিও শেষত আমি সংকলনত ভৰাব নোৱাৰিলোঁ। তেওঁলোক আটাইৰে ওচৰত আমি ভাতৃভাৱে আৰু বন্ধুভাৱে ক্ষমা প্রার্থনা কৰিলোঁ।

'ময়ূৰ প্রকাশ'ৰ সাহিত্যপ্রাণ প্রকাশক বন্ধুবৰ শ্রীপ্রফুল্লকুমাৰ শৰ্মাই এই সংকলনখনি প্রকাশ কৰাৰ গধুৰ দায়িত্ব লৈ আমাক কৃতজ্ঞ আৰু অনুগৃহীত কৰিছে।

পাঠক আৰু সমালোচকসকলে এই সংকলনখনি সমাদৰ কৰিলে আমাৰ শ্রম সার্থক হ'ব।

গুৱাহাটী
১ ফেব্ৰুৱাৰী, ১৯৮৩

কুমুদ গোস্বামী
ভুপেন্দ্রনাৰায়ণ ভট্টাচার্য

## ভোকেন্দ্ৰ বৰুৱা

লক্ষ্মীনাথ বেজবৰুৱা

গোন্ধাই গুৱাল।—"ভোকোন্দাইৰ মাক ঔ, ভোকোন্দাইৰ মাক! বোলো কলৈ গ'ল ঐ এইজনী। শুনিছ নে ঐ শুনিছ! বাঘেখাঁতীক বিচাৰিলেও পাবলৈ নাই! বোলো শুনিছ নে!"

ঘৈণীয়েক জেতুকীয়ে লাওৰ হেদালিৰ তলত সোমাই লাও পাৰিবলৈ বিচাৰিছিল; গিৰিয়েকৰ মাত শুনি হেদালিৰ তলৰপৰা ওলাই আহি উত্তৰ দিলে, "কি হ'লনো? চিঞৰ-বাখৰখন যা লগাইছে কেলৈ? মোক নেদেখি কিবা এৰাঁ চৰিল নেকি?"

গোন্ধাই।—"এৰাঁ চৰা নাই; শুনহি! তোৰ কলিকতীয়া পুতেৰে এইখন কলিকতাৰপৰা কি লেখি টিকচ্ মাৰি ডাকত দি পঠিয়াইছে, চাহিচোন চাহি!"

কলিকতীয়া পুতেকৰ কথা শুনিয়েই জেতুকী উছাহত উতলি লৰালৰিকৈ গিৰিয়েকৰ ওচৰ পালেহি। জেতুকী—"মোৰ ভোকো-ন্দায়ে নো কি লেখিছে? মোৰ বোপাই ভালে আছেনে? মোৰ বোপাই ভালে আছে বুলি শুনিলেই মোৰ বুকুখন শীতল পৰি যায়। মোৰ দেহি ডুখৰিক কিবা ধন-বিত লাগে নে? ধন-বিত লাগে যদি একুৰি মান ৰূপ পঠিয়াই দিয়া। মোৰ দেহ ডুখৰিয়ে পচি থাওক, পৰি যাওক, বৰ মানুহ হওক, মোক আন একো নালাগে।"

গোন্ধাই।—"বাঘেখাঁতী! তোৰ দেহি ডুখৰিক ধন-বিত নালাগে, বৰুৱা-ফুকন হবলৈহে লাগে। তাৰ এইখন চিঠি আজি ডাকত পাই তাতনো কি লেখিছে পঢ়াই আনিবলৈ আমাৰ বেথা-ৰাম ভাগতীৰ ওচৰলৈ গৈছিলো। চিঠিখনত ইংৰাজী-দেশী দুই কলম আছে। ভাগতী বাপুৱে ইংৰাজীসোপা এৰিও আমাৰ মাতত লেখাসোপা যি পঢ়িলে তাক শুনি মোৰ গা গোটেইটোত জ্বৰ উঠিছে। তাৰ হেনো ভোকোন্দি নামটো কিবা অসইত্ত হৈছিল, সেইদেখি সি সেইটো নাম ঘঁহি-মাজি সইত্ত কৰিলে। হেনো এতিয়াৰপৰা মই তালৈ চিঠি লেখিলে কিবা ভোকইন্দ্ৰ বুলি লেখিব লাগিব; আৰু বৰুৱা কথাষাৰো হেনো তাৰ পিচত যোৰাই দিব লাগিব। অৰ্থাৎ, আমাৰ ভোকোন্দাই ভোকোন্দি গুচি ভোকইন্দ্ৰ বৰুৱা হৈছে হেনো!"

জেতুকী।—"বুজিছো, মোৰ বোপায়ে হাড়-মুৰ ভাঙি দুখকৈ পঢ়িছে দেখি মহাৰাণীয়ে তাক বৰুৱা পাতিছে। বোলো, মোৰ এই গেজেলা মুখখনেৰেই তোমাক কওঁ, দেখি থাকিবা মোৰ ভোকো-ন্দাইক মহাৰাণীয়ে মনচুপ নেপাতিও নেৰে। হওক, হওক মোৰ বোপায়ে সাত-শতৰুৰ মুখত ছাই দি মনচুপ সদৰামিন এটাই-বোৰ হওক। মই দিনৌ গোসাইক খাটি আছো, সেইদেখি তাৰ ভাল হৈছে। তাৰ হকে আমাৰ আতাৰ থানত মই পাল নাম এভাগি গোৱাবলৈকো আগ কৰি থৈছো।"

গোন্ধাই।—"তইনো এইবিলাক কি বলকিছ ? মহাৰাণীয়ে তাক বৰুৱা পাতিছে বুলি তোক কোনে ক'লে ? তোৰ পুতেৰেহে আপোনা-আপুনি বৰুৱা হৈছে, আৰু মোক সি বৰুৱা পাতিছে। তাৰ আগৰ নামটো হেনো বেয়া, সেইদেখি সি সেইটো সলাই কিবা ভোকোইন্দ্ৰ হৈছে। মোৰো হেনো সি কিবা চৰিত্ৰ লেখাইছে, সেইদেখি মোৰ নামটোও সলাই মোক গোন্ধেশ্বৰ বৰুৱা পাতিছে। তইনো কথামখাৰ আহমখা নুবুজাকৈ কি কব লাগিছ ?"

এনেতে গোন্ধাইৰ ঘৰৰ আগেদি বগীৰাম ডাকবাবু যাওক। বগীৰামক দেখি গোন্ধায়ে মাত লগালে—"ডাকবাবু ডাঙৰীয়া ! ডাক-বাবু ডাঙৰীয়া ! ভো-ভো কৰে নো কলৈ যাব লাগিছে ? এইপিনে এখন্তেক আহকচোন, তামোলচালি এখনকে খাই যাওকহি।" এই কথা শুনি বগীৰাম আহি তেওঁলোকৰ ওচৰতে বহিলত, জেতুকীয়ে লৰালৰিকৈ তামোলৰ বঁটাটো উলিয়াই আনি তামোল কাটিবলৈ লাগিল।

গোন্ধাই।—"বোলো ডাকবাবু ডাঙৰীয়া, আমাৰ কলিকতীয়া ল'ৰাটোৰপৰা এই চিঠিখন আহিছে ; আমাৰ তাইক এবাৰ কিৰ্পা কৰি এই চিঠিখন পঢ়ি শুনাই দিয়কচোন।" এইবুলি চিঠিখন গোন্ধায়ে বগীৰামৰ হাতত দিলত বগীৰামে ডাঙৰকৈ মাতি পঢ়িবলৈ ধৰিলে—

মাই ডিয়েৰ ফাদৰ,

আজি তোমালৈ যি কথা লেখিছো, মই হপ্ (hope) কৰো তুমি তাত মনযোগ কৰিবা। আজি এবছৰ হবলগীয়া হ'ল মই কলিকতালৈ আহিলো। কিন্তু আহিবৰেপৰা মোৰ মনত এটা কথাই বৰকৈ উখল-মাখল লগাই আছিল। সম্প্ৰতি তাৰ এটা মীমাংসা কৰিছো। বৰ লাজৰ কথা যে মোৰ নামটো ভোকোন্দি

হৈছিল। really really বাস্তবিকতে এইটো বৰ shameful লাজৰ কথা। ইয়াৰ কলেজৰ ল'ৰাই এই নামটো লৈ মোক বৰ ঠাট্টা কৰে। ময়ো দেখিছো যে ভোকোন্দি বৰ অসভ্য নাম। monstrouo ! তাক সভ্য কৰি লোৱাটো মোৰ duty, অৰ্থাৎ কৰ্তব্য। সেই দেখি মই আমাৰ কলেজৰ হাজিৰা বহীত আজি মাৰ্চ মাহৰ ২০ তাৰিখে তাক কটাই ভোকেন্দ্ৰ কৰিলো। আৰু মোৰ নামৰ পিচত এটা উপাধি নোহোৱাৰ বাবেও বৰ হাঁহিয়াতৰ কথা হৈছে; সেইদেখি তাত বৰুৱা লগাই দিয়ালো। তুমিও আজিৰপৰা তোমাৰ নামটোৰ উন্নতি বিধান কৰি তাক গোক্লেশ্বৰ কৰিবা আৰু তাত বৰুৱা কথাষাৰ লগাই দিবা আৰু লোককো এইদৰে তোমাক address কৰিব দিবা। মই remember কৰো, অৰ্থাৎ মোৰ মনত আছে, তুমি এদিন কৈছিলা, মোৰ পেহী এজনী দুলীয়া বৰুৱাৰ ঘৰৰ সতৰাম বৰুৱাৰ হৰিভকত কানুৰামলৈ পৰিবৰ কথা হৈছিল। যদি সেইটো সঁচা তেন্তে সেই সূত্ৰতে আমিও বৰুৱা লেখাত কোনো ব্যাঘাত নেদেখো। বিশেষ, Ram gone, Ajodhyagone ; অৰ্থাৎ ৰাম গ'ল, অযোধ্যাও গ'ল ; আহোমো গ'ল, আহোমৰ ৰাজত্বও গ'ল। সেইদেখি আহোমে পতা বৰুৱা-ফুকনসকলৰ সেই সেই উপাধিৰ ওপৰত Copyright Also gone, অৰ্থাৎ স্বত্বও গ'ল। এতিয়া যি যোগ্য সিয়েই ইচ্ছামতে সেই উপাধি ব্যৱহাৰ কৰিব পাৰে। This is according to law of equity, অৰ্থাৎ equity আইনমতে সত্য। আৰু "যোগ্য ভোগ্য বসুন্ধৰা" বুলি শাস্ত্ৰত আছে; এই সংস্কৃত কথাফাঁকিৰ মানে তুমি আমাৰ ভাগতী বাপুক শুধি লবা। এই বিষয়ে in detail অৰ্থাৎ বাহুল্যকৈ তোমালৈ লেখাৰ সকাম নাই; কাৰণ তুমি ignorant, সেইবোৰ বুজিব নোৱাৰিবা। মুঠতে কওঁ যে আজিৰপৰা তুমি মোৰ instruction follow কৰি মই কোৱামতে কাৰ্য কৰিবা। আৰু এটা কথা মই তোমাক কওঁ। তুমি লাহে লাহে তোমাৰ shameful গুৱালৰ ব্যৱসায়টো এৰিবলৈ চেষ্টা কৰিবা; কাৰণ সেইটো লাজ লগা বুলি মই think অৰ্থাৎ বিবেচনা কৰিছো। তুমি আগেয়ে যি আছিলা, এতিয়া you are my father, তুমি মোৰ পিতাই; Therefore you must behave like a gentleman, অৰ্থাৎ ভদ্ৰলোকৰ দৰে চলিব

লাগিব। আইক কৰা তেওঁ যেন ঘৰে ঘৰে ঢেং ঢেং কৰে আৰু নুফুৰে। She must keep her respect, অর্থাৎ এতিয়া তেওঁ নিজৰ মান-সম্ভ্রম ৰাখি ফুৰিব লাগিব। I hope অর্থাৎ আশা কৰো তোমালোকে মোৰ কথাৰ অন্যথা নকৰিবা।

ইতি

Your affectionately,

শ্রীভোকেন্দ্র বৰুৱা

পুঃ—মোলৈ চিঠিৰ ওপৰত মোৰ বিজুগ এইদৰে লেখাবা।—

Mr. B. K. Barua,
1st Class Metropolitan Institution.
Calcutta.

পুঃ পুঃ—মোৰ সৰু ভনীজনীৰ ভুৰ্ভুৰী নামটো সলাই ভ্রমৰিণী কৰিবা। কাৰণ, সময় থাকোতেই সেই কাম কৰা উচিত; নাইবা পিছত too late হৈ পৰিলে তাক শুধৰাবলৈ মোৰ নিচিনাকৈ বৰ কষ্ট পাব লাগিব। ভ্রমৰিণীক মোৰ kiss অর্থাৎ চুমা দি কবা যে এই নামটো তাইৰ কলিকতীয়া ককায়েকে তাইক birthday present অর্থাৎ জন্মদিনৰ উপহাৰ দিছে। আৰু এটা কথা মই দ'কৈ ভাবি দেখিছো আইৰ নামটো নসলালে নচলিব। তোমাৰ জীৱন-চৰিতত আইৰ নামটো নিশ্চয় হাস্যাস্পদ হব, সেইদেখি আইৰ জেতুকী নামটো গুচাই যতিকেশ্বৰী দিলো। আমাৰ গাঁওৰ নামটো বদলাব পাৰিলে ভাল। অৱশ্যে সেইটো কাম তুমি অকলে কৰি উঠিব নোৱাৰিবা। অনেক লোকক influcnce কৰি অর্থাৎ ৰাজহুৱা মত সংগঠন কৰি গবর্ণমেণ্টক "মেমোৰিয়েল" অর্থাৎ দৰ্খাস্ত দিহে সেই কাম কৰিব পৰা হব। সেইদেখি সেইটো কাম মই উভতি যোৱালৈ স্থগিত থাকক। মই গৈ agitation অর্থাৎ আন্দোলন কৰি তাক হাতত লম। ভৱিষ্যতৰ ইতিহাসলৈ এইদৰে বাট পোনাই ৰখাটো অত্যাৱশ্যক হৈছে। মই শ্যেলি, কীট্‌ছ, ৰবি কবিৰ নিচিনাকৈ এখন বহুমূলীয়া কবিতা-গ্রন্থ লেখিছোঁ, সি প্রায় শেষ হবলগীয়া হৈছে। তাৰ পাতনিত মোৰ ছবিৰে সৈতে মোৰ সংক্ষিপ্ত জীৱনীও ওলাব। সেইবাবে মই দীঘলকৈ চুলি ৰাখিছো; ভাত কাৰণ লেখিলো। তোমাৰ বিস্তৃত জীৱন-চৰিত্র

এখন লেখা নিতান্ত প্ৰয়োজন হৈ উঠিছে। মই তাৰ যো-জা কৰিছো। তোমাৰ জীৱন-চৰিত্ৰৰ কিছুমান material অৰ্থাৎ সঁজুলি অৰ্থাৎ ঘটনা মই সংগ্ৰহ কৰি ডাঙৰ মানুহ এজনৰ হাতত দিছো। তেওঁ তোমাৰ জীৱন-চৰিত লেখিবলৈ গাত লৈছে। তাৰ পাতচেৰেক লেখিছেও, কিন্তু সেই কিতাপৰ front page-অত অৰ্থাৎ সম্মুখৰ পাতত তোমাৰ ছবি এটা দিবৰ বৰ দৰ্কাৰ, সেইদেখি তুমি এই চিঠি পোৱা মাত্ৰকতে তোমাৰ ছবি এটা তোলাই মোলৈ পঠিয়াই দিবা। যোৰহাটত photographer অৰ্থাৎ ছাব তোলোতা মানুহ নাই যদি ডিবুৰুলৈ গৈ গোহাঁই বুদৰ্চৰ তাত তোমাৰ ফটোগ্ৰাফ এটা তোলাবা। ইয়াত মই হাফ্‌টোন বুক কৰাই এনলাৰ্জ কৰাব লাগিব। ফটোখন সোনকালে মোক লাগে। ডিবুৰুলৈ যাবলৈ সম্প্ৰতি তোমাৰ হাতত cash অৰ্থাৎ নগদ ধন নাই যদি সেই গাখীৰতী বগী ম'হজনী বেচি দিবা, অলপ cheap অৰ্থাৎ সস্তাকৈ দিলে থিতাতে বহুত কিনা মানুহ ওলাব। আৰু তোমাৰ travelling expenses-অৰ অৰ্থাৎ ডিবুৰুলৈ যোৱাৰ খৰচৰ পিচত ছবিৰ নিমিত্তে জোৰাকৈ হাতত ৰূপ নথকাটো যেন দেখিলে আৰু এজনী মহ বেচিবা। মুঠতে এই কাম বৰ জৰুৰী জানিবা।—বি, কে, বি

গোষাঁই।—"দেখিলি, দেখিলি, বাঘেখাঁতী দেখিলি এতিয়া, তোৰ পুতেৰ কেনেকৈ ভোকইন্দ্ৰ হ'ল, কেনেকৈ বৰুৱা হ'ল? সি বান্দৰে মোকো বৰুৱা পাতে, তোকো বৰুৱানী পাতে। গুৰুজনৰ অনুগ্ৰহত গৰু-ম'হ দুটামান বাধি এগাল ভাত খাই আছো, সি বৰুৱা হৈছে দেখি তাকো হেনো এৰিব লাগে, তাকো বেচি দিব লাগে।

জেতুকী।—"মই দেখোন তোমাক কৈছো, যে মোৰ বোপায়ে হাড়-মূৰ ভাঙি তেজ পানী কৰি কলিকতাত পঢ়িছে দেখি বৰুৱা হৈছে। মহাৰাণীৰ পেটৰ কথাটো সি পাইছে, নাপালে তেনে কেতিয়াও নকৰে। সি কত হেপ (hope) কৰিছে, কত থিং (think) কৰিছে, চেম (shame) কৰিছে, ৰেচপেচ (respect) কৰিছে, কৰিছে তেনে কৰিছে। মই এতিয়া কও যে মোৰ বোপাইক মহাৰাণীয়ে বৰুৱা পতাদি মনচুপ সদৰামিনো পাতিব, তুমি

চাই থাকিবা ; মই আমুকী হওঁ যদি মোৰ কথা ফলিয়াবই ফলিয়াব। মোৰ বোপাইৰ হকে মই এই একাদশীতে থানত পাল নাম গোৱাম। মোৰ বোপায়ে ভনীয়েকক কি হাৰ (উপহাৰ) দিছে চাওঁ ? কোন ধাৰ ? অ' ভুৰ্ভুৰী ! অ' ভুৰ্ভুৰী ! তোৰ কলিকতীয়া ককায়েৰে তোলৈ কিবা কলিকতীয়া হাৰ পঠিয়াইছে, চাহি। কলৈ গ'লনো এইজনী ?"

গোন্ধাই।—"বাঘেখাঁতী ! তোৰ পুতেৰৰ লগতে তয়ো বলিয়া হৈছ নেকি ? বোলে সাত পুৰুষত নহ'ল গাই, কৰীয়া লৈ খীৰাবলৈ যায়। সি দুটা ইংৰাজী পঢ়ি ক-ক ম-ম কৰিলে বুলি গোন্ধাই গুৱালে তাৰ সাত পুৰুষীয়া বৃত্তি এৰি বৰুৱা হব লাগিব। সি বৰুৱা হয়, ফুকন হয়, বান্দৰ হয়, শিয়াল হয় যি হয় হৈ থাওক, তাৰ লগতে মই বুঢ়াইও নাচিবলৈ যাব লাগিল নেকি ? তই নাচিব খুজিছ নাচ। কিন্তু ৰাইজে তোৰ মুখত চূণ সানি মূৰত ঘোল ঢালিব চাবি।"

জেতুকী।—"মোৰ ল'ৰাৰ সুখ-সম্পদ দেখি ৰাইজৰ হিংসা লাগিছেই, সেইবুলি মোৰ লৰাই নপঢ়িব নেকি ? ৰাইজে হিংসা কৰিলে বুলি মোৰ ল'ৰা মনচুপ সদৰামিন নহবনেকি ? মোৰ একেটা ল'ৰা, তাক এইদৰে সকলোৱে হিংসা কৰে। উ-উ-উ।" এইবুলি জেতুকীয়ে ৰাও জুৰি কান্দিবলৈ ধৰিলে। গিৰিয়েক-ঘৈণীয়েকৰ চুপতা-চুপতি লাহে লাহে এনেদৰে বাঢ়ি গৈ শেহত গোন্ধায়ে জেতুকীক এখুন্দা দিবলৈ চেকিথোৰা বিচৰা দেখি বগীৰাম ডাকবাবু তাৰপৰা লাহেকৈ উঠি প্ৰস্থান কৰিলে।

এইখিনিতে আমি এই আখ্যানটোৰ অলপ আগৰেপৰা ধৰি তাক মুকলি কৰি দিওঁ। গোন্ধাই গুৱালৰ ঘৰ মাজুলিত। ম'হ-গৰু ৰাখি, গাখীৰৰ ব্যৱসায় কৰি সি লাহে লাহে চহকী হৈ পৰিছিল। তাৰ এটা ল'ৰা। নাম ভোকোন্দি, আৰু এজনী ছোৱালী, নাম ভুৰ্ভুৰী। ভোকোন্দিৰ বুদ্ধিটো সৰুৰেপৰা চোকা আছিল দেখি তাক গোন্ধায়ে পঢ়াশালিত পঢ়িবলৈ লগাই দিলে। জোৱাল বুধীয়া ভোকোন্দিয়ে সোনকালে পঢ়াশালিৰ শিক্ষা শেষ কৰিলে দেখি বাপেকে উৎসাহিত হৈ দহ-চাৰিৰ পৰামৰ্শমতে তাক যোৰহাটত থৈ গবৰ্ণমেণ্ট হাইস্কুলত ইংৰাজী পঢ়িবলৈ নাম লগাই দিলে। ভোকোন্দিৰ অদৃষ্ট সুপ্ৰসন্ন ; গতিকে বুদ্ধিৰ সুবতাহ তেওঁৰ

বিদ্যাৰ পালত লাগি পাজ ফুলি উঠি দোপতদোপে ফুলীয়া জীৱন-নাও আগবাঢ়ি এণ্ট্ৰেঞ্চ পৰীক্ষা পাৰ হৈ গ'ল। গৱৰ্ণমেণ্টৰ কুৰি টকীয়া বৃত্তি এটা ভোকোন্দিৰ কপালত উঠিলত বাপেক-মাকৰ আৰু উৎসাহ বাঢ়িল; সেইদেখি ভোকোন্দিক কলিকতাত "ফাৰ্ষ্ট আৰ্টছ" পঢ়িবলৈ তেওঁলোকে পঠিয়াই দিলে। ফলত ভোকোন্দিক আমি আজি মেট্ৰোপলিটান ইনষ্টিটিউচনৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত পাই তেওঁ বৰুৱা হোৱা এই ইতিহাস ঘূচিবলৈ পাইছো।

## ভোকেন্দ্ৰ বৰুৱাৰ মধ্যলীলা

### প্ৰথম অধ্যা

সমুখ ৰণত পৰি বীৰ চূড়ামণি
গোন্ধেশ্বৰ শুচি যেবে গ'ল স্বৰ্গপুৰী
অকলৈ, কোৱা হে দেবী অমৃতভাষিণী!
শোকত কৰিলে কিবা জেতুকা ঈশ্বৰী
পতিপ্ৰাণা ?

কলিকতাৰ মিৰ্জাপুৰ ষ্ট্ৰীটৰ ঘৰ এটাৰ খোটালি এটাত থকা পাঁচ মহা বেচৰ "তক্তাপোচ" এখনত পেট পেলাই পৰি ভোকোন্দায়ে (আজিকালি ভোকেন্দ্ৰ বৰুৱা) অনেক ভাবি-চিন্তি ওপৰত দিয়া কবিতা কেইফাঁকি ৰচনা কৰিছে মাথোন, এনেতে সেই মেছ নিবাসী শ্ৰীযুক্ত সোমনাথ শইকীয়া আহি তেওঁৰ পিচফালে থিয় দিলে। সোমনাথ যে পিচফালে থিয় দি আছেহি সেই বাতৰি ভোকেন্দ্ৰৰ মুৰে তেতিয়াও পোৱা নাই। ইতিমধ্যে সোমনাথৰ চকুত ভোকেন্দ্ৰ বিৰচিত কবিতা কেইফাঁকি পৰিল। সোমনাথে বুজিলে যে কাব্য-কুসুমৰ মালা গঁথাত ভোকেন্দ্ৰ কবি ইমান নিমগন হৈ আছে যে সেই মালাৰ শান্তিভংগ নকৰাকৈ তেওঁৰ ফালে ভোকেন্দ্ৰৰ মনোযোগ আৰ্কষণ কৰিবৰ আৰু আন উপায় নাই। সোমনাথে মাত লগালে—"কি হে ভোকোন্দাই!—শ্ৰীবিষ্ণু!—ভোকেন্দ্ৰ! তুমি দেখোন মাইকেল মধুসূদন দত্ত হৈ পৰিলা! চমৎকাৰ কবিতা! আশ্চৰ্য্য!"

কাব্য-ফুলনিত বহি একান্তমনে কবিতাৰ মালা গাঁথি থাকোঁতা ভোকেন্দ্ৰই হঠাৎ এই কথাষাৰ শুনি উচপ্ খাই উঠি উভতি চাই

দেখিলে যে তেওঁৰ বন্ধু সোমনাথ। অগত্যা তেওঁ বন্ধুক গুৰুত্ব আৰু কবিতাক লঘুত্ব দি হাতৰ পেন্‌সিল থৈ আগ্ৰহেৰে মাত লগালে—"অ' সোমনাথ! আহাঁ আহাঁ বহাঁ বহাঁ। কেতিয়া ইয়ালৈ আহিলা মইতো গমকে পোৱা নাছিলো।"

সোমনাথ।—"নেপাবাতো গম; তুমি কিবা বোলেনে কালিদাস ভবভূতি, শ্যেলি কীটছ লৰামতি, জাকে জাকে কবি'ৰ মাজত বহি কাব্য ফুল তুলি লৈ ফুলৰ চাকি গুথিব লাগিছা। গুথা, গুথা; আৰু লগে লগে তুমিও অমৰ কবিসকলৰ বৰ সবাহত বহি তোমাৰ কবিতাৰ সুললিত ৰাগ দি সভাসদ সকলক স্তম্ভিত কৰা। অসমৰ নাম থাকক।—মই এতিয়া আহিছো; বেছি পৰ হোৱা নাই। কিন্তু ভাই ভোকেন্দ্ৰ! তুমি যে এনে সুন্দৰকৈ অমিত্ৰাক্ষৰ ছন্দত কবিতা লেখিবপৰা হৈছা মইতো আগেয়ে জনা নাছিলো। তুমি মাইকেলৰ 'মেঘনাদ বধ'ৰ নিচিনা কিবা এখন মহাকাব্য আৰম্ভ কৰিছা দেখিছো। Bravo ভোকেন্দ্ৰ! Bravo poet ভোকেন্দ্ৰ।"

ভোকেন্দ্ৰই উত্তৰ দিলে—"অন্তৰত কবিতাৰ ভাবৰ ভুমুক থাকিলে সেই ভাব এইদৰে ওলায়েই। মাইকেল, মিল্টন কিবা চতুৰ্ভুজ আছিল নেকি? মাইকেল, মিল্টনো মানুহ, আমিও মানুহ, মাথোন opportunity লাগে, সুবিধা লাগে, আৰু ছপাবলৈ ধন লাগে। এই দুটাই ঘাই কথা। মোক এই দুটা তুমি দিয়া আৰু মেঘনাদ বধ, কুম্ভকৰ্ণ বধ, ব্ৰজাংগনা আৰু বীৰাংগনা কাব্য কেইখন লাগে মোৰ পৰা ফৰ্মাচ দি তুমি লৈ থাকা।"

সোমনাথ।—"সঁচা কথা, সঁচা কথা। তুমি অনায়াসে পাৰিবাও, কাৰণ তোমাৰ গাত কবিতাৰ spark (ফিৰিঙতি) আছে। পাৰ্থৰ নিচিনা বীৰৰ সুবিধা আৰু কৃষ্ণৰ নিচিনা সহায়ৰ ধন পালে তোমাৰ ফিৰিঙতিয়ে যে নিশ্চয় অসম খাণ্ডৱবন দাহ কৰিব পাৰে তাক মই ভালকৈ বুজিছো।"

ভোকেন্দ্ৰ।—"দেখা সোমনাথ! তুমি ভাই মোক যেনেকৈ বুজা, মোৰ ইমানবোৰ "ফ্ৰেণ্ডৰ" (বন্ধু) ভিতৰত কোনেও মোক তেনেকৈ নুবুজে, জানা। merit appreciate কৰিবলৈ merit লাগে। লোকৰ মোল বুজিবলৈ নিজৰ গাত মোল থাকিব লাগে। তোমাৰ

অন্তৰতো কবিতাৰ germ অৰ্থাৎ বীজ অৰ্থাৎ পোক আছে। অলপ cultivate কৰিলে অৰ্থাৎ চহালে তুমিও কবি হব পাৰা।"

সোমনাথ।—"Quite right, সঁচা। ৰতনেহে ৰতন চিনিব পাৰে। তোমাৰপৰা শুচৰি পৈ যে কবিতাৰ পোক মোৰ ভিতৰতো সোমাইছে, সেইটো মই অলপ অচৰপ আজি বুজিব পাৰিছো। কালি ৰাতি মোক সৰ্টাকৈয়ে এই পোকে কামুৰিছিল। নহ'লে বাহিৰত জোনাক দেখি ভিতৰৰ শোৱাপাটীত পৰি মোৰ টোপনি নাহিছিল কিয়। আৰু দুঘণ্টামান পাটীতে পৰি ভাবি ভাবি 'তোমাকহে ভাল পাওঁ সখি।—এই কবিতা ফাঁকিৰ লগত 'তোমাক নাপালে উৰি যাব প্ৰাণ পখী। এই ফাঁকি কোনোমতে মিলাইহে শেহত মোৰ টোপনি আহিছে। কিন্তু মই নচহাওঁ, বুজিছানে? কবিতাৰ germ বোৰ যদি মোৰ বীজ হয়, তেন্তে ভালেই, তাৰপৰা কঠিয়া হব। আৰু যদি পোকহে; তেন্তে সেই আটাইবোৰ পাখিলগা উঁইপৰুৱা হৈ ক'ৰবালৈ উৰি যাবৰ সম্ভৱ।"

ভোকেন্দ্ৰ। - "যাওক সেইবোৰ কথা। তুমি আহিলা ভালেই হ'ল; তোমাৰ সৈতে মোৰ এটা ডাঙৰ বিষয় আলচ কৰিব লগা হৈছে। যাকে তাকে প্ৰাইভেট্ (বিশ্বাসী) কথা কৰও নোৱাৰি; আজি পুৱা ঘৰৰপৰা এটা টেলিগ্ৰাম পালো। তাত লেখিছে মোৰ 'ফাদাৰ' (পিতাদেউ) গোদ্ধেশ্বৰ বৰুৱাই কালি দিনৰ দহ বজাত প্ৰাণত্যাগ কৰিলে। অৱশ্যে মাউৰত। আগেয়ে কোনো inklink (সংকেত) মোক কোনেও নিদি হঠাৎ মৃত্যুৰ বাতৰি দিলে। আজি দহ দিনমানৰ আগেয়ে 'ফাদাৰ'ৰপৰা এখন চিঠি পাইছিলো। তাত লেখা আছিল যে তেওঁৰ গৰু-ম'হ আটাইকেইটা চৰকাত পৰি মৰিল, আৰু তেওঁৰ ধাৰ-ঋণ লাগি অৱস্থা বেয়া হ'ল। সেইদেখি তেওঁ আৰু মোলৈ মাহে মাহে ধন পঠিয়াব নোৱাৰে। সেইবাবে মই ঘৰলৈ উভতি যাব লাগে। প্ৰথমতে মই সেই চিঠিৰ কথা Mere bosh (ফাকি) বুলি ভাবি উৰাই দিছিলো; কিন্তু তাৰ দুদিনৰ পাচত uncle-ৰপৰা (মোমাইৰপৰা) এখন চিঠি পাই বুজিলো যে 'ফাদাৰ'ৰ সেই চিঠিৰ কথা সঁচা। এতিয়া 'ফাদাৰো' চকুৱা বাতৰি হঠাৎ পালো। now মই কৰো কি? দুবাৰ cursed ফাৰ্ষ্ট আৰ্টছ পৰীক্ষা দিও "পাছ" হব নোৱাৰিলো;

হতচিৰী হোৱা পৰীক্ষকবোৰে নিজৰ বিদ্যা ফলাবলৈ গৈ টান প্ৰশ্ন দি আমাক massacre (হত্যা) কৰিলে। সেইদেখি ফাৰ্ষ্ট আৰ্টছক kick কৰি (লাঠি মাৰি) ওস্তাদ ৰাখি গান-বাজনাকে শিকিবলৈ চেষ্টা কৰিছিলো; ভাবিছিলো অসমত 'মিউজিক প্ৰফেছৰ' (সংগীতৰ অধ্যাপক) হব পাৰিলেও নাম কৰিব পাৰিম। কিন্তু সিও নহ'ল। বেটা ওস্তাদে পইচা খাই বাপৰ তা-না-না-না শিকাওঁ-তেই দিনৌ তিনি চাকিকৈ তেল পোৰে দেখি disgusted (বিৰক্ত) হৈ তাকো এৰি পেলালো। সেইসোপা অৱশ্যে তুমি জানায়ে। তাৰ পাচত ভাবিলো author (গ্ৰন্থকৰ্তা) হম। তিনিখন নাটকৰ তিনিছোৱা লেখি আমনি লাগি তাকো পুৰি পেলালো। কবিতাৰ কিতাপো এখন লেখিছিলো, খৰচৰ অভাৱত ছপাব নোৱাৰি তাকো পেলাই থৈছো। আজি father's demise news (পিতৃ-বিয়োগ বাতৰি) পাই বেজাৰ লাগি ভাবিছো, যে আজি অমিত্ৰাক্ষৰ ছন্দত এখন মহাকাব্য ৰচনা কৰোঁ। কিতাপখন ছপাবলৈ এজন publisher ঠিক কৰিব পাৰিলেই সকলো লেঠা মৰে। কলিকতাৰ এছ, কে লাহিড়ীক বুজাই ক'লে বোধকৰোঁ publish অৰ হ'বলৈ ৰাজী হ'ব; নহ'লে আমাৰ ভট্টাচাৰ্য্যকে ধৰিম বুলি ভাবিছো। যেয়ে প্ৰকাশক হওক, মই কিন্তু নিশ্চয়কৈ ক'ব পাৰো যে মই যি গঢ়েৰে কাব্যখন লেখিব খুজিছো সেই কাব্য ছপা কৰি বিক্ৰী কৰিলে টকাই চৌ-চৌৱাই থাকিব; আৰু He will be amply compensated, নিশ্চয় তেওঁৰ খৰচ ঁঠি বিস্তৰ লাভ হব। তুমি কি বোলা?"

সোম। —"নিশ্চয়, নিশ্চয়। মই তাৰ আৰম্ভণটো দেখিয়েই বুজিব পাৰিছো যে সি এখন হমৰৰ ইলিয়াদ নাইবা মাইকেলৰ মেঘনাদ হব। কিন্তু এটা কথা সোধো, তোমাৰ পিতৃদেৱতা সম্মুখ-সমৰত পৰিল বুলি যে তুমি লিখিছা, সেইটো কোন যুদ্ধত?"

ভোক।—"কিয়? মাউৰেৰে সৈতে কৰা যুঁজত। আৰু এইদৰে লেখাটো মহাকাব্যৰ দস্তুৰহে। তেনেকুৱা এটা 'গ্ৰেণ্ড' ধৰণ নহ'লে কাব্যখন effective নহয়। মহাকাব্যৰ আৰম্ভণেই তেনে। Why don't you understand this?

সোম।—(মূৰটো খজুৱাই) "বুজিলো এতিয়া। ঠিক হৈছে।"

ভোক।—' ধৰা নাই হোৱা ঠিক। আৰু আছে। ধৰা এই venture-টো (চেষ্টা) কোনো unforseen কাৰণত (অদৃষ্টক্ৰমে) successful (সিদ্ধি) নহয়; কাৰণ There is slip between the cup and the lip, তেন্তে আৰু কি কৰা যাব? মই স্পষ্টকৈ দেখিবলৈ পাইছো, যে মই অসময়ৈ উভতি যাবই লাগিব। question of money, my friend! পইচাৰ কাম, বান্ধ! তেতিয়া কি কৰিম? চাকৰি I can't accept; চাকৰি মই ল'ব নোৱাৰো, কাৰণ সি মোৰ স্বভাৱৰ বাহিৰ। What profession do you recommend? তুমি মোক কি কামত ধৰিবলৈ পৰামৰ্শ দিয়া?"

সোম।—"Author (গ্ৰন্থকৰ্তা) হোৱা।"

ভোক।—"Provided I get a publisher to publish my book; প্ৰকাশক নহ'লে গ্ৰন্থকৰ্তা হোৱা মিছা। কিতাপ ছপাবলৈ ধন লাগে। Suggest another, my friend; আৰু এটা কোৱা।"

সোম।—"খেতিবাতি কৰা।"

ভোক।—"তালৈকো Capital (মূলধন) লাগে। নিজেতো হাল বাব নোৱাৰি। কামত আৰ্য হোৱা দিন গ'ল।"

সোম।—"বাণিজ্য ব্যৱসায় কৰা।"

ভোক।—"অৱশ্যে বাণিজ্যে বসতি লক্ষ্মী; কিন্তু তালৈকো মূলধনৰ আৱশ্যক। মূলধন নহ'লে নোহোৱা ব্যৱসায়ৰ নামকে নলবা। Besides, grand scale অত অৰ্থাৎ ডাঙৰকৈ ব্যৱসায় কৰিব নোৱাৰিলে মুদীৰ দোকান কৰিবলৈ যোৱাটো degradation (অপমানৰ কথা); I can't do it, মই সেইটো কৰিব নোৱাৰো।

সোম।—"তোমাৰ দেউতাৰাৰ ব্যৱসায়?"

ভোক। "Horrible; ছিঃ, ছিঃ! তোমাৰ মুখটো গোবৰেৰে ভৰা যেন দেখিছো। ফাদাৰৰ ব্যৱসায়ৰ বহুত ঘি নাম পাইছিলো তাক মৰি-মৰ জাহ দি ঘুঁজিহে গুচাইছো; তাকে আকৌ তুমি কোৱা। এই কথাষাৰ তুমি নকৈ যদি আন কোনোবাই ক'লেহেঁতেন তেন্তে তাক মই সমুচিত প্ৰতিফল দিলোহেঁতেন। I would not have excused him, মই তাক কেতিয়াও ক্ষমা নকৰো। But you are my best friend. So, I excuse you; তুমি মোৰ বন্ধু, সেই দেখিহে ক্ষমা কৰিলো। তুমি জানানে? সঁচাকৈ কব লাগিলে

আমাৰ গৰু-ম'হবোৰ মৰি গ'লত মই পেটে পেটে ৰং পাইছো। আপদ গ'ল, গলগ্ৰহ গ'ল ; A milestone has been removed from my neck."

সোম। – "তেন্তে এটা noble profession—ভাল ব্যৱসায় আছে, কৰিবানে ? কৰিব পাৰিলে যশ, সুখ আৰু ধন এই তিনিওটা লাভ হব।"

এই কথা শুনি আগ্ৰহেৰে ভোকোন্দাই সোমনাথৰ কাষ চাপি আহিল। আহি সুধিলে, "কি ভাই সেইটো কি কোৱাচোন ? ঠিক তেনে এটা profession-অকে ( ব্যৱসায়কে ) মই বিচাৰি ফুৰিছো। কোৱা ভাই, কোৱা ?" ভোকোন্দাইৰ আগ্ৰহ দেখি সোমনাথে গহীন কৈ মাত লগালে, "Spy ৰ profession ; চোৰাংচোৱাৰ ব্যৱসায়। এই ব্যৱসায় বৰ লাভৰ ব্যৱসায়। ধৰিবলৈ গলে ই বৰ noble profession, এই ব্যৱসায়ত থাকিলে কোনে কি কৰিছে, কোনে কি মেলিছে, ইত্যাদি দুনীয়াৰ কত খবৰ জানিব পাৰি ; জানি মনত কি ভূমানন্দ লাভ কৰিব পাৰি আৰু লোককো সেই গোপনীয় কথাৰ ভাণ্ডৰপৰা অমৃত বিতৰণ কৰি আনন্দ দিব পাৰি। যি সেই কাম কৰিছে সেইহে বুজিব পাৰে। তাৰ বাহিৰে তাৰ দ্বাৰাই দেশৰ মহৎ উপকাৰ হয় ; কাৰণ চৰিয়াই দেশৰ চকু, ৰজাৰ চকু, প্ৰজাৰ চকু, 'চাৰঃ চক্ষু মহীৰ্ভৰ্ত্তু যস্যনাস্ত্যন্ধএবচঃ' আৰু এই কথা মই তোমাক কওঁ, আজিকালি spyৰ (চৰিয়াৰ) বৰ demand (প্ৰয়োজন)। তুমি হওঁ বুলিলে এতিয়াই কিজানি কটোৱালহঁতে তোমাক জপিয়াই চুমা খাই কোলাত তুলি লৈ যাব। তুমি দেখুৱাই শুনুৱাই চোৰাংচোৱাৰ বিষয়খন খাবলৈ যদি অলপ লাজ কৰা তেন্তে গুপুতে তেওঁলোকক সকলো খবৰা-খবৰ যোগাই থাকিব পাৰিলেও মুঠিয়ে মুঠিয়ে টকা তোমাৰ হাতলৈ আহিব। সদায় নানা সঁচা খবৰ নেপালেও অলপ বুদ্ধি খেলাই সঁচাই মিছাই একেঠাই কৰি ৰান্ধি-বাঢ়ি দি থাকিব পাৰিলেও চলি যাব। ইত্যাদি কাৰণতহে কৈছো যে চৰিয়াৰ ব্যৱসায় বৰ লাভৰ ব্যৱসায়—আৰু ওখও।"

ভোক।—"ছিঃ! মই spy হব নোৱাৰো দেও হে। চোৰাং-চোৱাক মই বৰ ঘিণ কৰো। I hate that brood of spies।

ভাল মানুহৰ ল'ৰাই চুৰকৈ লোকৰ কল-তলে, বাহঁ-তলে ফুৰি, কোনো কি কৰিছে, কোনে কি মেলিছে, সেইবোৰ ঘিণ লগা কথা চাই ফুৰা ব্যৱসায়ক যে তুমি কি বুলি noble profession (শুদ্ধ ব্যৱসায়) বুলিছা মই কব নোৱাৰো। প্ৰাণ গলেও মই সেই কাম কৰিব নোৱাৰো; তেহেলৈ যিমানেই ধন-সোণ থাকক। একোকে কৰিবলৈ নাপালে মই বৰং কবিতা লেখি উখুৱা আহু চাউলৰ ভাত এগাল আধাপেটীয়াকৈ খাই প্ৰাণ ধাৰণ কৰিম; সিয়ো ভাল, তথাপি কাকতুল্য চোৰাংচোৱা dirty spy হব নোৱাৰো।"

এইবুলি কঠুৱাকৈ ভোকোন্দায়ে এই উত্তৰ দি মৌনাৱলম্বন কৰিলত, সোমনাথে "আহো হে এতিয়া, ভাত খাবৰ হ'ল" বুলি কৈ তাৰপৰা গুচি গ'ল।

## দ্বিতীয় আধ্যা

বলী দুৰৱস্থাই নিশকতীয়া ভোকোন্দাইক কলিকতাৰপৰা হেচুকি নি অসমত পেলাই দিলেগৈ; সেইদেখি আজি আমি তেওঁক মাজুলীৰ ঘৰত দেখিবলৈ পাইছো। মাক জেতুকীয়ে অনেক দিনৰ মূৰত পুত্ৰৰত্নক লাভ কৰি আঁচলৰ গাঁঠিত বান্ধি থব খোজোতেই ভোকোন্দায়ে হাতেৰে ঠাৰ দি, মাকৰ সেই পুৰণি অংকীয়া ভাওনা বন্ধ কৰি দি থিয়েটাৰৰ সেই বীৰৰ গঢ়েৰে গম্ভীৰভাৱে মাকক স্বাগত প্ৰশ্নাদি কৰিবলৈ ধৰিলে। পুতেকৰ সংস্কৃত ভাব-গতি দেখি জেতুকীয়ে নিজৰ মনত সদায় ডাঠকৈ পুহি থকা ভাবটো আৰু ডাঠ হৈ উঠিল, সেইদেখি ক্ষন্তেকৰ নিমিত্তে তেওঁ স্বামীৰ শোক পৰিহাৰ কৰি উৎসাহেৰে মাত লগালে, "মোৰ বোপাই, তই কলিকতাত পঢ়ি-শুনি হাকিম হৈ আহিবি সেইটো মই আগৰে-পৰা জানিছিলো; সেইদেখি এই দুখতো মোৰ ৰং। তইহে, কলিকতাত থাকি যে মুনচুপ সদৰামিন হৈছ সেই কথাৰ একে-ষাৰতে আমালৈ চিঠিও নেলেখ। তোৰ এনেহে আশয়? তইনো মোক ভাবিব লাগিছে কেলেই মোৰ বোপাই? তই একেবাৰেই হাকিম হৈ আহি আমাৰ দেশত ওলাই বাৰে শত্ৰুৰ মুখত ছাই সানিবি বুলি মই আগৰেপৰা জানি আছিলো। তোৰ বাপেৰ হোজা মানুহ আছিল, সেইদেখি সেইটো তেওঁ বুজিব নোৱাৰিছিল।

আৰু সেই কথা মই উলিয়ালেই সদায় তেওঁ মোৰে সৈতে দন্দ পাতিছিল। বপুৰা গ'ল, মৰি সুখ-সম্পদ দেখিবলৈ নাপালে! এতিয়া গোসায়ে তোৰ ভাল কৰক, মোক আন একো নালাগে মোৰ বোপাই!" এইবুলি জেতুকীয়ে চকুৰ পানী টুকিবলৈ ধৰিলে।

ভোক।—"Now, now mother, what is this ? Pray don't ! don't ! তোমালোক তিৰুতা মানুহ বৰ sentimental, কথাই কথাই তোমালোকৰ চকুৰ পানী ওলায়। তোমাক কোনে ক'লে যে মই হাকিম হৈ আহিছো। সেইটো মিছা কথা। Nothing of the sort. You are very simple ; তুমি বৰ হোজা বুজিছানে ?"

জেতুকী।—"মোক কোনে কব লাগিছে, মই নিজেই বুজিছো। মোকনো তই ভাবিব লাগিছে কেলৈ মোৰ বোপাই! মই কিবা তোৰ সুখ-সন্তোষ দেখিলে বেয়া পাওঁনে ? মোক তই একো দিব নালাগে মোৰ বোপাই, তই মুনচুপ সদৰামিন বৰ মানুহ হৈ ভালে-কুশলে থাকিলেই মোৰ সকলো হ'ল।"

ভোক।—"বাৰু সেইবোৰ কথা এতিয়া থোৱা, পিচত হব। ভ্ৰমৰিণী ক'লৈ গ'ল ? তাইক দেখা নাই দেখোন ?"

জেতুকী।—"কোন বোপাই ? কোন কলৈ গ'ল ? ভমলিনী কোন ? অ' বুজিছো ভনীয়েৰ ভুৰ্ভুৰী। তই দিয়া নামটোৰে মাতিছ ? তাই বাট চাই আছিল, কিন্তু তই কেতিয়া পাবিহি তাৰ ভু নেপাই টোপনিয়ে ধৰিলত শুই থাকিল। তুলি আনো গৈ চাওঁ।"

ভোক।—"নালাগে নালাগে, এতিয়া তাইক তুলিব। যাওক, শোৱক, কাইলৈ পুৱা দেখা হব। বাৰু আই কোৱাচোন, পিতায়ে কিমান ধাৰ লগাই থৈ গ'ল ?"

জেতুকী।—"গৰু-ম'হকেইটা চবকা লাগি মৰিলত, তোলৈ ধন পঠিয়াবলৈ পিতাৰে ধাৰ কৰিছিল। তিনি কুৰি ৰূপৰ ধাৰ লাগিল। তই চিন্তা নকৰিবি, তিনিকুৰি ৰূপনো কি ? তই হাকিম হৈ আহিছ যেতিয়া মই একে মাহতে সোপাকে শুজি পেলাম।"

ভোক।—"বাৰু, বাৰু সেইটো এৰা। খাবলৈ কি আছে আনা ; I am Hungry, মোৰ ভোক লাগিছে—"

এই কথা শুনি জেতুকীয়ে লৰালৰিকৈ পুতেকলৈ ভাত বাঢ়ি আনিবলৈ ভিতৰলৈ গ'ল।

## তৃতীয় অধ্যায়

ইয়াৰ এমাহমানৰ পিছতে সংসাৰ-শিলৰ ৰৰঘাঁতখন কোনো-বাই ভোকোন্দাইৰ পিঠিত তুলি দি ঘূৰাবলৈ ধৰিলে; আৰু তাৰ হেচাত তেওঁৰ ভৱিষ্যত আশা-ভৰসাবোৰ তল খাই গ'ল। ভোকো-ন্দায়ে কলিকতাৰপৰা উভতি আহি স্কুল কেছাৰিত ২০/২৫ টকীয়া চাকৰি কৰাটোও অপমানৰ কথা বুলি ভাবিছিল; অথচ এফ,এ ফেল তেওঁক তাতকৈ কোনেও সৰহ দৰমহাও নাযাচে। তেওঁৰ গাত গুণ থাকিলেও সেই গুণ দেখিবলৈ লোকৰ মূৰত চকু নাই। ভোকো-ন্দাইৰ হাতত এনে ৰূপকণো নাই যে তেওঁৰ সংসাৰ যাত্ৰা নিৰ্বিবাদে চলে। গৰু-ম'হবোৰ বাপেক গোজেশ্বৰে ইয়াৰ আগেয়ে লগত লৈ সিপুৰীলৈ গ'ল আৰু বাপেকৰ অন্তৰ্ধান ভোকোন্দাইৰ অননুমোদিত হ'লেও গৰু-মহবোৰৰ অন্তৰ্ধানটো যে অনুমোদিত হৈছিল সেইটো আমি ভালকৈ জানো। ইফালে কলিকতাত থাকি তেওঁৰ খোৱা পিন্ধা আদি কাৰ্যবোৰ ওপৰলৈ বগাই গৈ ইমান টিংখোপত উঠিছিল যে তাৰপৰা সিহঁতে তললৈ চালেই সিহঁতক মূৰ ঘূৰণি ৰোগে ধৰিছিল। নাদ পুখুৰীৰ পানীয়ে এতিয়া ভোকোন্দাইৰ কাম নচলে, "ফিল্টৰ ওৱাটাৰ", অৰ্থাৎ চেকা পানী লাগে। গধূলি "হুইস্কি" "চডা" নহ'লে বগা পানীয়ে তেওঁৰ পিয়াহ গুচাব নোৱাৰে। জলপানৰ সময়ত বিস্কুট পাওৰুটি নেদেখি পিঠাগুৰি কোমল চাউল দেখিলে তেওঁৰ গাত জ্বৰ উঠে। এইবোৰ আহুকালৰ উপৰিও তেওঁৰ বাপেকে লগাই থৈ যোৱা ধাৰ সধা মানুহৰ তাপত তেওঁৰ প্ৰাণবায়ু ওষ্ঠাগত।

দুখৰ বেমেজালিয়ে ভোকেন্দ্ৰ বৰকৈ বেৰি ধৰি থাকোতেই সুখৰ জিলিঙনি এটি আহি এদিন তাৰ মাজতে তেওঁৰ গাত পৰিল। সঁচাকৈ ক'বলৈ গ'লে সেইটোক জিলিঙনি নুবুলি একপ্ৰকাৰ বিজুলী সোঁতৰ খুন্দাহে বুলিব লাগে। কাৰণ খবৰটো শুনা মাত্ৰকতে তেওঁৰ গোটেইটো গা আনন্দত পুলকিত হৈ হাত ভৰিবোৰ ঠক্ ঠক্ কৰে কঁপিবলৈ ধৰিলে। এন্ধাৰ খোটালি এটাত ভালেমান দিন বন্দী হৈ থকা বন্দী এটাই যদি দেখে যে কোনোবাই হাতত চাবি লৈ বন্দীশালৰ দুৱাৰখন মেলি দি তাক মোকোলাই নৈ যাবলৈ

*আহিছে, তেতিয়া সেই বন্দীৰ যেনে আনন্দ হয় ভোকেন্দ্ৰ বৰুৱাৰো* তেনে আনন্দই হ'ল।

খবৰটো এই যে শগুণবাহী মৌজাৰ মৌজাদাৰ শ্ৰীযুত নোমল চন্দ্ৰ বৰুৱাই তেওঁৰ জীয়েক চম্পেশ্বৰীক কলিকতাত লেখা-পঢ়া শিকি অহা শ্ৰীমান ভোকেন্দ্ৰ বৰুৱালৈ বিয়া দিবৰ প্ৰস্তাৱ কৰি দূত পঠিয়াইছে। মৌজাদাৰ চহকী, চম্পেশ্বৰী বগী। নোমল চন্দ্ৰ শিৰফুটা বৰুৱাৰ ঘৰৰ। চম্পেশ্বৰী নিম্ন প্ৰাইমেৰি পৰীক্ষাত উঠা বৰুৱাৰ ঘৰৰ জীয়ৰী। ভোকোন্দাইৰ একে দোপতে লক্ষ্মী সৰস্বতী দই লাভ ; আৰু তাৰ উপৰিও লাভ—আচল বৰুৱাৰ ঘৰৰ সৈতে কুটুম্বিতা। সেই দেখি ভোকেন্দ্ৰ বৰুৱাৰ আজি আনন্দৰ দিন।

ভোকোন্দায়ে কলিকতাত থাকোতে শুনিছিল, যে বিশ্ববিদ্যালয়ৰ পৰীক্ষা "পাছ" কৰা দৰা বেছি দামত বিক্ৰী হয়। "তিনিখানা পাছৰ" বেচ "একখানা পাছ"তকৈ সৰহ। ভোকোন্দায়ে অন্ততঃ "একখানা পাছ" কৰিছেতো। তেনেহলে তেওঁৰ দৰ নচৰিবৰ কাৰণ নাই। বিশেষকৈ আসামত "একখানা পাছেই" কলিকতাত "তিনিখানাৰ" সমান ; কাৰণ এইটোও চাব লাগে যে অসমত দুটা তিনিটা পৰীক্ষাত উঠাই বা কেইটা দৰা পোৱা যায়? আৰু শাস্ত্ৰত বিচাৰি চালেও পোৱা যায় যে, জাম্বৱন্তই কৃষ্ণক জোঁৱাই পাই জাম্বৱতীৰ লগত স্যমন্তক মণি যৌতুক দিছিল। নোমল চন্দ্ৰয়ে বা ভোকেন্দ্ৰ চন্দ্ৰৰ নিচিনা জোঁৱাই পাই চম্পেশ্বৰীৰ লগত নগদ পঞ্চাশত ৰৌপ্যমুদ্ৰা যৌতুক নিদিবৰ বিপক্ষে কাৰণ কি আছে? সেইদেখি দূতৰ মুখে ভোকেন্দ্ৰই নোমল মৌজাদাৰলৈ সমিধান দি পঠিয়ালে যে বিয়াৰ "খৰচ খৰ্চ্চাৰ" উপৰি ৫০০ নগদ ৰূপ তেওঁক যৌতুক দিলেহে তেওঁ নোমল নন্দিনীৰ পাণি গ্ৰহণ কৰিব। কন্যাদায়গ্ৰস্ত নোমল! পুতৌ! যিদিনাই তুমি কন্যাৰত্ন লাভ কৰিলা সেইদিনাই তোমাৰ স্বাধীনতাৰত্ন হেৰুৱালা। সেই দেখি তুমি ভোকেন্দ্ৰ বৰুৱাৰ উৎপাত সহ্য কৰিবলৈ বাধ্য। এতেকে সহ্য কৰা।

চম্পাৰ ঈশ্বৰী প্ৰিয়ে চম্পক বৰণি!
অমৃত ভাষিণী বামা কুৰঙ্গনয়ণি!

বিৰসবদনী কিয় ? কৰা অভিমান ?
প্ৰেম কুলি ! কিয় নাই গোৱা প্ৰেম গান ?
বসন্ত বতাহ বলে, আমে মলিয়ায় ।
জগৎ প্ৰেমেৰে ভৰি হয় প্ৰেমময়
এনে সুখ সময়ত ওফোন্দাই মুখ
কিয় দিছা চম্পেশ্বৰী ভোকেন্দ্ৰক দুখ ?
কিবা দোষে দোষী ভোক, কলা পদে তোৰ ?
অধৰে অধৰি দূৰ কৰা তাপ মোৰ ।

## চতুৰ্থ আধ্যা

বিয়াৰ পিচতে ভোকেন্দ্ৰৰ গাঁৱলীয়া জীৱনৰ আধ্যাৰ অন্ত পৰিল । তেওঁ মাজুলি এৰি তেওঁৰ ঘৰ যোৰহাটলৈ তুলি আনিলে । বিয়াৰ তিনিমাহ যাওঁতে-নাযাওঁতেই খৰচীয়া ভোকেন্দ্ৰৰ হাত উদং হ'ল, আৰু অৰ্থচিন্তাৰ খোজত বৰকৈ উৰা ধূলিয়ে দুপৰৰ নিচিনা তেওঁৰ পোহৰ মনক গধূলি কৰি পেলালে ; শহুৰৰপৰা পোৱা ৫০০ টকা তেওঁৰ কলিকতীয়া আচাৰ-ব্যৱহাৰৰ ভোমোলা বিন্ধাই দি সোনকালে সৰকি পৰিল । গতিকে কেনেকৈ জীৱন-যাত্ৰা নিৰ্বাহিত হয় এই মহাচিন্তাই ভোকেন্দ্ৰক খুলি খুলি খাবলৈ ধৰিলে । মাক জেতুকীয়ে নিজৰ ডিঙিৰ মণি, কাণৰ কেৰু পৰ্য্যন্ত সোঁতা দি 'হাকিম পুতেকৰ' সংসাৰৰ ব্যয় কিছুদিন নিৰ্বাহ কৰিছিল । কিন্তু তাৰো চাপত এতিয়া ভোকেন্দ্ৰৰ ভৰি পৰিলহি । পোহাৰী, মুদী, কেঁয়া, গোৱাল আদিৰপৰা উঠনাকৈ বস্তু খোৱাৰ বেচ আৰু ধোবা, নাপিতৰ দৰমহা দিব নোৱাৰাত সিহঁতৰ খেচ্‌খেচ্‌নিত ভোকেন্দ্ৰই তমোময় দেখিলে । শেহত তেওঁৰ ওপৰত কেছাৰীত কৰা গোচৰ খোপাখোপ হৈ তেওঁৰ গাত ওলমিবলৈ ধৰিলে ।

এনে নিৰুপায় অৱস্থাত এদিন ভোকেন্দ্ৰৰ মনত পৰিল সোম-নাথৰ কথা । Spy অৰ্থাৎ চোৰাংচোৱা হোৱাটো বৰ লাভৰ কাম । চৰিয়াৰ টকা-কড়িৰ দুখ গুচে । ভোকেন্দ্ৰই বিমৰিষ কৰি পালে —সোমনাথেটো কৈছিল চৰিয়াৰ ব্যৱসায় Noble profession, অৰ্থাৎ ওখ আৰু সন্মানৰ কাম—মইহে বেয়া বুলি ভাবিছিলোঁ ।

কোনে জানে কিজানি সোমনাথেই Right আৰু ময়েই Wrong? তাৰ বাহিৰে, ভাল-বেয়া বিচাৰিবলৈ যাওঁতে যে পেট নপ্ৰবৰ্তাত পৰিলহি।—নহয় আজিৰপৰা ঠিক কৰিলোঁ, মই নিশ্চয়কৈ Spy ৰ ব্যৱসায় কৰিম; চোৰাংচোৱা হম, হৈ দেশৰ আৰু নিজৰ উপকাৰ কৰিম।

## পঞ্চম অধ্যায়।

সচাঁকৈয়ে চোৰাংচোৱাৰ ব্যৱসায় বেগেৰে চলাই ভোকেন্দ্ৰৰ ধনৰ দুখ গুচিল আৰু ধাৰ মৰিল। সেই অভিনৱ এন্দ্ৰাৰ ব্যৱসায়ত যিমান বগা ৰূপৰ পোহৰ পৰিবলৈ ধৰিলে তেওঁৰ মন সিমান প্ৰফুল্লিত হ'বলৈ ধৰিলে। অদম্য উৎসাহেৰে ভোকেন্দ্ৰ বৰুৱাই লোকৰ কল-তল, বাঁহ-তল, ঢেকিশাল, পিৰালি-চুক আদিত গুপ্তভাৱে ফুৰি গৱেষণা আৰু অনুসন্ধান কৰি তাৰ বৃত্তান্ত যোগাবলগীয়া ঠাইত যোগাব ধৰিলে। ভোকেন্দ্ৰৰ ভয়ত অসমৰ মানুহ, ঘাইকৈ যোৰহাটৰ মানুহ ত্ৰস্ত হৈ পৰিল।

কৃতজ্ঞতা ভোকেন্দ্ৰৰ চিৰকলীয়া স্বভাৱ। তেওঁৰ সুখৰ কালতো বন্ধুবৰ সোমনাথলৈ তেওঁ পাহৰা নাছিল। সিদিনা ভোকেন্দ্ৰই সোমনাথলৈ লিখা চিঠি এখনৰ নকল তলত দিলোঁ।

"ভাই সোমনাথ,

এতিয়া ভালকৈ বুজিলোঁ যে তুমি Right, মই Wrong। মাজতে মোৰ বৰ দুখ গ'ল। কিন্তু তোমাৰ বুধিমতে এতিয়া চলি মই সুখে স্বচ্ছন্দে আছোঁ। এতিয়া মই নিজৰ আৰু দেশৰ দুইটা উপকাৰ কৰিবপৰা হৈছোঁ। মই অগুণকাৰী নহওঁ। তোমাৰ শলাগ লৈ তোমালৈ এই কুৰি টকাৰ নোট এখন এই ৰেজিস্টাৰি চিঠিৰ ভিতৰতে পঠিয়ালোঁ, গ্ৰহণ কৰি তোমাৰ পুৰণি বন্ধুক সুখী কৰিবা।" সাতদিনৰ পিচত সোমনাথৰপৰা ভোকেন্দ্ৰই এই উত্তৰ পালে:

"ভাই ভোকেন্দ্ৰ,

তোমাৰ চিঠি পাই সন্তোষ পালোঁ। তুমি পঠিওৱা ২০ টকাৰ নোটখন এই চিঠিৰ লগতে ওভোতাই পঠিয়ালোঁ; কাৰণ, শাক-

তাতে এক ৰকমকৈ খাই থাকি টোক্-টোক্ টাক্-টাক্কৈ চলিবলৈ ঈশ্বৰে মোক অলপ সামৰ্থ্য দিছে; সেইদেখি তোমাৰ Noble professionৰ দ্বাৰাই উপাৰ্জিত টকাৰ ভাগ মোক নালাগে। তুমি সুখে থাকিলেই মোৰ সন্তোষ। তুমি সেই ব্যৱসায়তে নিজৰ আৰু দেশৰ উপকাৰ কৰি গৈ থাকা, নৰ'বা।

উত্তৰটো পায়ে ভোকোন্দায়ে ঘৈণীয়েকক মাতি আনি চিঠিখন পঢ়িবলৈ দি ক'লে, "দেখিছ চম্পু—সোমনাথৰ বিবেচনাটো দেখিছ? মোক সি insult কৰিলে, অপমান কৰিলে। মই চোৰাংচোৱা হওঁ যদি তাক ইয়াৰ পোতক দিম।"

## ভোকেন্দ্ৰ বৰুৱাৰ অন্তৰ্লীলা

### প্ৰথম অধ্যায়

চোৰাংচোৱা ব্যৱসায়ত পইচা নাইকিয়া হ'ল। আমাৰ ভোকেন্দ্ৰ বৰুৱা চোৰাংচোৱাই ন-খবৰ বান্ধি-বাঢ়ি দিওঁতে দিওঁতে তাত লোণ আৰু মছলা ইমান সৰহ হ'লগৈ যে তেওঁৰ সেইবোৰ গ্ৰাহকসকলৰ মুখ দেদেৰাই যাবলৈ ধৰিলে। সেইদেখি গ্ৰাহক-সকলৰ ভিতৰত চোৰাংচোৱা ভোকেন্দ্ৰ বৰুৱাৰ খাটিৰ গ'ল, আৰু তেওঁৰ খৰিকাত দিয়া, ভজা, টেঙা আৰু জালুকীয়া খবৰবোৰে সৈতে তেওঁ পাততে পৰি থাকি বাহী হৈ গোন্ধাবলৈ ধৰিলে।

ভোকেন্দ্ৰ নিৰুপায়। ভাৰতবৰ্ষত দেখা যায় যে, কোনো ল'ৰাই পঢ়া-শুনা কৰিব নোৱাৰিলে বাপেক-মাকে তাক ব্যৱসায়-বাণিজ্য কৰিবলৈ দিয়ে; কোনো ডেকাই চৰ্কাৰৰ ঘৰত চাকৰি নাপালে বা তেওঁ চাকৰিৰপৰা বৰ্খাস্ত হলে আৰু কোনো বুঢ়া-অকামিলা হলে পেট্ৰিয়ট বা দেশহিতৈষী হয়। এতিয়া সেইদেখি বহুত ভাবি-চিন্তি ভোকেন্দ্ৰই পেট্ৰিয়ত হবলৈকে থিৰাং কৰিলে। আমি আগেয়ে জানিছিলো ভোকেন্দ্ৰ অকল মহ গুৱালৰ বংশাৱতংশ, এতিয়া শুনিলো তেওঁ মৰাণকুলৰো কুলপ্ৰদীপ। সেইদেখি তেওঁ শদিয়ালৈ গৈ স্বজাতিৰ কুশলৰ অৰ্থে "মৰাণসভা" সংস্থাপন কৰি হুলস্থূলমকৰোৎ। তেওঁৰ লগত খুদমন কলিতা নামৰ চাপ্ৰাচী এটা, আৰু চাপ্ৰাচীৰ কঁকালত "মৰাণসভা" লেখা পিতলৰ

চাপ্‌ৰাচ এখন! শদিয়াত পঁচা, বক্তৃতা, বৰঙণি আৰু দৰ্খাস্তৰ ধুম-ব্যাপাৰ লাগি পৰিল। মৰাণসকলৰ ঘৰমূৰী সিকিটো-আধলিটোৰ-পৰা টকা-পাঁচ মহালৈকে তেওঁ বৰঙণি পেলালে। গাঁৱৰ ৰাজহুৱা নামঘৰত তেওঁ বক্তৃতা কৰি পুৰুষক উন্মাদ কৰি তিৰোতাক বলিয়া কৰিলে। মুঠতে শদিয়াৰ নৰ-নাৰী, এৰিলন্ত ঘৰ-বাৰী লৈ আমাৰ বৰুৱাৰ নাম হ'ল। নাৰীসকলে দেশ-উদ্ধাৰক বৰুৱা আহিছে বুলি শুনি উৰুক-মুৰুক কৰি, কেৰুমণি উভিত কৰিয়া পিন্ধি লৰি আহোতে কোনোজনীয়ে একাণতহে খুৰিয়া আৰু এহাততহে খাৰু পিন্ধিলে। কোনোজনীৰ লৰৰ বেগত গাৰ ৰিহা আৰু মুৰৰ খোপা সুলকি পৰিল আৰু খোপাৰ মালতী ফুলপাহ বাটতে পৰি ৰ'ল। এজনীয়ে লৰি যাওঁতে লগৰীয়ানীহঁতক মাতিলে "আহা আই বাই সবে পদূলিক যাওঁ। ভোকেন্দি বৰুৱা আহে নেত্ৰ মেলি চাওঁ"। এইদৰে মতা শুনি—এজনীয়ে ল'ৰাক পিয়াহ দিছিল, পিয়াহ দিয়া ল'ৰাক তাতে তাই এৰি লৰ ধৰিলে; এজনীয়ে গিৰিয়েকৰ পকা চুলি উঘালিছিল, তাক তাতে তাই এৰি উৰ্দ্ধশ্বাসে লৰি চাপলি মেলিলে; এজনীয়ে জালি তাঁত বৈছিল, বোৱা তাঁত তাই তাতে এৰি লৰ দিলে; এজনীয়ে গিৰিয়েকলৈ বাটিত কানি মলিছিল আধামলাকৈ কানি বাটি এৰি তৰা-নৰা চিঙি লৰিল; এজনীয়ে ভাত ৰান্ধিবলৈ গা ধুইছিল, তিতা গাৰেই মহা-মহিমাৰ্ণব শ্ৰীযুত ভোকেন্দ্ৰ বৰুৱা ভাওৰীয়াক চাবলৈ চোঁচা ল'লে। তিৰোতাবিলাকৰ যেনে বিলাই হৈছিল, পুৰুষবিলাকৰো তদ্দশ। আমি দেখিছিলোঁ, এটাই তাৰ মাহেকীয়া অশৌচৰ অন্তত ডাড়ি খুৰাইছিল, নাপিতে এখন গালৰ ডাড়ি খুৰুৱা শেষ কৰি আনখন গালত খুৰ লগাব খোজোঁতেই, সি উঠি লৰ মাৰিলে। এটা ওঁৰ্ফীয়াই ভৰে পিঠাগুৰিয়ে জুলীয়াকৈ সানি পি খাই থাকোঁতেই আমাৰ বৰুৱাদেউ অহা বাতৰি শুনি মুখ ধুবলৈ নোচোৱাকৈয়ে লৰ দিলে। এটা খোৰাই এঠেঙেৰেই খোৰাই খোৰাই চেংকুৰুচ চেংকুৰুচকৈ গৈ বেগত উজুটি খাই পৰি আগদাঁত দুটা ভাঙিলে। এটা কণাই বাট বিচাৰি নাপাই খপিয়াই-জপিয়াই অন্তত তাৰ শোৱাচাঙৰ তলত সোমালগৈ। এটা বেঙাই উধাতু খাই গৈ আজিৰ কাষৰ

খাৰৈত পৰি নগুৰনাগতি হ'ল ; আৰু আমাৰ চিনাকি লোকাই সাধনীয়ে বাট পোনাই যাওঁতে লৰৰ বেগত ৰব নোৱাৰি কাতীয়া মণ্ডলৰ গোহালি-ঘৰৰ মুখত দ'ম হৈ পৰি থকা গোবৰত ভৰি সোমাই দি তাতে কঁকাললৈকে পোত গৈ লাগি ৰ'ল। ইত্যাদি প্ৰকাৰে মানুহৰ যি দুৰ্গতি হৈছিল, সেইবোৰ কিমান বৰ্ণনা কৰিবা, কিমান কৰা !

বক্তৃতাৰ অন্তত ভোকেন্দ্ৰ বৰুৱাদেৱে যেতিয়া গাঁৱৰ মানুহৰ দুখ-দুৰ্গতি গুচাই দিবলৈ গাত লৈ পঁচা-বৰণিৰ প্ৰস্তাৱ কৰি ঠগী পাতিলে তেতিয়া প্ৰজাসকলৰ মাজত থৌকি বাথৌ লাগি পৰিল। কোনোৱে টকাটো, কোনোৱে সিকিটো, কোনোৱে আদমহীয়াটো, কোনোৱে চৰতীয়াটো, যাৰ যি আছিল মোনা উবুৰিয়াই দি চাৰি-ফালৰপৰা ঠগীত পেলাবলৈ ধৰিলে। ভণ্ডুৰা ভদী মাউতৰ হাতত ভাওৰ চিলিমটোহে আছিল, সি স্বদেশৰ কুশলৰ অৰ্থে অনতিবিলম্বে চিলিমটোকে ঠগীত পেলালে। মঘুৰাৰ কঁকালত ৰঙা সূতাৰ কটি সূত্ৰ এডাল আছিল, দেখাক দেখি উচাহত সিও সেইডালকে সোলোকাই আগবাঢ়ি গৈ শৰাইত থৈ বুকু ফিন্দাই থিয় দিলে। তিলাইৰ হাতত টঙাল তুলুৰা নেলীয়া কটাৰী এখন আছিল, ঘিমৰুৰ হাতত চচা বেত-সূত এডাল অ'ছিল। কলাইৰ হাতত মুখতখোৱা চাধাধপাত একণ আছিল, ৰঙাইৰ খোচৰাত শিজিখা এটা আছিল, নদাইৰ হাতত জাল গুথিবলৈ লোৱা সূতলাহি এটা আছিল, সেইবোৰকে সিহঁতে তৎমৎ এৰি দেশৰ হকে ঠগীত পেলালে। তিৰোতাবোৰবো যাৰ হাতত যি আছিল, দেশৰ অৰ্থে দান কৰিবলৈ কোনেও পিচ-ভৰি নকৰিলে ; যথা, এধা পইচা ডবল পইচাৰপৰা আৰম্ভ কৰি কাণৰ কৰীয়ালৈকে সকলোবোৰ গাঁৱলীয়া সুন্দৰীহঁতে দিলে। মূৰত এপাচি চুলিৰে জাপৰী সাজতোলানীক কোনে নিচিনে? সাজতো-লানীৰ মূৰৰ চুলি যিমান ওকণিও সিমান। জহ যায় জাৰ আহে, দিন যায় ৰাতি পুৱায়, তথাপি সাজতোলানীৰ মূৰৰপৰা হাত নামায়। বৰুৱাদেউৰ মাৰণ কাটন উচাটন বলীকৰণ 'বক্তিতা' শুনি তাইৰ গাতো দেওধনি উঠিল। ঠিক এনে সময়তে তাই মূৰ খেপিয়াই বিড়া ওকণি এটা ধৰিছিল। বাইজে হাত উবু-

ৰিয়াই নিজৰ দেশৰ অৰ্থে দান কৰা দেখি আগপিচ নুগুণি তাই ৰাইজৰ লগতে আগবাঢ়ি গৈ সেই বিড়া ওকণিটোকে লাহেকৈ ঠগীত পেলালে। আমাৰ বক্তা বৰুৱা ডাঙৰীয়াই এই কাৰ্য দূৰৰপৰা দেখি আছিল। কিন্তু সাজতোলানীয়ে কি দিছে মণিব নোৱাৰি ভাবিলে তাই আঙুলিৰপৰা আঙঠি টো সোলোকাই ঠগীত পেলালে। তৎক্ষণাত তেওঁ স্বদেশ-প্ৰেমত আকুল হৈ উচ্চস্বৰে মাত লগালে—"ৰাইজসকল। দেখক। এই নিঃকিন দেশহিতৈষী মহিলাই নিজৰ জন্মভূমিৰ হকে, নিজৰ মানুহৰ উপকাৰৰ অৰ্থে হাতৰ আঙঠিটি পৰ্যন্ত অকাতৰে দান কৰিলে। অহো। এই মহৎ আদৰ্শ অনুকৰণ কৰা আৰু এই ওখ আহি মতে চলা সকলোৰে কৰ্তব্য। এই কাৰ্য দেখি আজি মোৰ প্ৰাণ আনন্দ-সাগৰত নিমগন হৈছে।" জাপৰী সাজতোলানীৰ দানটোৰ বিশেষভাৱে এনেদৰে উল্লেখ কৰা দেখি সেইটো কেনেনো আঙঠি চাওঁ বুলি তেওঁ আগবাঢ়ি গৈ ঠগীত ভালকৈ লক্ষ্য কৰি দেখিলে যে সেইটো আঙঠি নহয়, এটা বিড়া ওকণিহে বগাই ফুৰিছে। তাকে দেখি তেওঁ ৰাইজৰ আগত আঠু লৈ ক'লে—"ৰাইজসকল, সাজতোলানীৰ আঙঠিটো দেখোন বিড়া ওকণিহে লৰি ফুৰিছে।" এই কথাত সকলোৱে ৰং পাই গিৰ্জনি মাৰি হাঁহিবলৈ ধৰিলে। বৰুৱাদেৱে তেতিয়াহে কথাটো ভালকৈ টিং কৰিব পাৰি সেইটোৰ বিষয়ে আৰু একো নকৈ আন কথাৰে তত্তালিকে ঢাকি পেলাই লেঠা মাৰিলে।

জাপৰী সাজতোলানীৰ লগত জীয়েক কেতেকীও সভালৈ গৈছিল। কেতেকীৰ বয়স ষোল বছৰ তিনি মাহ তিনি ঘণ্টা তিনি মিনিট। মাকৰ দানৰ পিচত কেতেকীয়েও যথাসৰ্বস্ব কিবা এটা সম্প্ৰদান কৰিবলৈ মনতে তিল-কুশ ল'লে। কিন্তু এই দান মৰাণ সভাৰ ঠগীত নহয়, সভাৰ পতি ভোকেন্দ্ৰ বৰুৱাৰ চাপ্ৰাচী খুদমনৰ মন-ঠগীতহে। মাকৰ ৰিহাৰ আঁচলত ধৰি কেতেকী সেই সভাত উপস্থিত হোৱা কালৰেপৰা খুদমনৰ নেত্ৰ-ভ্ৰমৰে কেতেকীৰ ৰূপ-মধু পান কৰি আছিল। কেতেকীৰো ডাঙৰ ডাঙৰ টেলেকা চকু দুটা খুদমনৰ বুকুৰপৰা ওলোৱা প্ৰেম-সুৰগাৰ জৰীয়ে টানি আনি বন্দী কৰি থৈছিল। ইয়াৰ পিচত

সভাৰ হাই-উকমি বক্তৃতা আদিলৈ খুদমন আৰু কেতেকীৰ চকু কণা হ'ল, কাণ কলা হ'ল। কবিয়ে সেইদেখিহে গাইছে—
"প্ৰেমৰ ফাদ পাতা ভুবনে। কে কোথা ধৰা পৰে কে জানে।"

সি যি নহওক বৰুৱাদেৱে এইদৰে বহুত টকা তুলি গোটাই লৈ মৰাণ সভাৰ প্ৰতিনিধি হৈ লাট চাহাবৰ আগত "মেমো-ৰিয়েল" দৰ্খাস্ত দিবলৈ ডাক জাহাজৰ প্ৰথম শ্ৰেণীত উঠি ভটিয়াই মাঘৰ পহিলা তাৰিখে কলিকতা পালেহি। খুদ্‌মন চাপ্ৰাচীও তাৰ মনৰ সমানে এক্ষাল শদিয়াতে এৰি থৈ বাকী ফালেৰে তেওঁৰ লগত আছিল। কলিকতাত ভোকেন্দ্ৰ বৰুৱা ১৫ দিন আছিল। এই কেইদিনৰ কাৰ্য্যৰ বিৱৰণ অতি সংক্ষেপকৈ তলত দিয়া গ'ল—

১ মাঘ—পুৱা ১১ বজাত কলিকতাবাসী অসমীয়া "ছাত্ৰৰ" মেছত ভোকেন্দ্ৰ বৰুৱাৰ উপস্থিতি। দুপৰীয়া ১২ বজাত তেওঁৰ ভোজন; ১ বজাত শয়ন; আবেলি ৩ বজাত জাগৰণ; ৫ বজাত ভ্ৰমণাৰ্থে বহিৰ্গমন।

২ মাঘ—পুৱা গংগাস্নান। দুপৰীয়া যাদুঘৰ দৰ্শন। খুদ্‌মনৰ ঘু-ঘুৰা জ্বৰ। ডাক্তৰৰ মতে মেলেৰিয়া। এই উপন্যাস লেখকৰ মতে বিৰহ-বায়ুৰপৰা হোৱা বাতিক জ্বৰ।

৩ মাঘ—চিৰিয়াখানা বা জু পৰিদৰ্শন। খুদ্‌মনৰ জ্বৰ টানেই।

৪ মাঘ—বদ্‌ৰিদাসৰ মন্দিৰ প্ৰদক্ষিণ।

৫ মাঘ—বটানিকেল গাৰ্ডেন বা কুম্পানী বাগান ভ্ৰমণ। খুদ্‌-মনৰ জ্বৰৰ উপশম। টেম্পেৰেচৰ ৯৯।

৬ মাঘ—ষ্টাৰ থিয়েটাৰত "প্ৰফুল্ল" আৰু "চোৰেৰ উপৰ বাট-পাৰি"ৰ অভিনয় দৰ্শন। বংগালয়ৰ নিষেধ বৰ্জিত বাহি-ৰত ধূম আৰু মদ্যপান।

৭ মাঘ—মিনাৰ্ভা থিয়েটাৰত "দেওলীলা" দৰ্শন। ঐ, ঐ। চাচীপাণ গোলাপী খিলি ক্ৰয়, চৰ্বন আৰু পিক্‌ প্ৰক্ষেপণ।

৮ মাঘ—কুলপী বৰফ ভক্ষণ। গধূলি পথ পৰিভ্ৰমণ। খুদ্‌মনৰ টেম্পেৰেচৰ ৯৭।

৯ মাঘ—ইডেন গার্ডেন পৰিদৰ্শন আৰু বেণ্ড বাদ্য শ্ৰৱণ।

১০ মাঘ—চান্দনি বজাৰত কোট, পেণ্ট্‌লুন, কামিজ, কলাৰ প্ৰস্তুতৰ অৰ্ডাৰ প্ৰদান। সখুদমনে, অৰ্থাৎ খুদ্‌মন লগতে।

১১ মাঘ—ৰাধা বজাৰত ষ্টীল-ট্ৰাংক দোকানীৰ দ্বাৰাই বেছি দামত বিক্ৰয় আৰু বৰুৱাৰ দ্বাৰাই সস্তা বিবেচিত হৈ ক্ৰয়। খুদ্‌মনৰ 'মেছৰ' ভাত ৰন্ধা বামুণটোৰে সৈতে অকলে আহি মুৰ্গীহাটাৰ বজাৰৰপৰা এখন ফণী, এখন আৰ্চি আৰু এচিচা সুগন্ধি গোলাপী নাৰিকলৰ তৈল কেতেকীক উপহাৰ দিবৰ নিমিত্তে খৰিদ কৰণ।

১২ মাঘ—গ্ৰেট্‌ ইষ্টৰ্ণ হোটেলত "টিফিন" বা জলপান। খুদ্‌মনৰ "গোলাপী-গেণ্ডেৰী" ভক্ষণ বা চৰ্বন বা শোষণ।

১৩ মাঘ—গৃহিণীৰ নিমিত্তে ৰাধা বজাৰৰপৰা বৰুৱাৰ বলয় কংকণ ক্ৰয়। আৰু "পানৱালাৰ" দোকানৰপৰা খুদ্‌-মনৰ পাণ, ছিগাৰেট, দিয়াচলাই ক্ৰয়।

১৪ মাঘ--চান্দনিৰ "ছুট" আনয়ন। আৰু পুত্ৰ কন্যা পৰিবাৰৰ নিমিত্তে বৰুৱাৰ "চেইলৰ ফ্ৰক" জেকেট আৰু মোজা ক্ৰয়। উপৰোক্ত "বামুণ ঠাকুৰৰ" সাহায্যত কেতেকীৰ নিমিত্তে খুদ্‌মনৰ মনেৰেখো শাৰী ক্ৰয়।

১৫ মাঘ—ভোকেন্দ্ৰ বৰুৱাৰ কলিকতা পৰিত্যাগ আৰু গৃহ প্ৰত্যাবৰ্তন।

## সামৰণি

বৰুৱা ডাঙৰীয়া উভতি গৈ ঘৰ পালতে খুদ্‌মনে তেওঁৰ-পৰা এমাহৰ "প্ৰিভিলেজ লিভ" অৰ্থাৎ অনুগ্ৰহৰ বিদায় লৈ শদিয়া-ভিমুখে যাত্ৰা কৰিলে। শদিয়া পোৱাৰ সাত দিনৰ পিচতে কেতেকীৰে সৈতে খুদমন চাপ্ৰাচীৰ বিবাহ উৎসৱ মহা সমাৰোহেৰে সম্পাদিত হ'ল।

এইখিনিতে কোৱা উচিত যে খুদ্‌মনৰ শাহুৱেক জাপৰীয়ে কেতেকীৰ অজ্ঞাতসাৰে তাইৰ গোলাপী নাৰিকলৰ তেল-চিচা ওকনি

মাৰিৰৰ মনেৰে নিজৰ মূৰত চালি দিলে। মহাদেৱৰ জঁটাৰ ভিতৰত গংগা সোমাই থকাদি তেল-চিচা জাপৰীৰ চুলিৰ ভিতৰত সোমাই ৰ'ল, আৰু সম্ভৱতঃ সি আজিলৈকে তাতে কোনোবা ভগীৰথলৈ বাট চাই বসতি কৰি আছে। কেতেকীয়ে তেল বিচাৰি নাপাই তিনিসাজ ভাত নোখোৱাকৈ আছিল ; পিচত খুদ্‌মনে আৰু এচিচা তেলৰ ফৰ্মাচ দি তাৰ বন্ধু "মেছৰ" বাঙ্গনি বামুণলৈ পোষ্টকাৰ্ড এটা লেখিলতহে কেতেকীক ভাত খুৱাব পৰা হ'ল। ●

# স্বৰ্গৰ দুৱৰী গোবৰ্দ্ধন দেউ আতা

হেমচন্দ্ৰ বৰুৱা

কোৰধনীয়া সত্ৰৰ গোবৰ্দ্ধন দেউ আতা পৰম বৈষ্ণৱ, কংশ-বজাৰ চন্দন যোগাঁতী কুঁজাবাইৰ বংশত জাত, সাক্ষাৎ শুকজনৰ পৰা পৰমাৰ্থৰ ভাগ পোৱা গোপীনাথ দেউ আতাৰ পখিনাতি; ঘোষা, কীৰ্ত্তন, বত্নাৱলী এই তিনিখানি শাস্ত্ৰ প্ৰভুৰ ওষ্ঠাগ্ৰ; ইয়াত বাজে গুণমালা, ভটিমা, চপয়, তোটয় এইবিলাক মুখে আখৈ ফুটাৰ দৰে ফুটে। বৰগীতত গোঁসাইদেউ এনেহে পাৰ্গত যে তেওঁ পুৰ্ত্তীয়া নিশা গীত ধৰিলে ওচৰৰ গছবিলাকেও পাত লবোৱাৰ ছলেৰে তাল ধৰে; আৰু কুকুৰ-শিয়ালেও প্ৰেমত বাউল হৈ ৰাগ দিয়ে। গোঁসাই ঈশ্বৰৰ উপৰিপুৰুষসকল তিৰীলগীয়া আছিল; কিন্তু গোঁসাই দেউৱে মধুপুৰ থানৰ ধূলা-মালা লৈ নিৰ্ম্মল উদাসীন ধৰ্ম্মত আশ্ৰয় কৰিছে, তিৰী জাতিৰ মুখকে নেচায়। আনকি, তিৰীএগীয়া ভকতে অনা জলকো গ্ৰহণ নকৰে। প্ৰভুৰ উপৰিপুৰুষসকলৰ বৰ মহিমা আছিল; তেওঁবিলাকৰ এজনৰ মহিমা দেখি কালশিলা নৈয়ে মানুহৰ ৰূপ ধৰি শৰণ-ভজন লৈ কৰৰ বাবে বছৰি পাঁচ বুৰি কালচাপৰ কণী যোগাই আছিল। আমাৰ গোঁসাইদেউৰো মহিমা কম নহয়। এতিয়া কলিৰ কাল বুলিও কিষ্কিন্ধ্যাৰ বান্দৰৰ বজাৰ কোঁৱৰ এজনাই গোঁসাইদেউৰ ঠাইত মালা-মন্ত্ৰ লৈ বছেৰে-কত তিনিটা সংকাৰ কণ্মৌ-কৰ দিয়ে। গোঁসাইদেউ 'মহাপুৰুষ গুৰুৰ শুধ সত পথৰ'পৰা একাসুলো লৰচৰ নহয়, 'অন্য দেৱী-দেউৰ' নাম মুখেৰে লোৱা থাকোক, কাণেৰে শুনিলেও কাণত সোপা দিয়ে, 'অইন দেৱী-দেউৰ' নামেৰে মানুহৰ নাম থাকিলে তাক সলাই 'কালীৰাম'ক 'মহীৰাম,' 'দুৰ্গাৰাম'ক 'দহ-হতীয়াৰাম', 'শিৱনাথ'ক 'জঁটীয়ানাথ' বুলিহে মাতে। প্ৰভুৱে তিনটি প্ৰসংগ নক-ৰাকৈ পানী এটোপাকো ভোজন নকৰে, আৰু আঁউহী-একাদশী হলে দুকঠা আৰৈ চাউলৰ কেঁচা পিঠাগুড়ি আৰু তাৰে জোখাই গুড়-গাখীৰ আৰু কলাত বাজে আন একো নলয়। গোঁসাইদেউ 'বাক্-সিধ', যি বোলে সেয়ে হয়। এবেলি এজন ভকতে কিবা দায় কৰাত 'হতশ্ৰী হোক' বুলি তাক শাও দিছিল। গোঁসাইদেউৰ

সেই 'বৰ্জ বাইক' পৰিবৰপৰা ভকতজনে তেৰকুৰি বছৰ মাথোন টানিলে। গোঁসাইদেউ ধৰ্ম-শাস্ত্ৰত বৃহস্পতি। যোষা-বয়াৰগীত যিবিলাক টান কথা আছে, মুহূৰ্তে সেইবিলাকৰ সংশয় ছেদ কৰি দিয়ে। এবেলি এজন পৰমাৰ্থ বস্তুলৈ আশা কৰা ভকতে কুৰালগুৰি সত্ৰৰ নামঘৰত ভাগৱতী বাপুৱে কৃষ্ণৰ লীলা কথন কৰোঁতে ভকতসকলক প্ৰেমত বাউল হৈ বাগৰি ফুৰা দেখি তেৰোঁ দুবাৰমান মাটিত লেটি লগে। পাছে নামঘৰলৈ পিঠি দিলতে কৃষ্ণৰ চৰিত্ৰ সকলোখিনি গাৰ ঘামে সৈতে মনৰপৰা মাৰ গ'ল, কেৱল 'বৃন্দা বিপিনে' এই দুটি কথা মাথোন কথমপি মনৰ এচুকত লাগি ৰ'ল। কিন্তু সেই বাক্যফেৰিৰ ভাবাৰ্থত অলপ সংশয় হোৱাত তেওঁ গোঁসাই ঈশ্বৰৰ ওৰিলৈ গৈ সেৱা কৰি মাত লগালে, "পভু ঈস্পৰ' বিৰিন্দা বুলিলে জানিবা বিৰিণা বনকে বুজায়, তাক সদায় দেখিয়েই আছোঁহঁক; এতিয়া বিপিনা বুলিনো কি?" তাতে গোঁসাইদেউৱে গম্ভীৰ ভাবেৰে উত্তৰ দি বুলিলে, "আতৈ ৰাম সজ সোধা গৈছে, 'বিপিনা' বুলি বিৰিণাৰ কোমল কেওঁ-খিনি। ই বৰ গূঢ়াৰ্থ; সকলোৱে তাৰ সম্ভেদ নেপায়।" আমাৰ 'পভু ঈস্পৰে' বিদ্যাৰ কিমানলৈ ভেদিছে, এয়ে তাৰ চিন।

ভকতসকলে আগৰেপৰা চলি অহা সদাচাৰত প্ৰৱৰ্তে নে তাৰপৰা ইফাল-সিফাল হয়, নাম প্ৰসংগতকৈও আমাৰ গোঁসাইদেউৱে তালৈ অধিক চকু দিয়ে। কিয়নো, তাৰপৰা অকল ভকতসকলৰ তৰিবৰ উপায় হয়, এনে নহয়। তেওঁ-বিলাকক সত্ৰৰ নীতি-নিৰ্বন্ধৰপৰা লৰচৰ হোৱা ধৰিব পাৰিলে ঘ'থানৰ এফেৰি লাভ আছে। আন নহলে তেও শলা-বন্তিৰ ধন-ফেৰি ওলায়। এবেলি এজন ভকতে ফুৰা গাৱে গুৱা ভোজন কৰাৰ কথা আন আন ভকতসকলে কোৱাকুই কৰাত সেই কথা গোঁসাইদেউৰ কাণত পৰিল; তাতে ভকতজনৰ জীৱাটিৰ অসদ্‌গতি হয় বুলি বৰ ভাবিত হৈ কেৰজীয়া ভকতসকল চপাই গোঁসাই ঈশ্বৰে মহা সোধ পাতিলে। সোধত পদপ্ৰমাণেৰে সেই কথা সঁচা নোহোৱাতো আতৈজনৰ জীৱৰ কল্যাণৰ আৰু অপবাদৰপৰা গাটি শুচি কৰিবৰ কাৰণে ঘ'থানলৈ কুৰি টকি কাপৰ বাৰ দিবৰ আজ্ঞা হ'ল; আৰু তেওঁ তাকে নিদিলে মানে তেওঁক পাছলৈ হাত

কৰি বান্ধি বেজিমুৱাকৈ পেলাই থোৱা হৈছিল। এই কণে আমাৰ প্ৰভু ঈশ্বৰে কত ভকতৰ গা শুচি কৰিছে, তাৰ লেখ নাই। পাপ এটা সোঁচৰা ব্যাধি, নিষ্পাপী মানুহ পাপী মানুহৰ ওচৰ চাপিলেই পাপে জঁাপ মাৰি নিষ্পাপী মানুহৰ গাত উঠে। যি শিষ্যে জানি বা নেজানি প্ৰভু ঈশ্বৰৰ দায় লগায়, তাতকৈ পাপী কেও নাই। এই কাৰণ সি দায় নভঙায় মানে তাৰ পাপ আনৰ গাত সোঁচৰে বুলি প্ৰভু ঈশ্বৰে তাৰ দুৱাৰ মুখত টাব-চিলিঙি মাৰি আন শিষ্যক সেই জগৰীয়া শিষ্যেৰে সৈতে জুই-পানীৰো ব্যৱহাৰ কৰিবলৈ নিষেধ কৰি থয়। শিষ্যৰ জীৱটি কেনেকৈ উদ্ধাৰ হব প্ৰভুৱে সদায় তাকেহে চিন্তে। তাতে শিষ্যৰ ভাল বস্তু এটি দেখিলেই কেতিয়াবা তাৰ প্ৰতি দয়া কৰি সেই বস্তুটি 'গ্ৰহণীয় ভাব' কৰিবলৈ মহাপ্ৰভুৰ ইচ্ছা জনমে। বস্তুটি দুখানি চৰণত শোধালে ইহ-পৰলোক শিষ্যটিৰ কল্যাণ হয়; তাকে নকৰিলে নৰকৰপৰা তাৰ নিস্তাৰ নাই। আমাৰ প্ৰভু জগন্নাথ যিখানি শিচ-গঁাৱত সোমায় তাৰ কল্মষ গুচাবৰ নিমিত্তে তাক জহনীয়ে চোঁচা পেটতকৈও নীৰস কৰিহে এৰে। দুখানি চৰণে এবাৰ শিষ্যৰ গঁাৱত ধূলা পেলাই সকলোকে পবিত্ৰ কৰিবলৈ গৈছিল। গঁাও পাই শুনিলে, সেই গঁাৱৰ মেধিৰ এজনী ভাল গাই আছে, তাতে মেধিৰ পৰম ভাগ্যৰ গুণে তেওঁৰ প্ৰতি প্ৰসন্ন হৈ আতা ঈশ্বৰে গাইটোলৈ এনেহে ইচ্ছা কৰিলে যে তাকে নেপালে চাউল সিজোৱাই নহয়। এই কথা আলধৰা আতৈয়ে গৈ মেধিক ক'লে। মেধি বিমোৰ! গৰু নিদিলে গোঁসাই ঈশ্বৰৰ ভোজন নহয়, গৰুজনীও মৰমৰ, দিবলৈ গাই নসয়। কিন্তু গোঁসাই ঈশ্বৰ লঘোনে থাকিলে, গৰু কি বস্তু! দেহ-প্ৰাণৰে সৰ্বনাশ! এইবিলাক কথা ভাবি চাই এফেৰি অৰিহণাৰে সৈতে নামঘৰৰ খুটাত গৰুজনী বান্ধি দিলতহে প্ৰভু জগন্নাথে দুপৰীয়া ভোজন কৰিলে।

## গোবৰ্দ্ধন গোঁসাইৰ ৰগৰলৈ অহা আৰু মৰ্কটেশ্বৰ ক্লুকৰৰ ঘৰত ৰগা-কৰা

লোভৰ সমান দুষ্ট বস্তু নাই। ই কি সন্ত, কি মহন্ত সকলোকে বশ কৰে। আমাৰ গোঁসাই ঈশ্বৰ যদিও সাক্ষাৎ ধৰ্ম-

মূৰ্ত্তি আৰু পৰমাৰ্থৰ ভঁৰাল আছিল, তথাপি লোভৰ হাত সাৰিব-পৰা নাছিল। তাতে কোনো এজনৰ এভৰা ৰোৱতী মাটি আপোনাৰ ধৰ্মোত্তৰৰ ভিতৰৰ বুলি এখান মিছা তামৰ ফলি উলিয়াই গোচৰ পাতিছিল, আৰু সেই গোচৰৰ কাৰণে গোঁসাইদেউ নগৰলৈ আহি মৰ্কটেশ্বৰ ফুকনেৰে চিনাকি হোৱাত তেওঁৰ চৌলতে বহা কৰিলে। মৰ্কটেশ্বৰ ফুকন এই দেশৰ বৰগোঁহাই ফৈদৰ সন্তান, ৰজাৰ দিনত কেইবাখনো ভাওৰ বিষয় খাইছিল, এতিয়া পেন্সন পায়। পূৰ্বে তেওঁ তন্ত্ৰৰ মতত প্ৰবৰ্ত্তি ছিল; কিন্তু আমাৰ গোঁসাইদেউৰ এনেহে পৰমাৰ্থৰ বল যে তেওঁৰ লগ পাবৰেপৰা ফুকনদেউৰ মন একেবাৰেই পালটিল, তাতে তেওঁ তন্ত্ৰ-মন্ত্ৰ সকলোকে কাতিকৈ থৈ মহাপুৰুষ গুৰুৰ এজন শুদ্ধ সেৱক হৈ পৰিল, ভোৰতালৰ কোৰত গছৰ পাত সৰাবলৈ ধৰিলে। এওঁতকৈও এওঁৰ গাভৰুদেউজনাৰ ভক্তিহে চাৰ। তেওঁ নিতৌ গোঁসাইদেউৰ মুখে কৃষ্ণৰ লীলা শুনি ভক্তি-ৰসৰ সোৱাদ পালে আৰু পৰমাৰ্থৰো মৰ্ম বুজি পালে। এইৰূপে থাকোঁতে থাকোঁতে গুৰু-শিষ্যে দুইকো দুয়ো চিনি পাই প্ৰেমভাৱ উপজিল। গোঁসাইদেৱে নতুন শিষ্যৰ ভক্তিত তুষ্ট হৈ পূৰ্বে কৃষ্ণৰ খিবিলাক লীলাৰ কথা মুখেৰে শুনাইছিল, পাছত ঘৰতে বৃন্দাবন পাতি সেইবিলাক লীলা দেখাই দিবলৈ ধৰিলে। বস্ত্ৰহৰণকে আদি কৰি মান-ভঞ্জনলৈকে লাহে লাহে সকলো লীলা সাংকৈ দেখালে। ফুকনদেৱে এই সকলো লীলা-খেলাৰ কথা জানিও সম্ভৱ, বিশেষতঃ গুৰুৰ মনত কোপ হব এই ভয়ত, বাধা দিবলৈ সাহ কৰিব নোৱাৰিলে। বৰং গাভৰুদেৱে এনে এজনা পৰম বৈষ্ণৱৰ প্ৰিয়া শিষ্যা হৈ পৰমাৰ্থৰ মৰ্ম বুজি লোৱাত আপোনাকো ধন্যহে মানিলে; আৰু আপোনাৰ পুণ্যৰ ফলেৰে নোৱাৰিলেও আইচুদেউৰ পুণ্যৰ ফলেৰেই যেন তৰিব পাৰিব, একোবেলি মনত এনে এটা আশাও কৰিছিল। বিশেষ তেওঁৰ পুত্ৰ নাছিল, এই কাৰণ গাভৰুদেউলৈ সাধুজনাৰ ইমান অনুগ্ৰহ-ভাব হোৱা হেতু বুঢ়া কালত পুত্ৰৰ মুখ দেখিবলৈ পাব বুলি তেওঁ মনত বৰ বং পাইছিল। ইয়াত বাজে আইচু-দেউৰ গাত বীৰাৰ পাক এটা আছিল, গোঁসাইদেউৰ আশ্ৰয় লোৱাৰ পৰা সেইটি গুছিল; এই কাৰণ কেওৰ মনৰ সন্তোষ সকলো সীমাৰ পাৰ হৈছিল।

## ভগেশ্বৰ বৰুৱাৰ চৰিত্ৰ। তেওঁৰ সভা-বৰ্ণনা। গোঁসাইদেউৰ সভালৈ গমন আৰু শাস্ত্ৰালাপ

ভগেশ্বৰ বৰুৱা তিনিও 'মোতালকৰ' চিৰস্তাদাৰ চাহাবৰ বৰ খাটনিয়াৰ, অকল তেৰেঁইহে চাহাবৰ খাটনিয়াৰ এনে নহয়, তেওঁৰ ঘৰৰ বোন্দা মেকুৰীটি পৰ্য্যন্ত চাহাবৰ প্ৰিয়, এই কাৰণ তেওঁ খিহকে, কৰোঁ বোলে তাকে কৰিব পাৰে। বিদ্যাত কিন্তু 'বৃহস্পতি'। সেই কথাত তেওঁৰ ফালে নিতৌ 'শ্ৰীপঞ্চমী' বুলিলেও বৰ মিছা কোৱা নহয়। কিন্তু ডাঙৰীয়া আন সকলো বিদ্যাতকৈ এটা বিদ্যাত বৰ পাৰ্গত, তাৰ নাম 'লোটনি'। এই বিদ্যাত তেওঁ এনেহে পণ্ডিত যে হাকিমসকলৰ ভৰিৰপৰা তেওঁৰ হাতৰ বিচ্ছেদেই নাই, আৰু অকল এই বিদ্যাৰেই সকলো হাকিমক বশ কৰে। বৰুৱাদেউৰ গুৰিটোহে বৰ বিশিষ্ট নাছিল, তেওঁ তাক ঢাকিবৰ উপায় নকৰি থকা নাই। আমাৰ দেশৰ সামান্য মানুহে এটা ডাঙৰ কাম পালে আগৰ হীন অৱস্থালৈ তাৰ ঘিণ লাগে, আৰু তাক লুকাবৰ মনেৰে পুৰণি ডাঙৰ খিতাপ এটাৰে খ্যাত হবলৈ যতন কৰে। আমাৰ বৰুৱাদেৱে এই বুদ্ধিটি জানিছিল। আমাৰ দেশৰ মানুহবিলাক খাটনি-লোটনিত বৰ পটু, আৰু যেনে মাছ দেখে, তেনে জাল গাঁঠিব পাৰে। বৰুৱাদেউ যদিও আগেয়ে ঘৃণাৰ পাত্ৰ আছিল, তথাপি এতিয়া ডাঙৰ বিষয় পোৱাত, বিশেষতঃ চাহাবৰ খাটনিয়াৰ হোৱাত, সকলোৱে তেওঁত ইষ্ট গুৰুৰ নিচিনাকৈ ভক্তি কৰিবলৈ ধৰিলে। কোনো এজোজন ভদ্ৰলোকে কয়, "ডাঙৰীয়া শুদা শক্তিৰ লোক নহয়, যোগভ্ৰষ্ট পুৰুষ, সাক্ষাৎ ঈশ্বৰমূৰ্তি, নহব কিয়? সুচীনাং শ্ৰীমতাং গেহে যোগভ্ৰষ্টোভিজায়তে।" এনে কথা শুনিবলৈ ডাঙৰীয়াই বৰ ভাল পায়, আৰু কোৱাজনলৈ প্ৰসন্ন হয়। ইয়াকে দেখি আমাৰ মানুহবিলাকে সেই বিষয়ত বৰ পাৰ্গতালি দেখাই আপোনাৰ কাৰ্য্যসিদ্ধি কৰিছিল। এজন শুচৰীয়া ভকতে এদিন ৰাতিপুৱা লৰি আহি ডাঙৰীয়াৰ ভৰিত দীঘল হৈ পৰি কবলৈ ধৰিলে, "দেউতা ঈশ্বৰ, বন্দীক ৰইখা কৰক, বন্দীয়ে বৰ অপৰাধ কৰিছোঁ। কালি কেনেবাকৈ নেদেখাত দেউতা ঈশ্বৰৰ খৰমত উজুটি মাৰিলোঁ; তাতে ৰাতি শুই থাকোঁতে হাতত সোণৰ লাখুটি লোৱা আৰু শুকুলা বস্ত্ৰ পিন্ধা পকা থেকেৰা

যেন বুধ লোক এজনা আছি 'তই মোৰ খৰম কিয় গুৰিয়ালি ?' বুলি বন্দীক গচকা মাৰি ধৰিলে। বন্দীয়ে সপোনতে অনেক কাকুতি মিনতি কৰাত এৰি দি ক'লে বোলে 'মই কোন চিনিছনে ?' তাতে ভয়ত কঁপি কঁপি বন্দীয়ে বুলিলোঁ, 'পভু'। আমি পথালি চকুৰা মনিচ, পভু'ক কেনেকৈ চিনিম ?' এই কথা শুনি মিচি-কিয়াই হাঁহি দেউতা ঈশ্বৰৰ নাও কাঢ়ি ক'লে, 'তেৱেঁই মই, তেওঁক শুদালোক যেন নেদেখিবি, আৰু তইয়ে তেওঁৰ খৰমত ভৰি লগালি, এইবাবে তেওঁৰ আগত দীঘল হৈ পৰাগে। তাতে এতিয়া দেউতাই ৰইখা কৰিলেহে হয়।" ইয়াকে শুনি ডাঙৰীয়া তালৈ বৰ প্ৰসন্ন হ'ল, আৰু এই কথা যেন তেওঁ জানি আছিল, এনে ভাবেৰে অলপকৈ দাঁতকেইটি উলিয়াই গম্ভীৰৰূপে বুলিলে, "বাৰু খেমা কৰিলোঁ যা।" তাতে ভকতজনে ভক্তিভাৱে ডাঙৰীয়াৰ শ্ৰীচৰণৰ ধূলি লৈ উঠি গ'ল, আৰু সেই ধূলাৰ প্ৰসাদতে গোচৰো জিকিলে। এনেবিলাক কথা শুনি শুনি ডাঙৰীয়া ওফন্দি পংগাটোপ হ'ল, আপোনাক শিৱ কি বিষ্ণুৰ পূৰ্ণ অৱতাৰ বুলি ভাবিবলৈ ধৰিলে; এই কাৰণে কোনো কথাৰ সঁচা-মিছা নিশ্চয় কৰিব লাগিলে, তাৰ আন সাক্ষী নিবিচাৰে, তেওঁৰ 'চৰণত' ধৰি শপত খাবলৈ আজ্ঞা কৰে।

এদিন ডাঙৰীয়া ৰবচৰাত এযোৰ জঁাপ পাটী-চৰাত একাঠু-মান ওখ এটা বৰ গাৰু লৈ কিলিং নৈৰ বালিত বৰ ঘৰিয়াল-টোৰ দৰে পৰি আছে, পাৰিষদ সকলে চাৰিওফালে শক শগুণৰ দৰে বেৰি আছে। ডাঙৰীয়াৰ চকু কদাচিতহে আধামানেই মুকলি হয়। আমাৰ দেশৰ মানুহে ভাবে যে আপোনাৰ গাটো দুৰ্বল, ৰূপীয়া আৰু সুকোমল বুজাব পাৰিলেহে বৰ মানুহ বোলাব পাৰি; এই কাৰণে অনেকে হাত থাকোঁতেও কোঙা, ভৰি থাকোঁ-তেও খোৰা আৰু বল থাকোঁতেও দুৰ্বল যেন দেখাই ফুৰে। আমাৰ ডাঙৰীয়াও সেইবিধৰ লোক; আগেয়ে যে আহাৰমহীয়া ৰ'দত পথাৰে পথাৰে ফুৰোঁতেও গাট কেৰেপ নকৰিছিল, এতিয়া সেইটো অৱস্থা একেবাৰেই পাহৰি ৰবমানুহ বোলাবৰ মনেৰে মাজে মাজে একোটা হামি মাৰিছে আৰু মুখত হাতটো দি "আজি কাছাৰীৰপৰা একেৰি বেগাই আহিলোঁ, তাতে মূৰৰ বিষে ধৰিছে।"

ইয়াকে শুনি একুৰিমান পাৰিষদে ডাঙৰীয়াৰ আগৰ অৱস্থা যেন দেখাই নাই, এনে ভাবেৰে একেবাৰেই মাত লগালে, "দেউতা ঈশ্বৰৰ সুকোমল শৰীল, অলপ দুখেই বৰ দুখ ; অলপমান নিদ্ৰা কৰক, তেহে গা স্বস্থ হব ।" ডাঙৰীয়াই তাতে হৰিক ভৰ দি অমৰা গুটি দুটি ছালেৰে ঢাকিলে ।

ইফালে ডাঙৰীয়াক শোৱা দেখি পাৰিষদসকলে নানা কথাৰ আলাপ কৰিবলৈ ধৰিলে । আমাৰ দেশৰ প্ৰায় মানুহে লোকক নিন্দা কৰাত বৰ বং পায়, দুটা মানুহ একে ঠাই হলেই লোকৰ নিন্দা উলিয়ায়, পৰৰ নিন্দাত বাজে আন আলাপ কৰিবই নেজানে । বুজি চোৱা যদি, সিবিলাকে লোকৰ যিবিলাক কথাৰ বাবে নিন্দা কৰে, তেওঁবিলাকৰ তাতকৈও বঢ়া কথা আছে ; কিন্তু তেনে ভাবে তেওঁবিলাকৰ মনত চক্‌মকো নকৰে । পাৰিষদবিলাকৰ এজনে মাত লগালে, "বৰ কটকীৰ ঘৰৰ বিদ্যাধৰ বোলা ল'ৰাটো শুচিল ; সি শুচি, অশুচি, ধুতি, বিধুতি একো নিবিচাৰে ; গধূলি গাটো ধুবলৈও এৰিলে ।" আন এজন মহাপুৰুষে প্ৰতিধ্বনিৰ দৰে মাতি উঠিল, "আজিকালি ইস্কুলত পঢ়া ল'ৰা কোনটোৰনো ধুতি-বিধুতিৰ জ্ঞান আছে ? সিহঁতে কয় বোলে মিছা কথা কোৱা, ভেঁটী খোৱা, বিভিচাৰ কৰা এইবোৰহে পাপ, বিধুতিয়ে খোৱাটোনো কি পাপ ?" সেই সভাতে এজন পণ্ডিতো আছিল, তেওঁৰ বিদ্যাৰ এনেহে পৰাক্ৰম যে তেওঁৰ ভয়ত আই সৰস্বতীয়েও দেশকে এৰিছে । এইবিলাক কথা শুনি তেওঁ পণ্ডিতালি প্ৰকাশ নকৰি থাকিব নোৱাৰিলে । দুৰ্বাসা মুনিৰ নিচিনা খঙেৰে মাত লগালে, "কটা কন্টায়নহঁতে শাস্ত্ৰৰ কথা কি জানে ? শাস্ত্ৰত লিখা আছে, ৰজাৰ ঘৰলৈ, বেজৰ ঘৰলৈ, ডাঙৰ লোকৰ ঘৰলৈ 'ৰিক্ত হস্তে ন গন্তব্যং', শুদা হাতে যাবই নেপায় । তাত ডাঙৰ লোকে ভেঁটী খালে কি দোষ ? কোনো সময়ত মিছা কৰৱো শাস্ত্ৰত বিধান আছে । বিভিচাৰ কামৰ যে কথা কয়, ডাঙৰ লোক হলেই অলপ ক্ৰীড়া-কৌতুক কৰিবই লাগে । স্বৰ্গত ইন্দ্ৰাদি দেৱতাসকলেও তেনে কাম কৰে, আৰু ই কি পাপ ? তিনটা সন্ধ্যা যি উপাসা কৰে, তাৰ শুৰিলৈ এনে পাপ চাপিব পাৰেনে ? অঘমৰ্ষণতো (পাপনাশক মন্ত্ৰ) তেনে কোটি কোটি পাপ নষ্ট হয় । সিহঁত জধামূৰ্খ, সিহঁতে

আমাৰ শাস্ত্ৰৰ কি বুজ পায় ? আমি এই বুঢ়াকেইটা, যাইকৈ এই ডাওৰীয়াসকল থাকে মানেহে দেশত ধৰম থাকিব। ইসকলৰ পাচতে এটাইবোৰ কৃষ্টায়ন হব। নহব কিয় ? শাস্ত্ৰৰ কথা মিছা হবনে ? ভবিষ্যপুৰাণত লিখিছে, 'ইস্কুলে নিষ্কুলো ভবেৎ।' যেতিয়াই আমাৰ দেশত ইস্কুল হবলৈ ধৰিলে, তেতিয়াই জানিছোঁ এই দেশৰ মানুহৰ জাতি নেথাকে। কটা কৃষ্টায়নহঁতক মুখৰ কথাৰে নোৱাৰি, ৰা-বাঁহ দি গচকা মাৰি ধৰি, তিনিকুৰিমান চমটাৰ কোব মাৰিলেহে সিহঁতৰ জুতি লাগে।"

এইৰূপে কথোপকথন হৈ থাকোঁতেই গোবৰ্দ্ধনদেউ অধিকাৰ উপস্থিত হলগৈ। গোঁসাইক দেখি সকলোৰে আস্তব্যস্তকৈ বহিবলৈ ক'লে! আলধৰাই থগা পাৰি দিলে, গোঁসাইদেউ 'মহাপুৰুষ গুৰু' বুলি তাতে বহিল। মহন্ত আহিবৰ গম পাই ডাওৰীয়াই অলপকৈ চকু দুটি মেলিলে, তাতে গোঁসাইদেউৰে শুকান দমনা আৰু বন-মলা পাতৰ মেৰ বান্ধি থকা চোৰাসাপটি যেন চোপ এধাৰি শৰায়েৰে আগবঢ়াই দিলে। ডাওৰীয়া এজন উঠন ভকত, নাম-ঘৰত হৰিকীৰ্ত্তন কৰোঁতে প্ৰেমে ধৰি পেটকামুৰীয়া মানুহৰ দৰে বাগৰি ফুৰে। ভোৰতালৰ কোবত ওচৰত থাকিবৰ মানুহৰ সাধ্য নাই, কিন্তু ভগৱন্ত হলে প্ৰসন্ন হৈ আগতে ওলায়হি। সাধু-মহন্তত ডাওৰীয়াৰ বৰ ভক্তি। বৈষ্ণৱৰ ধূলা নোলোৱাকৈ ডাওৰীয়াই ভোজনকে নকৰে! এই কাৰণ মহন্তক দেখিয়েই 'নমঃ কাৰ' কৰি নিৰ্মালি শিৰত ল'লে। এনেতে আকৌ চকু মুদ গ'ল।

ডাওৰীয়াৰ টোপনি দেখি পাৰিষদসকলে গোঁসাইদেউৰে সৈতে শাস্ত্ৰৰ আলাপ কৰিবলৈ ধৰিলে। গোঁসাই শাস্ত্ৰত কল্পতৰু, আই সৰস্বতীৰ ভতিজা পুতেক। শাস্ত্ৰৰ কথা শুনিলেই মুখ শুকাই কৰাই খোলা যেন হয়, কথা কওঁতে জিভা দোবোল নেখায়। এইদেখি কোনোমতে মান ৰাখি পলাবৰ উপায় চিন্তিছে। এনেতে ভকতচৰণ ডেকাবৰুৱাই মাত লগালে, "গোঁসাইদেউ! আমাৰ মনত এটা আশংকা আছে। কোনোৱে তাক ভাঙিব পৰা নাই। আপুনি কৃপা কৰি ভাঙি দিয়ক।"

গোঁসাই। সজ, কোৱা যাওক, ডাওৰীয়া।

ভকত। পৰমেশ্বৰৰ হাত কেইখনি?

গোঁ। ভগৱন্ত চতুৰ্ভুজ, চাৰিখান হাত।

ভকত। ভাল; শাস্ত্ৰত লিখিছে, 'শংখ, চক্ৰ, গদা, পদ্ম, কৰত তোমাৰ'; পৰমেশ্বৰ যদি চতুৰ্ভুজ, তেন্তে শংখ, চক্ৰ, গদা, পদ্ম এই চাৰিটি বস্তু চাৰি হাতত লয়, পাছে কৰতখনিনো লয় ক'ত?

এই প্ৰশ্ন শুনি গোঁসাইদেউৰ ধাতু উৰি গ'ল, তথাপি সাহত ভৰ দি বুলিলে, "ডাঙৰীয়া বাপু! এইটি কথা বুজিবলৈ এফেৰি টান হওঁতে হয়, তথাপি শাস্ত্ৰত লিখিছে, 'কৰত বজাৱত বেণু'। কৰতখনি ভগৱন্তে কাষলতিৰ তলত লয়।"

এই কথা শুনি পাৰিষদসকলে ঘোঁৰাৰ নিচিনাকৈ হিঁহিঁহিঁ কৰি উঠিছিল, কিন্তু সাধুজনক অপমান কৰাৰ বুজ পালে ডাঙৰীয়াৰ খং উঠে বুলি ভয়ত মুখত সোপা দি হাঁহিটো ৰাখিলে। গোঁসাইদেউৱে মহা লাজ পাই 'ডাঙৰীয়া শয়ন কৰিছে, পাছে আহিমহঁক' বুলি লাহেকৈ উঠি 'পলায়ধ্বং' কৰিলে।*

* 'বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰী' নামৰ পুথিৰপৰা

## আড-লোকচান

মহীচন্দ্ৰ বৰা

### ছোৱালীবোৰ ওপজে কিয় !

ঘৰুৱা ব্যয়ৰ বছৰেকীয়া তালিকা তৈয়াৰ কৰাত আৰু সেইমতে কড়ি-ক্ৰান্তিবো হেৰফেৰ খৰচ কৰাত পৈণত পুৰুষ সিদ্ধিনাথ শইকীয়াই এইবাৰ বাজেট ঘাটিবলৈ গৈ চকুৰ আগতে সৰিয়হৰ ফুল দেখিলে। দেখিবৰ কথাই। বহাগ বিহুৰ দিনা পঞ্জিকা মেলি আমাৰ পঞ্চানন বাপুৱে শইকীয়াৰ আয়-ব্যয়ৰ স্হিতি নিৰ্ণয় কৰি কৈছিল—শইকীয়াৰ আয় ১৭, ব্যয় ৩, স্হিতি ১৪। শইকীয়াৰ বয়স একাৱন্নৰ ওচৰ চাপিছে, কিন্তু কোনো কালেই ভুলতো তেওঁৰ এনে দুৰ্যোগ উপস্হিত হোৱা নাছিল। শইকীয়াৰ দুকুৰি দহ বছৰে একেৰাহে শইকীয়াৰ ভাগ্যত আয়ৰ পৰিমাণ ব্যয়তকৈ উনৈছ গুণ বেছি দেখি আহিছিল। গতিকে এই আগন্তুক ভাগ্য বিপৰ্য্যয়ত শইকীয়াৰ মন অস্হিৰ হৰই।

কিন্তু সেই ভাগ্য গণনাৰ ফল ইমান সোনকালে ফলিয়াব বুলি শইকীয়াৰ সাত শতৰুৱেও ভবা নাছিল। যিবা এখনি শই-কীয়াৰ চাহ-বাগিছা আছে, তাৰ চাহৰ দামো ক্ৰমে ক্ৰমে পৰি শেহত পাউণ্ডত পাঁচ পইচাত ৰ'লগৈ। বেংকত জমা হোৱা ষাঠি হেজাৰীয়া ডিপজিটৰ সুদ টুটি শতকৰা সাত টকা পালেগৈ। আৰু বা কি হয়; নাই, কমলাত বিশ্বাস নাই। বৰ চঞ্চল, বৰ চপল। তাৰ উপৰি ·।

শইকীয়াক ধনগুলৈ বান্ধকানি বুলি কোনোৱে হাঁহে কোনোৱে মুখ সিকটায়, নাক কোঁচায়। ঈশ্বৰে দিয়া নাক-মুখ আছে যেতিয়া ইচ্ছা কৰি লোকে সেইবোৰৰ বিকাৰ ঘটোৱাত অৱশ্যে আমাৰ আপত্তি নাই। ধন চপাব জানে সকলোৱেই। কিন্তু কেইটাই খৰচৰ বাটত হেঙাৰ দিব জানে? খৰচ নকৰিবৰ কিটিপেই বা জানে কেইটাই?

শইকীয়াই যে অকল ধন ঘটিবই জানে, এনে নহয়, ঘটা ধন আটোমটোকাৰিকৈ ৰাখিবও জানে। বুঢ়াৰ হাতত বোলে চেঙেলী

পৰিলে তাৰ আৰু সাৰণ নাই, শইকীয়াৰ মুঠিত পৰা ধনবো চৈধ্য পুৰুষৰ সাধ্য নাই, বাহিৰ ওলাই উশাহ-নিশাহ লবলৈ। কৌৰৱৰ মেৰ-পাকত অভিমন্যুৰ প্ৰৱেশ আৰু শইকীয়াৰ থুনুপাকত অৰ্থৰ সমাগম একে কথা। সোমাব জানে, কিন্তু ওলাবৰ বাট চিনি নাপায়।

যক। অ' কি কৈছিলোঁ। তাৰ উপৰি এইবাৰ বিয়াৰ লেঠা, নিজৰ ছোৱালীৰ। এই ছোৱালীবোৰ ওপজে কিয়? ওপজে ওপজক, কিন্তু সিহঁতক বিয়া দিব আৰু লগে লগে বস্ত্ৰ-বস্তু, গহনা-পাতি দি দৰাৰ লগত উলিয়াই দিব লাগে কিয়? সৰুৰে-পৰা সিহঁতক তুলি-তালি, খুৱাই-পিন্ধাই ডাঙৰ-দীঘল কৰাত গাৰ তেজ পানী কৰি ঘটা টকাৰ যে শ্ৰাদ্ধ হয়, তাক কোনে বুকুত হাত দি নুই কৰিব পাৰে। পিচত দেশ ছেৰেক ভৰি বিয়া। উঃ, আমাৰ সমাজ অন্ধলা হ'ল কেতিয়াৰপৰা! চাহাব-চুহাবৰ বিয়াৰ প্ৰথা কেনে সুন্দৰ! কেনে চমৎকাৰ! ইকনমিকেলি, কিমান ছাউণ্ড! অসমীয়াৰ শিক্ষিত সমাজ ৰসাতললৈ যোৱাৰ আৰু বেছি দিন নাই।

শইকীয়াই মনে মনে গণিলে, ছোৱালীৰ বয়স এই ফাগুনত হব কুৰি— লোকৰ আগত তেৰৰপৰা ষোলৰ ভিতৰতে বুলি যিমা-নেই নকওঁ। মাহে কমপক্ষেও পাঁচ টকি নগদ চিকা ৰূপ ছোৱাৱালীয়ে পেটত ভৰাইছে। বছৰি হ'ল পাঁচ বাৰং তোমাৰ ষাঠি! কুৰি বছৰত হ'ল তোমাৰ কিমান! পাঁচ বছৰত তোমাৰ তিনিশ—উস কুৰি বছৰত বাৰশ—এহেজাৰ দুশ—দহশ দহ কুৰি। সেইবাবে ছোৱালীৰ টান নবিয়াত উৰিল তোমাৰ নপতিয়াবা নগদ আছে কুৰি। আৰু ধৰা অগৰং বগৰঙত তোমাৰ ক্ষতি কমেও শ হকুৰি। ভূতৰ ওপৰতে দানহ। এই অনাটনৰ দিনত মৰতীৰ বয়স হ'ল কুৰি। বিয়া বোলে দিবই লাগিব। আৰু পাঁচ বছৰ-মান তাইক ৰাখিব নোৱাৰিনে? লাভ নাই, বস্তু-বাহানিৰ দাম এতিয়াতকৈ কিজানিবা তেতিয়ালৈ চৰেই। পাঁচ বছৰত আকৌ তাই গিলিব পোন্ধৰ কুৰি—নাই, টকা নহ'ল যেনিবা খোলাকটি। এই ছোৱালীয়েই দেখিছোঁ মোৰ খোলা উলিয়াব, লাউলোৱা কৰিব। হুঃ, ধন ঘটোতাইহে জানে।

খং উঠিল মৈণীয়েকৰ ওপৰত। হোৱালী লাগে ঘৰখনত হোৱালী লাগে বুলি তেওঁ হাম্বৰাও কাঢ়ি ফুৰিছিল কিয় ? এতিয়া ! দিয়ক মাকেই বিয়া। কিন্তু !

বিমোৰ হৈ শইকীয়াই তেওঁৰ সোঁহাত মঘা মহৰীক মাতি পঠালে।

মঘা মহৰী বুদ্ধিমন্ত, ভাগ্যৱন্ত, নামজ্বলা লোক। মাখিৰ মূৰৰ মগজু কাঢ়িব জানে তেওঁ। কোন কাহানিবাই মঘা নক্ষত্ৰই তেওঁৰ ভাগ্যত ভুমুকি মাৰি তেওঁৰ যি উপকাৰ সাধিলে, কেৰাণী জীৱনৰ ইতিহাসৰ পাতত সি চিৰকাল সোণালী আখৰেৰে জিলিকি থাকিবই !

ডেৰকুৰি বছৰৰ আগৰ কথা। ইংৰাজী স্কুলৰ সপ্তম শ্ৰেণীৰপৰা খেদা খাই, মহৰীৰ ভাষাৰে কৰলৈ গলে, তেওঁ আই, ডি, এছ অৰ্থাৎ ইণ্ডিয়ান ভেগাবণ্ড ছাৰ্ভিছত ভৰ্তি হৈ কিছুকাল অনাট-বনাই ফুৰি শেহত কপালৰ গুণত গড়কাপ্তানি বিভাগৰ মহৰী কামত সোমায়।

সেইদিনা আছিল বৃহস্পতিবাৰ। কুলীৰ কামৰ বিল চাহাবৰ আগত পেচ কৰিলত চাহাবে বিলৰ টকাৰ সংখ্যালৈ চকু দি সন্দেহত ফেৰোহনি মাৰি কাগজ-পত্ৰ দলিয়াই ক'লে—"বাবু মই নিজে কাম চাবলৈ ওলালোঁ। ইমান টকাৰ কাম কেতিয়াও হোৱা নাই।"

মহৰীৰ মুখ শুকাল। সেপ চুকি ক'লে—"হুজুৰ খোদাবন্দ। বহু দূৰৈত কাম ! পথ-ঘাট বেয়া, দুদিনমান পিচত গলে হুজুৰৰ কাৰণে বাট-পথ নিয়াৰিকৈ থব পাৰোঁ। নহলে, হুজুৰৰ বাটত বৰ কষ্ট হব।"

"ঘোৰাত যাম ! —ছহিচ্।"

বিলৰ বগা টকাৰে চিক্‌মিক্ কৰা মহৰীৰ ৰূপালী সংসাৰ-খন চকু-পচাৰতে নিৰ্মমভাৱে আন্ধাৰে আবৰি পেলালে। কিন্তু মহৰীৰ প্ৰতি বোধকৰোঁ ইষ্ট গুৰু সুপ্ৰসন্ন আছিল। হঠাৎ মহৰীয়ে হাতযোৰ কৰি ক'লে—"হুজুৰ যাব খুইছে যেতিয়া গোলামে আৰু কি কম। কিন্তু এই বৃহস্পতিবাৰৰ বাৰবেলাটো বৰ অশুভ—দক্ষিণত দিকশূল। তিথি হ'ল ষষ্ঠী। দিনদগ্ধা কথনং। তাতে আকৌ

আজি মঘা নক্ষত্ৰৰ পূৰ্ণ দৃষ্টি। আমি হিন্দু মনুষ্য হুজুৰ। কোনো হিন্দুৰ গোৰে পৰম শত্ৰুকো এনে অৱস্থাত কোনো ঠাইলৈ যাবলৈ দিব নোৱাৰে। হুজুৰ মোৰ মা-বাপ—কোন সতেৰে যাবলৈ কওঁ! —মঘায়াং যাত্ৰা মৰণং ধ্ৰুবঞ্চ—হুজুৰ!"

মহৰীয়ে বেজাৰত চকু মোহাৰি মেমৰ মুখলৈ চালে। "ডেম ইয়ৰ মঘা" বুলি চাহাব গৰজি উঠিল।

মহৰীৰ নিষেধ নামানি চাহাবে ঘোঁৰা চেকুৰালে। ভয়ত মহৰীৰ গা কঁপিবলৈ ধৰিলে—মুখে বিবিধ বৰণ সলালে। কামৰতো আধ্যা পৰিলেই— তাৰ উপৰি মিছা বিল দি টকা খাবৰ চেষ্টাৰ কাৰণে আইনৰ ভাৱৰী পাকে যে তেওঁক কিমান চেপিব তাৰেই বা কি ঠিক আছে?

"হে বৃহস্পতিবাৰৰ বাৰবেলা, হে মোৰ গুৰু মঘা দিকশূল দেৱতা—জখিনী, যোগিনী যত যি আছাহঁক, ল'ৰা-ছোৱালীকিটিৰ বধ লাগে একা—এই বিপদত অধমক উদ্ধাৰ কৰা ঐ। মোৰ ক'লা পঠাৰ তপত তেজেৰে চৰণ পখালিম মোৰ প্ৰভুসকল।" —মহৰীয়ে চুলি ছিঙি তুতি জনালে।

আবেলি বিজুলী তাঁৰে গোটেই চহৰত জাননী দিলে ঘোৰাৰ-পৰা পৰি চাহাব হতজ্ঞান বুলি। মহৰীৰ মুখত সন্তোষৰ হাঁহি বিৰিঙি পৰিল। আনন্দত উচল-পাচল।

তিনিদিনৰ মূৰত চাহাবৰ জ্ঞান আহিল। মেমে মহৰীক ক'লে, "বাবু তোমাৰ মঘা বৰ প্ৰতাপী লোক।" চাহাবে ক'লে "তোমাৰ কথা নুশুনি যোৱাৰ ফলত মোৰ বৰ বিপদ হ'ল বাবু, মঘা বৰ পাজি —জুলুমবাজ। এতিয়াৰেপৰা তুমি মোক মঘা কেতিয়া আহে জনাই থাকিবা।"

"কেলেই নজনাম হুজুৰ! কিন্তু হুজুৰে যেন সদায় বন্দীক ভৰিৰ তলত ৰাখে। হুজুৰৰ ভালেই বন্দীৰ ভাল। নপাতিয়াব হুজুৰ—এইকিদিন অধীনৰ কি খাৱন-শোৱন আছে! মঘাই হুজুৰৰ মৰণ ঘটায় বুলি দিন-নিশা বন্দীৰ ঘৰত হুজুৰৰ কুশলৰ অৰ্থে পূজা-পাতল চলিছে। বৰ উগ্ৰ জীৱন্ত দেৱতা আমাৰ মঘা—হুজুৰ। কিন্তু মঘা কেতিয়া আহে জনাই থাকিবলৈ হলে সদায় হুজুৰৰ পাচে পাচে

বন্দী ফুৰিব লাগিব ।"

"ৰাইট— মই অলৈকে যাম তোমাক নিম ।"

যেনে কথা তেনে কাম । মহৰীৰ ভাগ্য ফলিল । চাহাবৰ পদোন্নতিৰ লগে লগে দোপতদোপে মহৰী আগুৱাই শেহত অফিচৰ হৰ্ত্তা-কৰ্ত্তা হৈ পৰিল । মহৰীয়ে দহ বুলিলেই দহ, পঁচিছ বুলিলেই পঁচিছ । চাহাব পেঞ্চন লৈ দেশলৈ গ'ল আৰু আমাৰ মহৰীয়েও অশেষ ধন-দৌলতৰ গৰাকী হৈ কামৰপৰা অৱসৰ ল'লে ।

সুধিছা দেৱতাৰ চৰণত মহৰীয়ে আগবঢ়োৱা ক'লা পঠাৰ তেজ পৰিছিল নে নাই ? কব নোৱাৰোঁ, কিন্তু এইটো সঠিককৈ জানো যে বছৰি বছৰি চাহাবৰ চৰণত মহৰীৰ "ডালি" এতিয়াও পৰে । চাহাব—চাহাবেই ফলিব জাগ্ৰত-জয়াৰ দেৱতা ।

আগৰ সেই মেঘনাদ মহৰী মঘা মহৰী নামেৰেই প্ৰখ্যাত হৈ পৰিল ।

## সৃষ্টিৰ আদিতে ছোৱালী নাছিল

মহৰী আহি শইকীয়াক দেখি উচপ খাই উঠিল । সুধিলে, "হৈছে কি ভায়া ? খৰি শুকোৱাদি শুকালা দেখোন ?"

"চিন্তা-জ্বৰে দহিব লাগিছে ভায়া । ছোৱালী নহ'ল যেনিবা মোৰ কাল হ'ল । মৰতীয়ে মোৰ কালক খালে । জানাই, তাই ওপজোতে মোৰ মুৰটো কেনেকৈ আচন্দ্ৰাই কৰিছিল । তাৰ ফল ভুগিবই লাগিছোঁ । তাই আমাক চিংখোপত তুলিহে এৰিব । জোঁৱাই বিচৰা, শ ছেৰেক ভৰা, এসোপা দি বিয়া দিয়া, ঐমান-বোৰ লেঠা । এই মহাসংকটৰ দিনত মই চণ্ডালোঁ কেনেকৈ ! ইফালে চাহৰ দাম চুটিল । ডিপজিটৰ সুদ হৰিল । মনি লেণ্ডাৰ্ছ বিলে টেটুত গৰকেহে লাগে ।" —"অধীৰ নহবা ভায়া, অধীৰ নহবা । ছোৱালীবোৰ তোমাৰ হিতৰ কাৰণে ওপজে বুলি ভবাই ভুল । ইহঁত হ'ল তোমাৰ দিন-ডকাইত । শুনা, সৃষ্টিৰ আদিতে ছোৱালী নাছিল । এদিনাখন কল্প নামে দৈত্যৰ, মহাভৈৰৱ দেৱাদিদেৱ মহাদেৱৰ ভাং-ধুতুৰাৰ প্ৰতি লোভ উপজিল । ভাঙৰ বাগীত তোমাৰ ভোলানাথ টং হৈ থাকোঁতেই কল্প ৰোপাই হাতত সাৰে

ভৰিত সাৰে ভাং-ধুতুৰাৰ জোলোঙাটো আৰু তাৰ লগতে চিলিমটো সৰকালে। সময়ত সেইবোৰ বিচাৰি নাপাই ধূর্জটীৰ দুর্জয় খং উঠিল। নন্দী-ভৃংগিৰ পিঠিত মাধমাৰ পৰিল। মাৰৰ কোবত বাহন বৃষভৰ বেবনিত স্বৰ্গ-মৰ্ত্য-পাতাল থৰক লাগিল। হাম্বি-হিকটিত তেৰা লালকাল হ'ল। সমশেষত 'যি মোৰ প্ৰাণৰ প্ৰিয় বস্তু হৰণ কৰি মোক সন্তাপ দিছে তাক সমূলঞে বিনাশ কৰোঁ' বুলি মহাভৈৰৱে বাউলৰ দৰে প্ৰলয় নাচোন নাচিবলৈ ধৰিলে। কন্ধ ককায়ে প্ৰমাদ গণি আথে-বেথে ভাং-ধুতুৰা-চিলিম চৰণত শোধাই ত্ৰাহি ত্ৰাহি ৰবে কাতৰি কৰিবলৈ ধৰিলে।

পিচত তুতিত সন্তোষ লভি নাকে-মুখে ভাঙৰ ধোঁৱা উলিয়াই ভোলানাথে কন্ধৰ পিঠিত চপৰিয়াই ক'লে—"শুন কন্ধ, ইমানবোৰ পালি-প্ৰহৰীয়ে আগুৰি থকাতো মোৰ আগৰপৰা তই কোনেও নজনাকৈ মোৰ প্ৰাণতো অধিক প্ৰিয় বস্তুক অপহৰণ কৰি যি কৃতিত্ব প্ৰকাশিলি, সেইবাবে মই নথৈ সন্তোষ লভিছোঁ। বৰ দিলোঁ—সত্য, ত্ৰেতা, দ্বাপৰ, কলিত তই হেজাৰ-বিজাৰ কন্যাৰূপে ওপজি মোৰ অংশ-সম্ভূত পুৰুষৰ প্ৰাণস্বৰূপ ধন-সোণ অপ্ৰয়াসে হৰণ কৰিবি।" দেখিলা, ভাঙৰ ৰাগীত বিভোৰ হৈ এই অহো-বলিয়া-টোৱে কি কাণ্ডখনকেই নকৰিলে। এবাৰো ভাবি নাচালে বৰৰ ফল কি বিষময় হব। বাৰু হোৱা কথা হৈ গ'ল। এতিয়া বাজেটত বিয়াৰ 'আইটেমত' কিমান টকা মঞ্জুৰ হৈছে?

দীঘল হমুনিয়াহ পেলাই শইকীয়াই ক'লে—"সেই বিষয়ে ভাবিলেই মোৰ চুলি থিয় হয়, গাৰ নোম ভৰৰি উঠে। এটা উপায় বিহা।"

"বিষম সমস্যা" বুলি মহৰীয়ে চকু মুদিলে। কপালৰ গাঁথি তেওঁৰ থুপ খালে। শেহত সমুখত থকা মেজত অনাহকতে এটা ভুকু শোধাই ক'লে, "চিন্তা নকৰিবা ভায়া, ডেৰশত গ্ৰেজুৱেট দৰা হাজিৰ কৰিম।"

"ডেৰ শ? নগদ মৰলগে তোমাৰ সাতকুৰি দহ? ওৱান হাণ্ড্ৰেড এণ্ড ফিফটি! উঃ মৰতীয়ে মোৰ মগহ চেপৰা চপৰে খাইছে এৰিব। দহোকুৰি ভায়া—আৰু কমোৱা আৰু কমোৱা। মোক

গ্ৰেজুৱেট-ক্ৰেজুৱেট নালাগে। কোনোমতে পাছ কৰা। পিচত তাইৰ ভাগ্যত যি হয় হব। যাপৰ ভাগ্যে জানো ছোৱালীক আছে ?—"

"বাৰু কি কৰিব পাৰোঁ চাওঁ। তোমাৰ বাগিচাৰ মহৰী-কেৰাণীৰ তলব কিমান কাটিছা ?"

"টুৱানটি পাৰ্চেণ্ট।"

"এতিয়াৰপৰা আৰু ফাইভ কাটা। তাৰেই কিছু খৰছ উলিওৱা হ'ক। সম্প্ৰতি মোৰ হাতত কুৰি টকিমান দিয়া।"

"একুৰি ? দহ টকামানে নহবনে ? বাৰু বহা। চাহ খাই যোৱা। ফিকা চাহ বুজিছা। আজিকালি গাখীৰৰ দাম দেখি পেটতে হাত-ভৰি লুকায়। নাই এই গোৱালবোৰে বগা পানী এটোপা বেচি ঘৰ একেবাৰেই বগা কৰিব খুজিছে। গাত সিহঁতৰ বগা ওলাবহে। তোমাৰ গান্ধীয়ে কিন্তু আমাৰ নিচিনা দুখীয়াৰ দুখ বুজে। চেনিৰ সলনি গুৰত ধৰিছোঁ।"

মহৰীৰ চাহ খোৱা হ'ল নে নাই কব নোৱাৰোঁ, কিন্তু কোনো-পধ্যে শইকীয়াৰ পৰা বাৰ টকা সৰকাই মহৰী ঘৰলৈ উলটিল।

## 'সেৱা'ৰ সম্পাদক লাগে

সাদিনৰ মূৰত মঘা মহৰী শইকীয়াৰ আগত সোঁ-শৰীৰে হাজিৰ হৈ বাতৰিৰ জাননীলৈ আঙুলিয়াই ক'লে—পঢ়া।

শইকীয়াই পঢ়িলে—

**বিশাল, বিপুল, বিৰাট কাণ্ড !**
**নিবনুৱা সমস্যা সমাধান !!**
**সাহিত্যসেৱীৰ সোণালী সুযোগ !!!**

'সেৱা' নামক মাহেকীয়া কাকতৰ কাৰণে গল্প আৰু কবিতাত পৈণত এজন সুদক্ষ গ্ৰেজুৱেট সম্পাদক লাগে। দৰমহা মাহে এশৰ পৰা দুশলৈকে। সোনকালে প্ৰশংসাপত্ৰসহ তলত দিয়া ঠিকনালৈ আবেদন কৰক। কায়স্থ কবিৰ বিশেষ সুবিধা আছে।

"এম"

"বাতৰি"—সম্পাদক

শইকীয়াৰ চকু থিৰ পৰিল। সেপ ঢুকি হমুনিয়াহ কাঢ়ি ক'লে—"এইবোৰ কি অনাসৃষ্টি কৰিব খুজিছাহে. ছোৱালী ঘৰতে খুপৰী লাগক। শব পৰা দুশলৈকে দৰমহা দি লোকৰ পেট ভৰাবও নোৱাৰোঁ, সাহিত্য-ফাহিত্যও কৰিব নোৱাৰোঁ।"

মহৰীয়ে প্ৰবোধ দি ক'লে, "অসমীয়া কাকত উলিয়াই তোমাক দেউলীয়া কৰিবৰ দুৰ্বুদ্ধি মোৰ নাই। চাই থাকা মাছৰ তেলেৰেই মাছ ভাঁজা কেনেকৈ ? সম্পাদক ভায়াক এমাহ খুৱাম, চেপি চেপি গল্প-কবিতা পাৰে মানে উলিয়াম। ছোৱালী বিয়া দিম। পিচত লেখাবোৰৰ কপিৰাইট বেচি তোমাৰ পেট'ৰিত নগদ মবলগে ডেৰশ দুশ টিকা ৰূপ ভৰাম। গল্প-কবিতা লেখকৰ দৰে ভেবা-ভোদা-জৰদ্গব জগতত কোনো নাই। তুমি ইবোৰ সিবোৰ নাপাতিবা। কথা হৈছে কোন ধুৰন্ধৰে এই টোপ গিলে। গিলিব যে ঠিকেই, এবাৰ বিয়াৰ বৰশীৰ আঁকোৰা হুল কোৱাৰিত লাগিলে ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰবো তাগজ নাই সাৰিবৰ।"

## নামে মাৰেও, নামে তাৰেও

লক্ষ্মীকান্তই বি-এ পাছ কৰি বছৰে বছৰে কামৰ কাৰণে কমিটিৰ আগত উপস্থিত হৈছিল। পঢ়িছিল বেচেৰাই ল'ৰা-শিক্ষাৰ সেই কথাষাৰি সদায় মনত ৰাখি—

লেখা-পঢ়া ক'ৰে যেই
গাড়ী ঘোঁৰা চৰে সেই

লেখা-পঢ়া কৰিলে হয়, কিন্তু গাড়ী বা ঘোঁৰাত উঠাৰ সৌভাগ্য তেওঁৰ নঘটিল। বেকিং নাই, কমিটিয়ে নাক কোঁচায়। তাৰ অৱশ্যে কাৰণ আছিল। নামে মানুহক যেনেকৈ তাৰে, তেনেকৈ বোলে মাৰেও।

কোন কুক্ষণত মাক-বাপেক আৰু শ্ৰুতিকৰদেৰে তেওঁৰ নাম লক্ষ্মীকান্ত ৰাখিছিল কব নোৱাৰোঁ। কিন্তু লক্ষ্মীকান্তই এতিয়ালৈকে এদিনো লক্ষ্মীৰ মুখ দেখিবলৈ নাপালে। লক্ষ্মীকান্ত নাম লৈ লক্ষ্মীকান্তই লক্ষীৰ প্ৰতি চালুকীয়া অৱস্থাৰ পৰাই যি অৱজ্ঞা দেখুৱাই সৰস্বতীৰ প্ৰিয় হবৰ চেষ্টা কৰিছিল তাৰ ফল

লক্ষ্মীকান্তই নুবুজিলে বুজিব কোনে ? শুনা কথা লক্ষ্মী আৰু সৰস্বতীৰ সম্বন্ধটি বোলে মধুৰ নহয়। ভাৰতীৰ কৃপা কটাক্ষত শিক্ষাত আগুৱালে হয় কিন্তু লক্ষ্মীৰ বোষত বপুৰা জৰ্জৰিত হৈ গালে-মুখে হাত দি ঘুমনি লাগিল। শেহত উপায় নাপাই লক্ষ্মীকান্তই মনৰ বেজাৰ পাতলাবৰ কাৰণে আউলি-বাউলি হোৱা দীঘল চুলিৰ বাবুলি কাটি বুৰিয়ে বুৰিয়ে প্ৰেমৰ কবিতা আৰু কুৰিয়ে কুৰিয়ে গল্প ৰতিয়াবলৈ ধৰিলে। কাব্য-কথাই পেট নভৰায়, কিন্তু উপায় নাই।

এনে অৱস্থাত বাতৰিৰ পাতত ডাঙৰ আখৰেৰে জিলিকা মঘা মহৰীৰ জাননী তেওঁৰ চকুত পৰিল।

অসমতো সাহিত্য-সেৱীৰ আদৰ আছে। সাহিত্য-প্ৰাণ 'এম'-অৰ প্ৰতি ভক্তিত লক্ষ্মীকান্তৰ মূৰ আপোনা-আপুনি দো খাই গ'ল। 'সেৱা' কাকতৰ সম্পাদক। মাটি-বালিৰ কুৰূচ কঠুৱা সংসাৰ আৰু কোমল কল্পলোকৰ ব্যৱধানৰ দুৰ্জয় প্ৰাচীৰ লক্ষ্মী-কান্তৰ চকুৰ পচাৰতে অদৃশ্য হৈ গ'ল। আগন্তুক সোণালী সুযোগত আৰু 'সেৱা'ৰ পৰিকল্পনাৰ বিচিত্ৰতাত লক্ষ্মীকান্তৰ কবি-প্ৰাণ লয়লাসে নাচি উঠিল।

## ফুল মেৰি এ জেম

কেইদিনমানৰ পিচৰ কথা।

মঘা মহৰীয়ে বাতৰি সম্পাদকৰপৰা এটোপোলা কাকত পাই পোনচাটেই শইকীয়াৰ ঘৰ ওলালগৈ। ক'লে, দেখিলা এতিয়া, নকৈছিলোঁ মোৰ গেজুৰেট বান্ধৈহঁত মেৰপাকত সোমাবই বুলি। কেইদিন হৈছে জাননী মেলা, ইয়াৰ ভিতৰতে এইবোৰ। এতিয়া নাৰায়ণং নমস্কৃত্যং কৰি এইবোৰ বছা হ'ক। এওঁ হ'ল তোমাৰ দেৰগাঁৱৰ শ্ৰীমৎ চক্ৰপাণি চতুৰ্বেদী বি-এ, সাহিত্য সব্যসাচী। সব্যসাচী কোন হে—অৰ্জুন ? হেঁ হেঁ হেঁ, উপাধিৰ অৰ্থবোধ কৰাই কঠিন। বামুণৰ ল'ৰা চতুৰ্বেদী। সাম, যজু, অথৰ্ব, আৰু কি হে। কি কৈছা খৰ্ব। ঠিক। বেদৰ গুণ-গান কৰি দিন কটা-ওক, পাৰে যদি সব্যসাচীদেৱে আন ঠাইত লক্ষ্যভেদ কৰি ভাষা

যাজ্ঞসেনী লাভ কৰক।  মথা মহৱীৰ তথা আমাৰ শইকীয়াৰ ঘৰৰ সীমাত গাণ্ডীবৰ টংকাৰ। অসম্ভৱ। ফুল মাৰ্কা কি বোলা। গুড়বাই। সেইখন কাৰ ?

নলবাৰীৰ শ্ৰীযুক্ত দৈত্য নাৰায়ণ তালুকদাৰ এম-এ, সাহিত্য-শিৱাজী।

দৈত্য নাৰায়ণ, সাহিত্য-শিৱাজী—বাপৰে! তালুকদাৰ বাবা-জীৰ তালুকে পেট ভৰোৱা নাই দেখিছোঁ। এওঁ বৃহৎ ভাব-ৰাজ্যৰ দুৰ্ভেদ্য দুৰ্গ দখল কৰকগৈ। এলাপেচা লোক এখেত নিশ্চয় নহয়। মথা আউৰংজেবেও এই কামৰূপ কেশৰীক বন্দী কৰা কঠিন। এওঁৰ আবেদন ছামাৰিলি ৰিজেক্‌টেড।

তৌবা, তৌবা—ডাড়িয়ে-গোঁফে ভোবোকাৰ এও আছিল মৌলবী মহম্মদ কবিৰউদ্দিন খণ্ডকাৰ, সাহিত্য খায়াম। আছলাম আলাই-কুম মৌলবী চাহেব! পিচে পোনচাটেই ইৰাণলৈ গতি কৰক। 'সেৱা' কাকতৰ পূজাৰী পাতি সেৱা পণ্ড কৰিবলৈ আমাৰ নিকপ-কপীয়া হিন্দুৰ চিত্তে নিদিব। বিদায় বন্ধু!—বিদায় খায়াম। জানো তোমাৰ বিৰহে মোৰ অন্তৰ দহিব! বেজাৰত জ্যাকাত দিম—সাদিনলৈ ভিটামিনভৰা সিবিধৰ ৰসৰ মদিৰা চুহিম।

এওঁ আহিছে তোমাৰ ডিগবৈৰ ননীগোপাল শ্ৰুতিকৰ বি-এছ-ছি। ভাষাৰ উপাধিতে উকা! আজিৰ দিনতো শ্ৰুতি-স্মৃতি মেলি দুপইচা ৰোজগাৰ কৰিব নোৱাৰি শ্ৰুতিকৰ বোপাই সম্পাদক হবলৈ হামৰাও কচাত বুজিছোঁ বেচেৰা জৰদগৱ! বেয়া নাছিল—কিন্তু ব্ৰাহ্মণ-তনয়। সুতৰাং ননীগোপালে ঘৰতেই ননী চুহি থাওক।

আৰুনো কিমান চামহে। এ হৰি ভাষা-ভীষ্ম, গদ্য-গদাধৰ, কবিতা-কৌৰৱ, কথা-সাগৰ এইসকল আছিল ইমান দিন ক'ত লুকাই! 'ফুল মেনি এ জেম'—।

এইবোৰ প্ৰশংসাপত্ৰৰে এওঁ আহিছে কোন ? ডিবুৰুৰ উদীয়মান তৰুণ সাহিত্যিক লক্ষ্মীকান্ত কাকতী বি-এ। শিয়ালে-খোৱা সাহিত্য সভাৰপৰা মোৰ কুটুমে সাহিত্যসাগৰ উপাধিও লভিছে। নিতান্তই নিৰীহ ভদ্ৰলোক—লক্ষ্মীকান্ত নাম লৈও 'লক্ষ্মীছাৰা' কায়স্থ নন্দন। এই প্ৰশংসাপত্ৰবোৰ জাল নহয়তো ? শুনা ভায়া

বেজবৰুৱাই বোলে লিখিছে, 'লক্ষ্মীকান্ত অসমীয়া গল্প-সাহিত্যৰ মোপাছাঁ।' মো-পা-ছাঁ! কি বস্তুহে? হৰি বোল। কিছুমী কবি চৌধুৰীদেৱে বোলে কৈছে 'আপোনপাহৰা সুদৰ্শন কান্তকবিৰ কবিতাৱলী সাহিত্য-কুঞ্জৰ কোকিল-কাকলি।' অধ্যাপক কাকতীয়ে বোলে এওঁৰ কবিতাৰ পাতনি লিখিবলৈ যো-জা কৰিছেই। কৰিব—কাকতীয়ে কাকতীক নাচালে, কাকতীৰ নাৱৰ নাৱৰিলে চাব মাৰিব কোনে? তৰুণ, সুদৰ্শন আপোনপাহৰা! বুজিছা ভায়া—এই সাহিত্য-সাগৰ বোপাটিকে বিয়া-সেৱা মন্দাৰেৰে মন্থন কৰিব লাগিব। আজিয়েই লিখি মাতি পঠাওঁ। পিচে এটা কথা শইকীয়া, তোমাক কান্ত কবিৰ আগত এজন নীৰৱ কবি, লেখক পাতি মই দেখুৱাব লাগিব।"

"মোক কবি কৰিবা? লেখক সজাবা? এনে দুৰ্বুদ্ধি যেন তোমাৰ জন্ম-জন্মান্তৰেও নহয়। তোমাৰ সাহিত্য-তাহিত্যৰ বীজাণু এটিও এই প্ৰকাণ্ড কলেৱৰ ক্ষত-বিক্ষত কৰিলেও বিচাৰি নাপাবা।"

"এই বিষয়ে মোৰ আধানো সন্দেহ নাই। আমিও তথৈবচ। বুঢ়া শালিকাই মাত নলয় বুলি মই নজনা নহওঁ। কথা হৈছে সাহিত্য-সাগৰ সম্পাদকৰ আগত 'সেৱা' কাকতৰ প্ৰতিষ্ঠাতাৰ মুখত এষাৰ-দুষাৰ সাহিত্যৰ কথা নোলালে কথাৰ খেও খাব কেনেকৈ। শুনা, বেজবৰুৱাৰ নাম শুনিছা নহয়। ভাল লেখে বোলে— ঘনাই ঘনাই বোপাইৰ আগত বেজবৰুৱাৰ নাম লবা। গোঁসাই, চৌধুৰী, বৰদলৈ, গোহাঁইবৰুৱা, আগৰৱালা, ৰাজখোৱাৰ কথা কবা। ধোঁৱাখোৱাৰ নলীত হোঁপা দি নাকে-মুখে ধোঁৱা উলিয়াই 'আইত্য কৰিব লাগে—আইত্য কৰিব লাগে' বুলি সেহাবা। বাছ, সিফালে মই আগুৱিম। তোমাকো মই ভাষাৰ ভীম উপাধিৰে ভব্য-গব্য লেখক কৰিম। হিঃ হিঃ হিঃ।—আঃ মৰা মুখত কামোৰণি উঠিলেই। শৰীৰ পৰি অহাৰ লগে লগে বল-শক্তিও হৰি আহিছে। চাহ-টাহ এটুপি পাম জানো? মহৰীয়ে কপালত হাত বুলাবলৈ ধৰিলে।

"পাবা ভায়া পাবা! এটা কথাহে বুজিছা! আমি অনাহকতে

চাহ-পানীত গাখীৰ-গুৰ সানি চাহৰ ভিটামিন নষ্ট কৰোঁ। মোৰ মতৰ লগত গান্ধীৰ মতৰো ৰজিতা খাইছে। ঘৰত কালিৰেপৰা কেৱল ফিকা চাহ চলাইছোঁ।”

## সাহিত্যে বঢ়ায় সাহ

প্ৰাণত বিপুল আশা-আকাঙ্ক্ষা লৈ লক্ষ্মীকান্তই সেৱা কাকতৰ সম্পাদক স্বৰূপে ভাষা জননীৰ চৰণত সেৱা জনাবলৈ মঘা মহৰীৰ নিৰ্দেশ মতে মহৰীৰ ঘৰত উপস্থিত হ'লহি। ভাব-সাগৰত বুৰি থকা এই সুদৰ্শন কবিৰ মুখলৈ অলপ পৰ চাই আথে-বেথে বহি-বলৈ দি মহৰীয়ে মুখ মেলিলে—

বহা বোপা, বহা। হেজাৰ-বিজাৰ আবেদন-নিবেদন অগ্ৰাহ্য কৰি তোমাক মনোনীত কৰিছোঁ। তেজ ধুলে উটে কিন্তু মঙহ ধুলে নুটে। হেজাৰো হ'ক কায়স্থৰ ল'ৰা। আমাৰ আৰু আমাৰ শইকীয়াৰ জাতি-ভাই। প্ৰাণৰ টান আছে! কুলে কুলৰ নিমিত্তে কান্দিবই। শইকীয়াৰ অগাধ টকা বোপা। কুবেৰৰ ভঁৰাল নিজৰ ঘৰতেই বুলি ধৰাচোন। সাহিত্য সেৱাৰ কাৰণে নপতিয়াবা বোপা সত্তৰি হেজাৰ টকা উইল কৰি থৈছে। এনেজন নীৰৱ কৰ্মী-পুৰুষ-সাহিত্যপ্ৰাণ ভূ-ভাৰতত নহব নুপজিব। দহে দহ কথা তেওঁৰ বিষয়ে অৱশ্যে ৰটে। পৰশ্ৰীকাতৰ, খাবলৈ নোপোৱা কেল্লা-নীয়াহঁতে ডাঙৰ লোকৰ কিবা বোলেনে হেৰি কামোৰে! দুদিনতে বুজিবা বোপা, কবি মানুহ তুমি বুজিবাই, শইকীয়াৰ বাহিৰৰ আচৰণ-আৱৰণৰ ভিতৰত কি অনুপম মৌকোঁহ আছে! অন্তৰ-খন কৰুণাৰ প্ৰকাণ্ড মহাসাগৰকে বোলাচোন। আজিকালিৰ দিনত কাকত উলিয়াই এহেজাৰ দুহেজাৰ নহয় সাত হেজাৰ বোপা নগদ তোমাৰ সাত হেজাৰ চিকাৰূপ পানীত পেলাবলৈ কেইজন দানবীৰ, সাহিত্যবীৰ ওলাব? সত্তৰ হেজাৰ কিমান—তিনিকুৰি দহ হেজাৰ। দুখীয়া সাহিত্যিকৰ কাৰণে উইলত লিখি যোৱা পুৰুষ কেইজন আছে? পিচে বোপা, ঘৰত তোমাৰ আছে কোন?”

“মাতৃৰ বাহিৰে আপোন বুলিবলৈ এই জগত সংসাৰত মোৰ কোনো নাই।”

"আহা-হা বোপাৰ কথাই কবিতা। হ'ক হ'ক। কথাৰ ঠাচতেই বুজিছোঁ এতিয়াও বোপাৰ ঘৰ-গৃহস্থী হোৱা নাই। দেহি! বি-এত বোপাই কি পঢ়িছিলা? কি কলা? বিশেষকৈ সাহিত্য আৰু দৰ্শন? সাৰ বস্তুকেই বোপাই ধৰিছিলা। সাহিত্য আৰু দৰ্শনৰ বাহিৰে প্ৰাণৰ হেঁপাহ কোনেও পুৰাব নোৱাৰে। মই কলেজৰ ল'ৰা পালেই সেইবোৰ পঢ়িবলৈ দঢ়াই দঢ়াই কওঁ বোপা। আমাৰ শইকীয়াই শুনিলে বৰ সন্তোষ পাব। তাহানিখনেই তেওঁৰ এটা কবিতাত পঢ়া মোৰ মনত পৰিছে।

'সাহিত্যে বঢ়ায় সাহ দৰ্শনে দৰ্শন।
পয়াৰে পয়দা কৰে ভাব অগণন।'

ভাবৰ আৱেশত কবিয়ে চকু মুদিলে।

## সাহিত্য সম্বাদ

সেইদিনাই আবেলি লক্ষ্মীকান্তক লগত লৈ মহৰী শইকীয়াৰ ঘৰত ওলালগৈ। শইকীয়াই চকুযোৰ নাকত পিন্ধি গম্ভীৰ হৈ আগৰপৰা ভৰিলৈকে লক্ষ্মীকান্তক চাই মহৰীৰ ফালে মুখ ঘূৰালে। মহৰীয়ে ক'লে—"তোমাৰ 'সেৱা' কাকতৰ সম্পাদক কান্তকবি, সাহিত্য-সাগৰ। হ—এজন লেখৰ লেখক, বৰ বঢ়িয়া লেখে দিয়া। অলপতে কাকতত কি লিখিছিলা? আঃ চহখোৱা মনে আটাইবোৰ পাহৰে?

সসম্ভ্ৰমে লক্ষ্মীকান্তই সুধিলে কোন কাকতত? 'আৱাহনত'? শইকীয়াই টপৰাই মাত দিলে, 'অৰুণোদইত'।

শইকীয়াৰ ফালে চাই চকু টিপিয়াই মহৰীয়ে ক'লে, "আমাৰ শইকীয়াই সদায় 'অৰুণোদই'ৰে সপোন দেখে। কবি মানুহৰ কথা আমাৰ অকবিয়ে, গদ্যময় মনিহে বুজিবই নোৱাৰোঁ। কি কাৰণে কব নোৱাৰোঁ বুজিছা বোপা শইকীয়াই সদায় মাহিলী বোলা সাদিনীয়া বোলা সকলো কাকতকে 'অৰুণোদই' বুলিহে ভাল পায়। এখেত 'অৰুণোদই' যুগৰে নীৰৱ লেখক বোপা। নপতিয়াবা এওঁ লেখা গল্প-উপন্যাস-কবিতাৰ পুথি এবুকিৰ কম নহব। কাকো নেদেখুৱায়। মনে মনে লেখে আৰু লেখে।

তোমালোক কবি মানুহে অৱশ্যে এইবোৰ গুণকেই বুজিবা। নীৰৱ সাহিত্য সাধক। মই কিন্তু এই লুকফুকখন ভাল নেদেখোঁ। নিজে লেখি নিজে আনন্দ লভাতকৈ দহজনৰ মাজত আনন্দ বিতৰণ কৰা ভাল।"

নীৰৱ সাহিত্য সাধক শইকীয়াৰ প্ৰতি ভক্তিত কান্তকবিৰ মূৰ আপোনা আপুনি দোঁ খাই গ'ল।

মহৰীয়ে মুখ মেলিলে— "অ'ঃ, পিচে?" 'আৱাহন'ত লক্ষ্মীয়ে বিনয় প্ৰকাশি ক'লে, "যোৱা সংখ্যাত মোৰ 'অশ্ৰু বিলাপ' নামৰ কবিতা আৰু 'সপোনকোঁৱৰ' নামেৰে ৰূপক গল্প প্ৰকাশ পাইছে।"

"ঠিক, এই অশ্ৰু বিলাপ' কবিতা পঢ়ি আমাৰ শইকীয়াৰ কবি-প্ৰাণ "গুমৰি" উঠিছিল। তোমাৰ 'সপোনকোঁৱৰে' শইকীয়াৰ ভোক-পিয়াহ হৰিছিল। ভাবোঁ এইবোৰ লেখা কেনেকৈ? শইকীয়াক সুধিলে শইকীয়াই মাথোঁ মিচিকিয়ায়। 'অশ্ৰু বিলাপ'ৰ প্ৰথম শাৰীত কি আছিল। ছেঃ এনেকৈ পাহৰা ধানৰ ভাত খালে আমাৰ ক্ষালে আৰু হৈছে।" অনুশোচনাত নিজৰ টকলা মূৰত মহৰীয়ে হাত দিলে।

সেপ ঢুকি লক্ষ্মীকান্তই গালে—

"ফুলৰ পাহিত নিয়ৰৰ টোপা দেখিছা বন্ধু? দুনাই চোৱা বিৰহী প্ৰাণৰ বেদনা অশ্ৰু বিনাই বিলপি বাগৰি যোৱা। মহৰীয়ে কবিতাৰ তাল ৰাখিছিল ভৰিৰে। ক'লে—"আহা-হা কি ভাব! কি হনুপ্ৰাস। হৈছে আৰু বোপা, নহলে শইকীয়াই সমাধি লভিব।"

শইকীয়াই চকু মুদি ক'লে—"কবিতাত কবিতা আছে। সাহিত্য সকলোৱেই কৰিব লাগে। সাহিত্য কৰাটো মানুহৰ ধৰ্ম। বেজবৰুৱাৰ লেখাত বৰ বাহাদুৰি আছে। শৰৎ গোঁসাইৰ কবিতাই, আনন্দ আগৰৱালা আৰু ৰঘু চৌধুৰীৰ গল্পই—"

মহৰীয়ে কবিৰ মুখলৈ চাই হাঁহি হাঁহি ক'লে, "নকৈছোঁ বোলো শইকীয়াৰ কথাবোৰ সাঁথৰ। আগৰৱালা—চৌধুৰীৰ কবিতাত গল্পৰ আৰু গোসাঁইৰ গল্পত কবিতাৰ উহ কেনেকৈ উলিয়াইছে দেখিলা?—বোপা আজি গুপুতভে তোমাক এষাৰি কথা

কওঁ, শইকীয়াই জেহেলৈ মোক মাৰেও মাৰক, কাটেও কাটক। তোমাৰ অসমীয়া লেখকৰ ভিতৰত এতিয়া যি কেইজন জিলিকিছে, এটাইকিজনৰ সাহিত্য-চৰ্চাৰ গুৰিতে তোমাৰ এই শইকীয়া। ডেৰকুৰি-দুকুৰি বছৰৰ আগৰ কথা। তেখেতসকল তেতিয়া চঞ্চল কলেজীয়া ডেকা। কলিকতাত কিবা পঢ়ে আৰু ঘৰৰ ধন পাচিয়ে পাচিয়ে হৰণ কৰে। শইকীয়াই উন্নত ধৰণৰে চাহৰ ব্যৱসায় চলাবলৈ মন কৰি কলিকতাত হাজিৰ হৈ দেখে যে এটাইকেউজন পাশাখেলত তন্ময়। ডেকাহি মাৰি শইকীয়াই ক'লে—'এইদৰে অমূল্য ধন সময় অবাৰতে কটোৱা শিক্ষিত যুৱকৰ উচিত নহয়।' সকলোটিয়ে ভেবা লাগি শইকীয়াৰ মুখলৈ চালে। নপতিয়াবা কৰি, নগদ ডেৰ হাজাৰ মোনাৰপৰা উলিয়াই তেওঁলোকৰ হাতত আমাৰ শইকীয়াই গুজি দি ক'লে—'সাহিত্য কৰা জোনাকী, বিজুলী উলিয়াই দেশৰ আৰু দহৰ উপকাৰ সাধা।' এতিয়া এইবোৰ কথা কৈ শইকীয়াই নিজৰ যশস্যাৰ বৰচোল নোকোবায়। লাজকুৰীয়া লোক। কিন্তু সময়ত সকলো ওলাব। কৃপাবৰৰ নাম শুনিছা? সেই পেটালক বৰবৰুৱা পাতিলে কোনে জানা? কৃপাৰ গোঁফ আমাৰ শইকীয়াই উকটিব পাৰে বুজিছা। এদিন বেকত হবই। জুইক চাকি কোনে কেইদিন ৰাখিব পাৰে? পিচে এতিয়া আচল কথালৈ আহোঁ। অকলশৰীয়া মানুহ কেইডোখৰ হম! নামানে। হ'ক, হ'ক, ভাষাৰ তেওঁ উন্নতি হ'ক। কি বোলা? বোপাক মাহে সম্প্ৰতি সামান্য এশ টকাত সম্পাদক নিযুক্ত কৰা হল। আজিৰ-পৰাই! উন্নতি আছে। এতিয়া অন্ততঃ দুমাহ-তিনিমাহৰ জোখাৰে গল্প কবিতা লাগিব। সেইবোৰ সমল হাতত লৈ কলিকতাৰ প্ৰেছত ৰমক-জমককৈ 'সেৱা' ছপাব লাগিব। পিছে বোপা, মাহে তুমি নিজে কিমান কবিতা, গল্প যোগান দিব পাৰিবা?

তললৈ মূৰ কৰি কবিয়ে ক'লে—"কমকৈও ডেৰকুৰি কবিতা, একুৰি গল্প।"

"ভাল, ভাল—তোমাকনো আৰু কি ক'ম। পাৰা যদি আৰু উলিয়াবা। পাৰিবাই। সাহিত্য সাধনাৰ ওপৰ খাপলৈ তুমি উঠিছা বোপা।"

যাবৰ সময়ত মহৰীয়ে শইকীয়াক ফুচফুচাই কৈ গ'ল—"বুজিছা ভায়া কবিৰ আগত পাৰামানে তুমি মুখ নেমেলিবা, মুখত সাহিত্য ওলাই পৰিব চাবা। কবিৰ খোৱা-বোৱাৰ বিষয়ে আই-টীৰ মাকক চকু দিবলৈ ক'বা। তিৰোতা আৰু সোঁচৰা ব্যাধি একেই। হাতৰ মুঠি দুদিনমানলৈ অলপ মেলিবা।"

## ফিকা চাহ খোৱা হলেও যেনতেন।

পষেকৰ পিছৰ কথা।

শইকীয়াই হমুনিয়াহ কাঢ়ি মুখ আমোলাই মহৰীক ক'লে—"তোমাৰ কান্ত কবিয়ে লেখাৰে মোৰ মেজ ওপচাইছে! লগে লগে ভাত-চাহৰ শ্ৰাদ্ধ হৈছে। দিনটোত বুজিছা এবাৰ নহয়, দুবাৰ নহয়, পাচ বাৰকৈ কবিক চাহকে লাগে! ফিকা চাহ খোৱা হলেও যেনতেন! তোমাৰ শইকীয়ানীয়ে জুতি লগাই আটোমটো-কাৰিকৈ খুৱাইছেহে খুৱাইছে। ফলত বা কি ফুটুকাৰ ফেনসোপা উঠে! —হিচাপ কৰি চোৱা, কমেও দিনে একাধলি উৰিছে।

মহৰীয়ে প্ৰবোধ দি ক'লে—"দুৰ্বাৰ তপস্যা—কোটি জন্মৰ সাধনাত ভাগ্যত জোঁৱাই মিলে! —দুদিন অপেক্ষা কৰা। কান্ত কবিৰ সকলো অংগত কবিতাৰ পোকে পিলপিলাইছে। মহৰীৰ পাকত পাকঘূৰণি নাখাই নোৱাৰে। দিয়া, কবিয়ে লিখি দমোৱা গদ্য-পদ্যবোৰ মোক দিয়া। আজিয়েই হেস্তনেস্ত এটা কৰিব লাগিব।"

টোপোলা লৈ মহৰী ওলাল। ৰাতিলৈ তেওঁৰ ঘৰত খাবলৈ কবিক নিমন্ত্ৰণ জনাই গ'ল।

## আবেগৰ—বন্দী

ৰাতি আথেবেথে মহৰীয়ে কবিক খুৱাই-বুৱাই বহিবলৈ দি ভিতৰত সোমাল আৰু খন্তেক পিচতে হাতত কবিয়ে লিখা কাকতৰ টোপোলা লৈ মুখ বিদৰাই গোঁফ কঁপাই ক'লে—"এইবোৰ কি কাণ্ড বোপা? তুমি কবি লেখক, বি-এ, সাহিত্য-সাগৰ। কিন্তু এনেকৈ চুকতে থাকি শইকীয়াৰ বুকত কামোৰ বহাব নালা-গিছিল। আলচুলকৈ কি কৰিবলৈ পাঙিছা? ভাল নহয় দেই।"

লক্ষ্মীকান্তই ভেবা লাগি মহৰীৰ মুখলৈ চালে। "কবিতা ৰচা, গল্প লেখা, সাহিত্য কৰা, আমাৰ আপত্তি নাই। হবই পাৰ্য়। শইকীয়াৰ এনেখন হবই পায়। সাহিত্য-সাহিত্য কৰি বাউল। মই ভেতিয়াই নকৈছিলোঁ-সেবাকেবা উলিয়াই ভেবশ-দুশ দি কৰি-টবি পোহা ভাল নহয় বুলি! নুশুনিলে—এতিয়া হিয়াচাকুৰিলে চকুলো টুকিলে হব কি? কৰ্ম্মফল-কৰ্ম্মফল! অস্ অস্—এনে হব বুলি মই অৱশ্যে সপোনতো ভবা নাঁছিলোঁ।"

মহৰীয়ে মূৰত হাত দিলে। কবিৰ চকুত আতংক ফুটি উঠিল। সেপ চুকি ক'লে "মই একো বুজিবই পৰা নাই, অনু-গ্ৰহ কৰি—"

খং দেখুৱাই মহৰীয়ে মাত দিলে "অনুগ্ৰহ নিগ্ৰহৰ কথা নহয় কবি। কবি মানুহ তুমি, গতিকে বুজিবা কেনেকৈ, বুজো মাথোঁ আমাৰ নিচিনা গো-মূৰ্খবোৰে। এস্ শইকীয়ানীৰ সিফালে বুকুভঙা বিননিত পানীতো হাঁহ নচৰা হৈছে। তেওঁৰ কঁুৱৰী-জঁাকে ঘৰৰ ঘৰুৱাহিৰে পেটৰ ভোক চকুৰ টোপনি হৰিছে। কৰক সাহিত্য কৰক। আমাৰ কি কবিতা, কবিতা লিখে সকলোৱে। কিন্তু তুমি এনেকৈ শইকীয়াৰ গাভৰু ছোৱালী লৈ খেলখন পতা ভাল হোৱা নাই, কলোঁ। মান-সম্ভ্ৰম সকলোৰে আছে।"

কবিৰ মুখখন শেঁতা হ'ল। ক'লে 'অভাৱনীয়, অচিন্তনীয় কথা। অন্যায় দোষাৰোপ।'

মহৰীৰ মুখত বিদ্ৰূপৰ হাঁহি। ক'লে, "অন্যায় দোষাৰোপ। আমাৰ এফেৰি অন্যায় অৱশ্যে হৈছে। কান জপাই চকু মুদি নথকাত আমাৰেই দোষ। দোষভাগী জীৱক ক্ষমা কৰিবা কবি। ছোৱালীৰ গতি সিফালে যিয়েই নহওক, তোমাৰ নিলাজ কল্পনাৰ গতি ৰোধ কৰা আমাৰ উচিত হোৱা নাই। এইবোৰ লিখিছা কি? কালৈ?"

মহৰীয়ে লক্ষ্মীকান্তৰ 'কবি-প্ৰিয়া' কবিতাটি পঢ়িবলৈ ধৰিলে—

"আজি মোৰ যৌৱনৰ নিকুঞ্জ বনত
নাচিছে ফাগুন
তোমাৰ পৰশ মাগি প্ৰভা বসন্তৰ,
—প্ৰেয়সী আপোন।"

শুনা কবি, তোমাৰ যৌৱন কুঞ্জত ফাগুন নচাত মোৰ অলপো আপত্তি নাই। যুৱক কবিৰ বুকুৰ বনত ফাগুনে মাহাঁ-হিলে নাচিব-হাঁহিব কোনে? কিন্তু কবি তোমাৰ প্ৰেয়সী প্ৰভাৰ পৰশৰ মগনিয়াৰ হোৱাটো নিতান্তই তোমাৰ পক্ষে অশোভন হৈছে। শইকীয়াৰ জীয়েক প্ৰভা আইদেউক বিয়া কৰিবলৈ হাকিম-উকীলে হামৰাও কাঢ়ি ফুৰিছে। নুফুৰিবই বা কিয়। এনে ছোৱালী আছেই বা কেইজনী? ৰূপকেই চাবা নে গুণকেই কবা। গানে-বাজনাই, লেখাই-পঢ়াই তমস্কাৰ, হাতত ফুলা পদুমৰ লক্ষণেৰে লখিমী ছোৱালীটি। তুমি স্বীকাৰ কৰিবলৈ বাধ্য কবি, তোমাৰ এই কদৰ্য লেখাৰ পৰিণাম বৰ ভীষণ বুলি। ছোৱালী দেখিলা বুলিয়েই এনে অপকৰ্ম কৰিব পোৱানে। ছোৱালীৰ গাতো কিবা ৰণ-জেউতি উঠিছে। তোমাৰ নাম শুনিলেই নাচি উঠে। এইবোৰ জানিলে-শুনিলে তাইক বিয়া কৰাবলৈ লোকে নাক নোকোচাবনে। ছিঃ—

লক্ষ্মীকান্তৰ শৰীৰ কঁপিবলৈ ধৰিলে। ক'লে 'বিশ্বাস কৰিব তেখেতৰ নাম যে প্ৰভা আইদেউ এই মাথোঁ আপোনাৰ মুখত প্ৰথম শুনিলোঁ। মোৰ কবিতাৰ প্ৰভা বসন্ত কালৰ কল্পনাৰ—'

'ৰ'বা কবি। ভাবিছিলোঁ কবিৰ প্ৰাণ সৰল—লেখকৰ বুকু বহল। মিছা-বেশ্যাৰ ঠাই তাত নাই, পিচে মিছা। মঘা মহৰীৰ চকুত ধূলি মাৰিবলৈ অপচেষ্টা নকৰাই তোমাৰ মংগল। বাৰু মানিলোঁ তোমাৰ কবি-প্ৰিয়া কল্পনাৰ বুলি। কিন্তু তোমাৰ এই উষা হৰণ গদ্য কবিতাই কয় কি, হুঃ—নিশ্চয় তোমাৰ মগজুৰ বিকাৰ ঘটিছে। গদ্য গৈ কবিতা হ'ল। গদ্যৰ কণ-কঠিয়া মাৰিলা। গদ্য কবিতাৰ কথাও শুনোহে লাগে। লিখিছা—

'বদ্ধ হৃদয়ৰ ৰুদ্ধ বেদনা লৈ কবি ফুৰিছিলা বীণ বাই কিবা বিচাৰি আন্ধাৰত। আন্ধাৰ, ভীষণ আন্ধাৰ, বীণৰ ঝংকাৰ মূৰ্ত হ'ল, ছন্দময়ী চিত্ৰলেখাৰ ৰূপ লৈ অপৰূপ তেওঁৰ লয়লাস, মন্থৰ তেওঁৰ গতি। আকৰ্ষণত কবি মুগ্ধ। দেৱীৰ ইঙ্গিতত কবিয়ে চকু মুদিলে। তাৰ পিছত আপোনা-আপুনি কবিৰ চকু মেল খালে আগত দেখিলে কবিৰ জন্মান্তৰৰ সাধনাৰ সাৰ উষাৰ—

সেই হিৰণ্ ৰৰণী উষাৰ—' বহু আৰু নগঢ়ো। ভুল-ভ্ৰম পট্‌-পট্। ভুৱা নিদিবা, ধৰা পৰিছা পদে-প্ৰমাণে। অনিৰুদ্ধ তুমি কাম-কাজ নাপাই আন্ধাৰত অনাই-বনাই ফুৰিছিলা। গোটেই সংসাৰ আন্ধাৰ দেখিছিলা, চিত্ৰলেখা হৈছে তোমাৰ লেখাবোৰ। সেইবোৰে তোমাক ইয়ালৈ টানি আনিলে, লেখক নোহোৱা হলে আমিয়েই বা তোমাক বিচাৰিম কিয়? আহি দেখিলা বগী ধকধকী প্ৰভাক, তোমাৰ সাধনাৰ সাৰ হিৰণ্ ৰৰণী উষাক। শুনিছোঁ কবিবোৰ বোলে লম্পট নহয়। কিন্তু তুমি কাকতীৰ ঘৰৰ কাইথৰ ল'ৰা হৈ দৰ্শন পঢ়ি এনে চুলুং হ'লা কিয়? পৰহি প্ৰভাক তুমি দেখিছিলা, আৰু পলম নসহিল, সেইদিনাই দিলা বঁতিয়াই 'কবিপ্ৰিয়া' কবিতা, উষাহৰণ গদ্য পদ্য। প্ৰভাক হৰণ কৰিবা, হৰণ কৰি বগাঘৰত ভাত খাবৰ কাৰণে দুৰ্মতি নোহোৱাই আছিল তোমাৰ পক্ষে ভাল। শইকীয়াই শুদাই এৰিব, ছিঃ।' ঘৃণাত মহৰীৰ মুখত বিকাৰে দেখা দিলে।

অলপপৰ মৌন হৈ থাকি মহৰীয়ে মুখ মেলিলে, "শুনা বোপা তোমাৰ ভালেই মোৰ ভাল। বুঢ়াৰ পৰামৰ্শ উপদেশ শুনা। নহলে কেঁকাবা। তুমি প্ৰভাক বিয়া কৰোৱা। উচাপ খাইছা? উপাই নাই, তাইৰ ইহকাল পৰকাল নাখাবা। তাম্ভো তোমাৰ কবিতা পঢ়ি কিবা হনু সোৱাদ পায়। দেখিছোঁ তাইৰ গাতো কবিতাৰ সকলো লক্ষণ প্ৰকাশ পাইছে। তোমাৰ সাহিত্যৰথৰ প্ৰভা হক প্ৰধান সাৰথী, তোমাৰ সাহিত্য ইঞ্জিনৰ প্ৰভা হক লুব্ৰিকেটিং অয়ল, আশীৰ্বাদ দিছোঁ। তুমি আবেগত বন্দী।"

'কিন্তু যাৰ ঘৰত লক্ষ্মীৰ কৰা নাই। যাৰ অন্ন সংস্থানৰ উপায় নাই।'

মহৰীয়ে হাঁহি ক'লে "তাৰ বিয়া কৰোৱা নিতান্ত অন্যায় ইয়াকে বোধকৰোঁ বোপাই কব খুইছা, এই লেখা-পঢ়া জনা ল'ৰাহঁতৰ মগজুত আজিকালি সোমাইছে কি ভাবি মই পাব নাপাওঁ, বিয়াৰ কথা গুলালে মুখ বেঁকা কৰে। ইহঁতে চিঞৰিব খাবলৈ নাপাই মৰিলোঁ বুলি কাম-কাজ নাপাই ৰসাতললৈ গলোঁ বুলি। আৰে বাপু তিৰোতাই যে ঘৰৰ লক্ষ্মী তালৈ সিহঁতৰ ভ্ৰূক্ষেপ নাই। লক্ষ্মী আমাৰ ওচৰতেই আছে, প্ৰতি ঘৰে ঘৰে

আই খিয়াজ কৰিছে। কিন্তু দম্ভ-অহংকাৰে, বিদ্যা-বুদ্ধিৰ ভেমে, গেলা গপে ভেকাহঁতক আজি অন্ধলা কৰিছে। লক্ষ্মীক নেওচাৰ প্ৰতিফল লক্ষ্মীয়ে নিদিব কিয়? লক্ষ্মী কোন চিনিবৰ বা বুজিবৰ চেষ্টা নাই।"

কবিয়ে লাহেকৈ ক'লে 'বুজিব নোৱাৰিলোঁ'।

"নুবুজাত মই আচৰিত নহওঁ। কিন্তু কবি, তুমি জানা অন্ততঃ পঢ়িছা কৰ্মসিদ্ধি ঘটে, লক্ষ্মীলাভ হয়, প্ৰেৰণাত, সাধনাত, উদ্যোগত। কল্পনাত নহয়। ঘৰৰ লখিমী ঘৰলৈ চপোৱা আগ্ৰহেৰে। দুদিনতে তোমাৰ জয় জয় ময় ময় হবই হব। ভাবি চোৱা তুমি যদি শইকীয়াৰ এই লখিমী ছোৱালীটি সামৰা, সামৰিবা বুলি ধৰিছোঁৱেই, দুদিনতে সৌভাগ্য সূৰ্য তোমাৰ কপালত নুঠিবনে? তোমাৰ চেহেৰা নবদলিবনে, হেজাৰ-বিজাৰ টকাৰ মালিক তোমাৰ শহুৰ শইকীয়াৰ সত যাবনে অভাৱত তোমাৰ কুমসোমোৱা শুকান মুখনি চাই থাকিবলৈ? তেনেজন পুৰুষ আমাৰ শইকীয়া নহয়। পৰৰ দুখত—আপোন মানুহৰ কথাকেই নকওঁ, পমি যোৱা এনেজন পুৰুষ নহব নোপজিব। তেওঁৰ আগহাতৰ দান বাওঁ হাতেও নাজানে বোপা। প্ৰভাক বিয়া কৰি তুমি উদ্ধাৰ হোৱা, কেলেং-কাৰীখনৰপৰা শইকীয়াকো পৰিত্ৰাণ কৰা। ওচৰচুবুৰীয়াই বি-বিয়া-টছেই। শইকীয়াৰ বিপুল দানত সুকলমে 'সেৱা'ৰ কাৰ্য তুমি চলাব পাৰিবা। মই লেখক নহওঁ কিন্তু তোমাৰ গল্প, তোমাৰ কবিতা পঢ়ি মই পুনৰ্জন্ম পাইছোঁ। তোমাৰ লেখাৰ কি তেজ, কল্পনাৰ কি বাহাদুৰী। শুনা বোপা তোমাৰ শুভাকাংক্ষী মই, এই মাহেন্দ্ৰ সুযোগ হেলাত নেহেৰুৱাবা। নিবনুৱা সমস্যা সমা-ধানৰ বিবাহেই হৈছে সোণালী সুযোগ। জীৱনত ছেগ মাথোঁ এবাৰহে আহে।

## লক্ষ্মীকান্তৰ লক্ষ্মী লাভ

নিচেই চুচুঁৰীয়াকৈ কবিৰ লগত প্ৰভাৰ বিয়া হৈ গ'ল। হাকিম-মুঞ্চপৰ লগত বিয়া দিব নোৱাৰাত শইকীয়াৰ বোলে মনত বৰ বেজাৰ। এৰা, এনে অৱস্থাত মন থাকিলেও ঘমঘণ্টৰে জীয়েকৰ বিয়াখন তেওঁ পাতে কেনেকৈ।

মহৰীৰ কথা মতে সাদিনৰ ছুটী লৈ লক্ষ্মীকান্ত সস্ত্রীক ঘৰলৈ যাত্রা কৰিলে। ন-বোৱাৰীয়ে শাহুৰেকক এবাৰ সেৱা জনাই অহা ভাল।

কিন্তু লক্ষ্মীকান্তৰ ছুটীৰ শেষ আৰু নহ'ল। মহৰীয়ে লিখিলে শইকীয়াই তেওঁৰ বুকুৰ কলিজা আইদেউক উলিয়াই দি বৰ কাতৰ হৈ পৰিছে। সম্প্রতি শোকত 'সেৱা'ৰ কাৰ্য্য বন্ধ ৰাখিবলৈ তেওঁ থিৰাং কৰিছে। সেৱাৰ কথা ওলালেই তেওঁৰ হুমুনিয়াহ ওলায়, হাৰ্ট ফেল হবৰ উপক্রম হয়। কবিতা দেখিলেই তেওঁ উচাপ খায়। তোমাৰ লেখাত প্রাণ আছে, শক্তি আছে, গতিকে সাহিত্য সাধনাৰ কাৰণে তুমি আন ঠাই বিচাৰি লোৱাই ভাল। শুনি সন্তোষ পাবা—তুমি লেখি থৈ যোৱা গল্প আৰু কবিতাবোৰ কণ্টকী কোম্পানীয়ে প্রকাশ কৰিবলৈ গাত লৈছে।

## লাভৰ ভিতৰত শূন্য

সাদিনৰ দিনা শইকীয়াই মহৰীক আগ্রহেৰে সুধিলে "পিচে কণ্টকী কোম্পানীয়ে ক'লে কি?"

"তোমাৰ সৰ্বস্বত্ব সংৰক্ষিত জোঁৱাই কৰিয়ে সেৱাৰ সম্পাদক স্বৰূপে লিখা গল্প আৰু কবিতাৰ কাৰণে দিব খোজে ডেৰশ। অনেক খট্ বান্ধৰ মূৰত।"

"মুঠেই ডেৰশ। সিফালে কেৰাণী-মহৰীৰ দৰমহা কাটি পোৱা ছকুৰি টকা ছোৱালীৰ যৌতুকত দিয়া গহনা-গাঠৰি, বস্ত্র-বস্তুতেই উৰিল। নিলে তাই মোৰ সকলো চুহি চুহি নিলে।"

"হক ভায়া, সোণাৰ মুখত মাখি পৰে সিও সোণাৰ লাভ। কৰিক দিলা আঢ়ৈ কুৰি, তেওঁৰ খোৱাত আৰু ছোৱালীৰ বিয়াৰ জা-জলপানত তোমাৰ টানিমানি খৰচ হ'ল পাঁচ কুৰি। ডেৰশ গ'ল ডেৰশ আহিল।"

"লাভৰ ভিতৰত বিৰাট শূন্য" হুমুনিয়াহ কাঢ়ি মুখ ওঁামোলাই শইকীয়া ভিতৰ সোমাল।

## ভৱিষ্যৎ

হলীৰাম ডেকা

এজনী অনিশ্চিত ৰূপৰ গাভৰুৰ মন পাবলৈ জগতখন কিয় ইমান ব্যস্ত, মই বুজিব পৰা নাই। আজিও বুজা নাই; কিন্তু যি সত্য সি সত্যই, মই বুজিব পাৰো বা নোৱাৰোঁ। এই গাভৰু গৰাকী আন কোনো নহয়, চিৰ অনায়ত্ত নিজৰ ভৱিষ্যৎ। মই ভৱিষ্যতে কি হ'ম, কি কৰিম, কোনজন হ'ম, ধন-জন, স্বাস্থ্যৰ অৱস্থা কি হ'ব; ওচৰ-চুবুৰীয়াৰ ধৰা-বন্ধা হিচাবত মই কিমান-দূৰ উঠিম বা পৰিম, এয়ে মোৰ নিত্য-নৈমিত্তিক সমস্যা—ইয়াতেই যেন মোৰ জীৱনৰ সকলো সাধনা, সকলো আশা-আকাংখা, সকলো হা-হুমুনিয়াহৰ পৰিণতি: অথবা ই যেন আজন্ম উত্থিত কলৰৱ, বিষাদ-বিননি সকলো মাৰ যোৱা অস্পষ্ট আভাস আলো-ড়িত জীৱনৰ এটি অনুদাত্ত সুৰ!

ময়ো এই অনিশ্চিত জীৱনৰ কাল পৰিণতিলৈ অপেক্ষা কৰিয়ে জীৱনৰ হাটত অনাই-বনাই ফুৰিছিলোঁ। কিন্তু মোৰ বিশ্বাস আছিল যে, এই জীৱন হাটত বেচা-কিনা কৰোঁতে যাক যি দিব-লগীয়া হৈছিল, মই নিয়ম মতেই দিছিলোঁ। কেতিয়াও মোৰ মোনাৰ তলিলৈ বৰকৈ চোৱাৰ অভ্যাস নাছিল।

পুত্ৰৱান পিতা। ল'ৰা-ছোৱালী হ'লেই অসুখ-বিসুখ লাগি থাকেই। মোৰ ঘৰখনো এই সাধাৰণ নিয়মৰ বাহিৰত নহয়। কিন্তু যেতিয়া স্থানীয় ডাঙৰ ডাক্তৰ সকলে ক'লে যে, মোৰ ল'ৰা এটাৰ চিকিৎসা তেখেত সকলৰ দ্বাৰা হোৱা সম্ভৱপৰ নহয়—অৱশ্যে এই মত দিয়াৰ আগলৈকে ভালেখিনি টকা-পইচা মোৰ মোনাৰপৰা তেখেতসকলৰ বাকচলৈ বাট পাইছিল। মই ল'ৰাৰ ভাললৈ চালে ডাঙৰ চহৰ কলিকতালৈ তাক চিকিৎসাৰ কাৰণে নিয়া যুগুত তেতিয়া তালুকদাৰৰ বেংকত খত্ লিখি দি দুশ টকা ধাৰলৈ বুলি লৈ কলিকতামুৱা হ'লোঁ। আৰু মেডিকেল কলেজত থকা অসমীয়া ছাত্ৰকেইজনৰ নিঃস্বাৰ্থ আৰু অকৃত্ৰিম চেষ্টাৰ ফলত ৰেছিডেণ্ট চাৰ্জনকে দুটা 'প্ৰাইভেট কল' দি, কৰ্ণেল থানাদিয়াৰ

চাহানক তাণ্ডৱ এটা ফিজ দি, বিশ্রা তাড়াৰ ছিটত মোৰ ল'ৰাক প্রিন্স-অব ৱেলচ্ হস্পিটেলত ভর্তি কৰাই দি উদ্বেগ ভৰা মিশ্চিন্ত-তাত অলপকেইদিন জিৰণি লওঁ।

কেইদিনমান পিছত ল'ৰাৰ ওপৰত অস্ত্রোপচাৰ, অর্থাৎ অপাৰেশ্যন কৰা হ'ল আৰু চিকিৎসকসকলে সিদিনা কৃতকার্য হোৱা বুলি ক'লে। বোধহয় এই কৃতকার্য হোৱাৰ অর্থ, অস্ত্রো-পচাৰ কৰাৰ পিছতো ৰোগীৰ শ্বাস-প্রশ্বাস বন্ধ হোৱা নাছিল। আশাকৰা মতে ৰোগীৰ ভৎ নাহিল। আগেয়ে ডেখেতসকলে ক'লে যে, ৰোগী বৰ দুর্বল, পিছত জ্বৰ উঠাত ক'লে যে, ভিতৰত এটা সক্রিয় আন্দোলন বা violent reaction চলিছে, তাৰ ফলতে গাৰ তাপ বাঢ়িছে। তিমানতে ক্ষান্ত নহৈ তৃতীয় দিনত ব্যাখ্যা দিলে, ৰোগীৰ তেজ দূষিত হ'ল, ডাক্তৰী ভাষাত 'চেপ্‌টিক' হ'ল। তাৰ কাৰণ ডেখেতসকলে কয়, ৰোগীৰ ভাগ্য মন্দ। নহলে ডেখেত-সকলৰ চিকিৎসাগাৰত এনেবোৰ উপসর্গ হেনো শতকৰা এজন আধাজন ৰোগীৰহে হয়।

সেই কেইদিন মনত বাৰে বাৰে খেলিবলৈ ধৰিলে, "ভাগ্য মন্দ"। ভাগ্য মন্দ কাৰ? ৰোগীৰ নে মোৰ, নে আত্মীয়-পৰি-জনসকলৰ? ৰোগীৰ ভাগ্য মন্দ বুলিবৰ একো নাই—অতি বেয়া হব পাৰে, মৰিব পাৰে; নৰিয়াত পৰি অসুস্থ হৈ থকাতকৈ মৰা একো বেয়া নহয়—মৰিলে অন্ততঃ নৰিয়াত পৰিব নালাগে। জীৱনত আমি যিমানবাৰ নৰিয়া-নিকাৰ ভুগি মৰিবলৈ ইচ্ছা কৰিছোঁ, তিমানবাৰ মৰা হলে মৰণৰে পিৰামিড সাজিব পাৰিলোঁ-হেঁতেন। ৰোগী দেখোন মৰিয়ে আছে, তাৰ সক বুকুখন কঁপি-বলৈ এৰিব এইহে কথা। কাপোৰৰ তলত থকা অকুজকীয়া হাড়ৰ মাজেদি দেখা পোৱা জীৱনৰ মৃদু কঁপনি নহয় নাইকীয়া হ'ল, তাত তাৰ পক্ষে এনে মন্দ ভাগ্য কি? সিতো কেতি-য়াবাই সক্রিয় জগতৰপৰা মেলানি লৈছে! এতিয়া নহয় নতুন উদ্যমেৰে নতুন এখনি জগত পাব, যদি পায়। তাত ভাগ্যক দূষিবৰ কি আছে? মোৰ আত্মীয়-পৰিজনে মর্মান্তিক আঘাট পাব, সঁচা কথা; কিন্তু আঘাট নোপোৱাকৈ কাৰ জীৱন চলিছে?

যন্ত্ৰ তাড়নাত বাদ্য উঠে, তাল লয়, তাতে মান—তাতে জীৱনৰ নৃত্য ভংগিমা লুকাই থাকে। "তাড্যমানা বিতন্ত্ৰী হ'ব" অৰ্থাৎ তাড়নাত লয়, মান আদি হেৰালেহে মূৰ্ছনাৰ স্খলন হয়, বাদ্যই তেতিয়া গোলমাল আখ্যা পায়। তেনে সহজভাৱে এই আগন্তুক মৰ্মন্তুদ বাতৰি যদি মোৰ পৰিবাৰ বৰ্গই গ্ৰহণ কৰিব পাৰে, তেনেহলে তেওঁলোকৰ ভাগ্যক একো দুষিবলগীয়া নহয়। মোৰ পক্ষে কি? এখন সুখৰ সৰগ ভাঙি পৰিব, অন্তৰত চিতাৰ জুই জ্বলিব, হৃদি আকাশ বিষাদৰ চকুলোৰে ঢাকি পেলাব—মোৰ পক্ষে পুত্ৰৰ জীৱন-মৰণ যেন স্বৰ্গ-মৰ্ত্যৰ প্ৰভেদ।

এনেবোৰ আন্তৰিক চাঞ্চল্য-কাৰ্য-তৎপৰতাৰ তাণ্ডৱে ঢাকি ৰাখি নিতৌ হস্পিটেললৈ অহা-যোৱা কৰিছোঁ। ইংৰাজী জনাৰ দুৰ্ভাগ্য। ছাত্ৰসকলৰ ৰোগীৰ সংকটজনক অৱস্থা সম্বন্ধে নানা কথা বিনা আপত্তিতে সহ্য কৰিছোঁ—ছোৱালীক দদ্দুৰী শাহুয়েকৰ জিম্মাত থৈ বাপেক-মাকে নিতৌ পিণ্ড খোৱাৰ দৰে অনাবিল ভাবে এওঁলোকৰ সঁচা-মিছা নানা "থিওৰি" নানা ৰিডিং বা ভৱিষ্যতৰ ইংগিত সহ্য কৰি চলিছোঁ। কেতিয়াবা এই অধ্যায়ৰ অৱসান হ'ব! যেনেকৈয়ে হওঁক, এই বিশ্বাসেই সময়ত মোৰ ধৰণী। দুপৰীয়া গধূলি দুবেলা খাওঁ। ৰাতিপুৱা পাৰিলে দুবে দুবে এবাৰ পাক মাৰি আহোঁ। ঠাৰে-চিঞৰে বাছাৰ অৱস্থা বুজিবলৈ চেষ্টা কৰোঁ—যমে মানুহে টনা-টনি।

বিচিত্ৰ নগৰ কলিকতা। ৰাজধানীৰ অট্টালিকা বা ধনী সকলৰ বিলাস-বৈভৱ বৰ্ণাবৰ মোৰ আহৰি নাই। সেইবোৰলৈ চকু দিবলৈকো মই সময় পোৱা নাছিলোঁ। মোৰ মূৰত একেটা চিন্তা, অন্তৰত একেকুৰা জুই। কিন্তু যি ঠাইত মই নিতৌ আহি ট্ৰামত উঠো সেই ঠাইত এদিন দেখিলোঁ, এজন কেটোৰ-ক'লা, ধুম নওঠা মানুহ বাটৰ কাষত বহি আছে। তাৰ আকৃতি আৰু অনাবৃত অৱস্থাই যদিও মোৰ দৃষ্টি আকৰ্ষণ কৰিছিল, তথাপি বজীয়া-বহুল কলিকতাৰ পক্ষে ই একো নতুন দৃশ্য নহয় বুলি ভাবি মই হস্পিটেললৈ আন দিনাৰ দৰে গুচি গলোঁ। সিদিনা ৰোগীৰ অৱস্থা ভাল যেন দেখিলোঁ। তথাপি চিকিৎসকসকলে

ক'লে যে, সি বিপদ প্ৰাথিমা পাব হোৱা নাই। তাতেহে সন্তুষ্ট থাকিলোঁ। আশা-নিৰাশাৰ দ্বন্দ্বত ৰাতি কিন্তু মোৰ টোপনি নহ'ল।

পিচদিনাখন ৰাতিপুৱাতে উঠি আলেওে আলেওে এবাৰ ল'ৰাৰ অৱস্থা চাই আহোঁগৈ বুলি আগবদৰেই ট্ৰাম-লাইনৰ কাষলৈ গলোঁ। সিদিনাও আগৰদিনাৰ ক'লা মানুহজন। সিদিনা অৱস্থাৰ পৰিবৰ্ত্তন দেখিলোঁ এই যে বহুত মানুহে তাক আগুৰি ধৰি আছে, অৱশ্যে সিদিনাও তাৰ গাত কাপোৰ-কানি একো নাই। কিন্তু নগ্নতাৰ বাবে তাৰ কোনো লাজ-সংকোচ অথবা আজি-কালিৰ পছিমীয়া জগতৰ ভব্যতাৰ নিদৰ্শন বিৱস্ত্ৰৰ গৌৰৱো তাৰ নাই। কোনোৱে তাৰ ভৰিৰ ওচৰত দুই-চাৰিটা বিড়ি থাচিছে, কোনোৱে ভৰিত ধৰি সেই আঙুলিকেইটা মচিছে, আৰু দুই-চাৰিজনে দূৰৰ পৰাই মূৰে-কপালে হাত থৈ ভক্তি-আপ্লুত আশা-বিহ্বল দৃষ্টিৰে মানুহ-জনলৈ চাই আছে। অৱস্থাৰ এনে পৰিবৰ্ত্তন দেখি মই আচৰিত হলোঁ। মনতে ভাবিলোঁ যে—ময়ে বলীয়া হলোঁ নে—এই মানুহ-বোৰ পগলাৰ পূজক হৈ বলীয়া হ'ল? যি সকল মানুহ কেউপিনে এই নগ্ঠা মানুহজনক আগুৰি আছে প্ৰায়বোৰ দুখীয়া শ্ৰেণীৰ মানুহ। অৱশ্যে ভদ্ৰবেশধাৰী সোণৰ বুটাম লোৱা মানুহ দুই-এজনো আছে। মোৰ ওচৰতে যাও-নেযাওকৈ কাষতে বৈ থকা ভদ্ৰলোক এজনক সুধিলো—'ইয়াত কি হৈছে ভাওৰীয়া? এই মানুহজন কোন, বলীয়া নহয়নে?' মানুহজনে মোক পুতৌ কৰা সুৰত ক'লে যে, এই মানুহজন বলীয়া নহয়, তেওঁৰ কিবাকিবি গুণ আছে। মই সুধিলোঁ যে কি গুণ আছে? তেওঁ ক'লে যে দুই-চাৰিটা কথা ক'ব পাৰে। —মই সুধিলোঁ—'কি সম্বন্ধে'? তেওঁ ক'লে—'মানুহৰ ভৱিষ্যত সম্বন্ধে'। মই ভাবিলোঁ তেনেহলে ইমান-বোৰ মানুহে ভৱিষ্যতৰ সিদ্ধান্ত লবলৈকে বোধহয় এই মহাপুৰুষ, মোৰ বিশ্বাসত বলীয়াজনৰ কাষ চাপিছে! মই প্ৰায় অনিচ্ছাবশতঃ সুধিলোঁ—'মানুহবোৰে কিহৰ ভৱিষ্যত সংকেত জানিব খুজিছে?' মোক ইমান বেজিয়ে কথাৰ উত্তৰ দিয়া মানুহজনৰ ধৰ্ষ্যচ্যুতি হ'ল। তেওঁ প্ৰায় ধমকনিৰ ধৰণত মোক ক'লে—'কি মানুহৰ কি আৱশ্যক কেনেকৈ কম? নৰিয়াপাতি ইত্যাদি, আৰু কি হ'ব!" ইমানপৰে যি দুৰ্ব্বলতাই মোক পাৰিব পৰা নাছিল, এতিয়া জানো

সি ক'বলগা গা কৰি উঠিল ! ল'বাৰ ভৱিষ্যত, ল'ৰাৰ জীৱন-মৰণৰ সমাধান ইয়াতেই মলওঁ কিয় ; এই বুজি ভাৱি সেই উলংগ কৃষ্ণকায় মানুহজনৰ কাষ চাপি গলোঁ ।

মানুহজনক এবাৰ ভালকৈ চাই ললোঁ । সংসাৰ সাগৰত নাও ডুবি সাঁতুৰি-নাদুৰি পাৰ বিচাৰি কাতৰ হৈ যেন চৌৰ হেন্দো-লনিত কিবাকৈ বিৱস্ত্ৰ অৱস্থাত পাৰত আফাল খাই পৰিছে আৰু এওঁয়াহে তাৰ চেহেৰা দেখি মোৰ তেনে ভাব হ'ল । তাৰ কপা-লত দিব্য-জ্যোতি বা চকুত অক্ষয় কালৰ সমাচাৰ-দীপ্ত প্ৰভাৱ একো দেখিবলৈ নাপালোঁ । ভৱিষ্যতৰ বাতৰি ইনো কেনেকৈ দিব, মোৰ মনত এনে এটা সন্দেহ জন্মিল ; কিন্তু মানুহৰ, জনতা হেঁচি সকলোৰে চক্ষুলোভনীয় পুৰুষজনৰ সম্মুখীন হৈছোঁ যেতিয়া, কিবা এটা নুসুধিলেও নচলে । ভাবিলোঁ—কি সোধোঁ ? আকৌ তাৰ চকুলৈ চালোঁ । তাৰ ভিতৰৰ মানুহজনো যেন মোৰ দৰেই সন্ত্ৰস্ত, মোৰেই দৰে বিচলিত ! কিন্তু মানুহৰ, জনতাৰ হেঁচাত পৰি কিবা নহয় কিবা এটা কৰলৈ সি বাধ্য হৈছে । মানুহৰ প্ৰকৃতিত যেন সি কিবা এটা বিষাক্ত ৰাগীৰ সংকেট পাইছে—মানুহে মানুহক পাগল কৰিবলৈ বিচাৰে ; সি যদি পাগল নহওঁ বুলি কয়, তাক কোবাই মাৰে । এনে এটা বিশ্বাসতেই যেন সি আজি ভৱিষ্যত বক্তাৰ ঠাই পুৰাব লগা হৈছে । সি বাৰে বাৰে তলৰ ওঁঠখন টানি নি নাকৰ কাষত লগাইছে আৰু এৰি দিছে, কেতিয়াবা থুৰাইছে, কেতিয়াবা চকু মুদিছে আৰু ভাব বিহ্বল দৰ্শকলকলে তাৰ প্ৰত্যেক ক্ষুদ্ৰ অপকৰ্মবোৰতে কিবা এটা মহত্ত্বৰ আভাস পাইছে । মোৰ চকুত সন্দেহৰ কঁপনি কেতিয়াও মৰা নাই যে, মই পাগল নে এই মানুহবোৰ পাগল নে অস্পষ্ট অদৃষ্ট সম্বন্ধে সত্যৰ আলোক বিচাৰিয়ে মানুহবোৰে এই দুৰ্বলতা দেখু-ৱাইছে ? মই সুধিবলৈ প্ৰশ্ন পোৱা নাই । আন কোনোবাই যেন মোৰ হকে সুধিলে—"এওঁৰ কি হ'ব ?" উলংগ মানুহজনে কেইবাৰমান আগৰদৰে ওঁঠ টনা-টনিকৈ থাকি শেষত অত্যন্ত অস্পষ্ট ভাৱে ক'লে—"মৰিব" । মোৰ বুকুখন চিৰিংকৰি উঠিল । মোৰ মনৰ ভাব কেনেকৈ জানিলে ? তেনেহলে মোৰ ল'ৰা আৰু ভাল নহয় ? যাঃ ! গ'ল যেতিয়া গ'ল, স্পষ্টকৈয়ে সুধি লওঁ ।

সুধিলোঁ—"কোন মৰিব" ? অলপ বিবুদ্ধি হোৱা যেন দেখুৱাই সেই মানুহজনে ক'লে—"তুমি"। মই মনতে ভাবিলোঁ, বক্কা ! বহুত ভাষ্যকাৰে লগে লগে মোক ফুচুলিয়ালে—"সোধকচোন সোধক, কেতিয়া।" মোৰ নিজে মৰাত সেই সময়ত বিশেষ আপত্তি নহ'ল-হেঁতেন। এতেকে অলপ ভাওৰাকৈয়ে ক'লোঁ—"আপোনালোকৰ কাৰোবাৰ আৱশ্যক থাকিলে সোধক।" মোৰ উত্তৰলৈ অপেক্ষা নকৰিয়ে এজনে আৰোপিত ভৱিষ্যত-বক্তাজনক আসৰিক হৰ্ষত সুধিলে—"কি হৈ মৰিব ?" ভৱিষ্যত-বক্তাই ভৰিৰ কাষৰ বিড়ি এটা তুলি লৈ কাৰোপিনে নোচোৱাকৈয়ে ক'লে—"শ্বাস বন্ধ হৈ।" ডাঙৰ প্ৰশ্ন এটাৰ সমাধান হ'ল—মই মৰিবৰ সময়ত উশাহ পাহৰি মৰিম ! ভুম ঠেলি বাহিৰ ওলোৱাত দেখিলোঁ—মোৰ চেলেওখন গাৰপৰা কোনোবাই নিলে। "সৰ্বনাশে সমুৎপন্নে অৰ্দ্ধং ত্যজতি পণ্ডিতঃ" বুলি নিজকে প্ৰবোধ দি হস্পিটেলমুৱা হ'লোঁ। মনটো অলপ পাতল পাতল লাগিল। এয়ে ভৱিতব্যতা, এয়ে মানুহৰ বিশ্বাস, ইয়ালৈকে ইমান জনতা !

মই হস্পিটেলৰ মোৰ ল'ৰা থকা কোঠালিৰ পিৰালি পাওতে নৌ-পাওতেই নাৰ্ছগৰাকীয়ে আহি হাঁহি ক'লে—"তোমাৰ ল'ৰাই কথা কৈছে, আৰু একো ভয় নাই। তাৰ এতিয়া টেম্পনি আহিছে, অলপ শোৱক। আবেলি আহিলে কথা পাতিব পাৰিবা।" মই এনে সুন্দৰ ভৱিষ্যৎ আশা কৰি যোৱা নাছিলোঁ।

কথাৰে পৰিচাৰিকাজনীক একো কৃতজ্ঞতা জনাব নোৱাৰিলোঁ। মোৰ চকু দুটি হঠাতে আনন্দৰ চলত চলচলীয়া হৈ উঠিল।

# গৱেষণাৰ প্ৰজ্ঞালি

ত্ৰৈলোক্যনাথ গোস্বামী

পেস্কাৰৰ ঘৰখন হঠাৎ আনন্দমুখৰ হৈ উঠিছে। দীৰ্ঘকালৰ অন্তত বাঞ্চিত নিধি হাতৰ মুঠিত মিলিলে যেনেকৈ আনন্দত মন-প্ৰাণ নাচি উঠে সেইদৰে নাচি উঠিছে তেওঁৰ মনৰ সুপ্ত, দলিত ভাববোৰ। সঞ্জীৱনী সুধাৰ পৰশত লেৰেলি যাব ধৰা সুকোমল অনুভূতিবোৰ পুনু ঠন ধৰি উঠিছে, জীৱনৰ প্ৰতি এটি অভূত-পূৰ্ব আকৰ্ষণে তেওঁৰ মনত জগাই তুলিছে অপাৰ আনন্দ, পৃথিৱীৰ প্ৰতি অস্বাভাৱিক আসক্তি। কোনো দিনেই তেওঁ এই বহল পৃথিৱীৰ কথা ভাবি কাল্পনিক হ'বলৈ বিচৰা নাই। বাস্তৱৰ সেৱক আৰু পূজক হিচাপে ইমানদিনে নিজৰ কৰ্তব্যাকৰ্তব্যৰ পিছত তেওঁ লৰিছে, অলীক কল্পলোকত সোমাই মৰীচিকা খেদা নাই। কিন্তু আজি তেওঁৰ মনৰ ওপৰত বিৰাট পৰিবৰ্তনৰ ধুমুহা। আজি কল্পনাৰ সীমাহীন ৰাজ্যৰ মাজত সোমাই তেওঁৰ মনে লাভ কৰিছে নতুন তৃপ্তি। তেওঁৰ চকুৰ আগত ভাঁহি উঠিছে এখন নতুন সংসাৰ। প্ৰিয়জনৰ সাদৰ সম্ভাষণ, ল'ৰা-ছোৱালীৰ হাঁহি-ধেমালি, পো-বোৱাৰীৰ শুভ আগমন, আৰু তাৰ পিছত নাতি-নাতিনীৰ ঠেহ, ৰোহ, কাকুতি, মিনতি আৰু কত কি? হতাশাৰ বুকু ফালি পেস্কাৰৰ ওঁঠত হাঁহি-জিলিঙনি পোহৰ হৈ উঠিছে।

বৈবাহিক জীৱনৰ দীঘল একুৰি বছৰৰ মূৰত বাঞ্চিত শিশুৰ শুভ আগমন। কাইলৈ নামকৰণৰ দিন। ৰাতিপুৱাওঁ নৌ-পুৱাওঁতেই আঘোণী বাই হাজিৰ হৰহি। শইকীয়ানী এই কেইদিন আনন্দত উতলিয়ে আছে। জয়কান্ত, মিহিৰ, গহনচন্দ্ৰই তেওঁক ততকে দিয়া নাই। সকলোকে তেওঁ সন্তুষ্ট কৰিব লাগিব। সকলোৱে তেওঁক ভাল পায় বুলিয়েই এইবোৰ টনা-আজোৰা হৈছে। সেইবাবে তেওঁ হাতৰ মুঠি ঢিলাই দিব, কৃপণালি নকৰে। এমাহ আগতে মাথোন লগৰে পেস্কাৰ মহীচন্দ্ৰ ল'ৰাৰ বাপেক হ'ল। কিন্তু কেৱে তাৰ ফুটকে নাপালে দেখোন। অথচ তেওঁৰ বেলিকা হ'লে

তেওঁৰ মনৰ আনন্দ আকাশে-বতাহে প্ৰতিধ্বনিত হৈ উঠিল। চহৰৰ ইমূৰৰপৰা সিমূৰলৈ সকলোৰে জানিলে ভদ্ৰকান্ত অপুত্ৰক নহয়; পুত্ৰবান পিতৃ।

অলপ আঁতৰত কেঁচুৱাই এঙামুৰি দি চকু দুটা বহলকৈ মেলি চালে। পেক্ষাৰণীয়ে আলফুলকৈ তাক বুকুৰ মাজলৈ টানি নি মাতৃস্তন্যৰ মাধুৰ্যৰে জীৱনৰ অমিয়াৰ প্ৰলোভন দেখুৱালে। কিন্তু অবুজ শিশু সি। অযাচিত মাতৃৰ কৰুণাকো উপেক্ষা কৰি সি ওপৰৰ নীলা ৰঙৰ বিজুলী বাতিটোৰ প্ৰতি উদাস দৃষ্টিৰে চাই থাকিল।

"দেখিছেনে, পিয়াহ খাবলৈ এৰি সি এই পোহৰৰ পিনেহে চকু দিছে। ই বোধহয় ডাঙৰ হ'লে ইঞ্জিনিয়াৰ হ'ব।"

"এঃ তোমাৰো কথাখন। যদি আমুকা পেক্ষাৰ বাচিহে থাকোঁ আৰু ঈশ্বৰে অনুগ্ৰহ কৰে, তাক মানুহ নকৰি নেৰোঁ নহয়। নিজে চাকৰি কৰি কৰি তাৰ সোৱাদ পাইছোঁ। ইয়াৰ পিছত সেই ভুল দুনাই নকৰোঁ। মোৰ ল'ৰাকো সেই ভুল কৰিবলৈ নিদিওঁ। ভগবানে অনুগ্ৰহ কৰিলে মই কি কৰিম জানা? তাক দেশনেতা বনাম। সি ফুলৰ মালা পিন্ধিব, দহজনক হুকুম দিব ঠিকা দিব, চাকৰি দিব।"

"এতিয়াইনো সেইবোৰ কি কয় আপুনি? আগেয়ে ল'ৰা ডাঙৰ-দীঘল হওঁকচোন। ঈশ্বৰে লাঠি-চৰ মাৰি এৰক। পিছত যি হৰৰ আছে হ'ব। অতবোৰ মানুহ দিনে-ৰাতিয়ে আহিছে, গৈছে, তাক চাইছে। এতিয়া কাৰো মুখ নালাগিলেহে হৈছে।"

"ভয় নকৰিবা। মই তাৰ ব্যৱস্থা কৰিছোঁ। কিন্তু কাইলৈ নামকৰণৰ দিন। এতিয়ালৈকে নামটোহে থিৰ কৰিবপৰা নাই। আজি ৰাতিৰ ভিতৰতেই নামটো উলিয়াব লাগিব। নাম হ'ব লাগিব অৰ্থ প্ৰকাশক, অথচ মধুৰ। নামৰ ধ্বনিত ফুটি উঠিব লাগিব মহত্ত্ব, শক্তি আৰু উদাৰতা। তুমি হয়তো ভাবিছা মই ভাব-প্ৰৱণ হৈছোঁ। মনৰ আনন্দই মোক কাল্পনিক কৰি তুলিছে।"

"জানো, আপুনি সেইবোৰ কি বকিছে। নামটোৰ কাৰণে ইমান হাবাথুৰি খাব লাগেনে? গোবিন্দ, ভবেন্দ্ৰ, জনাৰ্দন ইত্যাদি

কত নাম আছে। এটা দেখোন ৰাখিলেই হয়।"

"ইমান সহজ নহয়, বুজিছা।" পেক্কাৰে হাঁহিমুখে উত্তৰ দিলে, "ল'ৰা ভূমিষ্ঠ হোৱাৰ আগমুহূৰ্ততে মই যি দেখিলোঁ তাক কাৰো আগত কোৱা নাই। ইয়াৰ নিশ্চয় কিবা অৰ্থ আছে।"

"কি দেখিলে ?"

"মই বিছনাত গাটো দীঘলকৈ পেলাই দিছোঁ। মোৰ মনত দুশ্চিন্তা; কাৰণ তোমাৰ অসুখ। টোপনি আহিছে বুলি ক'ব নোৱাৰোঁ। হঠাৎ দেখিবলৈ পালোঁ চকুৰ আগত বিৰাট জন-সমুদ্ৰ। এখন প্ৰকাণ্ড মুকলি পথাৰৰ চাৰিওপিনে সু-সজ্জিত ঘৰবোৰ। তাৰ মাজত অসংখ্য জন-সমাগম—ল'ৰা, বুঢ়া, ডেকা, গাভৰু, নানান দেশৰ, নানান বেশৰ। সকলোৰে হাতত বিজয় পতাকা, সকলোৰে বুকুত আনন্দ-উল্লাস। এই বিৰাট জনসমুদ্ৰৰ মাজত মই অকলে অসহায়ৰ দৰে ইফালে-সিফালে চাইছোঁ। কোনো চিনাকি মানুহ নাই। হঠাৎ সমুখৰ পিনে দেখিবলৈ পালোঁ মঞ্চৰ ওপৰত এজন সুন্দৰ সুশ্ৰী পুৰুষৰ আৰিৰ্ভাব হ'ল। বিৰাট জনতাই আনন্দত কিৰিলি পাৰি উঠিল। জাউৰি জাউৰি জয়-ধ্বনিয়ে আকাশ মুখৰিত কৰিলে। বতাহত লক্ষ লক্ষ পতাকা উৰিবলৈ ধৰিলে। গোটেই ঠাইখন অপূৰ্ব জেউতিৰে দীপ্তিমন্ত হৈ উঠিল। মই অবাক হৈ সেই মহাপুৰুষৰ পিনে ৰ লাগি চাই আছোঁ। কোন তেওঁ ? নেহৰু ? বুলগেনিম ? চাৰ্চিল ? আই-জেনহাৱাৰ ? নহয় তেওঁ অকল এজন নহয়। আটাই কেইজনৰ শৌৰ্য-বীৰ্য আৰু জ্ঞান-গৰিমাৰ তেওঁ মূৰ্ত প্ৰতীক। মই আগ-বাঢ়ি গলোঁ। বুকুত সাহস গোটাই লৈছোঁ। যাম, মঞ্চৰ ওপৰলৈ যাম। সেই মহাপুৰুষৰ লগত কথা পাতিম। কিন্তু নিমিষতে দেখিলোঁ জন-সমাগম নাইকিয়া হ'ল। সেই মহাপুৰুষো অন্তৰ্ধান হ'ল। মঞ্চৰ ওপৰত জিলিকি থাকিল এটি ধুনীয়া পুতলা। মই চকু মুখ মোহাৰি চালোঁ। বিচনাত উঠি বহিলো—শুনিবলৈ পালোঁ কেঁচুৱাই কান্দিছে।"

পেক্কাৰ বৈ গ'ল যদিও তাৰ শ্ৰৱণভাক তেওঁ চেপা দি ৰাখিব পৰা নাই। আগেয়ে সপোনত হেজাৰ হেজাৰ ভূত-প্ৰেতৰ লগত

তেওঁ লেনদেন কৰিছে, কাজিয়া কৰিছে, কেতিয়াবা সিহঁতক মাৰিছে, কেতিয়াবা সিহঁতৰ হাতত মাৰ খাইছে। কিন্তু সিদিনাৰ সপোন সপোন নহয়। এই সপোন বাস্তৱতকৈয়ো জীৱন্ত। এই সপোনে ইংগিত দিছে নৱজাত শিশুৰ ভৱিষ্যৎ জীৱনৰ চমু ইতিহাস। বিৰাট জন-সমাগমে বুজাইছে নেতৃত্বৰ সবল অংকুৰ। গতিকে পিতৃ হিচাবে তেওঁৰ দায়িত্ব আছে। ভৱিষ্যৎ সম্ভাৱনাৰ লগত খাপ খোৱাকৈ তেওঁৰ ল'ৰাৰ নামকৰণ কৰিব লাগিব। নামৰ ভিতৰত লুকাই থাকিব লাগিব ল'ৰাৰ ভৱিষ্যৎ বিকাশৰ গুপুত বীজ।

কেঁচুৱাটিয়ে এইবাৰ কান্দি উঠিল। সি হয়তো স্নেহময় পিতৃৰ উদ্‌ভ্ৰান্ত কল্পনাৰ আভাস পাই আতংকত চিঞৰি উঠিছে।

"হেৰা, টোপনি আহিল নেকি? কেঁচুৱাই কান্দিছে।"

মাকে চকুদুটা মোহাৰি কেঁচুৱাক পিয়াহ দিলে। "আপুনি এতিয়াও শোৱা নাই?"

"মই কথা কৈ থাকোঁতে তোমাৰ চাগে টোপনি আহিল।"

"নাই অহা। মই আপোনাৰ কথাকে শুনি আছোঁ।" পেস্কাৰণীৰ কথাৰ মাজত টোপনিৰ জড়তা ফুটি উঠিছে।

"তুমি বাৰু শুই থাকা। মই হ'লে শুব নোৱাৰিম। দুখন who's who আৰু চাৰি বছৰৰ 'আৱাহন' গোটাইছোঁ। আজি ৰাতিৰ ভিতৰতে নামটো উলিয়াব লাগিব। ৰাতি পুৱালেই সেউ হাজিৰ হবহি।"

কেঁচুৱাক বুকুত সাবটি পেস্কাৰণী টোপনিত লালকাল। বিচনাত বহি পেস্কাৰে পুথি খুলি ল'লে।

পতঞ্জলি?

"গুৰু-গম্ভীৰ শব্দৰ সংযোগ। নামত মাধুৰ্য আছে, কিন্তু পতঞ্জলি এজন প্ৰাচীন ঋষিৰ নাম নহয় জানো? প্ৰত্নতাত্ত্বিকৰ ওপৰত মোৰ আস্থা নাই। মোক লাগে নতুন যুগৰ নতুন মানুহ। শব্দ-ঝংকাৰত ধ্বনিত হব লাগে প্ৰগতিৰ বীজ-মন্ত্ৰ।"

সৰ্বভুক ৰেড্ডী—নলীনাক্ষ ৰেংকটাৰমন্—সবগ্ৰাস শিষ্টদমন

—ছি, জি, টিউফলচন্দ্রক্—দাকোটা চিম্নিনিমিনজু.......

"হিঃ হিঃ হিঃ খাৰখোৱা অসমীয়াৰ দাঁতেই ভাগিব, জিভা ভোটা হ'ব। এইখন আকৌ কেনে ধৰণৰ পুথি! অতবোৰ নাম আছে, আটাইবোৰেই আচহুৱা আচহুৱা যেন লাগে। আমাৰ ৰাজ্যৰ মানুহবোৰৰ পিনে ইহঁতৰ চকুৱেই নপৰে হ'বলা? ইহঁত আটায়ে লগলাগি অসম দেশখন গিলিবহে খোজে। কাকো গোৱালপাৰা লাগে, কাকো বা লাগে কাচাৰ, মণিপুৰ আৰু কত কি? বোপাইহঁতে কেতিয়াবা আমাৰ ৰংপুৰ নগৰখনলৈকো জাপ মাৰিব যেনহে লাগিছে।

"হেৰা, ল'ৰাৰ মাক?"

কেঁচুৱাটোৱে মূৰটো অলপ ইকাটি-সিকাটি কৰি আকৌ তলকা মাৰিলে। বেৰত ওলমি থকা ঘড়ীটোৱে টং টং কৈ দুটা কোব মাৰি পেস্কাৰক সতৰ্ক কৰি দিলে।

"শোৱা, তোমাক জগায়েই বা লাভ কি। মইহে ল'ৰাৰ বাপেক। তুমিতো নোহোৱা। দায়িত্বৰ বোজা নিজৰ মূৰত ল'ব লাগিব যেতিয়া উজাগৰে থাকিব লাগিলেও থাকিব লাগিব নিজেই। কতই চাগৈ ল'ৰাৰ নামৰ বাবে চিন্তা কৰি ৰাতি উজাগৰে থাকি-বলৈকো সুযোগ পোৱা নাই।"

হলীৰাম ডেকা?

"সহজ-সৰল নাম। নামৰ ওপৰত পৌৰাণিক প্ৰভাবৰ প্ৰাধান্য। কিন্তু ডেকা উপাধিয়ে উদ্যম আৰু কৰ্মশক্তি অটুট ৰখাৰ উপৰিও জাগতিক প্ৰবাহৰ লগত উঠা-নমা কৰাৰ সুযোগ দিছে।"

অতুল হাজৰিকা?

"হাজৰিকাৰ লগত অতুলৰ সংযোগ অতুলনীয় হৈছে। কিন্তু অধিক কোমল শব্দৰ সমাবেশৰ ফলত কাব্যিকতাৰ ফুলি থকা ফুলনিৰ মাজত জাতকে বাট হেৰুৱাৰ ভয় আছে।"

বিনন্দ বৰুৱা?

"নামৰ অনুপ্ৰাসে ললিত কলাৰ প্ৰতি আকৰ্ষণৰ ইংগিত দিছে। কিন্তু যুক্তাক্ষৰৰ ব্যৱহাৰৰ হেতুকে শৌৰ্য-বীৰ্যৰ পটভূমিতহে

কলা-কৌশল, তালৈকে স্ফুটি উঠাৰ সম্ভাবনা।"

হেম বৰুৱা ?

"হেম আৰু বৰুৱাৰ মাজত কিবা যেন নাই নাই। নামত গাম্ভীৰ্যৰ মধুৰ সমাবেশ অথচ অলসতাৰ অস্পষ্ট ইংগিত।"

প্ৰমোদ বৰ্মণ ?

"প্ৰমোদ নহৈ বিনোদ বৰ্মণ হোৱা হ'লে বীৰত্বৰ বুকুত কোমলতাৰ বীজ স্ফুটি উঠিলহেঁতেন। অলস অকৰ্মণ্যতা আৰু বীৰত্ব-ব্যঞ্জনা পৰস্পৰ বিৰোধী।"

উপেন্দ্ৰ লেখাৰু ?

"উপসৰ্গৰ ওপৰত ইন্দ্ৰত্ব। নামৰ ধ্বনিত কৰ্মকুশলতাৰ পৰিচয় থাকিলেও যশস্যালাভৰ যোগ লেখাৰু উপাধিয়ে বিয়োগ কৰোৱাৰ ভয় আছে।"

বিৰিঞ্চি বৰুৱা ?

"সৃজনী-শক্তিৰ অপ্ৰতিহত গতি। কিন্তু ব আৰু ৰ-ৰ বহুল প্ৰয়োগৰ বাবে আৰু কোমল যুক্তাক্ষৰে নাম আৰু উপাধিৰ মাজত হেঙাৰ দিয়াৰ কাৰণে শক্তি বিক্ষিপ্ত হৈ পৰাৰ আশংকা আছে।"

সূৰ্য বৰপূজাৰী ?

"সেৱা ধৰ্মসাধনাৰ ইংগিত আছে, কিন্তু পূজাৰী উপাধিৰ হেঁচাত সম্ভাব্য বিকাশ মন্দিৰৰ ভিতৰতে আবদ্ধ হৈ আছে।"

বীৰেন্দ্ৰ ভট্টাচাৰ্য ?

"নাম আৰু উপাধিৰ অপূৰ্ব মিলন। অনুপ্ৰাস নাথাকিলেও শব্দধ্বনি আৰু অক্ষৰধ্বনিৰ বীৰত্ব প্ৰকাশ। কিন্তু কোমল অক্ষৰৰ অনধিকাৰ প্ৰবেশ হেতুকে বীৰত্ব প্ৰকাশ তৰোৱালৰ সহায়েৰে নহৈ কাপৰ সহায়েৰে হোৱাৰহে সম্ভাৱনা বেছি।"

তীৰ্থনাথ শৰ্মা ?

"নামৰ প্ৰথম আৰু শেষ শব্দৰ ওপৰত ৰেফ্ প্ৰয়োগৰ হেতুকে সবল সুস্থ শৰীৰৰ উপৰিও উদ্যমৰ আভাস দিছে।"

মনোৰঞ্জন শাস্ত্ৰী ?

"শব্দ-সংযোগ ৰমণীয়, কিন্তু শাস্ত্ৰী উপাধিয়ে নামৰ সম্ভাৱনাক ঠেক কৰিছে। শাস্ত্ৰ অধ্যয়নৰ প্ৰাধান্যৰ ফলত লোক-ৰঞ্জনৰ ক্ষেত্ৰত পদে পদে বাধা।"

ত্ৰৈলোক্য গোস্বামী ?

"নাম ব্যাপক; কিন্তু তিনিও লোককে একে জৰীৰেই সাঙুৰি লোৱাৰ যি ইংগিত সি অবাস্তৱ। নামৰ ধ্বনিত কাৰ্য-তকৈ কল্পনাৰ প্ৰভাব গধূৰ।"

দুৱাৰত টক্ টক্ শব্দ শুনা গ'ল।

"দেউতা—দে-উ-তা ?"

"কোন ?"

"মই ভুৰুকা।"

"ভুৰুকা! কোন বাপেকে ইয়াৰ নাম ৰাখিছিল ভুৰুকা ? ভুৰুকাও এটা নাম!"

"দেউতা ?"

"বোলো কি হ'ল ?"

"ৰাতি পুৱাল।"

"ৰাতি পুৱাল। হুঁ, কি কৰ ? ৰাতি পুৱাল।"

মূৰ তুলি পেস্কাৰে দেখিবলৈ পালে যে বেৰত ওলোমাই থোৱা ঘড়ীটোৰ পেণ্ডুলামডালে ছটা কোব মাৰিবলৈ সাজু হৈছে।

"হেৰা ল'ৰাৰ মাক। সাৰ পাইছানে ? বোলো ৰাতি পুৱাল। আঘোণী বাই, বাপু, জয়কান্ত আটায়ে ওলাবহি এতিয়া।"

এওঁমুৰি দি পেস্কাৰণীয়ে কৈ উঠিল। "ওৰে ৰাতি কেঁচুৱাই শুব দিয়া নাই। পিছে, আপুনি উঠিল নেকি ?"

"মই উঠিয়েই আছোঁ। কিন্তু উঠিলে কি হ'ব ? ল'ৰাৰ নাম ঠিক নহ'ল। কোৱাচোন কি নাম ৰাখিম ?"

"আপুনিহে জানে ?"

"মই নাজানো গুণেহে সুধিছোঁ। who's who, আবাহন, বামধেনু সকলো শেষ কৰিলোঁ। মনত লগা নাম নাপালোঁ। ল'ৰাৰ নাম ৰখাৰ সময়ত কোনো বাপেকেই ধীৰ-স্থিৰভাৱে গৱেষণা কৰা যেন অনুমান নহ'ল। এতিয়া উপায় নাই। দৌৰা-দৌৰিকৈ এটা উলিয়াবই লাগিব। বাৰু কোৱাচোন, বিশ্ববিজয় বেজবৰুৱা হলে কেনে হয়?"

"আমাৰ উপাধি দেখোন বৰুৱাহে?"

"এঃ নহয়হে, মইহে বৰুৱা লিখোঁ। দেউতাই কাকতি লিখিছিল। এতিয়া আমাৰ ল'ৰাই বেজবৰুৱা লিখাত একো দোষ নাই। বিশেষতঃ বৰ্তমান যুগত উপাধিৰ সোঁৱে-বাঁৱে দুটা-এটা শব্দ লগোৱা দস্তুৰ স্বাধীনতা লাভৰ পাছত আমি নতুনকৈ পাইছোঁ। বিশ্ববিজয় নামৰ লগত বেজবৰুৱা উপাধিৰ মিলন অপূৰ্ব হয়।"

"আদিত্যাদি গ্ৰহাঃ সৰ্ব্বে নক্ষত্ৰানি চ ৰাশয়ঃ।
দীৰ্ঘমায়ু প্ৰকুৰ্ব্বন্তু যস্যেয়ং জন্মপত্ৰিকা॥"

"হেৰৌ ভুৰুকা, বোলো পেস্কাৰ বোপা ক'লৈ গ'ল?"

"বহক বহক দেউ, এই পীৰাখনৰ ওপৰতেই বহক।" বুলি আঘোণী বায়ে লৰালৰিকৈ পীৰা আগবঢ়ালে।

পেস্কাৰৰ ৰুমৰ দুৱাৰ মেল খালে। জয়কান্ত, মিহিৰ, শইকীয়ানী আটায়ে দেউক আগুৰি চাৰিওকাষে বহিল। সকলোৰে মনত আনন্দ, সকলোৰে মনত ব্যগ্ৰতাৰ ব্যাকুলতা।

"পেস্কাৰ বাপা, জাতকৰ কোষ্ঠীত তিনিটা শুভ যোগ— ৰাজযোগ, ক্ষেত্ৰ বিনিময় যোগ আৰু জীৱযোগ। জাতকৰ সপ্তম স্থানত শুক্ৰ। তাৰ পৰা লগ্নত পূৰ্ণদৃষ্টি। ৰাহু বলবান আৰু তুংগী। চতুৰ্থ স্থানত শনিৰ পদে দৃষ্টি। জাতক জ্ঞানত বৃহস্পতি, বীৰত্বত যম আৰু ধন-সম্পত্তিৰ ক্ষেত্ৰত কুবেৰ সদৃশ হ'ব। বৰ ভাগ্যৰ বলতহে এনে কোষ্ঠী পোৱা যায়। কিন্তু বাপা, তুমি অলপ শান্তি স্বস্ত্যয়ন কৰাব লাগিব। ল'ৰাৰ পাতকী বিঘিনি আছে। খৰচলৈ ভাবিব নালাগে। এটা ক'লা ছাগলী, এযোৰ ক'লা পাৰ, পাঁচ সেৰ মাহ, এখন ক'লা কাপোৰ আৰু পাঁচোটা-

মান ৰূপ হলেই হ'ব। মই অনুকাই আজি ৰাতিপুৱাতেই ক'লোঁ, তোমাৰ ল'ৰা লেখত লবলগীয়া আৰু জাকত জিলিকা হ'ব। তাৰ ৰাশি সিংহ। ৰাশিৰ ফলত জাতক সিংহৰদৰে বলবান, সাহসী আৰু তেজস্বী হ'ব। তাৰ নামটো ম অক্ষৰেৰে আৰম্ভ হ'ব লাগিব। মই বহুত ভাবি-চিন্তি নামটো থিৰ কৰিছোঁ। ইয়াৰ নাম হ'ব মকৰন্দ বৰুৱা।

"মকৰন্দ ফকৰন্দ মোৰ মনত নালাগে দেউ। শাস্ত্ৰত আছে পিতাকেহে ল'ৰাৰ নাম দিব লাগে। পিতৃ হিচাপে মই তাৰ নাম বিশ্ববিজয় বেজবৰুৱা ৰাখিছোঁ।"

"কি কোৱা পেস্কাৰ বাপা! আজি জাতকৰ নামকৰণৰ দিন। আজি গুৰু পুৰোহিতৰ কথা শুনিব লাগিব। তোমাৰ ল'ৰাৰ ৰাশি সিংহ। ম বা ট অক্ষৰেৰে আৰম্ভ হোৱা কোনো নাম নাৰাখিলে নহ'ব। ই শাস্ত্ৰৰ বিধান। আজি আনন্দৰ দিনত শাস্ত্ৰ কথা উলংঘন নকৰিবা। যদি মকৰন্দ নাম ভাল লগা নাই, তেন্তে টংকেশ্বৰ ৰাখা, আপত্তি নাই। কিন্তু বিশ্ববিজয় নাম কোষ্ঠীত লিখিব নোৱাৰোঁ। শাস্ত্ৰক অমান্য কৰা দুঃসাহস মোৰ নাই।

"দেউ, এইবোৰ নাম মোৰ মনত নালাগে। আজি কেইবা-দিনৰেপৰা মই নামৰ ওপৰত গভীৰ আলোচনা চলাইছোঁ। আপোনা-লোকে দিয়া নামবোৰত মই এটা নহয় এটা খুঁত উলিয়াই দিব পাৰিম।"

"তেনেহ'লে এটা কাম কৰা। মই ল'ৰাৰ নামৰ ঠাইখিনি খালি এৰোঁ। ম বা ট অক্ষৰেৰে আৰম্ভ হোৱা এটা ভাল নিখুঁত নাম থিৰ কৰি মোক জনালে মই নামটো লিখি দিম। সাদিন-মান সময় হ'লে নহবনে?"

"সাদিন বৰ কম সময় দেউ। মি দেখিছোঁ এমাহৰ কমত একো কাম নহ'ব। নাম ৰখাৰ সময়ত সৰহভাগ বাপেকেই দৌৰা-দৌৰিকৈ কিবা এটা নাম ৰাখি দায়িত্বৰ হাত সাৰে। কিন্তু মই তেনে বাপেক নহওঁ আৰু তেনেকৈ দায়িত্বৰ বোজাও এৰাব নোখোজোঁ। নানা তৰহৰ পুথি-পাঁজি সংগ্ৰহ কৰি মই নামবোৰ

বৈজ্ঞানিক আলোচনা কৰিবলৈ চেষ্টা কৰিছোঁ। বৰলোকৰ ভাষাত ক'বলৈ গ'লে মই দস্তুৰমত গৱেষণা আৰম্ভ কৰিছোঁ। নাজানো সত্য উদ্ঘাটন কৰিব পাৰোঁ নে নোৱাৰোঁ, তথাপি চেষ্টা কৰিম।"

"বৰ ভাল কথা পেস্কাৰ বাপা। তোমালোকৰ দৰে মানুহে এনেবোৰ কাম হাতত নললে কোনে ল'ব? নাম-ৰহস্য বা নাম-মাহাত্ম্য যদি ছপাই উলিয়াব পাৰা তেন্তে জাতকৰ নাম কৰণৰ দিনা তাক পাঠ কৰোৱাৰ ব্যৱস্থা আমি কৰিম। তেতিয়া তোমাৰো পুথি বিক্ৰী হ'ব আৰু আমাৰো দুপইচা উলিয়াবৰ বাট মুকলি হ'ব।"

"আশীৰ্বাদ কৰক দেউ। যিটি গৱেষণাৰ গজালি মোৰ মানসক্ষেত্ৰত ঠন ধৰি উঠিছে সি যেন ফল-ফুলেৰে জাতিষ্কাৰ হয়।"

"তথাস্তু।"

# বিপদভঞ্জন

ডঃ জগদীশচন্দ্ৰ মেধি

বিপদভঞ্জন আছিল তাৰ নাম। ক'ৰ পৰা যে বাপেকে এনে পাটীগণিতৰ নাম বিচাৰি পালে ক'ব নোৱাৰোঁ। এটা পুখুৰীৰ দুটা নলা। এটাৰে আহে, আনটোৰে যায়; বিধাতাৰ হাত কিন্তু পৰিল মাত্ৰ একেটাত, আনটো থাকিল চিৰকাললৈ বন্ধ; 'বিপদভঞ্জন'ৰ জন্ম-তাৰিখৰ পৰাই বিপদে হেঁচি ধৰিলে— 'ভঞ্জন' আৰু কোনোদিনাই নহ'ল। সি চকু মেলাৰ লগেলগেই মাকে চকু মুদিলে আৰু ওঠৰবছৰ বয়সত ডিঙিত এজনী গাঁথি দি যেতিয়া বাপেকেও পাৰ ললে, তেতিয়া তাক দি গ'ল সম্পত্তিৰ ভিতৰত চাৰিশ টকাৰ ধাৰ, এহাল বুঢ়া গৰু, জমিদাৰৰ তলত এপুৰা মাটি, কাণ নোহোৱা এটা কেৰাহী আৰু পাৰ নোহোৱা এখন কাঁহী।

ধনীয়ে সুত নিয়ে, জমিদাৰে খাজনা নিয়ে, চৰকাৰে কৰ নিয়ে আৰু ব্ৰাহ্মণে নিয়ে দক্ষিণা। বাকী যিখিনি আছে সি থকাতকৈ আৰু অলপ কম। আধাপেটে সুদাপেটে, লঘোনে আধা-লঘোনে বিপদভঞ্জনে বুঢ়া গৰুহালৰ নেজত ধৰি ভৱসাগৰ পাৰ হোৱাৰ আগতে সংসাৰসাগৰ পাৰ হবলৈ ককবকাই ফুৰিছে। মাজে মাজে সি ভাবে, "মোৰ এই দুৰ্গতি কিয় হ'ল: কাৰ দোষত?" চাৰিওফালৰ পৰা তাৰ উত্তৰ আহে— হাঁহি মাৰি সকলোৱে কয়—"তোৰ দোষত, হেৰ নিজৰ দোষত।" বিপদভঞ্জন নিমাত হয় কিন্তু তথাপি সি ভাবে, "মোৰ দোষত!" সৰুতে আই মৰিল, সিও মোৰ দোষ। বয়সৰ লগেলগে গৰুহাল বুঢ়া হৈ যায়, সিও মোৰ দোষ। মই ওপজাৰ আগেয়ে জমিদাৰে জমিখিনি নিজৰ নামত পট্টা কৰি ল'লে, সিও মোৰ দোষ। কাৰ বাবে মোৰ সাত পুৰুষে ঋণস্বৰূপে ধনীৰ টকা ধাৰ কৰিছিল? সিও মোৰ দোষ। চৰকাৰে আইন কৰে আৰু আইনৰ বলত কৰ আদায় কৰে; সিও মোৰ দোষ। আৰু আই-বোপাই নিজ কৰ্মত নৰকলৈ যায়, সিও মোৰ দোষ। সকলোৱে আগৰ দৰেই কিৰিলি মাৰি উঠে। নিশ্চয়, নিশ্চয়-তোৰ দোষ।" জমিদাৰৰ

মাটি খাইছ, জমিদাৰে খাজানা নিছে। তাত জমিদাৰৰ কি দোষ? ধনীৰ টকা আদায় কৰা নাই, ধনীয়ে সুত নিছে। ধনীৰ কি দোষ? ৰজাই তোক ল'ৰাৰ দৰে মৰম কৰে, চৰকাৰে তোক জাপানৰপৰা আৰু জাৰ্মানীৰপৰা ৰক্ষা কৰিছে। আজিম খাঁ আৰু হৰবল সিঙে তোৰ ভগা কাঁহীখন ডকাইতি কৰি নিলেহেঁতেন, তাৰ পৰা তোক নিশ্চিন্ত কৰি ৰাখিছে আৰু তাৰ বাবে কৰ নিছে। চৰকাৰৰ কি দোষ? আৰু তোৰ মাৰ-বাপেৰক নৰকৰ পৰা স্বৰ্গলৈ নিছে, তাৰ ভাড়া যদি নিয়ে তেন্তে ব্ৰাহ্মণৰে বা কি দোষ? বিপদভঞ্জনে ভাবি ভাবি তলমূৰ কৰি থাকে—হয়তো, যদিহে কাৰো দোষ নাই তেন্তে মোৰেই দোষ। কিন্তু তথাপি তাৰ মনৰ অশান্তি নাযায়—ক'ৰবাত যেন কোনোবাখিনিত কিবা এটা খোকোজা ৰৈ গ'ল। দৈৱজ্ঞই আহি তেতিয়া কয়, "হেৰ তোৰ দোষ, অৰ্থাৎ তোৰ জন্মক্ষণৰ দোষ। তাকো নুবুজনে?" বিপদভঞ্জনে নতুন ধাৰাত ভাবে—জন্মক্ষণৰ দোষ, গ্ৰহ-ৰাশিৰ দোষ, কিন্তু মই জানো নিজ ইচ্ছাত জন্মিলোঁ? এই কুক্ষণত মই জানো নিজ ইচ্ছাত বহুৱালোঁ মোৰ কোষ্ঠীত এই গ্ৰহ-ৰাশিবোৰ? মোৰ দোষ ক'ত? বহু সময়ৰ পিচত হাঁহি মাৰি ন্যায়চঞ্চুৱে আহি কয়। "হেৰ' এইবোৰ পূৰ্বজন্মৰ ফল।" এইবেলি বিপদভঞ্জন ন্যানেই অঠাই পানীত পৰিল। ইহজন্ম, জন্মক্ষণ, পূৰ্বজন্ম—ই যে একেবাৰে অন্ধকাৰ! বিপদে ভাবিব ধৰে। "কি ভাবিছ?" হঠাতে মুখৰ-পৰা এই শব্দ ওলাই পৰে, "প্ৰমাণ!" "প্ৰমাণ!" ন্যায়চঞ্চুৰ টিকনি থিয় হৈ উঠে, চকুৰে মুখে ফিৰিঙতি ওলাবলৈ ধৰে। "প্ৰমাণ! মূৰ্খ! সকলো শাস্ত্ৰই তাকে কয়, সকলো সাধুৱে তাকে কয়। শাস্ত্ৰ ভগৱানৰ বাণী। সাধু ভগৱানৰ অৱতাৰ! তাৰ ওপৰত লাগে প্ৰমাণ? ঈশ্বৰৰ বিচাৰ, তাত হয় তোৰ আপত্তি, মূৰ্খ!" বিপদৰ আতঙ্ক সৃষ্টি হয়—হয়তো, সকলো শাস্ত্ৰই তাকে কয়, সকলো সাধুৱে তাকে কয়। শাস্ত্ৰ ভগৱানৰ বাণী, সাধু ভগৱানৰ অৱতাৰ! মই মহাপাপী। ভগৱানৰ বাণীৰ প্ৰমাণ খুজিছোঁ। ভয়তে ন্যায়চঞ্চুৰ ভৰিত ধৰে। চালৰ পৰা বগা কোমোৰাটো আনি আগত থয়। ন্যায়চঞ্চুৱে দিয়ে বিনা বানচে আশীৰ্বাদ। বিপদভঞ্জন এইবেলি শান্ত হ'ল। ঈশ্বৰৰ বিচাৰ—মোৰ এই

অৱস্থাৰ বাবে মোৰ পূৰ্বজন্মৰ কৰ্মফল দায়ী। কোন এজন অজানা ঈশ্বৰৰ হিচাবৰ খাতাত মানৱাত্মাৰ সকলো বিচাৰ সকলো তৰ্ক নিৰ্বিবাদে সঁপি দি বিপদভঞ্জন এনেকৈয়ে নিশ্চিন্ত হ'ল। কিন্তু বুজি নাপালে সেই হিচাবৰ আৰম্ভই বা হ'ল কেতিয়া আৰু তাৰ শেষেই বা হ'ব ক'ত?

বছৰৰ পিচত বছৰ পাৰ হ'ল। পেটত ভাত নাই, গাত কাপোৰ নাই, ৰোগত ঔষধ নাই। ৰ'দত কঠীয়া পুৰি যায়। তাকো ভাবে ই তাৰ দোষ, ঈশ্বৰৰ বিচাৰ। বানপানীয়ে ধান ধুই লৈ যায়। তাকো ভাবে ই তাৰ দোষ, ঈশ্বৰৰ বিচাৰ।

১৯৩১ চনত এনেকৈয়ে এবাৰ দক্ষিণ কামৰূপত বানপানীত ধানৰ চিন নাইকিয়া হ'ল। মাটিত ধান নাথাকিল সঁচা, কিন্তু জমিদাৰ থাকিল, ধনী থাকিল, চৰকাৰ থাকিল আৰু ব্ৰাহ্মণো থাকিল। যথা সময়ত জমিদাৰ আহিল বৰকান্দাজ লৈ নাজিৰ আহিল ক্ৰোকী লৈ, ধনী আহিল লাঠী লৈ আৰু ব্ৰাহ্মণ আহিল আশীৰ্বাদ লৈ। সকলোৱে তাৰ দুখত সহানুভূতি দেখুৱালে। সকলোৱে ক'লে "এনে বানপানী হ'ব বুলি কোনে জানিছিল, সকলো ঈশ্বৰৰ ইচ্ছা।" কিন্তু কি কৰে, সকলো নিৰুপায়। সকলো কৰ্ত্তব্যৰ দাস। নাজিৰে ক'লে "আইনৰ হুকুম, মই কৰিম কি? এই চোৱা ক্ৰোকী কাগজ।" তলকা মাৰি বিপদে ক'লে, "কিন্তু আইন এনে নিষ্ঠুৰ কিয়? কোনে সৃষ্টি কৰিছে এনে আইন?"

"তুমি সৃষ্টি কৰিছা।"

"মই সৃষ্টি কৰিছোঁ!"

বিপদভঞ্জন উচাপ খাই উঠিল।

"হয়, তুমিয়ে সৃষ্টি কৰিছা। তুমি প্ৰতিনিধি বাছি দিছিলা আইন-সভালৈ। তেওঁলোকে সৃষ্টি কৰিছে। ভোট দিছিলা, মনত নাই।"

"ভোট দিছিলোঁ!" বিপদে ভাবিলে, "মনত পৰে। কিন্তু দিম কাক! এজন উঠিল জমিদাৰ, আন এজন উঠিল মহাজন,

কোনজনক দিম, কোনজনক এৰিম। মোৰ প্ৰতিতো দুয়োজনে সমান।"

জমিদাৰে ক'লে, "মই কি কৰিম? তোমাৰপৰা যদি নি নাখাওঁ মই খাওঁ কি? মাটি খাইছা, খাজানা দিবা। নোৱাৰিলে মাটি এৰি দিবা, মই মাটি আনক দিম।"

'কিন্তু যাওঁ ক'লৈ?"

"কি কৰিম মই। নহয় পোন্ধৰদিন সময় দিছোঁ, ইয়াৰ ভিতৰত খাজানা পালে ভাল, নহলে মই বাধ্য হৈ ঘৰ ভাঙি দিম।" বিপদে এইবেলি অন্ধকাৰ দেখিলে। জমিদাৰৰ ভৰিত দীঘল দি পৰি ক'ব ধৰিলে।

"ঈশ্বৰে মাছলৈ পানী দিছে, চৰাইলৈ গছ দিছে, বাঘলৈ বননি দিছে, আনকি সাপলৈও এটি গাঁত দিছে। মোকহে থাকিবলৈ এহাত মাটি নিদিলেনে?" ভৰিখন টানি নি জমিদাৰে হাঁহি মাৰি ক'লে, "মোক কি সোধা, ভগৱানক সোধা।"

ধনীৰ ভৰিত ধৰিলে, "সাত পুৰুষে আপোনাকে খাটি দিছোঁ। আৰু দুটামান ধন দি তেওঁলোকৰ ধাৰখিনি মাৰি দিয়ক। মুনিহ-তিৰোতা হালেই আপোনাৰ গোলাম হৈ বৈ দিম।"

ধনীয়ে লাঠি জোকাৰি দপদপাই উঠিল, "বাহৰে কি প্ৰেম। হেৰ সাতপুৰুষে চাৰিশ টকাৰ ধাৰ মাৰিব নোৱাৰিলি। আকৌ বোলে দিব লাগে; মই ব্যৱসায় কৰিছোঁ। জগন্নাথৰ অন্নসত্ৰ পতা নাই। দিব নোৱাৰ যদি আন কিয়? টকা নিছ, সুত দিবি। ভালে ভালে দিয় যদি ভাল, নহলে পকৰা পিহা দি পিহিম।"

ব্ৰাহ্মণ বহি আছিল। খণ্ডত অগ্নিশৰ্মা হৈ চিয়ঁৰি উঠিল, "পাষণ্ড!"

বিপদভঞ্জনে আহি ভৰিত ধৰিলে—"জাতিৰ ঈশ্বৰ আপুনি। ল'ৰা দুটিৰ মুখলৈ চাই শাপ নিদিব সিহঁতক।"

"শাপ নিদিম, নিৰ্বংশ হবি পাষণ্ড—গুৰু-ধন অপহৰণ কৰ! কুপুত্ৰ, বছৰৰ মূৰত বাপেৰৰ দুমুঠি চাউল দিবি। তাতো ইমান হাহাকাৰ! কৰ্মচণ্ডাল!" ধনীয়ে গ'ল লাঠি জোকাৰি, এনেকৈ নাজিৰে গ'ল ক্ৰোক কৰি, জমিদাৰে গ'ল ধমক দি, ব্ৰাহ্মণে গ'ল শাপ দি।

বিপদভঞ্জনৰ বিপদৰ মাত্ৰা পূৰ্ণ হ'ল, ঠিক সেই সময়তে যেতিয়া তাৰ ঘৈণীয়েক পৰিল মৃত্যুশয্যাত। বিপদে এইবেলি সঁচাই বিপদ গণিলে। ল'ৰা-ছোৱালীক কি খুৱাম? কোনে খুৱায়? কেঁচুৱাটি কোনে লয়? কোনে নিচুকায়? নৰিয়াৰ দৰৱ নাই, পথ্য নাই। কি কৰে, কি নকৰে। উপায়হীন হৈ বিপদভঞ্জনে দয়াময় হৰিৰ নাম লয়, তুলসীগুৰিত এগছি চাকি জ্বলায় আৰু নাম-ঘোষাখনত সেৱা কৰে। হয়তো ভৱনদীৰ সিপাৰে দয়াময় হৰি, পুণ্যৱতী তুলসী আৰু মহাপুৰুষ মাধৱদেৱে তাৰ অভ্যৰ্থনাৰ সু-ব্যৱস্থা কৰি ৰাখিছে, কিন্তু ভৱনদীৰ ইপাৰে বিপদে দেখে যে বৃটিছ চৰকাৰৰ ৰাজ্যত এওঁলোকৰ অধিকাৰ নাই। জ্বৰো নকমে, ৰক্তস্ৰাৱো বন্ধ নহয়। নিৰুপায়, বিপদৰ গালেদি চকুপানী বাগৰে। তুলসীজোপাৰ কাষতে বহি সি আকাশ-পাতাল ভাবিবলৈ ধৰে, তাৰ জীৱন, তাৰ জন্ম, তাৰ সুখ, তাৰ দুখ, তাৰ ধন, তাৰ অভাৱ, কত কি। এনেতে ৰোগীয়ে চিঞৰ মাৰি উঠিল। ভাবতে বিপদভঞ্জনে পাহৰিয়ে গৈছিল। উচাপ খাই উঠি সৌৰি গ'ল। গৈ দেখে ৰোগীৰ অৱস্থা আৰু বেয়া হৈছে। সি যেনেকৈয়ে গৈছিল তেনেকৈয়ে ওলাই আহিল। নগৰৰপিনে পোনমুখে খোজ ললে।

নগৰৰ ভিতৰত এটাইতকৈ ডাঙৰ ডাক্তৰ নীলকণ্ঠ শইকীয়া। সকলোৱে শইকীয়া বুলি মাতে। কিন্তু দুৱাৰমুখতে বিপদৰ হাত-ভৰি কঁপিবলৈ ধৰিলে। প্ৰকাণ্ড ঘৰ। চাৰিওফালে দেৱাল। পদুলিমুখত থিয় হৈ আছে প্ৰকাণ্ড পাগুৰি, তাতকৈ ডাঙৰ গোঁফ লৈ, হাতত বন্দুক, কঁকালত গুলি ভৰোৱা কাৰ্টিজ আৰু তৰোৱাল ভৰা খাপ, নাগেৰি জোতা, প্ৰকাণ্ড পাঞ্জাবী—মাটিত খোজেই কাঢ়িছেনে নে হাতুৰীৰে পিটিছে কব নোৱাৰি। আলিবাটৰ দুয়োপিনে মটৰ গাড়ী ভৰি পৰিছে। কিমান আহিছে কিমান গৈছে, কত ৰং, কত চং, কত সাজপাৰ, মতা মাইকী, গহনা-শাৰীৰ গোন্ধত মৌ-মাখি পৰে।

ছেগ চাই এবাৰ লাহেকৈ বিপদভঞ্জনে মৰণত শৰণ দি সোমাই গৈ বাৰান্দাৰ বেঞ্চিখনতে বহি পৰিল। বহিয়ে থাকিল। কোনে মাতে, কোনে সোধে? বিপদ অস্থিৰ হৈ উঠিল। ৰোগীৰ

ৰা কি হয় ? মানুহ যেতিয়া নাইকিয়া হ'ল, বিপদে এবাৰ লাহেকৈ ডাক্তৰৰ খোটালিলৈ সোমাই গ'ল। হাতজোৰ কৰাৰ লগে লগে ডাক্তৰে সুধিলে, "কি হৈছে ?" "এজনী ৰোগী আছিল," বিপদে ভয়ে ভয়ে ক'লে।

"আনা।"

"ঘৰতে আছে।"

"কিমান দূৰৈ ?"

"গাঁৱত আছে।"

"গাঁৱত ! কোন গাঁৱত ?"

"সোণাফুলীত।"

"সোণাফুলীত ? ভাল নামটো। কিমান দূৰৈ ?"

"চাৰি মাইলমান হ'ব।"

"চাৰি মাইল ! বাপৰে !" অলপ টলকা মাৰি ডাক্তৰে ক'লে দুশ টকা লাগিব।" টকাৰ সংখ্যা শুনি বিপদৰ মুখখন এনেয়ে আধা মেলা হ'ল। দুশ টকা কিমান ঠাই আগুৰিব ?

"দুশ টকা।" বিপদে লাহেকৈ ক'লে, "মই দুখীয়া।"

"দুখীয়া !" মুখৰ ভিতৰতে ডাক্তৰে হাঁহি মাৰি ক'লে, "তেন্তে দুখীয়াৰ ডাক্তৰৰ তালৈ যোৱা।"

"মোৰ একো নাই, মই ডালদৰিদ্ৰ। মানুহজনীও এতিয়া মৰোঁ মৰোঁ হৈছে, মৰিলে যে মোৰ কি অৱস্থা হ'ব। আপোনাৰ নামে যশে যদি আপুনি দয়া কৰে।"

"দয়া ! এই শব্দটো সহস্ৰবাৰ শুনিছোঁ আৰু সহস্ৰবাৰ ভাবিছোঁ। মানুহে দয়া বুলি যাক ভাবে সি তেনে বস্তু নহয়। তোমালোকে যাক দয়া বোলা তাৰ স্থান পৃথিৱীত নাই। পৃথিৱী হৈছে বুদ্ধিৰ যুদ্ধক্ষেত্ৰ আৰু এই যুদ্ধক্ষেত্ৰত জয়ী হোৱাই হৈছে একমাত্ৰ ধৰ্ম। ধৰ্মৰ মন্ত্ৰ, নীতিৰ গুণ, অৰ্থৰ ক্ষমতা, বিজ্ঞানৰ শক্তি, এইবোৰ হৈছে বুদ্ধিমানৰ অস্ত্ৰ। পৃথিৱীত আছে একেটা মাত্ৰ নীতি—অন্যৰ বিপদৰ সুবিধা লোৱা। প্ৰত্যেক মানুহৰ শত্ৰু

আৰু শত্ৰুৰ দুৰ্বলতাৰ সুবিধা আমি লব লাগিব, আনৰ বিপদৰ সুবিধা যেয়ে যিমান লব পাৰে সিয়ে সিমান বুদ্ধিমান। উকীলৰ যদি বেমাৰ হয় সেই বিপদৰ সুবিধা লৈ মই আদায় কৰিম তেওঁৰ পৰা। আৰু যদিহে মোৰ মোকৰ্দমা লাগে, তেন্তে তাৰ সুবিধা লৈ উকীলে আদায় কৰিব মোৰ পৰা। তাত দয়াৰ স্থান ক'ত ?"

"তেন্তে জানো দয়া বোলা বস্তু নাই ?

"আছে, কিন্তু তাৰ প্ৰয়োগৰ স্থান ই নহয়। দুটা অৱস্থাত আমি দয়া কৰোঁ। এক, যেতিয়া দেখোঁ যে আন পক্ষ ইমান দুৰ্বল হৈ পৰিছে যে সি মৰি যাব পাৰে তেতিয়া ইমানখিনি দয়া দিওঁ যাতে সি জীয়াই থাকে। কিয়নো সি মৰিলে তাতকৈ মোৰ ক্ষতি বেছি। এহাতে তাক জীয়াই ৰাখিব লাগিব, অন্য-হাতে তাক চিৰদিন বিপদত ৰাখিব লাগিব, তেহে আদায় হ'ব। কল-কাৰখানা আৰু চাহ বাগিচাৰ কুলিবোৰ দেখিছা ? মালিকে সিহঁতক সদায় জীয়াই থাকিব পৰাকৈ দৰমহা দিয়ে কিন্তু তাতকৈ সৰহ নিদিয়ে, চিৰদিন তাক এনে অৱস্থাত ৰাখে যাতে কাম এৰিলে খাব নাপাই মৰে। কৰবাত কিজানি দুই পইচা সাঁচি ৰাখে, তাৰ বাবে মদ খাবলৈ শিকাই দিয়ে। জমিদাৰ আৰু প্ৰজাবোৰ দেখিছা, কাৰবাৰী আৰু খেতিয়কবোৰ দেখিছা, টকা ধাৰ দিয়া ধনী আৰু ধৰুৱাবোৰ দেখিছা ? দেখিবা সেই একে নিয়ম, আমাৰ চৰকাৰ আৰু ৰাইজ দেখিছা, সেই একে নিয়ম। পিচে যেতিয়া দেখা যায় কোনো কাৰণত বানপানী, আকাল, অগ্নিকাণ্ড, ভূইকঁপ হৈ বা অত্যাধিক শোষণ হৈ আন পক্ষ মৰি যাবলগীয়া হয়, তেতিয়া আমি দান কৰোঁ, অৰ্থাৎ সিহঁতক জীয়াই ৰাখোঁ। যেনেকৈ খিৰতী গাইজনী মৰিবলৈ ওলালে দৰৱ দি জীয়াই ৰাখোঁ। দয়া অনুগ্ৰহ নহয় পুঁজি, ক্ষতি নহয় লাভ।

"দয়াৰ আৰু এটি প্ৰয়োগ আছে। নখ কাটোঁতে আঙুলিত লাগিলে তুমি যেনেকৈ জঁপিয়াই উঠা, তেনেকৈ শোষণ বৰ দ হৈ গ'লে আন পক্ষ বিদ্ৰোহী হৈ উঠিব খোজে, তেতিয়া আমি তাক দয়া কৰোঁ। দয়াই তেতিয়া আফিঙৰ কাম কৰে। বিদ্ৰোহী শুই পৰে।"

"কিন্তু ন্যায় বুলি এটাতো আছে? ন্যায় ভাবতো চলিব লাগে।"

"যিহে যুদ্ধত জয় আনে সিয়ে ন্যায়, কি ভাবে চলিলে জয়ী হ'ব পাৰি সেই ভাবে চলাই ন্যায্য ভাবে চলা।"

"কিন্তু সাধুসকলেতো সেই কথা নকয়। শাস্ত্ৰৰ বাণীতো সি নহয়।"

"যি বুদ্ধিমান, সিয়ে শক্তিমান, যি শক্তিমান, সিয়ে সাধু। হিটলাৰ যুঁজত জিকা হ'লে সি হ'লহেঁতেন সাধু। তাৰ বাণী হ'লহেঁতেন শাস্ত্ৰৰ বাণী। চাৰ্চিল জিকিল, সেইবাবে চাৰ্চিল হৈছে সাধু, তেওঁৰ বাণী হৈছে দেৱবাণী। কিন্তু তুমি যাক সাধু বুলিছা হিটলাৰ আৰু চাৰ্চিলতকৈও তেওঁ বেছি শক্তিমান। আৰু যাক তুমি শাস্ত্ৰ বুলিছা সি চাৰ্চিলতকৈও বেছি শক্তিশালী।"

"নিশ্চয়!" বিপদভঞ্জনে ডাঠি কৈ উঠিল।

"নিশ্চয়, কাৰণ যি সাধু সি শোষণ কৰি ধৰা নপৰে। হিটলাৰে শোষণ কৰি শত্ৰু হ'ল। যি সাধু সি শোষণ কৰি পূজা পায়। হিটলাৰৰ বন্দুকৰ ভয়ত মানুহৰ হাত-ভৰি নলৰে। সাধুৰ সম্মোহনত মানুহৰ বিবেকবুদ্ধিও নলৰে। হিটলাৰে দিয়ে বন্দুকৰ গুলী, সাধুৱে দিয়ে ধৰ্মৰ আফিং।"

"কিন্তু সাধু যে ঈশ্বৰৰ অৱতাৰ, শাস্ত্ৰ ভগৱানৰ বাণী। তেন্তে জানো ভগৱান নাই?"

"নিশ্চয় আছে। এটাতকৈ বুদ্ধিমানবোৰে ভগৱানক যিদৰে সৃষ্টি কৰে তেওঁ সেইদৰেই হয়।"

"মানুহে ভগৱানক সৃষ্টি কৰে!"

কথা শুনি বিপদভঞ্জনৰ পেটতে হাত-ভৰি লুকাল। আকাশ-পাতাল ভাবিবলৈ ধৰিলে। ডাক্তৰে নিজৰ কাগজ কিছুমানত মনোযোগ দিলে। ভালেখিনি পৰৰ পাছত ডাক্তৰে হাঁহি মাৰি সুধিলে।

"তোমাৰ নাম কি?"

"বিপদভঞ্জন।"

"ভাল নামটো, সোণফুলী গাঁৱৰ বিপদভঞ্জন, কিন্তু বিপদ-ভঞ্জন হয় ধনৰ দ্বাৰা। হয় তুমি মোক ধন দি নিব পাৰা, নহলে নোৱাৰা। যদি নিব পাৰা মই উঠো আৰু নোৱাৰিলে তুমি উঠা।"

ৰোগীৰ সিফালে কি অৱস্থা। অলপ টলকামাৰি বিপদে ক'লে, "বাৰু আহক দিম যি লাগে।"

ডাক্তৰে হাঁহিটি ভালকৈ মাৰি লৈ ক'লে, "ভাই, মানুহ আমি চিনি পাওঁ। পাৰিলে মোক ফাঁকি দিবা, এয়েতো। কিন্তু মনত ৰাখিবা জগতত যি যিমান ধনী সি সিমান ফাঁকি দিব জানে; কাৰণ ফাঁকি নিদিয়াকৈ ধনী হ'ব নোৱাৰে। বাৰু তুমি উঠা, মই অলপ পিচতে যাম।" বিপদে সেৱা এটি কৰি উঠিল।

ভাবি-চিন্তি সি লাহে লাহে গ'ল নিবাৰণ মহাজনৰ ঘৰলৈ। হাতজোৰকৈ সেৱা কৰিলে। মহাজনে মিঠা মুখেৰে সুধিলে, "কিহে বিপদ, কি খবৰ?"

"আৰু কি খবৰ হব দেউতা? দেখিছেই নহয় জন্মৰপৰা আজিলৈকে কপালত আমাৰ এয়েই লিখা আছে। আজি এতিয়া আকৌ মানুহজনীও মৰিবলৈ ওলাইছে। কি কৰোঁ টকা নাই, পইচা নাই। মই নিৰুপায়।" মহাজনৰ মুখখন শেঁতা পৰি গ'ল, শেষত ই জানোচা ধাৰ বিচাৰি আহিছে। এই নওঠাটোক ধাৰ দি কি পাম। মহাজনে কোমলভাৱে ক'লে, "কি কৰিবা ভাই, ঈশ্বৰৰ ইচ্ছা! কি কৰিম তোমালোকৰ দুখ দেখিলেই মোৰ যে কি কষ্ট হয়। কিন্তু এটা পইচাও ঘৰত নাই। সকলোৱে ধাৰলৈ নিয়ে কিন্তু কোনো কুকুৰে ধাৰ সুজিবৰ নামকে নলয়। কাগজকেইখন পৰি আছে। ইফালে দেখিছা কি জুই-ছাই দাম বস্তুৰ। মিছা ক'লে কি হ'ব, ঘৰৰ খৰছখিনি চলাও টান!"

"মই টকা বিচাৰি অহা নাই দেউতা। নিনো ক'ৰপৰা সুজিম? ইহকালটো এনেকৈয়ে গ'ল। শেষত পৰকাললৈও ঋণ পাপৰ বোজাটি লৈ যামনে?"

মহাজনৰ বৰ আনন্দ লাগিল, "ঠিক কৈছা বিপদ, দুদিনীয়া সংসাৰ! চকু মুদিলে দুখো নাই, সুখো নাই। তাৰ বাবে চিৰ-দিনীয়া সুখলৈ পিঠি দিব নোৱাৰি। ঋণপাপ মহাপাপ।"

"পিচে দেউতা, এটা আন বস্তুৰ বাবেহে আহিলোঁ। দৰৱ পথ্য কিনিবৰটো সাধ্য নাই। কালি এটা কামাখ্যাৰ ওজাই আহি ক'লে যে কুমাৰী কন্যাৰ ডিঙিৰ সোণৰ হাৰ এডাল তেওঁ জাৰি দিব। তাৰ পানী খুৱাব লাগে। যদি দেউতা, এইখিনি দয়া কৰে মই তত্তালিকে পানীত জুবুৰিয়াই আপোনাক দি যামহি।"

বিপদভঞ্জন দুখীয়া সঁচা, কিন্তু তাক অবিশ্বাস কোনেও নকৰে। সকলোৱে জানে সি সৎ মানুহ। ফাকি-ফুকা নেজানে। মহাজনে নিঃসন্দেহে ক'লে, "বাৰু কোনো কথা নাই।" এইবুলি ছোৱালীৰ গলৰ সোণৰ হাৰডাল আনি দিলে। "পিচে অলপ সাৱধানে ৰাখিবা। বৰ দামী বস্তু নহয়।" হাৰ লৈ বিপদ ঘৰ পাইছে, লগে লগে ডাক্টৰো উপস্থিত। ৰোগী পৰীক্ষা কৰিলে। কাজগত দৰৱ লিখি দিলে আৰু কি কি কৰিব লাগিব সকলো বুজাই দিলে। পিচত থিয় হৈ ক'লে, "এতিয়া উঠো মই!" বিপদে সোণৰ হাৰডাল আনি দিলে। ডাক্টৰে দেখে যে ই বহু মূল্যবান বস্তু। তেওঁৰ থকবৰকৰ লাগিল।

"মোক টকাহে লাগে, সোণতো নালাগে।"

বিপদে ক'লে, "ডাক্টৰ বাবু, সকলোৱে জানে এটাইতকৈ সোণ ভাল,ময়ো জানো, আপুনিও জানে; আৰু ইয়াৰ দাম যে দশ টকাতকৈ বেছি তাকো জানে। এইবাৰৰ দশ টকা কাটি ৰাখি অহা কেইদিনৰ ভিজিটৰ বাবে বাকীখিনি জমা ৰাখিব।" তাৰ কথা শুনি ডাক্টৰে দুনাই একো নকৈ পেণ্টৰ জেপত হাৰডাল ভৰাই লৈ খোজ থলে। অলপ পিচতেই বিপদে হঠাৎ কিবা ভাবি ব্যৱস্থাপত্ৰৰ কাগজখন লৈ লৰালৰিকৈ খোজ দিলে।

সোণাফুলী গাঁৱলৈ বৰআলিৰ পৰা প্ৰায় তিনিমাইলমান এটি সৰু গাঁৱলীয়া বাট। দুয়োফালে হাবি। হাবিৰ মাজেদি ডাক্টৰ আহি আছে। হঠাতে বিপদ বাঘে জাপ মাৰি পৰাদি ওপৰতে পৰিল। এনেদৰে টেঁটুত চেপি ধৰিলে যে ডাক্টৰে আৰু এটা ৰাও কাঢ়িবও নোৱাৰিলে। জেপৰপৰা হাৰডাল লৈ বিক্ৰী কৰি তাৰ ধনেৰে দৰৱপাতি কিনি আনি ঘৈণীয়েকক খুৱালে। ল'ৰা-ছোৱালীকো ভাত-পানী দিলে, ৰোগীয়ে আৰু চকু নেমেলিলে। দুদিনৰ পিচত পাৰ হ'ল।

কেইদিনমান বিপদভঞ্জনৰ ভয়ানক মানসিক অশান্তিত গ'ল। কেতিয়াবা ভাবে মহাপাপ এটা কৰিলোঁ। ডাক্তৰকো হত্যা কৰিলোঁ, মহাজনকো ঠগিলোঁ। আৰু ৰোগীও ভাল নহ'ল—লাভ হ'ল কি? কেতিয়াবা আৰু শান্তনা লয়, কেলেই যাব য'তে সুবিধা। যত ধৰ্ম-নীতি, পাপ-পুণ্য, স্বৰগ-নৰক, ডাক্তৰৰ সকলো কথা তাৰ এটা [illegible] পৰে।

ঘৈণীয়েক মৰিল, পুৰোহিতো আহিল। পাঁজী-পুথি চালে; [illegible] নাক-মুখ কোঁচাই ক'লে, "পুষ্কৰে পাইছে। বৃষোৎসৱ কৰিব লাগিব, ব্ৰাহ্মণক গো দান।" কথা শুনি বিপদভঞ্জনৰ মনলৈ যি দুৰ্বলতা আহিছিল সিও কঠিন হৈ উঠিল। কিন্তু সি মনে মনে থাকিল। এই ভয়ানক মানসিক বিপ্লৱত পৰি বিপদে পাহৰিয়ে গৈছে যে গোহালিত গৰু বন্ধা আছে। সিহঁতক ঘাঁহো দিয়া হোৱা নাই, এৰিও দিয়া নাই। সেইফালে তাৰ চকুৱে নাই। হঠাৎ বৃষোৎসৱৰ কথা শুনি গোহালিলৈ গৈ দেখে যে সিহঁত জীয়াই আছে নে মৰিছে বুজা টান। এটিৰটো কথা বেয়ায়েই। বিপদ ঘূৰি আহিল। পুৰোহিতক ক'লে, "বাৰু দিম।"

বৃষোৎসৱৰ দিনা বামুণে সকলো আয়োজন কৰিলে। দানৰ সময়ত বিপদে টানি ধুঁহি লৈ আহিল আধামৰা হালোৱা গৰুটো। দেখি বাপুৰ খং গৈ তালুত উঠিল। "হা এইটো কি? হেৰ' এই আধামৰা গৰুটো দান দিবিনে?" "নহয় প্ৰভু, দেখিছেইতো মোৰ বিপদ, গৰু বিচাৰিবই নোৱাৰিলোঁ। এতিয়া ইয়াকেই লওক, মই পিচত সলাই শকত-আৱত গৰু এটা দিম।" অগত্যা বৃষোৎসৱ হৈ গ'ল। তাৰ কেইদিনমান পিচত গৰুৰো মুক্তি হ'ল। বিপদে কঁকালত গামোচাখন মাৰি মৰা গৰুটোৰ ডিঙিত পখাডালি লগাই টানি টানি নি পুৰোহিতৰ দুৱাৰমুখত থৈ মাত লগালে, "প্ৰভু আছেনে? প্ৰভু!" প্ৰভুৱে ভাত-পানী খাই তামোলখন মুখত ভৰাই দুপৰীয়া অলপ দীঘল হৈছিলহে মাথোন, বিপদৰ মাত শুনি জাপমাৰি উঠিল। "বিপদভঞ্জন, আহ বাপা আহ।" বিপদ ভিতৰলৈ গ'ল। "পিছে গৰুটো আনিছোঁ প্ৰভু।" প্ৰভুৱে চিঞৰি ঘৈনীয়েকক ক'লে, "হেৰ গৰু আহিছে। এবাৰ শঙ্খধ্বনি কৰ। উৰুলি দে, কেৱল খালৈপেটটো ভৰালেই হয়নে?" বামুণীয়ে লৰা-ঢপৰিকৈ শঙ্খধ্বনি

কৰিবলৈ আৰু উকলি দিলে, বিপদ আৰু পুৰোহিত ওলাই আহিল। পদুলিৰ মুখত মৰা গৰু দেখি পুৰোহিত অগ্নিশৰ্ম্মা হৈ উঠিল। "পাষণ্ড, অধৰ্মী, নাৰকী, তই মোক মৰা গৰু দিবলৈ আহিছ!" "নহয় প্ৰভু, মৰা ঘৈণীলৈ মৰা গৰু দিছোঁ।" আকৌ কথাকে কেইছনে মহাপাপী!" "একেতো কথা প্ৰভু! আপুনি সলাই দিব কৈছিল, মই সলাই দিছোঁ। আগতে কেনে চেৰেলা আছিল মৰি উঠি কি হ'ল, বেটা তেনেই ফুলি শকত-আৱত হৈ পৰিছে!" 'দূৰ হ নাৰকী, নিৰ্বংশ হবি!" "মই নিৰ্বংশ হলে মোতকৈ আপোনাৰহে লোকচান।" বিপদে আভূমি এটি প্ৰণিপাত কৰি ঘৰমুৱা হ'ল। "পাষণ্ড!"

বিপদ আকৌ ঘূৰিল। "খবৰদাৰ প্ৰভু! বহুত টকা আপুনি মোক দিবলগীয়া আছে। কড়াই ক্ৰান্তিয়ে আদায় কৰি সাধু পাষণ্ডৰ দোহাই নিদিব। যি বুদ্ধিমান সিয়ে সাধু। ইমানদিনে আপুনি মোতকৈ সাধু আছিল, কিন্তু আজি মই আপোনাতকৈ সাধু, কাৰণ বুদ্ধি কৰি মই আপোনাক ফাঁকি দিছোঁ।"

দিন যিমানেই যায় মহাজনৰ চিন্তা সিমানেই বাঢ়ে। হাৰডাল নে শেষত—এদিন মহাজন আহি বিপদক ঘৰতে পালে। "হেৰ' বিপদ! হাৰ?" "হয় দেউতা, হাৰ।" "কি দেউতা! 'হয় দেউতা, আপোনাৰ হাৰ, মোৰ জিত।" "তাৰ মানে?" "তাৰমানে ইমানদিনে আছিল আপোনাৰ জিত, মোৰ হাৰ, এতিয়া আপোনাৰ হাৰ, মোৰ জিত।" তাৰমানে হাড়ডাল খালি। "খোৱা বুলিলে খোৱা। আপোনাৰ ঘৰত সম্পত্তিবোৰ আছে বুলিয়েই যদি আপুনি তাৰ গৰাকী হয় আৰু আপোনাৰ ঘৰত জন্ম গ্ৰহণ কৰা বাবে যদি আপোনাৰ ল'ৰাই তাৰ গৰাকী হয়, তেন্তে মোৰ ঘৰত হাড়ডাল আছে যেতিয়া তাৰ গৰাকী মই নহওঁ কেলেই?" "হেৰ' তোৰ মতে হ'বনে? আইন মতেহে হ'ব।" আইন! "আইন হৈছে চহৰৰ নাচনি। আজি আইন কৰাৰ ক্ষমতা আপোনাৰ হাতত আছে। গতিকে আইন হৈছে আপোনাৰ পক্ষে, আৰু কালিলৈ মোৰ হাতত দিয়ক, আইন হ'ব মোৰ পক্ষে।" "তই তেন্তে আইনকো ভয় নকৰ!" "নকৰোঁ দেউতা, নকৰোঁ, আইন কৰাৰ ক্ষমতা আপোনাৰ আছে, গতিকে আইন আপোনাৰ হাতিয়াৰ আৰু নাচি কৰাৰ ক্ষমতা মোৰ হাতত

গতিকে লাঠি মোৰ হাতিয়াৰ।" এইবুলি বিপদে লাঠি এডাল টান মাৰি আনি বলিয়াৰ দৰে ঘূৰাবলৈ ধৰিলে। তাৰ উত্তগুলি দেখি মহাজনে কোঁচ খাই ঘৰমুৱা হ'ল।

বিপদৰ বিপদ দেখি জমিদাৰে কিছুদিন টলকা মাৰি আছিল। কিন্তু তথাপি যেতিয়া সি আৰু খাজনা দিবৰ নামকেই নলয় তেতিয়া জমিদাৰ গৈ উপস্থিত হ'ল। "হেৰ' বিপদ, খাজানাও নিদিয়, উঠিও নাযাৱ, কথাটো ভাল নহয়।"

"হয় দেউতা খাজানাও নিদিওঁ উঠিও নাযাওঁ এই কথা ঠিক। পিছে কথাটো ভাল হৈছে নে নাই সেই বিষয়ে নতুনকৈ বিচাৰ কৰিবলগীয়া আছে।" "খাজনাৰ লগত বিচাৰ কি?" "মানে আপুনি ভাল কথাবোৰ কেতিয়াও বুজি নাপায়। অতি সহজ কথা মই আপোনাক এক পইচাও নিদিওঁ। এই বিষয়ে আৰু কোনো বিচাৰ কৰিবৰ আৱশ্যক নাই; আৰু মই ইয়াৰ-পৰা উঠিও নাযাওঁ, এই বিষয়ে বিচাৰ কৰাৰো কোনো আৱশ্যক নাই। কিন্তু কথাটো ভাল হৈছে নে নাই সেই বিষয়ে যদি বিচাৰ কৰিব খোজে তেন্তে বিচাৰ কৰোঁ।" "বাঃ, মাটি মোৰ, তুমি মোক খাজনাও নিদিবা, উঠিও নাযাবা!" বিপদে খেক্‌খেক্‌কৈ হাঁহিবলৈ ধৰিলে, তাৰ হাঁহিৰ শেষেই নহয়। জমিদাৰে খঙতে কৈ উঠিল, "পগলা নেকি?" "পগলা বুলিলে পগলা। পট্টা বুলি এখন কাগজত আপোনাৰ নাম আছে, সেইবুলি এই মাটি আপোনাৰ হ'লনে? আৰু সাত পুৰুষে মই ইয়াত কটালোঁ, দখল কৰি আবাদ কৰি, তথাপি সেই মাটি মোৰ নহ'ল!" "চৰকাৰৰ মাটি চৰকাৰে মোক দিছে, তাৰ মাজত তুমি কোনহে?" হেঃ হেঃ হেঃ বিপদে আৰু এবাৰ হাঁহিলে। চৰকাৰৰ জঙ্ঘলত বাঘ থাকে খাজানা দিয়েনে? চৰকাৰৰ গছনিত চৰাই থাকে, খাজানা দিয়েনে? তেন্তে মই কিয় খাজানা দিম! কিমান দিন হ'ল এই চৰকাৰৰ?" আজি দুশ বছৰ হ'ল। আজি দুশ বছৰে চৰকাৰে এইদৰে চলাইছে; এতিয়া কি তোৰ মতে নতুন হ'ব?" "দুশ বছৰ! মাত্ৰ! তাৰ কোটি বছৰ আগেয়ে ঈশ্বৰে বাস কৰিব দিছে মানুহক এই পৃথিৱীখনত। জানানে এই মানুহ বোলা জীৱটি সৃষ্টি হ'বৰ কিমান দিন হ'ল? মাত্ৰ দুশ বছৰ আগেয়ে যদি তোমাৰ চৰকাৰে ক'ব পাৰে এই মাটি

তেওঁৰ তেন্তে আজিৰপৰা মই কওঁ এই মাটি মোৰ। সৃষ্টিকালৰ লগত তুলনা কৰিলে দুশ বছৰ আৰু আজিৰ কিমান পাৰ্থক্য?" "বাহুবলেৰে চৰকাৰে জিকি এই মাটি পাইছে, তোক ভিক্ষা কৰি দিয়া নাই নহয়।" "বাহুবলেৰে জানো ঈশ্বৰক পৰাজয় কৰিছে? তোমাৰ চৰকাৰ যে ঈশ্বৰৰ মাটিত তেওঁহে পৰাকী হয়। বাহুবলেই তেন্তে অধিকাৰৰ বল, বাহুবলেই তেন্তে আইনৰ বল। বাৰু যিদিনা চৰকাৰে গুলী দি মাৰে সেইদিনাটো মৰিম কিন্তু আজিতো মই বাহুবলেৰে তোমাক মাৰিব পাৰোঁ।" এইবুলি বিপদে চালৰ বেছাৰপৰা ডেৰ হাতমান দীঘল এখন দা উলিয়াই আনিলে। পুনৰ তাৰ বলিয়ালি উঠিল। উন্মত্ত হৈ সি দাখন ঘূৰাব ধৰিলে। "নিতান্ত পগলা।" জমিদাৰে কাশ্মীৰী ছালখন লৰালৰিকৈ গাত তুলি লৈ ঘৰৰ পিনে খোজ ল'লে।

নিজৰ মনেৰে সজা এনে কিছুমান আইন আৰু নীতি লৈ বিপদভঞ্জনে ৪/৫ মাহ কটাই সি এদিন সুপ্ৰভাতত ডাক্তৰক হত্যা কৰা অপৰাধত গ্ৰেপ্তাৰ হ'ল।

হাজতৰ ভিতৰত বিপদৰ উত্তপ্তালি একেবাৰে কমি প'ল। বহি বহি সি ভাবি থাকে। তাৰ অতীত আৰু বৰ্তমান আৰু তাৰ জীৱনৰ উল্কাপাত, কি কৰে সি। ইয়াততো আৰু থাকিবলৈ ঠাই নাই। লাঠিৰো ঠাই নাই। নিজৰ মাংস নিজে কামুৰি খোৱাৰ বাহিৰে কাৰো গাত এটা আঁচোৰ মাৰিবৰ শক্তিও তাৰ নাই। মাজে মাজে ভাবে ডাক্তৰক মৰাৰ সাক্ষীতো তাৰ নাই, সি যে মাৰিছে তাৰ প্ৰমাণ কি? কিন্তু প্ৰমাণৰ কথা সি কি বুজে? উকীলৰ দ্বাৰা যদি খালাচ নহয় তেন্তে সি নিজে কি কৰিব পাৰে। শেষত এদিন নগৰৰ আটাইতকৈ ডাঙৰ উকীলজনক সি মাতি পঠালে। উকীল আহিল, সকলো কথা তেওঁ শুনি ক'লে, "তুমি যি কৈছা তাৰপৰা বুজা যায় তোমাৰ মোকৰ্দমা ভাল হ'বৰ আশা আছে। কিন্তু মোক চাৰিশ টকা লাগিব।" বিপদে দেখিলে ডাক্তৰৰ মুখত যি কথা ওলাইছিল উকীলৰ মুখতো সেই একেই কথা। বিপদে উকীলৰ ভৰিত ধৰিলে, "আপোনাক মই ধৰ্মৰ পিতৃ বুলিছোঁ মোক ৰক্ষা কৰক। টকা মই ক'ৰপৰা দিম? মই ডাল-দৰিদ্ৰ। মোক দয়া কৰক। মই মৰিলো এমা-

ভিমা ল'ৰা-ছোৱালীকেইটিও মৰিব, খাব নাপাই মৰিব। আপোনা-লোকৰ কি নাই। এজন মানুহ পানীত ডুবি মৰা দেখিলেতো আপুনি পইচা লৈ তাক উদ্ধাৰ নকৰে, তেন্তে মই কিয় ফাঁচীত যাম? আপুনি মোক ৰক্ষা কৰিব পাৰিও কিয় নকৰে? আপুনি মোৰ [illegible]তা, মোৰ ঈশ্বৰ।" বিপদে সঁচাই হুকহুককৈ কান্দিবলৈ ধৰিলে। কেৱল উকীলে অতি নিৰ্বিকাৰভাৱে লাহে লাহে ক'লে, "তোমাৰ তৰ্ক ভাল হৈছে আৰু ঠিক সময়ত চকুপানীখিনি উলিয়াইছা। কিন্তু একো লাভ নাই।" এইবুলি তেওঁ উঠি বিদায় হ'ল, এবাৰ ঘূৰিও নাচালে।

উকীলৰ কথা আৰু আচৰণ বিপদৰ অন্তৰত ইমান গভীৰ-ভাবে কাটি সোমাল যে ইয়াৰ পিছত আৰু সি দুনাই কোনো উকীলকে নামাতিলে। আনকি চৰকাৰৰ পক্ষৰ যি উকীল তাৰ সমৰ্থনৰ বাবে দিছিল তেওঁৰ লগতো একাষাৰ কথা নাপাতিলে। সি কেৱল বহি বহি ভাবিবলৈ ধৰিলে। সমুখতে ফাঁচীৰ চিপজৰী! দুদিন পিচত তাৰে গাঁতত সি নিমাত হ'ব। কিন্তু তাৰ বাবে সি সিমান দুখ কৰা নাই। ফাঁচীত নমৰা হ'লেই যে সি বহুদিন জীয়াই থাকিলেহেঁতেন তাৰ বা কি প্ৰ াণ। কিন্তু সি ভাবে তাৰ ভুল হ'ল ক'ত? নহ'লে তাৰ এই দুৰ্গতি কেলেই হ'ল। সি আকৌ ভাবিবলৈ ধৰে। ডাক্তৰৰ সকলো কথা তাৰ মনলৈ আহে। প্ৰত্যেক মানুহ প্ৰত্যেক মানুহৰ শত্ৰু। হয়নে শত্ৰু? চকুৰ আগত ভাহি উঠে তাৰ ল'ৰা-ছোৱালীৰ মুখকেইখন। ছিঃ সিহঁত মোৰ শত্ৰু হে। কিন্তু ডাক্তৰে যে কৈছিল সিওতো সঁচা। চৰকাৰ, উকীল, ডাক্তৰ, জমিদাৰ, মহাজন, ব্ৰাহ্মণ—কোনে তাক সুদাই এৰিলে? তাৰ দুৰৱস্থাৰ সুবিধা লৈ প্ৰত্যেকে তাক হাড়ে-মঙহে টানিছে। সিহঁত মোৰ বন্ধু। তেন্তে কি? মানুহ মানুহৰ বন্ধু নে মানুহ মানুহৰ শত্ৰু? প্ৰত্যেকজনী মাকে যদি নিজৰ সন্তানক মাৰিবলৈ ধৰে তেন্তে মানুহ জাতি কিমান দিন থাকিব। তেন্তে এই কামোৰা-কামুৰি কিয়? মানুহ পৰস্পৰে শত্ৰু, এইবুলি এই কামোৰা-কামুৰি নহয়, কিবা এটা আছে, যাৰ বাবে মানুহে মানুহক এনে আচৰণ কৰে। কিবা এটা অন্যায় নিশ্চয়। পৃথিৱী যুদ্ধক্ষেত্ৰ হ'ব কিয়? বিপদে নিজৰ কথা ভাবিবলৈ ধৰে। মই কিয় জমিদাৰক কাটিবলৈ

পৈছিলোঁ ? খাজনা নিয়ে বুলি। মই খেতি কৰোঁ, ধান পায় লাগে, জমিদাৰে বহি থাকে অথচ ভাগ নিয়ে। সেয়েতো মোৰ আপত্তি। সেইবাবেইতো জমিদাৰ মোৰ শত্ৰু। তাৰ ঘৰৰ মানুহ-জনীলৈ মনত পৰে। দুয়োজনে কিমান পৰিশ্ৰম কৰিছিলোঁ, কিন্তু কেতিয়াওতো আমি ভাগ লৈ কাজিয়া কৰা নাই। তেওঁ বেছি খালে নে মই বেছি খালোঁ। মনত পৰে তাৰ নতুন যৌৱনৰ কথা। কেনেকৈ ঘৈণীয়েকে ভাল মাছখিনি তাৰ পাতত দিয়ে। আৰু কেনেকৈ সি নাখাই বাচিত এৰি খায় পিচত ঘৈণীয়েকে খাব বুলি। তেন্তে জমিদাৰৰ লগত কিয় ভাগ লৈ কাজিয়া হয়। কাৰণ জমিদাৰে কাম নকৰে, কিন্তু ভাগ লাগে। উৎপাদনত যোগ নিদিয়ে অথচ বিতৰণত ভাগ লয়। সাধ্য থাকি কাম নকৰে, অথচ প্ৰয়োজনতকৈও বেছি খোজে। সেয়েই এই অভ্যাসৰ মূল। আজি প্ৰত্যেকে বিচাৰিছে নিজে বহি খায়, অথচ লোকৰ শ্ৰমৰ ফল অপহৰণ কৰে কেনেকৈ ? জগতৰ ধনবল, অস্ত্ৰবল সকলো ইয়াৰ বাবেইতো। এই অন্যায় ৰক্ষাৰ বাবেই আজি চৰকাৰ, চৰকাৰৰ আদালত, চৰকাৰৰ পুলিচ, আৰু চৰকাৰৰ সৈন্যবাহিনী, এই অন্যায় ৰক্ষাৰ বাবেই। ধনীৰ ধন, বলীৰ বল।

কিন্তু এই সহস্ৰমুখী বিৰাট দানৱৰ পৰা ৰক্ষা। পৰাৰ উপায় বা কি ? মই বিদ্ৰোহ কৰিছিলোঁ, কিন্তু তাৰ ফলত ভুগিলোঁ মই। এজন জমিদাৰক, এজন মহাজনক, এজন চাকৰিয়ালক মাৰিব পাৰি, কিন্তু তাৰ পিচত থিয় হৈ আছে সশস্ত্ৰ পুলিচ, সশস্ত্ৰ সৈন্য-বাহিনী, আইন, আদালত, জেলখানা, এই যে বিৰাট লোহাৰ জাল তাক দূৰ কৰা যায় কেনেকৈ। এই বন্দুক, এই বোমা, এই কামান, এই আকাশী ৰথ। ইয়াৰ বিৰুদ্ধে মোৰ লাঠি আৰু পাৰ ঠাই ক'ত ? অথচ এই সশস্ত্ৰ সৈন্যবাহিনীৰ মাজত যিমান দিন এই প্ৰথা থাকে সিমান দিন ইয়াৰ মৃত্যুও নাই। ইয়াৰ প[illegible] ক'ত ? সশস্ত্ৰ সৈন্যবাহিনীৰ লগত বিনা অস্ত্ৰে যুঁজিব পাৰি, নাইনে এনে উপায় ? বিপদে আৰু ভাবিব নোৱাৰিলে, শুই পৰিল।

আদালতত যেতিয়া বিচাৰ হ'ল বিপদে বিচাৰৰ কথাত বৰ বেছি কাণ নিদিলে। কেৱল এই বিপদৰ মাজতো তাৰ হাঁহি উঠিল। যেতিয়া দুজন সাক্ষীয়ে ক'লে স্বচক্ষে তেওঁলোকে দেখিছে।

যেতিয়া ডাক্তৰে ক'লে শটোৰ মূৰত প্ৰকাণ্ড এটা ঘা, যেতিয়া পুলিচে ক'লে ওচৰতে এখন দা পৰি আছিল; ৰাসায়নিক পৰীক্ষা কৰি ক'লে দাখনত মানুহৰ তেজ লাগি আছিল। আৰু সকলোৱে প্ৰমাণ কৰিলে যে সি ইমানদিনে পলৰীয়া হৈ আছিল। বিপদে হাঁহিলে, কিন্তু একো নামাতিলে। শেষত জজ বাহাদুৰে যেতিয়া সুধিলে তাৰ কিবা উত্তৰ আছে নে নাই, বিপদে কিছুসময় জজ বাহাদুৰৰ মুখলৈ চাই থাকি গহীনভাবে মাত লগালে, "মই ডাক্তৰক হত্যা কৰিছোঁ, কিন্তু মোক দণ্ড দিব নালাগে।" আদালতৰ সকলোৱে হাঁহি উঠিল। বিপদে কোমলভাৱে ধমক দি ক'লে আপোনালোকে হাঁহিছে। কিন্তু মই মৰিম। মোৰ মৃত্যু আপোনালোকৰ হাঁহিৰ বস্তু।" অলপ পৰ বৈ ক'লে, 'মই হত্যা কৰিছোঁ, কিন্তু মোৰ দণ্ড হ'ব নালাগে আৰু যদি মোক দণ্ড দিয়ে তেন্তে জগতৰ বহুতক দণ্ড দিব লাগে। মানুহক টেটুত টিপি মাৰিলেই যদি হত্যা কৰা হয় তেন্তে অনাহাৰে মাৰিলে জানো হত্যা কৰা নহয়? যি একো নকৰে সি ক্ৰোড়পতি হৈ বহি খায় আৰু যি কপালৰ ঘাম মাটিত পেলায় সি অনাহাৰত প্ৰাণ ত্যাগ কৰে। তাৰ শ্ৰমৰ ফল মুখৰ ভাতকেইটাও ধনীয়ে অপহৰণ কৰি জমা কৰি তাক অনাহাৰত হত্যা কৰে। ই জানো হত্যা নহয়? গাৰ বলত কাঢ়ি আনিলেই চোৰ আৰু আইনৰ বলত কাঢ়ি আনিলে জানো চোৰ নহয়? অন্যায়ক ন্যায় কৰিব নোৱাৰি। সোণৰ হাৰ কাঢ়ি নিলে যদি চোৰ, তেন্তে মুখৰ ভাত কাঢ়ি নিলেও চোৰ। প্ৰয়োজনতকৈ যাক বেছি লাগে সিয়ে চোৰ। এই হিচাবে পৰীক্ষা কৰক মই চোৰ নে আপোনালোক চোৰ। আজি সমৰশক্তি আপোনালোকৰ হাতত, আজি যি ইচ্ছা তাকে আইন বুলি ন্যায় বুলি চলাব পাৰিব। কিন্তু চিৰদিন এনেদৰে থাকিবনে? অসম্ভৱ! মই কোন? মই এই বিৰাট অপহৰণৰ বিৰুদ্ধে এটা সামান্য অগ্নি-কণা, অলপ বতাহতে নুমাই গলোঁ। কিন্তু এদিন আহিব যিদিনা দাবানল জ্বলিব। বতাহে সেইদিনা নুনুমায়, বেছিহে কৰিব। সাৱধান সেইদিনালৈ!"

তাৰ কথা শেষ হ'লত জজ বাহাদুৰে ক'লে, "তোমাৰ তৰ্ক ভালেই হৈছিল। কিন্তু ফল একো নহয়। তোমাক ফাঁচীৰ হুকুম দিয়া হ'ল।"

তাৰে দহদিন পিচত বিপদভঞ্জনৰ ফাঁচী হ'ল

# লালুক গাঁৱৰ কুকুৰ

কীৰ্তিনাথ হাজৰিকা

পদ ঃ ( নিজা বাতৰি দিওঁতা )

লালুক গাঁও, ১০ ফাগুন—স্থানীয় ডাকঘৰত সম্প্ৰতি এটা নতুন সমস্যাই দেখা দিছে। ইউনিফৰ্ম পিন্ধি—চিঠি বিলাবলৈ গাঁৱলৈ পিয়ন গ'লেই কুকুৰে খেদে।

বাতৰিটো প্ৰকাশ পোৱাৰ পিচদিনাই 'সময়ৰ শৰ' গুলাল ঃ আচল আচামী কিন্তু ফাগুন মাহহে। নীলাখামৰ চিঠিৰ প্ৰকোপ দেখি অতিষ্ঠ হৈ কুকুৰে চাগে প্ৰত্যক্ষ সংগ্ৰামৰ আশ্ৰয় লৈছে।

ঘোষাঃ ( ১ )

লালুক গাঁৱৰ ঘাই আলিৰ মুখৰ চাহৰ দোকানত গোটখোৱা ডেকাহঁতৰ মাজত তপত আলোচনা চলিল এই বাতৰিটোক কেন্দ্ৰ কৰি। গাড়োৱানটোক মাজগাৱৰ পৰা বাঁহ আনিবলৈ গৰু গাড়ী-খন দি পঠাই দুঘণ্টাৰ মূৰতো গাড়ী ঘূৰি নহা দেখি বাটৰ কাষলৈ আহি থিয় দি থকা পানীৰাম বৰাই অলপ আঁতৰৰ পৰাই ল'ৰা-হঁতৰ কথাবোৰ শুনি আছিল, অৱশ্যে ল'ৰাহঁতৰ পিনে পিঠি দি।

হঠাৎ পানীৰাম বৰাৰ চেতনা হ'ল—তেওঁ যেন ডাঙৰ কথা এটা পাহৰি আছিল। জুমটোৰ মাজলৈ আহি পাতনি নোজোৰাকৈয়ে আৰম্ভ কৰি দিলে ঃ গুৱাহাটীত বহি খবৰ কাগজৰ মানুহে খোঁচা মৰা কথা লিখিলে হয়। পিচে খোঁচাটো আমাৰ গাত পৰা নাই জানো ? আমাৰনো কোনে কালৈ নীলা খামৰ চিঠি পঠাইছে ? কুকুৰে পিয়নক শাসন কৰিবলগীয়া হোৱাকৈ নীলাখামৰ চিঠি চলাবলৈ আমাৰ জীয়ৰী-বোৱাৰীহঁত ইমান পাতল হ'লনে ?

জুমটোৰ ৰসাল আলোচনাৰ সাললীল পতিত যেন ভেটা পৰিল। ইমান পৰে উপভোগ কৰি থকা ৰসখিনিও তিতা তিতা যেন লাগিল। পানীৰাম বৰা মনৰ পতি বুজা মানুহ। সেইদেখি সময় খৰচ নকৰি তেওঁ আচল কথালৈ আহিল। এজন মানুহৰ

কাৰণে আমাৰ গাওঁখন হাঁহিয়াতৰ পাত্ৰ হ'ল। এতিয়া আনে আমাক বেয়া চকুৰে চাব। এইখন গাঁৱৰ ছোৱালী বিয়া দিয়াই টান হ'ব যেন পাইছো। আমাৰ ডেকাহঁতকো আনে সন্দেহৰ চকুৰে চাব। কিন্তু কাৰ কাৰণে এইবোৰ হ'ল? বেনু মহন্তৰ কাৰণে! তেৱেঁই খবৰটো পঠাইছিল; কিয়নো তেৱেঁই সেইখন কাকতৰ নিজা বাতৰি দিওঁতা।

পানীৰাম বৰাই জুমৰ মুখবোৰৰ ওপৰেদি এবাৰ চকু ফুৰাই ল'লে। সেইবোৰ চকুত যেন তেওঁ সমৰ্থনৰ জিলিকনি পালে। সেইদেখি অধিক আত্ম-নিৰ্ভৰশীলতা লৈ তেওঁ ক'লে: আমি এনে অন্যায় সহি থাকিব নোৱাৰো। তোমালোকে এখন সভা পাতা। গাঁৱৰ মান ৰক্ষাৰ ভাৰ তোমালোকৰ ওপৰতে পৰিছে। বাতৰিটোৰ প্ৰতিবাদ কৰা আৰু বেনুমহন্তই এনে খবৰ দি গাওঁখনক লাজত পেলোৱা বা'ব তেওঁক গৰিহনা দিয়া।

জুমৰ মাজৰপৰা নগেনে (লালুক গাঁও ফুটবল টীমৰ হাফ-বেক) টপৰাই মাত লগালে: আপুনি চিন্তা নকৰিব। মহন্তক আমি এশিকনি দিম।

মূৰৰপৰা যেন ভাৰ এখন নামি গ'ল। পানীৰাম বৰা যাবলৈ ওলাল। মাত্ৰ কৈ গ'ল: তোমালোকে তেন্তে সভাৰ দিহা কৰা। সভাপতি হবৰ বাবে মহেশ্বৰ ফুকনক ময়েই মান্তি কৰাম।

অপৰিসীম তৃপ্তিৰে বৰা যাবলৈ ধৰিলে। এইবাৰ বুঢ়াৰ হাতত চেঙেলী পৰিছে। বেনু মহন্তক এপালি দিব পৰা হ'ব। দীঘল ঘাটৰপৰা আহি মানুহটো লালুক গাঁৱৰ নেতা হৈ পৰিল। ইয়াৰ মানুহবোৰক ভেৰাৰ দৰে কৰিলে। মহন্তৰ দিহা-ভৰসাৰহে দাম আছে! আমাৰ একো মূল্যই নোহোৱা হ'ল! হেৰৌ স্কুলত মাষ্টৰ হ'বলৈ আহিছ—তই ল'ৰা পঢ়ুৱাই থাক। 'পলিটিচ' কৰিবলৈ আহিছ কিয়? বেছিলৈ হেঁপা মেলিছ? বিশেষকৈ পানী-ৰাম বৰাৰ পিচত লাগি তই এনেয়ে সাৰি যাব নোৱাৰ। তই বুদ্ধি দিয়া কাৰণেই নোমলৰ মাটিভৰা মই ল'ব নোৱাৰিলোঁ। সমবায় দোকান পতাৰ বাবে ধুমধাম লগাই তয়েই মোৰ দোকানৰ কাৰবাৰ চেঁচা পেলালি। এইবাৰ! নাই ৰঙামাটি, নাই গুৱাহাটী।

কথাবোৰ পাগুলি পাগুলি বৰা নিজান বাটটোৰেদি গুছি

গল। আঠীয়াকলৰ বাৰীখনৰ সিমূৰে তেওঁ খাঁব হৈ ষোৱাৰ অলপ পিচতে কাষৰ লুংলুঙীয়া বাটটোৰপৰা আধা খোলা মাতৰ বিহুনাম এটা ভাঁহি আহিল :

পিৰিতি নামেৰে তিনিটি আখৰে
কোনে কাটি গ'লে শিলত
শেলুৱৈ নধৰে মৰিচাই নধৰে
জিলিকে বুকুৰা বিলত।

নামটো শেষ হওঁতে নৌহওঁতেই সিফালৰ পথাৰৰ পৰা জাকেখন লৈ উঠি অহা মালতীয়ে অলপ ডাঙৰকৈয়ে ভোৰভোৰালে : আই চিকৌ! লাজো নাই কটা। গোটেইখনে জাকৈ মাৰি আছে দেখা নাই ?

এইবাৰহে আঁৰৰপৰা কানু পিয়ন ওলাই আহিল বাটলৈ : আহিয়েই গালি-শপনি জুৰিলিনে ?

মালতী : গালি পাৰিলোনো কেতিয়া ? লোকে শুনিলে কি ক'ব ? পিচে তোৰ খাকী সাজটো কি হ'ল ? সেইটো সাজে কিন্তু তোক বৰ শুৱায়।

কানু পিয়ন : তই সেইবুলি কব কাৰণেই সেইটো সাজ পিন্ধিবলৈ মোৰ হেঁপাহ বাঢ়ে। পিচে কুকুৰে খেদে দেখোন! সিদিনা হাইস্কুলৰ কাষত এটা কুকুৰে কামুৰিবই খুজিছিল।

মালতী : এ গোঁসাই! তেন্তে নালাগে পিন্ধিব! বিপদ চপাই ল'ব নালাগে।

কানু : চিন্তা নকৰিবি আকৌ তই। তোৰ মনত সন্তোষ লগাবলৈ মই সকলো কৰিব পাৰো। বুজিছ—তামোল হোৱাহলে কালি দেখুৱালোঁহেঁতেন বুকুখন।

হঠাৎ মালতীয়ে উচপিচালে। দূৰলৈ আঙুলিয়াই সি খৰ-খৰকৈ খোজ ল'লে, মাত্ৰ কৈ গ'ল : কোনোবা আহিছে। যাওঁ দেই।

( ২ )

ৰাতিপুৱাই ৰৰপুখুৰীত বৰসী বাই ধৰা কাম্লুলি, পাত আক পুঠি মাছ কেইটাৰে দুপৰীয়াৰ সাজতো তৃপ্তিৰেই খোৱা হ'ল। তাকথৰলৈ

আহি মেজৰ কামত বহি অফিচৰ কামত হাত দিবৰ বেলিকাও প'ষ্ট মাষ্টৰ নীলাম্বৰ বৰুৱাৰ মনত তৃপ্তিৰ পৰশ লাগি আছিল।

পিচে অফিচৰ ডাক খুলিলতে বতৰ ভাৱৰীয়া হ'ল। হেড অফিচৰপৰা এখন চিঠি আহিছে—লগতে সাঙুৰি দিছে এখন বেনামী চিঠি। পোনতে হেড অফিচৰ চিঠিখনকে পঢ়লে। লালুক গাঁৱৰ ডাকঘৰৰ বিষয়ে বাতৰি কাকতত বোলে লিখালিখি চলিছে। কি হৈছে—তুৰন্তে বিতং বিৱৰণী দিব লাগে। লগতে বেনামী চিঠিখনৰ বিষয়েও মতামত দিবলৈ কৈছে। চিঠিত লিখিছে যে ডাকঘৰৰ কেতবোৰ কথাৰপৰা লালুক গাঁৱৰ বদনাম ওলাইছে। কর্তৃপক্ষই বিচাৰ লওক আৰু মিছা খবৰ দিয়া লোকৰ বিৰুদ্ধে বিচাৰ লওক।

বৰুৱাৰ কপালৰ গাঁথি কোঁচ খালে। ভাল শনি লাগিল। অত কষ্ট কৰি ভিতৰুৱা গাঁৱৰপৰা বদলিৰ বন্দবস্ত কৰি এইখন গাঁৱলৈ আহিছে। এতিয়া হেড অফিচে যদি আকৌ বদলি কৰে!

এনেতে বাহিৰত কোনোবাই মাতিলে: বৰুৱা আছেনে? মাত শুনিয়েই বৰুৱাই বুজিলে কোন আহিছে। মনেশ্বৰ ফুকন নিজেই ডাকঘৰলৈ আহিছে যেতিয়া কথা নিশ্চয় গহীনেই হ'ব। এইবোৰ প্ৰতাপী মানুহৰ মাজত তেওঁ মাত্ৰ আঠুৱা তলৰ ম'হ। ভাবি থাকোঁতেই মনেশ্বৰ ফুকন সোমাই আহিল। বৰুৱাই থিয় দি নমস্কাৰ কৰিলে আৰু বেগাই গৈ চকীখন আগবঢ়াই, চুৰিয়াৰ আগটোৰে মচি দি ফুকনক বহিবলৈ ক'লে। গহীন হৈ ফুকনে এবাৰ কোঠাটোৰ কেউপিনে চকু ফুৰালে। অকলশৰীয়া দেখি পাতনি নোহোৱাকৈ ঠৰঙা ধৰণেৰেই আৰম্ভ কৰিলে: বৰপুখুৰীত বৰশী বাবলৈকে চৰকাৰে আপোনাক ইয়াত ৰাখিছে নেকি?

ইমান খহটা সম্ভাষণৰ বাবে পষ্ট মাষ্টৰ সাজু হৈ থকা নাছিল। তেওঁৰ মুখে বৰণ সলালে; জিভাখন শুকাই যোৱা যেন লাগিল। অবাক দৃষ্টিৰে ফুকনৰ মুখলৈ চাই থাকোঁতেই আকৌ আক্ৰমণ চলিল? চাকৰিয়ে আমুৱালে দেখি আপুনি হবলা এতিয়া ৰাজনীতিত ধৰিবলৈ ওলাই ওভোতগোৰে নাচিছে? কাকো ক'তো নমনা জাকৰ লগ লাগি শেষত আপুনিও গাওঁখনক বদ-নামৰ ভাগী কৰিলে?

প'ষ্ট মাষ্টৰে ইমানতে মাত নমতা হ'লে হয়তো তেওঁৰ অবাক হৈ ভাওৰ হৈ যোৱা চকু দুটা কোটৰৰ পৰা ওলাই প'ল-হেঁতেন। সেহাই কোৱাৰ দৰে তেওঁ ক'লেঃ আপুনি কি কৈছে মই বুজাই নাই। মইতো একো কৰা নাই।

ফুকন ঃ অঁকৰাৰ ভাও ধৰিলে মোৰ খং উঠি যায়। আপুনি শুনা নাইনে গাঁওখনত কি হৈছে। ডাকঘৰৰ খবৰ-বাতৰি কাকতত ওলোৱাৰপৰা গাঁৱত গুণ্ডকনি লাগিছে, খনে খনে মিটিং হৈছে। একো শুনা নাই?

প'ষ্ট মাষ্টৰ ঃ কিন্তু কুকুৰে পিয়নক খেদাৰ কথাহে ওলাইছে। মইতো একো··· ······

ফুকন ঃ বুজিছো। আপুনি তাৰবাবে মূৰ তললৈ কৰি খোজ কাঢ়িবলগীয়া হোৱা নাই। কিন্তু আপুনি ডাকঘৰটোও ঠিককৈ চলাব নোৱাৰেনে? তেতিয়াহ'লে এইবোৰ খবৰ ওলাই-হেঁতেন জানো? আৰু তেতিয়া গাঁৱৰ এই উদণ্ড মানুহ মখাই ইমান গলা ফুলাই কথা কোৱাৰ সুৰুঙা উলিয়াব পাৰিলেহেঁতেন নে?

প'ষ্ট মাষ্টৰে মুখ মেলোঁতেই তেওঁক ক'বলৈ নিদি ফুকনে পুনৰ আৰম্ভ কৰিলে—অৱশ্যে আগতকৈ কোমল কণ্ঠেৰে কলেঃ শুনক! এতিয়া নিৰ্বাচনৰ সময়। কোনে ক'ত কি সুবিধা লয় ঠিক নাই। ডাকঘৰৰ কথা উলিয়াই কোনেও যাতে সুবিধা আদায় কৰিব নোৱাৰে—সেইটো কথা আপুনি চাবই লাগিব। ইমান সৰু ডাকঘৰ এটাকে চম্ভালিব নোৱাৰিলে কেনেকৈ হ'ব? জানেনে—আপোনাৰ কথা-বতৰা ভাল দেখিহে মই এই হেন সুবিধা থকা ঘৰটো ডাকঘৰ পাতিবৰ বাবে পঞ্চাশ টকাৰ ভাৰাতে দিছোঁ।

ফুকন আৰু নৰ'ল। ইফালে প'ষ্ট মাষ্টৰ লৰচৰ কৰিব নোৱাৰা হৈ একে ঠাইতে থাকিল। ফুকনৰ খং উঠাটো শুভ লক্ষণ নহয়। বিশেষকৈ শেষৰ কথাষাৰ পৰমানু বোমা যেন লাগিল। হেড অফিচে ডাকঘৰ পাতিবৰ বাবে ৫০ টকাৰ বেছি ভাৰা দিব নোৱাৰে বুলি খাটাং ভাৱে কৈ দিয়াত তেওঁ ফুকনৰ অনু-গ্ৰহতে তেওঁৰ এই ঘৰটো পঞ্চাশ টকাত ভাড়াত ল'ব পাৰিলে।

পিচফালে পৰিয়াল লৈ থাকিবপৰা এনে সুবিধাৰ আন কোনো ঘৰ ৫০ টকাত নেপায়।

প'ষ্ট মাষ্টৰ প্ৰায় লৰ মাৰিয়েই বাহিৰলৈ গ'ল। কিন্তু ফুকন ইতিমধ্যে বহুত দূৰ পালেগৈ। ফুকন তেতিয়া চিন্তাত মগ্ন। বেনু মহন্ত আৰু বহুতৰ কথা তেওঁ ভাবি গৈছিল। পানীৰাম বৰাই বাতৰি কাকতত ওলোৱা খবৰটোৰ তাৎপৰ্য বুজাই কোৱাৰ পিচত আৰু ফুকনে নিজে সভাপতিত্ব কৰা সভাখনত হোৱা আলোচনাৰ মূৰত বেণু মহন্তলৈ তেওঁৰ উগ্ৰ খং উঠিছিল। বক্তৃতা দিওঁতে তেওঁ খঙৰ ভঁৰালটো উদঙাই দিছিল। বহুত দিনৰ সঞ্চিত খংখিনি তেওঁ উলিয়াই দিছিল। সেইটো জমা-খৰচৰ হিচাবো পুৰণি। বেণু মহন্তলৈ প্ৰথমে খং উঠিছিল দুবছৰৰ আগতে। ৰাজহুৱা সভাত ফুকনৰ কথাৰ বিৰুদ্ধে মাত মতা মানুহ এই অঞ্চলত নাছিল। বেণু মহন্তই প্ৰথম। স্কুলৰ কামৰপৰা মহন্তক খেদাবলৈকে ফুকনে তেতিয়া চেষ্টা কৰিছিল। কিন্তু শিক্ষক মহলৰ প্ৰতিক্ৰিয়া দেখি মূৰকত চেষ্টা বাদ দিলে। এজনৰ কাৰণে আটাইখিনি শিক্ষকক জোকাই লোৱাটো ঠিক নহ'ব। তাৰ পিচত ধানৰ ট্ৰাক ধৰা আন্দোলন চলাওঁতেও মহন্তৰ ওপৰত খং উঠিছিল। বিৰোধী মৰ্চাই পতা সভাখনত বক্তৃতাৰ ফুলজাৰি মাৰিছিল বেণু মহন্তই। সেই বক্তৃতাত ফুকনৰ নাম উল্লেখ কৰা নাছিল যদিও মহন্তই কথাবোৰ ফুকনলৈ টোঁৱাইছিল বুলি তেওঁৰ নিশ্চিত ধাৰণা জন্মিছিল; পানীৰাম বৰাই সভাৰ খবৰ দিওঁতে তেওঁ দাঁত কৰচিয়েই খঙৰ ভাৰখন পাতলাইছিল।

এতিয়া আকৌ বেণু মহন্ত! কিবা এটা কৰিবই লাগিব।

পূৰ্ণ বৰা এম-এল-এ নহৈ আন কোনোবা এইটো সমষ্টিৰ পৰা এম-এল-এ হবলৈ হলে ফুকনৰ বেলিমাৰ। তেওঁৰ কাৰবাৰ ঠিকা সকলো শেষ! কিবা এটা কৰিবই লাগিব।

(৩)

চাউলৰ কিলোত তিনিটকা হ'লেও প্ৰতিবাদ সভাত মানুহ গোট নেখায়। নৰেশ্বৰ শৰ্ম্মা আৰু সতীৰ্থসকলে এইকথা জানে। অথচ আজিৰ সভাখনত মানুহ ন'হলে সংযুক্ত মৰ্চাৰ মৰ্য্যাদাত

ছিটিকনি পৰিব। কম কথা কোৱা পুৰন্দৰ কিন্তু কামৰ মানুহ ঃ ‘আৰাধনা’ৰ হিন্দী গীতৰ ৰেকৰ্ড কেইখন অনাৰ তাৎপৰ্য্য পুৰন্দৰৰে।

সভা আৰম্ভ হোৱাৰ আগে আগে নৰেশ্বৰ শৰ্ম্মাই সমবেত মানুহৰ পিনে চকুফুৰাই এটা তৃপ্তিৰ ভাব ল’ব পাৰিছিল। তেতিয়াও মাইকৰ গীতে চৌদিশ মুখৰিত কৰি আছিল। পদ্মাইঁতৰ ফুল, মালতীহঁতৰ হোপেটলতো তাগাদাৰ উপৰি তাগাদা দিয়া হৈছিল— যাতে সিহঁত সভালৈ আহে। সিহঁতেও কথা ৰাখিলে। সেইদেখি স্বাভাবিকতে ল’ৰাহঁতৰ জুম কেইটাও সেইদিনাৰ সভাত পুৰ্ণ হৈছিল।

কেইবাজনেও কোৱাৰ মূৰত নৰেশ্বৰ শৰ্ম্মা ক’বলৈ উঠিল। এইবাৰ মৰ্চাৰ তৰফৰপৰা তেওঁকেই এই সমষ্টিৰপৰা প্ৰাৰ্থীৰূপে থিয় কৰোৱা হ’ব। ইমান দিনে পূৰ্ণৰবাৰ বাবে এদনীয়া স্বৰূপ হৈ থকা এই আসনখনত হেনো শৰ্ম্মা এতিয়া কণ্টক হৈ উঠিছে।

শৰ্ম্মাই জুখি জুখি কথা ক’লে। ‘ ·····জহা চাউলৰ ভাত আৰু মাছ মঙহ খাই উঠি মটৰে’ৰে আহি আমাৰ মানুহ খিনিক চাউল কমাই খাবলৈ আৰু আটা সৰহকৈ খাবলৈ উপদেশ দিবৰ বাবে তেওঁলোকৰ শৰীৰত বল আছে। কিন্তু আমাৰ। আমাৰ পেট শুচি খাল হ’ল, চকু কোটৰত সোমা। উপদেশ দিবলৈ আমাৰ শক্তি নাই আৰু আনৰ উপদেশ আমাৰ হজম নহয় ······”

মানুহবোৰে আগ্ৰহেৰে শুনি থকা দেখি নৰেশ্বৰ শৰ্ম্মাই বুজিলে যে লক্ষ্য ভেদ হৈছে। খুব সৰাজৰিকৈ শৰ্ম্মাই মনৰ মাজতে ফঁহিয়াই চালে--উল্লেখ কৰিবলগীয়া বিষয়বোৰ। যথা- উৰিৰ বাবে লোৱা মাটিৰ ক্ষতিপূৰণৰ প্ৰশ্নটো কিন্তু তুলিব নোৱাৰি। কিয়নো বিৰোধী মৰ্চাৰ তৰফৰপৰা এই সভা পতা হৈছে। বিষয়টোত বেলেগ বেলেগ দলৰ বেলেগ বেলেগ মত। তাতকৈ খাদ্য আৰু ডাকঘৰৰ প্ৰসংগটোতে আবদ্ধ থকাই ভাল।

এইবাৰ জুখি চাবৰ মনেৰে শৰ্ম্মাই আৰম্ভ কৰিলে ঃ আমাৰ এই অঞ্চলৰ এম-এল-এ এজনো আছে হেনো। নিজৰ কিবা কৰিছে যদি সেইটো তেওঁৰ ব্যক্তিগত কথা। কিন্তু বাহিৰৰ

কি কাম কৰিলে? বানপানী হওঁতে যাই আলিৰ কাষত মটৰ ৰখাই খন্তেক ৰৈ চাৰি বস্তা চাউল আৰু দুই বস্তা চিৰা বিলাই থৈ গ'ল। আৰু কিবা কৰিলে যদি ৰাইজেই কওঁক।

শৰ্ম্মাই ৰাইজৰ পিনে চালে। তাৰপাচত আকৌ শৰ্ম্মাই হানিলে ঃ এইখন মৌজাৰ গাঁৱত কি আছে? সিদিনা বাতৰি কাকতত ওলাই গৈছে—খাকী সাজ পিন্ধা পিয়নকো ইয়াত কুকুৰে খেদে। কিয় নেখেদিব? আমাৰ এইছোৱা অঞ্চলত খাকী নালাগে, বিষয়াৰ সাজ পিন্ধা মানুহ এজনেও ভুমুকি নেমাৰে। সেইদেখি খাকী সাজ পিন্ধা পিয়ন দেখিলে কুকুৰো অবাক হয়।

... ... শৰ্ম্মাৰ কথাৰ গুলীবৰ্ষণৰ মাজতে সভাস্থলীৰ পৰা অলপ দূৰত ৰৈ থকা পানীৰাম বৰা বেগাবেগিকৈ আঁতৰিল। মনেশ্বৰ ফুকনক সবিশেষ জনালেগৈ। গহীন হৈ সকলো শুনাৰ মূৰত ফুকনে মাত্ৰ আক্ষেপৰ সুৰত কলে ঃ দেখিলে, বেণু মহন্তই কিমানলৈ শিপাই লৈছে? তাক কামৰপৰা খেদোৱাৰ দিহা কৰিবলৈ এম-এল-এ কো ক'লো। তেওঁ মিনিষ্টাৰৰ লগত কথাও পাতিলে। কিন্তু মিনিষ্টাৰে বোলে নিৰ্বাচনৰ আগতে গণ্ডগোল বঢ়াই ল'ব নোখোজে। এতিয়া কি কৰে কৰক।

(৪)

সিংহলৰ বৌদ্ধ দৰ্শনৰ অধ্যয়ন কেন্দ্ৰ এটা মুকলি কৰোঁতে চীনা ৰাষ্ট্ৰদূতজনে বক্তৃতা প্ৰসংগত ভাৰতক আজুৰিলে ঃ বুদ্ধদেৱে যিখন দেশত পোণতে শান্তি-অহিংসাৰ মহান তথ্য আৱিষ্কাৰ কৰিছিল, সেইখন দেশত আজি হিংসাৰ জোৱাৰ উঠিছে। বন্দুকৰ ভাষা আজি তাত চলিছে। এই হিংসা-লীলাৰ বিৰুদ্ধে আজি ভাৰতবাসীয়ে নিজেই প্ৰতিবাদৰ খলকনি তুলিছে।

সিংহলত থকা ভাৰতীয় দূতাবাসে এনে ভাষণৰ বাবে চীনা দূতাবাসলৈ ভাৰত চৰকাৰৰ প্ৰতিবাদ টোকা পঠালে। নতুন দিল্লীলৈকো সেই ভাষণৰ পূৰ্ণ পাঠ পঠাই দিয়া হৈছিল। উচ্চতম মহলে চালি-জাৰি চাই দেখিলে যে অকল ভাৰত-বিদ্বেষেই ইয়াৰ মাজত নাই। সমুখৰ নিৰ্বাচনলৈ চকুৰাখি এটা পৰিকল্পিত উদ্দেশ্য লৈ এই ভাষণৰ অৱতাৰণা কৰা হৈছে।

সেইদেখি উৰ্দ্ধতন মহলত ১২ ঘণ্টা জোৰা আলোচনা চলাৰ মূৰত ঠিক হ'ল—বাওঁপন্থী দল বিশেষক নিৰ্বাচনৰ আগে আগে সুবিধা উলিয়াই দিবৰ বাবেই এই ধাৰাৰ প্ৰচাৰ চলোৱা হৈছে। সেইদেখি এতিয়া বিশেষ সতৰ্কতাৰে চলা উচিত। পুলিচ যাতে হিচাপী হয়, তাৰবাবে কেন্দ্ৰীয় স্বৰাষ্ট্ৰ মন্ত্ৰীদপ্তৰে ৰাজ্যসমূহলৈ বাৰ্তা পঠালে। হিংসাৰ অভিযোগ তুলিবলৈ বিৰোধী দলবোৰে যাতে কোনো সুৰুঙা নেপায়, তাৰবাবে ৰাজ্য চৰকাৰ সমূহে ব্যৱস্থা ল'ব লাগে বুলি নিজৰ ফলীয়া দলৰ শাসনত থকা চৰকাৰসমূহলৈ টিপ দিয়া হ'ল।

তাৰ তিনিদিনমানৰ পিচতে ৰাজ্য চৰকাৰৰ উচ্চতম মহলৰ দৃষ্টি আকৰ্ষিত হ'ল—লালুক গাৱঁৰ এটা বাতৰিৰ প্ৰতি। সেই সমষ্টিৰ পৰা সংযুক্ত মৰ্চাৰ তৰফৰ পৰা থিয় দিবলৈ ওলোৱা প্ৰাৰ্থী নৰেশ্বৰ শৰ্মাই দিয়া বক্তৃতাৰ একাংশৰ প্ৰতি দৃষ্টি পৰিল ঃ ৰাইজে চাউল বিচাৰিলে চাউল নেপায়– চৰকাৰৰ হাতত চাউল নাই। কিন্তু বন্দুকৰ গুলী আছে। এতিয়া লালুক গাৱঁৰ কুকুৰ মাৰিবলৈ চৰকাৰে হেনো বন্দুকধাৰী মানুহ পঠাব। আপদে-বিপদে, চোৰ-চাৰি খেদি গিৰিহঁতক নিৰাপদে ৰখা কুকুৰ কেইটা মাৰি চৰকাৰে হিংসাৰ নৈ বোৱাই কাৰ কি উপকাৰ সাধিব?

আক ৰক্ষা ক'ত? ৰাজ্যাৰলৈছ বাৰ্তা গ'ল—কুকুৰ মৰাৰ কিবা বন্দবস্ত হৈছে যদি অবিলম্বে বন্ধ কৰিব লাগে।

লগতে এম-এল-এ পূৰ্ণ বৰাবো জৰুৰী তলব পৰিল। নিৰ্বাচন পালেহি—অথচ তেওঁৰ খবৰ নাই। তেওঁৰ সমষ্টিতে বিৰোধী দলে ইমান মাৰাত্মক প্ৰচাৰ চলাইছে। তেওঁ কৰিছে কি?

সেমেনা-সেমেনি কৰি বৰাই উচ্চতম মহলৰ পৰা বিদায় লৈ একে কোবেই লালুক গাওঁ অভিমুখে যাত্ৰা কৰিলে। ৰাজ-হুৱা সভা বহিল। বুদ্ধদেৱৰ চিনেমা দেখুওৱাৰ ব্যৱস্থা হ'ল। গান্ধীজীৰ অহিংস নীতিৰ ভেটিত চৰকাৰী বিভাগে প্ৰস্তুত কৰা নৃত্য-নাটিকাও পৰিবেশন কৰা হ'ল।

কেইদিনমানলৈ লালুকগাওঁ তল-ওপৰ লাগিল। লালুকগাৱঁৰ ডাকঘৰতো কাম বাঢ়িল। চিঠি-পত্ৰৰ কোৰ চৰিল। সেই সূত্ৰে কানু পিয়নৰো কাম বাঢ়িল—চিঠি বিলাই ভালেই নেপায়।

চিঠি বিলাই উভতি আহোঁতে হঠাৎ বজাৰৰ পাচফালৰ বাটটোতে কানুৰ বন্ধু সৰুৰামৰ সৈতে ভেটা-ভেটি হ'ল। সৰুৰামে আক্ষেপ কৰিলে—আজিকালি দেখিবলৈকে নাই বুলি। কানুৱে ক'লে যে আজৰিয়েই নাই—কাম বহুত বাঢ়িছে।

সৰুৰামে ভাওনাৰ বচন মুখস্থ হৈছে নে নাই, সেই কথা সেই প্ৰসঙ্গতে সুধিলে। সুধিবলৈহে পালে, কানুৱে দেখোন হুকহুকাই কান্দি দিলে। অবাক হৈ সৰুৰামে সুধিলে ঃ হেৰৌ! হ'ল কি? কান্দিছ কেলৈ?

কানু ঃ বুজিছ সৰুৰাম! তই সৰু কালৰেপৰা মোৰ বন্ধু। দাঁতত ভাত লাগিলেও তোৰ আগত কৈছোঁ। মই ভাওনাত কোন সতেৰে বচন গাম······

সৰুৰাম ঃ কথাটো কি ভাঙি কচোন।

কানু ঃ সৰুৰাম ঐ! মোৰ বুকু ভাঙি গৈছে। মালতীয়ে—সেই চেনিৰামৰ ভনীয়েকৰ কথা কৈছোঁ—এইদৰে বুকুত কামোৰ মাৰিব বুলি ভবা নাছিলোঁ। তাই মোক কথাৰে নচুৱালে। এতিয়া বোলে ককায়েকহঁতে বহা ল'ৰাৰ লগতহে বিয়া সোমাব।

সৰুৰাম ঃ ক'ৰ ল'ৰানো? এপালি দিলেই শিক্ষা পাব নহয়।

কানু ঃ নেলাগে! নেলাগে! ল'ৰাৰ গাত হাত দিব লাগিছে কিয়? মালতীয়ে নিজেই বোলে মত দিছে। দিবতো! গাৱঁলীয়া ডাকঘৰৰ পিয়নতকৈ নগৰৰ অফিচত কাম কৰা ডেকাৰ দাম বহুত বেছি।

সৰুৰাম ঃ থ হেৰৌ! তোৰ জোৰৰ কেইটা আছে? এই খাকী সাজটোৱে তোক তেনেই তুলি ধৰিছে।

কানু ঃ সেইদৰে নকবি অঁ—দহোকুৰি! মালতীয়ে এইটো সাজৰ কথা কৈ কৈ মোক বলিয়া কৰিছিল। কুকুৰে খেদোতেও তাইৰ কাৰণেই এইটো সাজ পিন্ধি ঘূৰি ফুৰিছিলোঁ।

সৰুৰাম ঃ খবৰ কাগজতো বোলে কুকুৰে খেদাৰ কথা ওলাইছিল।

কানু ঃ ওলাইছিল হেনো! সেইটো কথা লৈয়েই হুলস্থুল—পুলিচ পঠাই কুকুৰ গুলীয়াই মৰাৰ কথাও ঠিক হৈছিলগৈ বোলে।

পিচত দেখোন বন্ধ হ'ল। পিচে যিটো কুকুৰে খেদিছিল, সেইটো কুকুৰক কেতিয়াবাই মটৰে চেপি মাৰিলে।

সৰুৰাম ঃ পিচে তই মালতীৰ কথা ভাবিয়েই মন খেয়া কৰিবিনে ? ছোৱালী মানুহৰ দৰে কথাবোৰ কৱ কিয় ?

কানু ঃ তাইৰ কথা পাহৰি থাকোঁ কেনেকৈ ? এই সাজ-টোৱেই কাল। পৰা হ'লে স্কালি ছিৰাছিৰ কৰিলোহেঁনে। কিন্তু পণ্টমাণ্টৰে কৈছে সাজ পিন্ধিবই লাগিব। আকৌ খাকী সাজ পিন্ধিলে উপকৰাকৈ মাহে ১৫ টকাও দিব বুলি কৈছে। সেয়েহে পিন্ধি আছোঁ—এই কাঁইটৰ চোলাটো।

# জৰাসন্ধ নহয়, জোৰাকন্দ

নবকান্ত বৰুৱা

আমি কেইজনমানে যাইকৈ মই আৰু মইনাই, শিশু-সাহিত্য কৰিম বুলি ঠিক কৰিছোঁ, ভাবি-চিন্তি কেবাটাও ছিগাৰেট পুৰি, চাহৰ কাপকেইটা একোটা এছ্‌ট্ৰেৰ দৰে কৰি। কাৰণ কেবাটাও। আমাৰ ধাৰণা যে আমি ল'ৰা-ছোৱালী বৰ ভাল পাওঁ। দুই-এজনে কয় যে আমাৰ নিজৰ ল'ৰা-ছোৱালী নাই বাবে আমি আনৰ ল'ৰা-ছোৱালীবোৰ মৰম কৰি কৰি তেনেই গুচালোঁ। মোৰ চুবুৰীয়া ল'ৰা-ছোৱালীকিটাৰ পেটৰ অসুখৰ কাৰণ হেনো ময়েই, অৰ্থাৎ মই যেতিয়াই তেতিয়াই দিয়া বাদাম ভজা আৰু লুজেন। দুদিনমান সিহঁতক ভালি গুটি দি চাইছিলোঁ সিহঁতৰ ৰুচিত ঠিক নপৰেচোন।

মইনাকতো এবাৰ সোপাধৰা বুলি দিবই খুজিছিল উত্তম মধ্যম অলপ।

আমাৰ তৃতীয় বন্ধুৱে যিবোৰ খেল-ধেমালি ল'ৰাহঁতক শিকায় তাত অভিভাৱক আৰু শিক্ষয়ত্ৰীসকলৰ প্ৰচুৰ আপত্তি! নমুনা যথা ঃ ১। ইকুট, বিকুট আৰু চিকুট, তিনিজন ভাই-ককাই। ইকুট, বিকুট বজাৰলৈ গ'ল্‌- কোন থাকিল? উত্তৰটো কণ্ঠনলীৰ-পৰা নুলিয়াই বুঢ়া আৰু বাট দেখুউৱা আঙুলিৰে এটা বিশেষ ভংগী কৰি ...... ২। ৰান্ধনী ঘৰত কি কি থাকে? কাঁহী, বাতি, কেৰাহী, কলহ, লোটা, চৰিয়া—শেষৰ শব্দটো ওলোৱাৰ লগে লগে ঠাচকৈ এটা চৰ ইত্যাদি। আমি তিনিওজনে মিলি ঠিক কৰিলোঁ আমাৰ শিশু-প্ৰীতি আমি সাহিত্যেৰে প্ৰকাশ কৰিম। আৰু শিশু-সাহিত্য ৰচিম।

পদ্যতো কোনেও নপঢ়েই। সাধু লেখিম। পুৰণি সাধুকে সজাই-পৰাই ন কৰিম। সম্পূৰ্ণভাৱে অসমীয়া সাধু হব লাগিব, তাতে নতুন যুগৰ কথাও কিছু থাকিব লাগিব। নীতি শিক্ষা দিম নে নিদিম? মইনা সম্পূৰ্ণ শিল্পী, তেওঁ ক'লে—নাই নাই সেই চব হ'ব নোৱাৰে। পঢ়াশুনাৰ কিতাপ পঢ়াৰ পিছত শিশুক

শিনোদনৰ বাবেহে পঢ়িব আমাৰ কিতাপ, গতিকে তাত নির্জলা, নিৰামিষ আনন্দ থাকিব লাগিব।

যোগেশে ক'লে—"অৱশ্যে শিশু মনৰ উপযোগী হব লাগিব।" তেওঁ নতুনকৈ বিয়া কৰাইছে বাবে ল'ৰা-ছোৱালী সংক্রান্ত পুথি-পাঁজি গাকৰ তলত থৈ শুই থাকে। আমাৰ সাহিত্যৰ সেই ফালটোলৈ তেওঁকে নজৰ ৰাখিবলৈ দিলোঁ।

"সাধুকে লিখা যাওক।" মইনাই ক'লে। 'হওক' নাটকত ঋষিবোৰে তথাস্তু বুলি কোৱাদি আমি ক'লোঁ।

"কাৰ সাধু লিখো বাৰু?" মইনাই ক'লে।

'অসমীয়া সাধু দুই প্রকাৰ—ৰজা-ৰাণীৰ আৰু বুঢ়া-বুঢ়ীৰ, শিয়াল-বান্দৰ এইবোৰৰ সাধু আছে অৱশ্যে কিন্তু তাতো ৰজা-ৰাণী বা বুঢ়া-বুঢ়ী কোনোবা থাকিবই। যেনে কচু খোৱা শিয়াল, মই জনসাহিত্যৰ সংজ্ঞা আওৰোৱাদি কওঁ।'

'আৰু এক প্রকাৰ আছে। সেইটো হ'ল সোণৰ কণী পৰা ৰাজহাঁহ।' যোগেশে কণীৰ ডালনা ভালপোৱাৰ বাবেই ক'লে হ'বলা।

মইনাই গহীনাই ক'লে—"সেইটো প্রতীকী সাধু। সৰু ল'ৰা-ছোৱালীয়ে প্রতীক ঠিক ধৰিব নোৱাৰে। তেনে স্বধু লিখকৰ পেটত থকাই ভাল, নহলে কাটি চিঙি উলিয়াবলৈ গলে লিখক মৰি যায়।"

কিন্তু যোগেশৰ কথাৰ দাম বৰ বেছি। গতিকে সোণৰ কণী পৰা ৰাজহাঁহকো স্বীকৃতি দিয়া হ'ল।

তেন্তে ৰজাৰ সাধু হওঁক।

লগতে বুঢ়া-বুঢ়ীৰো।

সোণৰ কণীপৰা ৰাজহাঁহৰো।

কেবা সময়তো বহুতো দেশত বহুতো ৰজা আছিল। তেওঁ-বিলাকৰ খেনোৰ ৰাণী দুজনী, খেনোৰ সাতজনী, কাৰোবা এজনীও নাই।

শিশু-মনৰ ডাইচ-চেম্বেলৰ যোগেশে ক'লে—'বহুতো ৰজাৰ সাধু একেলগে নোকোৱাই ভাল। তেনেকুৱা হলে শিশু-মনত কন্-ফিউচন হয়।'

কেবা সময়তো বহুতো দেশত এজন ৰজা আছিল। মইনাই শুদ্ধকৈ ক'লে।

এজন ৰজা বহুতো দেশত কেনেকৈ থাকিব? সেই প্ৰশ্নটো ল'ৰা-ছোৱালীৰ মনত উপজিবই।

এখন দেশত এজন ৰজা থকাটো বৰ পুৰণি কথা। আগেয়ে ৰেল জাহাজ নাথাকোঁতে তেওঁলোকে একেখন দেশতে আছিল। দুখীয়া ৰজাবোৰ এতিয়াও থাকে কিজানি। কিন্তু এতিয়া প্ৰায়বোৰ ৰজাই কেবাখনো দেশত থাকে। ফ্ৰাংকক ৰজা দেখোন এতিয়া ইটালীত। ৰজা ৰামমোহন ৰায় বিলাততে মৰিল। ৰজা মহেন্দ্ৰ প্ৰতাপ নথকা দেশ ইউৰোপত নাই।

বাৰু, বুজিলোঁ। কথাষাৰত দেশভ্ৰমণৰ এটা ইংগিতো দিয়া হ'ল পৰোক্ষে। দেশভ্ৰমণ অধ্যয়নৰ অংগ। মই ক'লো, "কিন্তু কেবাসময়তো কেনেকৈ থাকিব? কোন খ্ৰীষ্টাব্দৰ ৰজা কোন বংশৰ ৰজা, নাম কি এইবোৰ নাথাকিলে চলিব জানো?"

বুজিছোঁ, তুমি গল্প কিন্তু সচাঁবোৰৰ কথা কৈছা। নে জীৱনী কিন্তু মিছাবোৰৰ? আমাৰ সাধুটো হব গল্প নহয় কিন্তু মিছা। কেবা সময়তো ৰজা কিয় বুলিছোঁ জানা? তেওঁ ৰাতিপুৱা ৰজা, গধুলি দুপৰীয়া ৰজা, নাজনিশা ৰজা, খাওঁতে ৰজা, শোওতে ৰজা, মৰম কৰোঁতে ৰজা, ডাবি দিওঁতে ৰজা। মাজে মাজে বেছি ৰজা, মাজে মাজে কম ৰজা। তাৰমানে সকলো সময়তে ৰজা।

ওহোঁ ওহোঁ দুই-এঠাইত তেওঁ ৰজা নহয়! এক নম্বৰ ৰাণীৰ আগত। দুই নম্বৰ মকৰা দেখিলে।

ৰজাজন বাৰু হ'ল। কিন্তু বুঢ়া-বুঢ়ী, ৰজাজনৰ বয়স পঞ্চাশ বছৰ। ৰাণী দুজনীৰ পঞ্চত্ৰিশ বছৰ। গতিকে বুঢ়া-বুঢ়ীৰ কথাও তাতেই হৈ যাব।

তাৰ মানে ৰজা এজন তেওঁ বুঢ়া নহলেও আদহীয়া। ৰাণী দুজনী। ৰাণীৰ বয়স ২০ বুলিও দিব পাৰা। কুৰিতেই বুঢ়ী কথাটো দিলে অসমীয়া 'কালাৰ'টো থাকিব। যোগেশে চমুকৈ বুজিবলৈ চেষ্টা কৰি ক'লে। শেষত ৰাণীৰ বয়স দুকুৰি কৰা-টোকে ঠিক কৰা হ'ল।

এতিয়া ৰজাৰ ল'ৰা-ছোৱালীৰ কথালৈ অহা যাওক। ল'ৰা-ছোৱালী এশও হ'ব পাৰে, সাতো হ'ব পাৰে, তিনিও হ'ব পাৰে, একো হ'ব পাৰে। আৰবৰ ৰজা ইবন সৌউদৰ দৰে ৩৬ টাও দিব পৰা যায়।

১০০ টো মন্সট্ৰাছ। ৩৬ টা চৰিত্ৰ শিশু-সাহিত্যত ঠিক নহব। প্লটটো বৰ জটিল হৈ যায়। ছত্ৰিশটা নাম ভাবি উলিওৱাটোৰো বৰ সহজ কথা নহব। মই ককাইদেউৰ সাতটা ল'ৰা-ছোৱালীৰ নাম দিওঁতেই প্ৰমাণ পাই থৈছোঁ।

তেন্তে ল'ৰা-ছোৱালী নথকা ৰজাৰ সাধুৱেই হওক। ৰজা-জনৰ ল'ৰা-ছোৱালী নাছিল। কিমান যাগ-যজ্ঞ, পূজা-অৰ্চনা, দান-দক্ষিণা, ভোল-ফহঁতি—

ওহোঁ ওহোঁ ভোল ফহঁতি বৰ ঠিক নহব হ'বলা। বৰ প্ৰলেটাৰিয়া গল্প হৈ যাব।

বাৰু তেন্তে দান দক্ষিণা, কবচ-কুণ্ডল ল'ৰা-ছোৱালী পাবলৈ কবচ-কুণ্ডল লম্ব নে নলয় নাজানো হলে দেই। কিন্তু ৰজাৰ পোছাকৰ সতে খাপখায় বে'চ। ক'ত পিন্ধে বাৰু? ..

এইবোৰ ল'লে। তথাপি ৰজাৰ ল'ৰা-ছোৱালী নহ'ল। তাৰ পিছত আহিল এজন সন্ন্যাসী। ৰজাজন যদি হিন্দু আছিল তেনেহলে অবধূত বা মহামণ্ডলেশ্বৰ বা পৰমহংস। মুছলমান হ'লে দৰবেচ বা চুফীবা পীৰ। সন্ন্যাসীয়ে ৰজাক কলে—"বেটা, তোৰ মনত বহুত দুখ।" ৰজাই ক'লে—আপুনি সৰবজান নেকি? মোৰ সঁচায়ে বৰ দুখ। ল'ৰা-ছোৱালী নাই। এবডিকে'ট কৰি-বলৈকো কোনো চাক্‌চেচৰ নাই। সন্ন্যাসীয়ে তেতিয়া মন্ত্ৰ মাতি পানী এচলু দিলে—যোগেশে ক'লে।

ওহোঁ ছাই অলপ দিলে—মইনাই ক'লে।

ফল এটা দিলে—মই ক'লো। মোৰ কথাটোৱেই ফল ধৰিলে। তেতিয়া কি ফল তাক ঠিক কৰিবলৈ মোৰ ওপৰতে ভাৰ দিয়া হ'ল। মই ক'লো—"খুব ধুনীয়া ফল। খুব সোৱাদ, খুব ধুনীয়া, খুব মিঠা। অসমত হলে লেটেকু বা গোজাপী জামু। কাশ্মীৰত হলে নাচপতি বা আপেল। বচোৰাত খেজুৰ, তেহৰানত

আঙুৰ।" মাদ্ৰাজত হ'তে তেতেলী বা নাৰীকল"—যোগেশে ক'লে যোগ দিলে।

মুঠতে ফলটো সোৱাদ, মইনাই ক'লে।

সন্ন্যাসীয়ে ফলটো কমণ্ডলুৰপৰা উলিয়াই দি ক'লে—"ৰাণীক খুৱাবা। খুৱালে সৰ্বসুলক্ষণযুক্ত পুত্ৰ সন্তান লাভ হব। সন্ন্যাসীৰ মুখত এনেকুৱা ভাষাহে শুৱাব নহয় জানো?

ৰজাই লৰালৰিকৈ ফলটোৰ বাকলিখিনি গুচাই ৰাণীক ফলটো খুৱাবলৈ অন্তেষপুৰলৈ লৰ ধৰিলে।

লৰধৰাটো বৰ ভাল নেদেখিব হবলা। অন্তেষপুৰলৈ গল বুলিয়েই থোৱা।

মাজবাট পাওঁতেই হঠাৎ মনত খেলালে, সন্ন্যাসীয়ে ফলটো সৰু ৰাণীক দিবলৈ ক'লে নে বৰ ৰাণীক? এলাগী ৰাণীক নে লাগী ৰাণীক? বাহিৰলৈ আহি দেখে সন্ন্যাসী অন্তৰ্ধান।

"অন্তৰ্ধানটো অলপ ব্যাখ্যা কৰি নিদিয়া জানো? শিশু-সাহিত্য যেতিয়া"—এইবুলি যোগেশে অনুযোগ কৰিলে।

অন্তৰ্ধান কথাটো বুজোৱা বৰ টান সঁচায়ে। চিনেমাত হ'লে ধোঁৱাৰ নিচিনা হৈ নাইকিয়া হৈ যায়। থিয়েটৰত কটা চিন এখনৰ পাছফালে ঠিয় হৈ লুকাই থাকে দৃশ্যটো শেষ নোহোৱালৈকে। এই সন্ন্যাসীজন কিন্তু ক'ত কোনটো খুটাৰ আঁৰত লুকাই আছিল ক'ব নোৱাৰো; ৰজাই হলে উলিয়াব নোৱাৰিলে। শেষত ৰজাই নিজৰ মগজেৰে এটা বুদ্ধি উলিয়ালে।

"অসম্ভৱ!" আমি দুয়ো প্ৰতিবাদ কৰি উঠিলোঁ। কোনো সাধুকথাত কোনো ৰজাই কেতিয়াও নিজৰ মগজেৰে কোনো কথা উলিওৱা নাই। মন্ত্ৰীবোৰ কিয় আছিল তেন্তে।

"ৰজাবোৰৰ সেই হালধীয়া বস্তুখিনি নাথাকে বুলিয়েই সাধাৰণতে মানুহৰ ধাৰণা। সাধাৰণতে বুধি উলিওৱাৰ ভাৰ পৰে মন্ত্ৰীৰ গাত বা মন্ত্ৰীৰ জীয়েকৰ গাত বা কোনোবা তিনি কুৰীয়া বুঢ়া মুচিয়াৰৰ গাত। কিন্তু মিছা হ'লেও সাধু-গতিকে ৰজাইও উলিয়াব পাৰে। ৰজাই কটাৰী এখন আনি ফলটো মাজতে দুফাল কৰি দুয়োজনী ৰাণীকে সমানে খুৱাই দিলে।

[illegible] [illegible] [illegible]। মইনাই অলপ উত্তেজিত হৈয়েই ক'লে "বাদ দিয়া সেইবোৰ। বাকলিখিনি পেলাই দিয়ক আৰু।"

"শিশু-মনে কিন্তু এনে খুটিনাটি খবৰবোৰ বিচাৰেদেই। বৰক বেছিকৈয়ে বিচাৰে। যোগেশে মোৰ ফালে যোগ দি কথাখিনি কোৱা সত্বেও মোৰ কিন্তু মোক অপমান কৰা যেনহে লাগিল।

মইনাই ক'লে "বাক বাকলিখিনি ক'ত পেলালে ভেনা মাথি নাহে, সেইটো ঠিক কৰিম পিছত। এতিয়া সাধুটো সজাও আগেয়ে। ওঁ ৰজাই গৈ ৰাণীহঁতক ভাগ কৰি দিলে। ৰাণীহঁতে গা-পা ধুই খালে। তাৰ পিছত দহ মাহ দহ দিন পাৰ হ'ব।

"এই দহমাহৰ ভিতৰতে যদি বাকলিখিনিৰ এটা গতি নলগোৱা সেইখিনি গেলি যাব পাৰে," মই মৰসাহ দি কলোঁ। যোগেশে মূৰ দপিয়ালে।

মইনাই প্ৰতিশোধ লোৱাৰ দৰে ক'লে—"বাকলিখিনি ৰাজহাঁহ এজনীয়ে খালে। সেইদিনাৰপৰা তাই দিনৌ একোটা সোণৰ কণী পাৰে। সোণৰ কণীৰ বৰ্ণনা এটা এইখিনিতে দিব পাৰি অৱশ্যে। কিন্তু তেতিয়াহ'লে তাৰ বগাখিনি ভিতৰত আৰু কুহুমটো বাহিৰত বুলি লিখিব লাগিব। প্লাটিনামৰ কণী বুলিলে অৱশ্যে হ'ব, কিন্তু অসমীয়া ৰংটো থাকিব নে নাথাকে গল্পটো সেইটো ভাবি চাবা। ৰজাই দিনৌ এটাকৈ কণী পোৱাতকৈ একেলগে গোটেইখিনি কণী পাবলৈ তৰোৱালেৰে হাঁহটোৰ পেটটো ফালিব।"

"এইটো হলে ৰজাৰ সাধু নহব দেই।" মই কলো। "এইটো সাধাৰণ মানুহৰ হলেহে ভাল।" মইনাই সঁচাকৈয়ে খঙত ক'লে "কিয় নোৱাৰিব? সাধাৰণ মানুহ হোৱা হলে কটাৰীৰে পেট ফালিলেহেঁতেন—তৰোৱালেৰে ফালিছে যেতিয়া নিশ্চয় ৰজা। অন্ততঃ জিংক্অক্সাইড সানি হোৱা ৰজাৰ সাধু হব পাৰে।"

বাক, ৰাণীহঁতৰ কি হ'ল?

ৰ'বা বাকলিৰ কথাটো শেষ হৈছেহে। ওচিৰ কথাটোতো সোধাই নাই। সেইবোৰ আতি-গুৰি মাৰি লোৱাহে ভাল হ'ব—শিশুমনে সেইবোৰো বিচাৰে নহয়!"— মইনাই খং উঠা আৰু হহাঁৰ মাজেৰে ক'লে। যোগেশৰ মুখ ৰঙা।

"বাৰু, ৰাণীৰ কথাকে কোৱা," মই মধ্যস্থ হ'বৰ চেষ্টা কৰি কওঁ। "দহমাহ দহদিনৰ পিছত দুয়োগৰাকী ৰাণীৰ এটি পুত্ৰ সন্তান লাভ হ'ল। এইখিনিতে পুত্ৰসন্তানটোৰ বৰ্ণনা…

"একদম অসম্ভৱ! তুমি আজি মিক্‌চাৰৰ লগত জংঘলী ভাং পকাই হুপিছা। এজনীৰ বাৰু দুটা হয় যঁজীয়া হলে। তিনি চাৰি পাঁচটাও হয় খবৰৰ কাগজৰ মতে। কিন্তু দুজনী ৰাণীৰ এটা লৰা কেনেকৈ হ'ব?"

সহজ কথা। বৰ ৰাণীৰ পেটত হ'ল এফাল-আনফাল হ'ল সৰু ৰাণীৰ পেটত। তেতিয়া ৰজাই কান্দি-কাটি চুৰাপাতনিত পেলাই দিবলৈ ক'লে। ডাইনী এজনীয়ে—

চুৰাপাতনি? ডাইনী? প্ৰথমটো ভালগাৰ, দ্বিতীয়টোৱে লৰা-ছোৱালীক ভয় খুৱাব। আমাৰ কি স্বত্ব আছে লৰাহঁতক ভয় খুৱাবলৈ?" যোগেশে ক'লে।

তেন্তে দৰবৰ বৈয়ামত ভৰাই এগ্‌জিবিচনত দেখুৱাবলৈ লেডী ডাক্তৰে লৈ গ'ল। দুয়োটা অংশ ঠিক হয় নে নহয় পৰীক্ষা কৰি চাওঁতে হঠাৎ জোৰা লাগি কেচুৱাটোৱে কান্দি দিলে "টেঁৱা টেঁৱা—" লই একে উশাহে কৈ উঠিলোঁ।

"ধেৎ, তুমি জৰাসন্ধৰ সাধুটো কৈছা।"

"ঠিক ধৰিলা। জৰাসন্ধও বুলিব পাৰা, জোৰাসন্ধও বুলিব পাৰা।" "মই জোৰাফন্দহে বুলিম"—যোগেশে 'হিউমাৰ' কৰিলে।

"বুলিবা" আমি ৰাজী।

# এটা নিৰ্ব্বাচনী ভাষণ

পদ্ম বৰকটকী

তলি-মোলোক গাৱঁৰ বুঢ়া গাঁওবুঢ়া হেজাৰি মেধিৰ ৰাতি শুবৰ পৰত ডিঙিটো চটহা মাৰি ধৰিলে। ওচৰতে ঘটিটোৰপৰা পানী এঢোক খাইহে কোনোমতে উশাহটো ঘূৰালে। নধৰিব কিয় চটহা মাৰি? দিনটো খুন্দা তামোল চোবাইছে, এখন্তেক মুখ খালী হোৱা নাই। এজোৰা আহিছে, অমুক দলৰ তমুক প্ৰাৰ্থীক ভোট দিব লাগে বুলি বুজাইছে, বুজাই উঠি সুধিছে: গাঁওবুঢ়াই কি কয়? হেজাৰি গাঁওবুঢ়াৰ মুখত মিছা কথা সহজে নোলায়। আপোনাৰ প্ৰাৰ্থীক ভোট নিদিওঁ বুলি কৈ দিবলৈও টান পায়। গতিকে গাঁওবুঢ়াই মুখত খুন্দা তামোম ভৰাই আৰু পিকেৰে ভৰা মুখ মেলি কথা কব নোৱাৰাটো বুজাই দি কেৱল মূৰ জোকাৰে। সেই মূৰ জোকাৰণিত সমৰ্থন বা প্ৰতিবাদ একোকে বুজিব নোৱাৰি।

আকৌ অলপ পানী খাই ডিঙিটো পৰিষ্কাৰ কৰি হেজাৰি গাঁওবুঢ়া শেতেলীত উঠিল। আজি কথা পাতি পাতি মূৰটোও অলপ ঘূৰোৱা য়েন কৰিছে। ভোটলৈ মাত্ৰ তিনিদিন বাকী। কাইলৈৰ দিনটোলৈকেহে প্ৰচাৰ চলিব। গতিকে কাইলৈৰ দিনটো গলেহে এই বিপদৰপৰা গাঁওবুঢ়া ৰক্ষা পৰে। হেজাৰি মেধি এতিয়া নামত হে গাঁওবুঢ়া। পাঁচ বছৰমান আগতহে গাঁওবুঢ়া আছিল। তথাপি বুঢ়াক সেই অঞ্চলৰ সকলোৱে গাঁওবুঢ়া বুলি মাতে। কাৰণ আছে। বুঢ়া সেই অঞ্চলৰ আটাইতকৈ বয়সিয়াল মানুহ। বুঢ়াৰ থকা গাওঁখনৰ কোনো মানুহে পেলাব নোৱাৰে। সেই কাৰণে নিৰ্বাচনৰ প্ৰচাৰকসকলেও গাঁওখনৰ মানুহবোৰক বুজোৱাতকৈ বুঢ়াকহে বুজাব লগা হয়।

নিশা দহ বজাত শোৱা চাঙত উঠি টিপচাকিটো নুমাব খোজোঁতেই চোতালত এজনে মাত লগালে: বোলোঁ গাঁওবুঢ়া শুলাই-নেকি?

: এই চাঙত উঠিছোঁহে। কোননো?

ঃ মই গুণেশ্বৰ। উঠা বাৰু, এতিয়া নামিব নেলাগে। কাইলৈ পুৱাই কিন্তু তোমাক পানী-ছিগা গাঁৱলৈ নিবলৈ আহিমেই। সেইখিনি মানুহক তুমি বুজাই নকলেগে আমাৰ দলে ভোট পাব নোৱাৰে। তোমাক কথাটো সোঁৱৰাই দি যাবলৈহে আহিছিলোঁ।

ঃ বাৰু, বাৰু, ৰাতিপুৱাওকচোন বোপাই।

ঃ ৰাতিতো পুৱাবই।—এইবুলি চোতালতে অকলৈ ডাঙৰকৈ হাঁহি এটা মাৰি গুণেশ্বৰ গলগৈ। বুঢ়াই গোসাইক চিন্তি দীঘল দিলে। দীঘল দিলে কি হ'ব? চিন্তা সেই ইলেক্‌চনৰে। কাইলৈ পুৱাই এতিয়া পানী-ছিগা গাৱঁলৈ যাবগৈ লাগিব। যাব বুলি কথা দি থোৱাৰ পাচত নোযোৱাকৈ নোৱাৰিব। তাত বোলে কিবা মিটিং হব; সেই মিটিঙত বোলে বুঢ়াই লেক্‌চাৰ দিব লাগিব। এনেয়ে বহি বহি গোটেই দিনটো কথাপাতি থাকিব পাৰি। কিন্তু ৰাইজৰ আগত থিয় হৈ লেক্‌চাৰ দিয়াটো মুখৰ কথা জানো? বুঢ়াৰ চিন্তা সেইটোৰেই, তেওঁক লেক্‌চাৰ দিবলৈ মতা কাৰণে বুঢ়াৰ নিজকে নেতা যেনো লাগিছিল। কিন্তু, অকল নেতা যেন লাগিলেইতো নহব; নেতাৰ দৰে লেক্‌চাৰ দিব পাৰিবও লাগিব। এইবাৰ সাধাৰণ নিৰ্বাচনত আৰু এটা নতুন কথা হৈছে। সাতাম্ পুৰুষৰ পৰা চলি অহা বয়োবৃদ্ধই জ্ঞানী বোলা কথাষাৰ সলনি হৈছে। ডেকা ল'ৰাৰ অধিকাৰো বেছি হৈছে। তাকে হেচুকি দিবলৈহে বুঢ়াৰ আৱশ্যক।

এইবোৰ কথা ভাবি থাকোঁতে কেতিয়া পাতল টোপনি আহিল বুঢ়া গাঁওবুঢ়াই কবই নোৱাৰিলে। নিৰ্বাচনী সভাত লেক্‌চাৰ কোনে দিব, তাকে ভাবি থাকোঁতেই বুঢ়াৰ টোপনি আহিছিল। সেই টোপনিতে বুঢ়াই সপোন দেখিলে। সপোনত বুঢ়া সাজে পোছাকে শুৱনি হৈ নিৰ্বাচনী সভাৰ ফালে গৈ থাকিল। লগত কেৱল গুণেশ্বৰ। বাওঁতে বুঢ়া জীপ-গাড়ীত গৈছে। ৰাস্তা বেয়া তাতে জীপ-গাড়ীৰ জোকাৰণি। তথাপি বুঢ়াৰ গালৈ ডেকাৰ তেজ অহা যেন লাগিছে। জীপ-গাড়ী গৈ এঠাইত ৰলগৈ। সমুখলৈ দেখুৱাই গুণেশ্বৰে কলে: ইয়াতে আপুনি লেকচাৰ দিব লাগিব, এইসকলক আপুনি বুজাব লাগিব যে তেওঁসকলে আমাক ভোট দিলেহে নিজৰ আৰু সকলোৰে মঙ্গল হব।

জীপ-গাড়ীৰপৰা নামি বুঢ়াই দেখিলে কেউ ফালে কেৱল গাধবোৰ থিয় হৈ ৰৈ আছে। জীপ-গাড়ীৰ শব্দ শুনিও সিহঁতে গা লৰোৱা নাছিল। এবাৰ আনকি হেজাৰি গাঁওবুঢ়ালৈ চকু তুলিও চোৱা নাছিল। গাঁওবুঢ়াৰ বৰ খং উঠিল। খঙেৰে পিচলৈ চাই গুণেশ্বৰক সুধিলে: এইবোৰ আটাইবোৰ গাধ দেখোন! কলৈ আনিলা মোক? গুণেশ্বৰে পিচফালে দূৰৰপৰা উত্তৰ দিলে: হয় গাঁওবুঢ়া, এইটো কেৱল গাধৰ সমষ্টি; এই গাধসকলকে আপুনি বুজাব লাগে। গাধক? গাধক সাধাৰণ নিৰ্বাচনৰ কথা বুজায় কেনেকৈ? কিন্তু হেজাৰি গাঁওবুঢ়া এতিয়া নেতা; আৰু নেতাই নোৱাৰা কাম নাই। এতিয়া হেজাৰি গাঁওবুঢ়াৰো নোৱাৰা কাম থাকিব নোৱাৰে।

গহীনাই গাঁওবুঢ়াই গাধবোৰলৈ চালে। বহুত গাধ; প্ৰায় পাঁচ হেজাৰ মানেই হব। কিন্তু ইমানবোৰ গাধ একেলগে থাকোঁতেও সিহঁতৰ মাজত কোনো চঞ্চলতা নাই। কোনেও লৰচৰকে কৰা নাই; গাটো লৰচৰ কৰা বাদেই; কাণমূৰকে লৰোৱা নাই। আনকি কোনেও হেজাৰি গাঁওবুঢ়ালৈ এবাৰ চোৱাও নাই।

গাধবোৰৰ মাজতে গুণেশ্বৰহঁতে এটা ওখ মঞ্চ পাতিছিল। তাৰে ওপৰলৈ শব্দ কৰি গাঁওবুঢ়া উঠি গল। গাধবোৰ একো কৰ নোৱাৰা ভাৱত ৰৈ থাকিল। গুণেশ্বৰে গাঁওবুঢ়াৰ হাতত ক'ৰবাৰ পৰা আনি এমুঠা কোমল ঘাঁহ দি গলহি। গাঁওবুঢ়াই গল হেকাৰি মাৰি, মাইক্ৰোফোনটো টোকৰ মাৰি ঠিক আছে নে নাই পৰীক্ষা কৰি ললে। তাৰ পাছত আৰম্ভ কৰিলে—

: হে স্থিতপ্ৰজ্ঞ গৰ্দ্দভবৃন্দ, মোৰ সেৱা গ্ৰহণ কৰক। আজি আপোনালোকৰ মাজত আমি উপস্থিত হৈ আপোনালোকৰ পৰা ধৈৰ্য্য, সহনশীলতা, নিৰ্লিপ্ততা আদি প্ৰাচীন বৈদিক যুগৰ সকলো গুণৰ শিক্ষা লওঁ বুলি অহাৰ সুবিধা কৰিব পাৰি মই নিজে অতি গৰ্ব বোধ কৰিছোঁ। আপোনাসবৰ আশুতোষ বা সোনকালে সন্তুষ্ট হোৱা চৰিত্ৰৰ কথা মনত ৰাখিয়েই আমাৰ হিমালয়ৰ প্ৰান্ত দেশ কাশ্মীৰত পোৱা এইকিডাল কোমল ঘাঁহকে লৈ আহিছোঁ। ইয়াৰে লোভতে আপোনালোকে নিজ গুণে তৃপ্ত হৈ মোৰ বক্তব্য শুনিব বুলি মনত আশা পুহি আহিছোঁ।

এইবুলি হেজাৰি গাঁওবুঢ়াই গাধবোৰৰ মাজলৈ হাতত থকা ঘাঁহকিডাল দলি মাৰি দিলে। পাঁচহেজাৰ গাধৰ কিছুমানৰ ওচৰে-পাজৰে দুই এপাত ঘাঁহ পৰিল। ওচৰতে পোৱা কিজন গাধই যি গালে ঘাঁহ চোবালে। বাকীবোৰৰ মাজত কাশ্মীৰৰ ঘাঁহৰ কাৰণে খেদাখেদি কৰাৰ কোনো উত্তেজনা দেখা নগল। দুই এজন গাধই গল হেকাৰি মৰা শব্দত সামবেদৰ হিংকাৰ শুনা গ'ল।

হেজাৰি গাঁওবুঢ়াই কৈ গ'ল ঃ হে প্ৰাণীশ্ৰেষ্ঠ গৰ্দ্দভকুল, আপোনালোকৰ সুন্দৰ বদনমণ্ডল শোভিত মুক্তাদন্তেৰে সুকোমল তৃণদাল চৰ্বন কৰা চাই চাই মই নিজকে সৌভাগ্যবান বুলি ভাবিছোঁ ; কাৰণ, মোৰ যৎকিঞ্চিৎ দানকো আপোনালোকে পৰম আনন্দৰে গ্ৰহণ কৰি উপভোগ কৰিছে। আপোনালোকক অৱলোকন কৰি থাকোঁতে অনবৰত মোৰ আকাশত আপোনাসৱৰ গুণৰাশি তৰাৰ দৰে জিলিকি উঠিছে।

হে মহাযোগী দিগম্বৰাচাৰ্যবৃন্দ, দিগম্বৰ শিৱৰ আপোনাসৱ উপযুক্ত ভক্ত। আন বহুত মানুহে আপোনাসৱক দেখিয়েই শিৱৰ উপযুক্ত ভক্ত হোৱাৰ মানসেৰে কাপোৰ নিপিন্ধাকৈ, গাত ছাই সানি ঘাঁহনিত বহি থাকে। মানুহৰ সেইবোৰ আশাৰ চেষ্টা দেখি শিৱ দেৱতাৰ নিশ্চয় হাঁহি উঠে আৰু সেই হাঁহিৰ প্ৰতিধ্বনি প্ৰায়ে আপোনাসৱৰ কণ্ঠত প্ৰতিধ্বনিত হয়। আমি কাপোৰ পিন্ধা-সকল আপোনালোকতকৈ কিমান নিকৃষ্ট, সেইকথা আমি বুজিব পাৰোঁ যেতিয়া 'আপোনালোকে ভোট দি নিৰ্বাচিত কৰা প্ৰতি-নিধিয়ে পতা চৰ্কাৰে কাপোৰৰ কলত কোটি কোটি টকাৰ কাপোৰ উৎপাদন কৰোতেও আপোনালোকে একোটুকুৰা লেংটিৰ জোখাৰে কাপোৰ পায়েই সন্তুষ্ট থকা দেখোঁ। কোনো বস্তুৰ প্ৰতি লোভ নথকা নিৰ্লোভ অনাকৃষ্ট চৰিত্ৰৰ কাৰণে আপোনালোক দেৱতুল্য।

হে পৰম সহনশীল, প্ৰতিবাদহীন আত্মতুষ্ট জগৎভুষণ প্ৰাণী-বৃন্দ, আমাৰ নিচিনা ইতৰ মানুহে খাবলৈ পোৱা নাই ; পিন্ধিবলৈ পোৱা নাই, ধন পোৱা নাই, কৰৰ বোজা বেছি হৈছে আদি মিবোৰ সাধাৰণ তুচ্ছ কথাত চিঞৰবাখৰ্খ কৰোঁ সেইবোৰ লৈ আপোনালোকে কেতিয়াও বিব্ৰত নহয়। তাতকৈও আচৰিত কথা:

যে সামান্য কৰৰ হেচাত অতিষ্ঠ হোৱা মানুহৰ আগতে অসীম দেৱতুল্য গুণৰ পৰিচয় দি আপোনালোকে যিমান খোজা বেছি হয় সিমানে ভাল পোৱাৰ প্ৰমাণ দিয়ে। হে ৰজক গৃহমণি, ধোবাই পিঠিত জাপি দিয়া বোজা কোনোদিন আপোনালোকে বেছি হোৱা বুলি অশান্তি কৰা নাই; বৰঞ্চ পিঠি বেকা হৈ যোৱালৈকে সেই বোজা আপোনালোকে বিনা প্ৰতিবাদে বৈ লৈ যায়। কোৱা শুনিছোঁ, চাৰি চপৰা ইটাৰ ওপৰত আপোনালোকৰ চাৰি ঠেং তুলি থিয় কৰাই ধোবাই আপোনালোকৰ পিঠিৰ ওপৰত বোজা দি থাকে। আৰু বোজাৰ হেঁচাতে ঠেঙৰ তলত থকা চাৰিও চপৰা ইটাই ফাট নোখোৱালৈকে বোজা দি থাকে; ঠেঙৰ তলত ইটা দি ফাট মেলাটো কিয় চাবলগীয়া হয়? কাৰণ তাতকৈ বোজা বেছি হৈ মৰিৰ লাগিলেও আপোনালোকে প্ৰতিবাদ নকৰে। আপোনালোকৰ এই গুণ নৰসমাজত প্ৰচাৰ কৰিবৰ কাৰণেই মই এইবাৰ আপোনালোকৰ প্ৰাৰ্থী হৈছো। মোক ভোট দি জয়যুক্ত কৰিলে মই আপোনা-লোকৰ এই গুণাৱলী প্ৰচাৰ কৰিম। আন বহুত প্ৰাৰ্থীয়ে কোৱাদি মই কেতিয়াও নকওঁ যে আপোনালোকৰ এই বোজাৰ পৰিমাণ কমাই দিম। কাৰণ মই জানো যে দেৱতাৰ একান্ত ভক্ত হিচাবে আপোনালোকে ভগৱান প্ৰদত্ত এই বোজা কমাব খোজা নাই; বৰঞ্চ এই বোজা কঢ়িওৱা গুণ পৃথিৱীত প্ৰচাৰ হোৱাটোকে আপোনালোকে বিচাৰে।

হে বৃহৎমুণ্ড, মহাকৰ্ণযুক্ত স্থিতপ্ৰজ্ঞ ঋষিবৃন্দ, আপোনালোকৰ এই বিৰাট দীঘল কাণ দুখনত হেজাৰ মতলবী মানুহে আহি নিজৰ নিজৰ স্বাৰ্থত হেজাৰ ধৰণৰ মন্ত্ৰণা দি আহিছে। কোনোৱে কৈছে ধনতন্ত্ৰৰ কথা, কোনোৱে গণতন্ত্ৰৰ, কোনোৱে সাম্যবাদৰ, কোনোৱে সমাজতন্ত্ৰৰ। কিমান ৰহন সানি সেইবোৰ কথা কয় আপোনালোকক। আপোনালোকে দুইখন দীঘল কাণ মাজে মাজে জোকাৰি সেইবোৰ সকলো কথা শুনে; কিন্তু সেইবোৰ বক্তৃতাই আপোনালোকৰ স্থিতাৱস্থাক লৰচৰ কৰিব নোৱাৰে। মুখেৰে একো নোকোৱাকৈ আপোনালোকে ব্যৱহাৰেৰে যেন কৈ দিয়ে: হেৰ মূৰ্খ মানুহ, ঘোঁৰাই বেছিকৈ দৌৰা বুলি আমি এতিয়া দৌৰিবলৈ যামনে? হাতীৰ গাটো ডাঙৰ কাৰণে আমাৰ গা ডাঙৰ কৰিমনে?

বাঘে মাংস খায় বুলি আজিও খাজনে ? হে সুধীবৃন্দ, আপোনালোকৰ এই পৰিবৰ্ত্তনহীন দেৱতুল্য মন আৰু কোনো প্ৰলোভনে সলাব নোৱাৰা চৰিত্ৰৰ গুণ এই মানৱ সমাজত প্ৰচাৰ কৰি মই মানুহৰ মাজত হোৱা সকলো খিয়লাখিয়লিৰ ওৰ পেলাবলৈ চেষ্টা কৰিম বুলি আপোনালোকক প্ৰতিশ্ৰুতি দিলোঁ। আপোনালোকে কেৱল মোক যেন ভোট দিয়ে।

হে মহাজ্ঞানী প্ৰকাণ্ডোদৰ, মানুহ সদায় আপোনালোকৰ গুণৰ দ্বাৰা আকৃষ্ট ; কিন্তু নিজ দোষতে আজিলৈকে আপোনালোকৰ সমান হব পৰা নাই। আপোনালোকৰে পেট আৰু ঠেং চাই কোনোবা মানুহে কাম বন এৰি বহি বহি আপোনালোকৰ দৰে পেট ডাঙৰ আৰু ঠেং সৰু কৰিছে ; কিন্তু অচঞ্চল আপোনালোকে চঞ্চলা লক্ষ্মীক তুচ্ছ জ্ঞান কৰা মনোভাৱ আয়ত্ত কৰিব নোৱাৰি সেইবোৰ মানুহে ব্যৱসায় বা চাকৰিৰ নামত আনক ঠগি ঠগি ধন গোটাই লক্ষ্মীক পুঁজিছে। ফলত পেট ঠেং আপোনালোকৰ নিচিনা হোৱাৰ পাচতো আপোনালোকৰ লক্ষ্মী-তুচ্ছ মনোভাৱ পাব পৰা নাই।

শিক্ষাৰ ক্ষেত্ৰতো বহুত উৎসাহী শিক্ষকে আপোনালোকৰ নিচিনা গাধ-মগজৰ ছাত্ৰ সৃষ্টিৰ আশাৰে আহোপুৰুষাৰ্থ কৰিছে। কিন্তু একোজনক প্ৰকৃত গাধ কৰিলোঁ বলি গৰ্ব কৰি ডিগ্ৰি বা উপাধি দিয়াৰ পাচতে তেওঁলোকে বুজিব পাৰে যে পঢ়াত গাধ হলেও সেইবোৰ ছাত্ৰ চৰকাৰী চাকৰিৰ বা ব্যৱসায়ত গাধ চৰিত্ৰ এৰি ধনী হৈ পৰে। হে গৰ্দ্দভকুল, আপোনালোকৰ সঙ্গসুখ দীঘলীয়াকৈ পাই আমি এতিয়া বুজিছোঁ যে, প্ৰকৃত গাধ হবলৈ হলে সকলোপৰা খোৱা বিষয়ত মানুহক উদাসীন কৰি মনটো দুৰ্বল কৰি লব লাগিব। সেই কাৰণে আমি এতিয়া শিশু খাদ্যকে ধৰি সকলো ধৰণৰ খাদ্য দ্ৰব্যৰ নাটনিৰে মানুহক খোৱা বিষয়ত উদাসীন কৰাৰ পন্থা লোৱাৰ কথা ভাবিছোঁ। কাৰণ, পৰীক্ষা কৰি দেখা গৈছে যে ভাল খাদ্যৰ অভাৱত মানুহ দুৰ্ব্বল হলে প্ৰতিবাদ কৰিব নজনা হৈ গৰ্দ্দভসুলভ সহনশীল হয়।

হে তৃণভোজী মহাভাগ, আপোনালোকেই প্ৰকৃত গণতন্ত্ৰ বুজে, আপোনালোকেই গণতন্ত্ৰৰ ভালখিনি গ্ৰহণ কৰিছে, আপোনালোকেই

প্ৰকৃত কমিউনিষ্ট। বিপ্লৱ বিপ্লৱ বুলি চিঞৰা কমিউনিষ্টক আপোনালোকে বুজাই দিছে যে সকলোকে সমান কৰি নহয়, বৰঞ্চ যেয়ে যিমান সুখত থাকি যিমান ধনী হয় হওক বুলি তাৰ প্ৰতি কেৰেপ নকৰি সকলোকে সমান যেন জ্ঞান কৰিলেহে প্ৰকৃত সাম্যবাদী হব পাৰি। আপোনালোকৰ সাম্যবাদৰ এই নতুন ব্যাখ্যাই পৃথিৱীক চমক খুৱাইছে। পৃথিৱীৰ মানুহে এতিয়া বুজিছে যে দ্বান্দ্বিক বস্তুবাদৰ প্ৰথম কথা পৰিবৰ্তন নহয়, স্থিতাৱস্থাক বাহাল ৰখাহে। হে মহাৰাজ নীতিবিদগণ, মই দিয়া ঘাঁহ খাওক। মই আপোনালোকলৈ পৃথিৱীৰ আন দেশৰ পৰাও ঘাঁহ আনিম।

হে মহাজাতি গৰ্দভকুল, যুগে যুগে আপোনালোকৰ আদৰ্শেৰে অনুপ্ৰাণিত হৈ দুই-এজন মানুহ মহাপুৰুষ হৈ আহিছে। ৰামায়ণৰ ৰাম নিশ্চয় গদভৰ আদৰ্শেৰে অনুপ্ৰাণিত; নহলে তেওঁ ৰাজ্য ত্যাগ কৰি হাবিলৈ যায়নে? সেই কাৰণেই আমি পুনৰ পৃথিৱীত ৰামৰাজ্য পতাৰ কথা ভাবোঁ। মহাভাৰতৰ যুধিষ্ঠিৰো নিশ্চয় গৰ্দভাদৰ্শ প্ৰাণ, নহলেনো ঘৈণীয়েকক বাজী ৰাখি পাশা খেলেনে? অসমলৈ বৃটিছক মাতি অনা ৰজা বা ৰাজবিষয়াজনক আপোনালোকৰ আদৰ্শ লোৱা বুলি আপোনালোকেই নকবনে। সুখৰ বিষয় যে গৰ্দভ আদৰ্শৰ প্ৰতি এতিয়া মানুহৰ আগ্ৰহ বাঢ়িছে। এতিয়া মানহক চাউল নাই আটাকে খা, সকলো বস্তু ভেজালকে খা, আদি কলে মানুহে লাহে লাহে আপত্তি কৰিবলৈ এৰি আহিছে।

হে লোমশসুন্দৰ, আপোনালোকৰ ৰূপ দেখি মই ভোল যাওঁ। নিৰ্বাচন নহলেও মই মাজে মাজে আহি আপোনালোকক চাই যাওঁ। আপোনালোকৰ লোক মনোমোহন ৰূপ পৃথিৱীৰ গৰ্ব। বিধাতাৰ আপোনালোক একমাত্ৰ প্ৰিয়পাত্ৰ; কাৰণ, আপোনালোকক শান্ত কৰিবৰ কাৰণেই বিধাতাই উচ্চাশা নিদিলে, উত্তেজনা নিদিলে, প্ৰতিবাদৰ ভাষা নিদিলে, মুঠতে সকলো বদগুণ আপোনালোকৰ পৰা আঁতৰত ৰাখিলে।

হে স্বৰ্গীয় সহনশীলতা আৰু উপকাৰী মনোভাবেৰে চহকী সুধীবৃন্দ, আপোনালোকৰ আদৰ্শ প্ৰচাৰৰ কাৰণে, সকলোৰে কাৰণে কম আনিব বোজা বঢ়াবলৈ চেষ্টা কৰাৰ কাৰণে, আপোনালোকৰ দয়াতে আমি চহকী হৈ সুখী হৈ গৰ্দভ আদৰ্শ বহিত হোৱাৰ

বিপদৰ প্ৰতীক জিলিকিবলৈ যি চেষ্টা কৰিছোঁ, সেই চেষ্টাক ফলৱতী কৰিবলৈ এখন্তেক কষ্ট কৰি মোক ভোট দিয়াৰ সন্মতি-সূচক লম্বাকৰ্ণদ্বয় একোবাৰ লৰাবলৈ আপোনালোকক মই অনুৰোধ কৰিলোঁ। মনত ৰাখিব, আপোনালোকৰ আদৰ্শ প্ৰচাৰৰ অস্ত্ৰ আপোনালোকৰ ভোটেই, আৰু আপোনালোকে নিজে আদৰ্শ প্ৰচাৰ কৰা মানে ভগৱানৰ সৃষ্টিক ৰক্ষা কৰা।

হে পৰম বন্ধুদল, এইবাৰ ঘাঁহ খাওক।

জয় গৰ্দভাদৰ্শ জয়।।

# গান্ধী টুপী বিশেষজ্ঞ সমিতিৰ প্ৰতিবেদন

তিলক হাজৰিকা

প্ৰতিবেদনখন গান্ধী শতবাৰ্ষিকীৰ সময়তে ওলোৱাৰ কথা আছিল ; কিন্তু যিবোৰ অনিবাৰ্য কাৰণত দেশৰ আন সকলোবোৰ তদন্তৰ প্ৰতিবেদন দাখিলৰ সময় দুগুণতকৈও সৰহ দিন পিচুৱাই যাবলগীয়া হয় আৰু দাখিলৰ পিচতো ৰাজহুৱা স্বাৰ্থৰ বাবে ৰাইজৰ জ্ঞাতাৰ্থে প্ৰকাশ কৰিব পৰা নহয়, ঠিক এ:কে কিছুমান কাৰণতে এই প্ৰতিবেদনখনো সময়মতে ওলাব নোৱাৰিলে। আটাইতকৈ ডাঙৰ অসুবিধা হ'ল নিৰ্ভেজাল গান্ধী টুপী এটাৰ জোখ-মাখৰ শুদ্ধ হিচাপ সম্পৰ্কত। খাটী গান্ধী টুপী এটাৰ সহায়ত এই সমস্যা সমাধানৰ বাবে সমিতিৰ সদস্যসকল একমত আছিল যদিও, তেনে-কুৱা এটা আচল গান্ধী টুপী বিচাৰি নোপোৱাৰ সমস্যা মূল সমস্যাতকৈও ভয়ানক হৈ সমিতিৰ আগত থিয় দিলে। কাৰণ তেওঁলোকৰ নিজৰো গান্ধী টুপী পিন্ধাৰ অভ্যাস নাছিল। গান্ধী শতাব্দী শেষ হোৱাৰ আগে আগে প্ৰতিবেদন যুগুত হৈ উঠিব পৰাকৈ খাটী গান্ধী টুপী এটা বিচাৰি খবৰ কৰা হ'ল আৰু একেবাৰে নিঃসংশয়ে গান্ধী টুপী পাবৰ দল তাহানিৰ প্ৰধান গান্ধীবাদী দেশ-নেতা সকলৰ ঘৰলৈকে যোৱা ভাল হব বুলি সাব্যস্ত কৰি মনত পৰা তেনেকুৱা নেতাবোৰৰ ঘৰলৈকে টুপী বিচাৰি মানুহ পঠোৱা হ'ল। কিন্তু যাৰে ঘৰলৈকে যোৱা হ'ল তাৰে ঘৰতে কৰবাত ধোৱাঁচাঙত উপৰিপুৰুষৰ মূৰত উঠা তাহানিৰ পুৰণি বৰদৈয়া জাপি একেটাহঁত কেতিয়াবা পোৱা গ'ল যদিও, তেওঁলোকৰ বংশধৰ সকলৰ যহত পুৰণি গান্ধী টুপী এটা ঔষধত দিবলৈও কোনো এধৰতে নোলাল। গতিকে একে সমস্যাই দেখা দিলে আৰু অগত্যা পুৰণি বিশুদ্ধ গান্ধী টুপী এটাৰ নমুনা বিচাৰি শদিয়াৰ পৰা ধুবুৰীলৈকে এইবুলি হুলিয়া জাৰি কৰি জনাই দিয়া হ'ল যে গান্ধীয়ে নিজে পিন্ধা বা তেওঁৰ লগৰ আনে পিন্ধা, তাহানিৰ নেতাৰ বা ভলণ্টিয়াৰৰ হাতত থকা, ননকো-অপাৰেশ্যনৰ আগৰ অথবা পিচৰ, টাকুৰীত কটা সূতাৰ বা যঁতৰত কটা সূতাৰ পুৰণি বিশুদ্ধ গান্ধী টুপীৰ নমুনা যেয়ে যোগান ধৰিব তাকে সমিতিৰ

তৰফৰ পৰা শকত ধনেৰে পুৰস্কৃত কৰা হ'ব। লগে লগে আশাতীত সঁহাৰি পোৱা গ'ল আৰু অলপ দিনৰ ভিতৰতে গান্ধী টুপীৰে আহি বিশেষজ্ঞ সমিতিৰ গুদাম ভৰি গ'ল। কিন্তু এই আশাতীত সঁহাৰিয়ে সমিতিৰ সমুখত যিটো প্ৰবলতৰ সমস্যাৰ সৃষ্টি কৰিলে সেইটো গুদাম ভৰি যোৱা গান্ধী টুপীৰ বাবে নহয়, সেইটো হ'ল সমিতিৰ হাতত আহি পৰা নানা কিচিমৰ গান্ধী টুপীয়ে আচল গান্ধী টুপীৰ মাৰ্কা নিৰ্দ্ধাৰণ কৰাত সমিতিৰ সদস্যসকলৰ মাজত যি খেলিমেলিৰ সৃষ্টি কৰিলে তাৰ সমস্যাৰহে। কাৰণ পঠাওতা সকলো লোকেই নিজৰ নিজৰ টুপীবোৰ খাটী, বিশুদ্ধ (Original) আৰু প্ৰামান্য বুলি দাবী কৰিলে আৰু তাৰে প্ৰমাণ কৰিবলৈ নিজ নিজ টিপচহী বা চহীৰে চাৰ্টিফিকেট লিখি দিলে। এনে এটা সংকটময় পৰিস্থিতিৰ মাজত আচল টুপী কোনটো আৰু নকল টুপী কোনটো হ'ব পাৰে তাক নিৰ্ণয় কৰাৰ সৰ্বসন্মত অথচ নিখুঁত সূত্ৰ এটা উদ্ভাৱন কৰাৰ এক মহা গোলমালৰ মাজত সদস্যসকল পৰিল। গতিকে আচল টুপী এটা নিৰ্দ্ধাৰণ কৰি উলিওৱাত সমিতিৰ সদস্যসকলৰ মাজত একমত নহল যদিও, সেই এগুদাম গান্ধী টুপীৰ মাজত এটাও যে আচল টুপী নাই সেই কথাত একমত হ'ল। অগত্যা আন একো উপায় নাপাই আচল টুপী এটা যিকোনো প্ৰকাৰে যোগাৰ কৰিবৰ বাবে বিভিন্ন সদস্যই বিভিন্ন পৰামৰ্শ আগবঢ়ালে। তাৰ ভিতৰত অন্ততঃ এটা পৰামৰ্শই সকলোৰে মনোযোগ আকৰ্ষণ কৰিলে। পৰামৰ্শটোত তদন্ত আয়োগক আচল গান্ধী টুপী অনুসন্ধানৰ বাবে বৃটেইনলৈ পঠাব লাগে বুলি প্ৰস্তাৱ এটা অনা হ'ল। ইয়াৰ কাৰণ হিচাপে প্ৰস্তাৱটোত কোৱা হ'ল যে সদস্যসকলে দুটা বিশেষ কাৰণত বৃটেইনত বিশুদ্ধ গান্ধী টুপীৰ অনুসন্ধান যুক্তিযুক্ত বুলি ভাবে। এটা হৈছে, বৃটিছ মিউজিয়ামত বৃটিছ চৰকাৰে ভাৰতৰ পৰা নি ৰখা বহুবোৰ বস্তুৰ মাজত অসহযোগ আন্দোলনৰ সময়ৰ বা জালিৱানৱালাবাগৰ সময়ৰ গান্ধী টুপীও থকাটো খুব সম্ভৱ। কাৰণ চিপাহী বিদ্ৰোহৰ সময়ৰ তাঁতিয়া টোপীৰ টুপীটোও যদি বৃটিছ মিউজিয়ামত আছে তেনেহলে মহাত্মা গান্ধীৰ টুপী এটা নাথাকিবৰ কোনো কথাই নাই। দ্বিতীয়টো যুক্তি হ'ল যে বৃটিছ মিউজিয়ামত নাথাকিলেও খাটী গান্ধী টুপী এটা লণ্ডনত পোৱা যাবই। কাৰণ মহাত্মা গান্ধীয়ে ঘূৰণীয়া

মেজমেললৈ যাওঁতে বিলাতত আশ্রম পাতি, শ্রীমতী ছাগলী বান্ধি, ৰামধুন গাই আৰু সূতা কাটি যেনেকৈহে সবৰ্মতী আশ্রমত থকাদি আছিলগৈ, তাত গান্ধী টুপী এটা এৰি থৈ অহা বা কোনো কোনো ভকতক বিলাই অথবা পিন্ধাই থৈ নহাৰ কোনো কাৰণেই থাকিব নোৱাৰে। আশ্রমবাসিনী শ্রীমতী মুৰিয়েল লিষ্টাৰেই হেনো বৃটেইনত এখন আশ্রম বহুৱাই দিছিল। গতিকে গান্ধীৰ স্মৃতি হিচাপে তাত অন্ততঃ এটা খাটী গান্ধী টুপী পোৱা যাবই যাব।

সদস্যসকলৰ ইয়াত কাৰো অমত নাছিল; কাৰণ নেতাজীৰ মৃত্যুৰ খবৰ লবৰ বাবে যদি তিনিবাৰকৈ তদন্ত আয়োগ বিদেশলৈ যাব পাৰে, তেনেহলে প্রামান্য গান্ধী টুপী এটাৰ অনুসন্ধান কৰি-বলৈ এই আয়োগো এবাৰ নিশ্চয় যাবৰ হক আছে। কিন্তু এই প্রস্তাৱৰ উত্তৰত চৰকাৰে জনালে যে মহাত্মাই বিলাতলৈ ঘূৰণীয়া মেজমেললৈ যোৱাৰ সময়ত যে তেওঁৰ মূৰত টুপী-চুপী পিন্ধাৰ অভ্যাস উঠি গৈছিল, সেই কথাটো ঠিক সদস্যসকলে চাগৈ মন কৰা নাই। আৰু মহাত্মাইতো টুপী নিপিন্ধিছিল বুলিয়েই কব পাৰি, পিন্ধাইছিলহে। দক্ষিণ আফ্রিকাৰ পৰা অহাৰ পিচত তেওঁ কিজানি বেচ কিছুদিনলৈ টুপী পিন্ধিয়েই থাকিলহেঁতেন; কিন্তু তেওঁৰ টুপীটো চাই চাই দেশৰ মানুহৰ মাজত গান্ধী টুপী পিন্ধাৰ যিটোহে ধুম উঠিল, তেওঁ চাগৈ বিতৃষ্ণা লাগি তেতিয়াই নিজে টুপী পিন্ধিবলৈ এৰি পেলালে। আৰু এইদৰে তেওঁ টুপী পিন্ধাটো এৰিলে ঘূৰণীয়া মেজমেললৈ যোৱাৰ বহুদিনৰ আগেয়েই। গতিকে বিশুদ্ধ গান্ধী টুপী বিচাৰি বিলাতলৈ যোৱাৰ লাভ নাই বুলি কমিটিক জনোৱা হ'ল।

সমিতিৰ সদস্যসকলে সহজতে চৰকাৰৰ যুক্তি মানি নললে। তেওঁলোকে ওভোতাই যুক্তি দৰ্শালে যে মহাত্মাই যে সেই উৎকট ঠাণ্ডা দেশখনত মাত্র একোছা টিকনি সহ চুলি খুৰোৱা মূৰটোৰেই কটাইছিলগৈ সেই কথাটো ভাবিবলৈকে টান বুলিয়েই ইমানদিনে তাৰ ভু লোৱা নাছিল। কিন্তু এতিয়া ভু লৈ জানি উৎসাহিত হৈছে যে মেজমেললৈ মহাত্মাৰ সোঁহাত স্বৰূপে পণ্ডিত মদনমোহন মালব্য গৈছিল আৰু তেওঁ মহাত্মাৰ লগতে থাকি সদায় গান্ধী টুপী পিন্ধিছিল। গতিকে মহাত্মাৰ যোগে নহলেও মালব্যৰ যোগে লণ্ডনত গান্ধী টুপী ৰৈ যোৱাৰ কাম নিশ্চয় হৈছিল। সমিতিয়ে

লগতে আৰু যুক্তি দেখুৱালে যে কিবা কাৰণত টুপী এটা তাত পোৱা নগলেও, সেই সময়ৰ বৃটেইনৰ ৰজা-ৰাণীৰ সৈতে গান্ধী টুপী পৰিহিত কংগ্রেছী নেতাসকলৰ নানা চিত্র বৃটেইনত পোৱা যাব আৰু তাৰপৰা সহজেই বিশুদ্ধ গান্ধী টুপীৰ বিষয়ে সকলো কথা জানিব পৰা যাব। এই যুক্তিৰ উত্তৰতো চৰকাৰৰপৰা কোৱা হ'ল যে মাননীয় সদস্য সকলে পণ্ডিত মদনমোহন মালব্য সম্পর্কেও বোধকৰো ভুল খবৰ পাইছে ; কাৰণ এই দুৰ্ঘোৰ হিন্দু কংগ্রেছী নেতাজনে আনবোৰ নেতাৰ দৰে গান্ধী টুপী পিন্ধিব খুজিছিল যদিও বোধকৰো তেওঁৰ কপালৰ বিৰাট চন্দনৰ ফোঁটোৰে সৈতে মথুৰা পাগটো থহাই পেলোৱা নাছিল আৰু সেইবাবে তেওঁ লণ্ডনত ভকতক নির্মালী দি আহিবলৈও মেজমেললৈ গান্ধী টুপী পিন্ধি যোৱা নাছিল। অৱশ্যে মালব্যজীয়ে লণ্ডনতো তেওঁৰ তিনি-সন্ধ্যা পূজা-অর্চনা আৰু স্নানাহাৰ বিশুদ্ধ বাৰানসী কায়দাৰে হোৱাত অসুবিধা নহবলৈ জাহাজৰ বিশেষ ব্যৱস্থা কৰি গঙ্গানৈৰ পানীৰ ডাঙৰ ডাঙৰ টেঙ্কি কিছুমান বোলে লৈ গৈছিল। সেই পবিত্র গঙ্গাজল হয়তো এতিয়াও লণ্ডনৰ কোনো কোনো চাহাবৰ গোসাঁই-ঠাইত সযতনে সাচি থোৱা পোৱা যাব পাৰে। তদুপৰি যদি ফটোৰ টুপীৰ পৰাই কাম সিজে তেনেহলে তেনেকুৱা ঐতিহাসিক ফটো ভাৰততে অনেক পোৱা যাব পাৰে। বৰলাট লর্ড উইলিংজনৰ সৈতে থকা এনেকুৱা বহুত ফটো ভাৰতত ওলাব। সেয়াও নহ'লে দেশবন্ধু চিত্তৰঞ্জন, পণ্ডিত মতিলাল নেহৰু, সুভাষ বসু, জৱাহৰলাল নেহৰু আৰু ৰাজেন্দ্র প্রসাদৰো টুপী পিন্ধি থকা অৱস্থাৰ বহুতো ছবি আছে। মাননীয় সদস্যসকলে এইবোৰৰো কথা ভাবিব পাৰে। জৱাহৰলাল আৰু ৰাজেন্দ্র প্রসাদৰ দৰে আজীৱন নিষ্ঠাৰে গান্ধী টুপী পিন্ধা মানুহ কোন আছিল ? যদি আচল গান্ধী টুপীৰ সম্পর্কত দূৰলৈ যোৱাটো একান্তই জৰুৰী হৈ পৰিছে তেন্তে বিলাতলৈ চাপলি মেলাতকৈ অন্ততঃ দিল্লীৰ তিনমূর্তি ভৱন আৰু পাটনাৰ গান্ধী আশ্রমলৈকে এপাক মাৰি চাব পাৰি। মাননীয় সদস্যসকলে উল্লিখিত এই ব্যক্তিকেইজনৰ মূৰৰ টুপী চাই কোনোপধ্যেই এটা প্রামাণ্যতাৰ সিদ্ধান্তলৈ অহাটো সম্ভৱ নহয় বুলি দৃঢ়তাৰে বিবেচনা কৰিলে। কাৰণ চিত্তৰঞ্জন আৰু মতিলাল যেনেকৈ স্বৰাজ্য দললৈ গৈ গান্ধীবাদৰপৰা আঁতৰি গৈছিল, তেনেকৈ

সুভাষ বসুও মহাত্মাৰ দুৰ্ঘোৰ প্ৰতিদ্বন্দ্বী হৈ পৰিছিল। এই সকলক বাদ দি জৱাহৰলালৰ আৰু ৰাজেন্দ্ৰ প্ৰসাদৰ কথালৈকে আহিলেও সমিতিয়ে ভাবে যে প্ৰধানমন্ত্ৰী হোৱাৰ পিছত জৱাহৰলালৰ আৰু ৰাষ্ট্ৰপতি হোৱাৰ পিছত ৰাজেন্দ্ৰ প্ৰসাদৰ পোছাক-পাতি আৰু ধা-ধৰণবোৰো কিবা ৰাজ-ৰাজেন্দ্ৰৰ কায়দালৈ গুছি গ'ল; এতেকে সেই কেইটাও বিশুদ্ধ গান্ধী টুপী হ'বনে নহয় সন্দেহৰ থল আছে। ইয়াৰ পিচত দেশৰ যতমানে গান্ধী টুপী পিন্ধা নেতাবোৰৰ কোনটো টুপী কিমানখিনি নিৰ্ভেজাল আৰু কিমানখিনি ভেজাল হ'ব পাৰে, এইবোৰকে সনাপিঠা কৰি কৰি যেতিয়া আচল কথা তল পেলাই এখন মহা খৰিয়ালৰ সৃষ্টি কৰিলে তেতিয়া সেই খৰিয়ালৰে শব্দ শুনিয়েই হ'ব পায় এদিন কলিয়াবৰৰ ক'লী বুঢ়ীয়ে আহি সমিতিৰ মেম্বৰ সকলৰ আগত গীত জুৰিলেহি—

অ' ভাৰতবাসী কিহলই কৰিছ ৰণ।  
গান্ধী মহাত্মাই ৰণখন পাতিছে  
সেইখন ৰণহে ৰণ;  
বিদেশী বস্ত্ৰ দলিয়াই পেলাই দে  
সেইবোৰ গোলামৰ সাজ  
নেওঠনি যঁতৰ লৈ ওলাই আহ আইহঁত  
তাতেহে আছে স্বৰাজ।........

ক'লী বুঢ়ীক নজনা কোনো মানুহ এই মুলুকত নাই। বুঢ়ী এতিয়াহে বুঢ়ী হৈছে। অলপ চেৰাবলীয়া। তাহানিতে ভলণ্টিয়াৰ হৈ স্বৰাজৰ কামত ঘৰবাৰী এৰি গাৱে-ভুঞে গান্ধীৰ নাম গাই ফুৰিছিল। সেইবোৰকে বুঢ়ীয়ে এতিয়াও শ্ৰোতা পালে বৰ্লকি ফুৰে। বুঢ়ীয়ে কিন্তু এতিয়াও মূৰত মলিয়ন গান্ধী টুপী এটা পিন্ধি ফুৰে আৰু এচাৰি এডালৰ আগত ফটাকানিৰ বৰণ লোৱা পতাকা এখনো জোকাৰি গান্ধীৰ নাম গাই ফুৰে।

এইদৰে অকস্মাতে আবিৰ্ভাৱ হৈ যেন ক'লী বুঢ়ীয়ে সমিতিৰ সদস্যসকলক পানীত পৰা অৱস্থা এটাৰ মাজত খেৰ-কুটাত ধৰাৰ সুবিধাহে কৰি দিলে। দেশ কাহানিবাই স্বাধীন হ'ল আৰু গান্ধীও কাহানিবাই বৈকুণ্ঠী হ'ল যদিও ক'লী বুঢ়ীক বয়সৰ বাহিৰে আন কোনেও একো সলনি কৰিব পৰা নাই। সমিতিয়ে

ক'লী বুঢ়ীকে গান্ধীৰ যুগৰ নিৰ্ভেজাল অৱশেষ বুলি সাব্যস্ত কৰিলে আৰু বুঢ়ীৰ মূৰৰ টুপীটোৰ সবিশেষ জানিব খুজিলে। বুঢ়ীয়ে ক'লে—"টুপীনো বুলিছা কিয় ? গান্ধী গোঁসাই সদায় মোৰ মূৰৰ ওপৰতে আছে বোপাইহঁত।" টুপীটোয়ে তাহানিৰটোৱেই সেই কথা সমিতিৰ সদস্যসকলে বুঢ়ীৰপৰা নিশ্চতভাৱে জানি পুলকিত হ'ল। গতিকে পলমকৈ হ'লেও অন্ততঃ এটা বিশুদ্ধ আৰু গান্ধী টুপী পোৱা গ'ল। কিন্তু বুঢ়ীৰ টুপীটোৰ তলত বুঢ়ীৰ মূৰ আৰু খোপা দুয়োটা সোমাই থকাৰ পিচতো টুপীটো সোলোক ঢোলোক তিৰপালৰ ৰভা এখনৰ দৰে বুঢ়ীৰ মূৰত দাং খাই থকাৰপৰা সদস্যসকলৰ ধাৰণা হ'ল যেন টুপীটো মূৰতকৈ বহুত ডাঙৰ। কিন্তু ক'লী বুঢ়ীয়ে তাৰ উত্তৰত 'শুন শুন, শুন, গান্ধী টুপীৰ গুণ" এইবুলি গান্ধী টুপীৰ মাহমা গাই যাবলৈ ধৰিলে। এবাৰ ক'লে—"বোপাইহঁত, স্বৰাজ বিচাৰি ফুৰা ব'ৰাগী ভলণ্টিয়াৰহঁতক সুদা পেটে থকা দেখিলে কেতিয়াবা তহঁতৰ দৰে দহ ভকতে মৰমতে একঠা চাউল সিধাৰ টোপোলা যাচিছিল। পিচে তাকনো থবলৈ ঠাই পাওঁ ক'ত ? গান্ধী মহাত্মাৰ কামত ঘূৰো যেতিয়া তেৱেঁ দিয়া এই টুপীটোকে ওলোটাই লৈ মোকো-টবোৰ খুলি তাতে যেনিবা চাউল কঠা ভৰাই থওঁ! মোনাৰ কাম শেষ হ'লে আকৌ মূৰত পিন্ধি লওঁ। গান্ধী টুপীৰ এই দিশটোৰ কথাই বিশেষকৈ সমিতিৰ সদস্যসকলক বৰকৈ মোহিত কৰিলে আৰু তেওঁলোকৰ প্ৰতিবেদনৰ কাম শেষ কৰাত সুবিধা দিলে।

গান্ধী টুপী বিশেষজ্ঞ সমিতিৰ সন্মুখত দুটা বিচাৰ্য বিষয় আছিল ঃ (১) মানুহে গান্ধী টুপী নিপিন্ধে কিয় তাৰ কাৰণ নিৰ্ণয় কৰা আৰু (২) গান্ধী টুপী পুনৰ প্ৰচলনৰ বাবে কাৰিকৰী পৰামৰ্শাৱলী আগবঢ়োৱা। গান্ধী টুপী সম্পৰ্কীয় এই সমস্যাটোৰ প্ৰতি ইমানদিনে কাৰো মনোযোগ আকৰ্ষণ হোৱা নাছিল আৰু বোধকৰো নহ'লহেঁতেনো। ত্ৰিশ জানুৱাৰীত গান্ধীৰ বছৰেকীয়া কৰম কৰিবলৈ মানুহ নোহোৱা হওতেও কাৰো কথাটো মনলৈ অহা নাছিল ; কিন্তু গান্ধী জীয়াই থকা হলে এশবছৰ হোৱাৰ সময়ত ঠায়ে ঠায়ে কিছুমান মানুহে গান্ধীৰ মূৰ্তিবোৰত তেলীছাঁই

ঘঁহিবলৈ ধৰাত আৰু ক'ৰবাত দুই এটা মূৰ্তিৰ হানি-বিঘিনিও কৰাত বোধকৰো সকলোৰে গালৈ হুচ আহিল যে কথা দেখোন সৰ্বনাশ হ'ল ! একেবাৰে গোৰে পোৰে তল প'ল ! গতিকে লৰালৰিকৈ এইবোৰ ঘটনাৰ তদন্ত কৰিবলৈ সিদ্ধান্ত কৰা হ'ল । কিন্তু কেনেকৈ তদন্ত আৰম্ভ কৰিব এই কথা বহুত গুণা-গথাঁ কৰি নি এইবোৰৰ গুৰিতে পালেগৈ গান্ধী টুপীক । কাৰণ গান্ধী টুপী পিন্ধা মানুহ নোহোৱা হৈ অহাৰপৰাই এইবোৰ বেয়া কথা বাঢ়ি আহিবলৈ ধৰিছে । গতিকে পোনতে গান্ধী টুপীকে লৈয়ে তদন্ত আৰম্ভৰ সিদ্ধান্ত হ'ল । এয়ে গান্ধী টুপী বিশেষজ্ঞ সমিতি গঠন আৰু তদন্তৰ সূত্ৰপাত ।

সমিতিয়ে তেওঁলোকৰ বিচাৰ্য বিষয়ৰ প্ৰথম দফাৰ তদন্তৰ কাম আৰম্ভ কৰি অৰ্থাৎ আজিকালি মানুহে গান্ধী টুপী নিপিন্ধে কিয় তাৰ কাৰণ বিচাৰি বিশেষকৈ তলত উল্লেখ কৰা লোক-সকলৰ পৰা সাক্ষ্য আহ্বান কৰা হ'ল । একালত গান্ধী টুপী পিন্ধি জেললৈ যোৱা আৰু এতিয়া আলিবাট মথাউৰিৰ চৰকাৰী ঠিকা কৰা বা মদৰ মহল চলোৱা লোকসকলক সাক্ষ্য দিবলৈ মতা হ'ল । যিবোৰ মানুহে ছাগলী চুৰি কৰি জেললৈ গৈ টুপী পিন্ধি ওলাই আহিল সেইবোৰকো চমন দিয়া হ'ল । যিবোৰ মানুহে গান্ধী টুপী সলাই আন টুপী পিন্ধিবলৈ ললে সেইবোৰকো মতা হ'ল । অৱশ্যে যিবোৰ টুপী পিন্ধা মানুহৰ এতিয়া মূৰ-বিলাক ওখ হোৱাৰ বাবে দুৱাৰৰ চৌকাঠত আৰু মটৰৰ ছালত লাগি টুপীবোৰ খহি পৰিল সেইসকলক নিজে নাহি তেওঁলোকৰ স্মাৰক-পত্ৰ খুজি পঠোৱা হ'ল ।

এই সাক্ষ্যতে গান্ধী টুপী মূৰৰপৰা উৰি যোৱাৰ বাবে দায়ী ভালে কেতবোৰ গুৰুত্বপূৰ্ণ কাৰণ উদ্‌ঘাটিত হ'ল । সম্প্ৰতি চৰকাৰী ডাঙৰ ঠিকাদাৰ হোৱা ভূতপূৰ্ব ভলণ্টিয়াৰ এজনে সাক্ষী দিওতে ক'লে যে গান্ধী টুপী পিন্ধি ঠিকাদাৰী কৰি কোনোপ্ৰকাৰে বিল পাছ কৰাব নোৱাৰি ; আৰু এক্‌জিকিউটিভ্‌ ইঞ্জিনিয়াৰ-সকলো তেনেকুৱা ঠিকাদাৰে দিয়া পাৰ্টি খাবলৈ আগ্ৰহান্বিত নহয় । পঠা ছাগলী চুৰ কৰি জেল খাই ভলণ্টিয়াৰৰ লগত টুপী পিন্ধি ওলাই অহা ঠানুৰাম বৰা নামৰ এজন বিখ্যাত দেশসেৱক

সাক্ষী দিওতে 'হংসৈর্মধে বকো যথা' বুলি সংস্কৃত শ্লোক মাতি ক'লে যে আগেয়ে গান্ধী টুপী নিপিন্ধা মানুহবোৰ হাঁহৰ মাজত বগলী আছিল। আজিকালি পিচে পিন্ধাবোৰহে বগলী। গান্ধী টুপী সলাই আন টুপী পিন্ধিবলৈ লোৱা কেবাজনো মানুহে সাক্ষ্যদান কৰোতে কেৱল একেটা কথাকে ক'লে বোলে ঠাইত ওলালে কাউৰীয়ে মূৰত খুটিয়াই কাৰণেই তেওঁলোকে সেইটো টুপী পিন্ধি-বলৈ এৰি পেলালে। সমিতিয়ে এনে বহুতো মূল্যবান তথ্য-পাতিৰে আৰু বহুতো সাক্ষ্য বিভিন্ন লোকৰপৰা পালে। কিন্তু সকলোতকৈ গুৰুত্বপূৰ্ণ বুলি বিবেচনা কৰা দুটা বিশেষ সাক্ষ্যই সমিতিৰ বিশেষজ্ঞসকলৰ মনত চিন্তাৰ থৌকিবাথৌ লগালে। এই দুয়োটা সাক্ষ্যই আহিছিল দুখন বিশেষ স্মাৰকপত্ৰযোগে। প্ৰথমখন স্মাৰকপত্ৰ আহিছিল চাপৰ গাড়ীবিলাকত টুপী পিন্ধি বহিব নোৱাৰা ওখমূৰীয়া মানুহবোৰৰপৰা। তেওঁলোকে গান্ধী টুপী কিয় নিপিন্ধা হ'ল তাৰ অকাট্য যুক্তি দাঙি ধৰি ক'লে যে গান্ধী দৰ্শনক গান্ধী টুপীয়ে টৌৰে হেঁচা মাৰি ৰখাৰ দৰেহে ৰাখে। সেইবাবে গান্ধী টুপীৰ এই টৌটোৰ ঢাকোনখন তেওঁলোকে গুচাই দি প্ৰকৃত গান্ধী দৰ্শনক অলপ ৰ'দ বতাহ পাবৰ বাবে মুকলি কৰি দিছে। দ্বিতীয়খন স্মাৰকপত্ৰ আহিছিল পঞ্চায়তৰ সভাপতি, ঔটেঙা কৃষি সমবায় সমিতিৰ চেয়াৰমেন, ৰাজ্যিক চুণ-চাধা কৰ্মচাৰী সংঘৰ সাধাৰণ সম্পাদক, ভূতপূৰ্ব লাওপানী আৰু ঘোটা নিবাৰণী সমিতিৰ অবৈতনিক সম্পাদক আৰু সদৌ অসম বুনিয়াদী দা-দস্তুৰ প্ৰচাৰ সমিতিৰ আহ্বায়ককে ধৰি ৰাজ্যৰ ভালেমান প্ৰতিনিধিত্বশীল গণ্যমান্য লোকৰপৰা যুটীয়াভাৱে এইখনেই আটাইতকৈ দীঘল আৰু চোকা যুক্তিপূৰ্ণ স্মাৰকপত্ৰ। এওঁলোকে গান্ধী টুপী পিন্ধাৰ ক্ষেত্ৰত গোটেই দেশতে হোৱা এক বৈষম্যৰ কঠোৰ সমালোচনা কৰে আৰু ই সমাজবাদৰ দুৰ্ঘোৰ পৰিপন্থী বুলি অভিযোগ কৰে। তেওঁলোকে যুক্তি দৰ্শায় যে মহাত্মা গান্ধীৰ আটাইতকৈ প্ৰিয় শিষ্য হৈও আচাৰ্য বিনোৱাভাৱে, কৃপালনি আৰু জয়প্ৰকাশ নাৰায়ণেও যদি গান্ধী টুপী নিপিন্ধে, তেন্তে দেশৰ বাকী লাপিলুপা চাৰিঅনীয়া ভলণ্টিয়াৰবোৰক পিন্ধি-বলৈ কোৱাৰ কি প্ৰক্ৰিয়াৰ আছে? নিজলিঙ্গাপ্পা, পাটিল, অতুল্য

ঘোষ আৰু কামৰাজে গান্ধী টুপী নিপিন্ধে কিয় ? (প্ৰফুল্ল ঘোষ আৰু প্ৰফুল্ল সেনে নিপিন্ধিব কিয় ? বিধান ৰায়ে নিপিন্ধিছিল কিয় ? চলিহাৰ মূৰতো দেখোন টুপীটো নাছিল ! ভাগৱতীৰ মূৰত কিয় নাই ? ইত্যাদিকৈ তেওঁলোকে অলেখ গান্ধীবাদী মানুহৰ উদাহৰণ দিলে। আনকি তেওঁলোকে স্বয়ং মহাত্মা গান্ধীকো বাদ নিদিলে। এইদৰে ১৯২১ চনৰপৰা ১৯৭০ চনলৈকে ভাৰতৰ সকলোবোৰ স্বদেশী আন্দোলন কৰা টকলামূৰীয়া মানুহৰ ৭৯১ পৃষ্ঠাৰ এখন বৃহৎ নাম তালিকা দাখিল কৰিলে। এই নাম তালিকাখনে এটা মূল্যবান সাক্ষ্য হিচাপে বিশেষজ্ঞ সমিতিৰ কামত বহুতো সহায় কৰিলে। [সমিতিয়ে পিচত এই নাম তালিকাখনৰ ঐতিহাসিক গুৰুত্ব আৰু মূল্যবান তথ্য-পাতিৰ প্ৰতি লক্ষ কৰি সেইখন তত্তালিকে ৰাষ্ট্ৰীয় ঐতিহাসিক পুথি সংগ্ৰহালয়ত ৰাখিবৰ বাবে পঠাই দিলে।]

বিশেষজ্ঞ সমিতিয়ে এই সকলোবোৰ সাক্ষ্যকে সন্নিবিষ্ট কৰি আজিকালি দেশৰ মানুহে কিয় গান্ধী টুপী নিপিন্ধা হ'ল, তাৰ বিস্তৃত প্ৰতিবেদন প্ৰস্তুত কৰোতে এটা মৌলিক তত্ত্ব দাঙি ধৰিলে। সেইটো হ'ল গান্ধীবাদৰ তাত্ত্বিক ব্যাখ্যা সম্পৰ্কে। ভাৰতৰ আদৰ্শ হৈছে গান্ধীবাদ আৰু এই গান্ধীবাদক কাৰ্য্যকৰী কৰিবলৈকে সকলো মহৎ চেষ্টা চলোৱা হৈছে। দেশৰ মানুহে স্বাভাৱিক ভাবেই গান্ধীবাদ মানে ; গান্ধীয়ে বাদ দিয়াটো বুলি অৰ্থ কৰিছিল আৰু সেইমতেই গান্ধীয়ে কৰা আৰু কৰিবলৈ বিচৰা সকলো কথা আৰু কামতে গান্ধীক হুবহু অনুকৰণ (হনুকৰণ) কৰি আহিছে। গান্ধীৰ টুপীটোও তেনে এটা অনুকৰণ। এই সকলো-বিলাক শুদ্ধ বুলিয়েই কৰি অহা হৈছে। কিন্তু এতিয়া উদ্ভৱ হোৱা কিছুমান পৰিস্থিতিয়ে এই তত্ত্বটো পুনৰ ব্যাখ্যা কৰি চাবলৈ বাধ্য কৰিছে। গান্ধীবাদৰ অৰ্থ সম্ভৱতঃ ইমানদিনে ভুলকৈ কৰি অহা হৈছে ! গান্ধীবাদ মানে গান্ধীয়ে বাদ দিয়াটোৰ কথা কেতিয়াও বুজোৱা হোৱা নাছিল, তাৰ মূল তাৎপৰ্য আছিল গান্ধীক বাদ দিয়াটোহে। গান্ধীৰ মৃত্যুৰ পিচত স্বাভাৱিকভাৱেই গান্ধী দেশৰ ভূত-ভৱিষ্যতৰ সকলো কথাৰপৰা বাদ পৰিছে। এইটো এটা স্বতঃসিদ্ধ কথা। নশ্বৰ দেহৰ অৱস্থিতি এটা চিৰকাল

কেনেকৈ থাকিব পাৰে ? গতিকে বাদ পৰিবই। বিশেষজ্ঞ সমিতিয়ে প্ৰতিবেদনত এই কথা সৰল যুক্তি আৰু দৃঢ়তাৰে কয় যে ভাৰতত গান্ধীবাদক ৰক্ষা কৰিবলৈ হ'লে গান্ধীক মানুহে বাদ দি কেৱল টুপীটো ৰাখিব লাগিব। গান্ধীবাদক কেতিয়াও কোনেও থপিয়াই লৈ যাব নোৱাৰাকৈ শিলৰ একোটাহঁত ভেটিৰ লগত মহাত্মা গান্ধীৰ মূৰ্তিবোৰ সৈতে যিদৰে শলখা মাৰি থোৱা হৈছে। ঠিক সেইদৰেই গান্ধী টুপীটোৰেও মানুহৰ মূৰৰ ওপৰত গান্ধীৰ আদৰ্শক পিতলৰ প্ৰকাণ্ড টৌ এটাৰ দৰে হেঁচা মাৰি থোৱাৰ স্থায়ী ব্যৱস্থা কৰিব লাগে। এই কথা বিবেচনা কৰি বিশেষজ্ঞ সমিতিয়ে গান্ধী টুপী পুনৰ প্ৰচলনৰ বাবে তলৰ কাৰিকৰী পৰামৰ্শাৱলী দাঙি ধৰে ঃ

(১) চৰকাৰে নিয়ম প্ৰৱৰ্তন কৰিব লাগে যে পদ-পদোন্নতি ঠিকা-ঠুকলি, লাইচেন্স-পাৰ্মিট, বিষয়-খিতাপ, অনুগ্ৰহ-পুৰস্কাৰ ইত্যাদিবোৰৰ ক্ষেত্ৰত সদায় গান্ধী টুপী পিন্ধাৰ অৰ্হতাৰ কথাহে বিবেচনা কৰিব লাগে,

(২) প্ৰত্যেক নিয়োগ বিনিময় কেন্দ্ৰত নাম ভৰ্তি কৰা লোক সকলক পঞ্জীয়ণ টিকট বা ৰেজিষ্ট্ৰেশ্যন কাৰ্ড দিয়াৰ সলনি অতিৰিক্ত দুটকা লৈ একোটা চৰকাৰী জোখৰ গান্ধী টুপী দিব লাগে।

(৩) নগৰৰ দাগী মানুহবোৰে গান্ধী টুপী পিন্ধি সদায় এবাৰ থানাৰ আগেদি এপাক মৰাৰ নিয়ম কৰি দিব লাগে।

(৪) সকলোবোৰ লাই আৰু পালি নেতাই গান্ধী টুপী পিন্ধিব লাগে।

(৫) গান্ধী টুপী পিন্ধা একোটা সজাতী দল বিদেশলৈ পঠোৱাৰ ব্যৱস্থা কৰিব লাগে। এনেকুৱা সজাতী দলে বিদেশত গান্ধীবাদৰ আদৰ্শ প্ৰচাৰ কৰাৰ উপৰিও গান্ধী টুপীৰ বহনৰ সম্পৰ্কে অধ্যয়ন কৰিব।

বিশেষজ্ঞ সমিতিয়ে এইখিনিতে গান্ধী টুপীৰ আকাৰ-প্ৰকাৰ সম্পৰ্কে কলিয়াবৰৰ ক'লী বুঢ়ীৰ মূৰৰ টুপীটোলৈ মনত পেলায় আৰু এইবুলি পৰামৰ্শ দিয়ে যে টুপীবোৰ বেচ আহল-বহল হ'ব

লাগে যাতে গান্ধীয়ে দিয়া এই বস্তুটো এটা মুৰ টিকা জোলোঙা বুলি সহজে চিনিব পাৰি। বিদেশলৈ যোৱা সঁজাতী দলবোৰে সাহায্য ভিক্ষাৰ বাবে এই জোলোঙা সুকলমে ব্যৱহাৰ কৰাত সহায়ক হ'ব।

# কেইটামান অন্ধ মুহূর্ত

চৈয়দ আব্দুল মালিক

গাৰ্ডে নীলা লাইট দেখুৱাই ছিগনেল দিলে। গাড়ীখনে ষ্টেচন এৰাৰ অনুমতি পালে। ষ্টেচনটো বৰ ডাঙৰ নহয়। ক্ৰমে নগৰলৈ উন্নীত হব ধৰা এখন ডাঙৰ গাৱঁৰ কাষেদি ৰেল লাইনটো গৈছে।' অৱশ্যে গাড়ীখনৰপৰা কিছু দূৰত এটা পুলিচ আউটপষ্ট আছে। তাৰপৰা কিছু নিলগত আজি কিছুদিনৰপৰা কিছুমান চি আৰ পিও কেম্প কৰি আছে। দিনত ষ্টেচনকে কেন্দ্ৰ কৰি ব্যস্ততা যথেষ্ট হয়। কিন্তু ৰাতি হৈ অহাৰ লগে লগে মানুহবোৰ ঘৰাঘৰি যায় আৰু ব্যস্ততাও ক্ৰমে কমি আহে।

ৰাতি তেতিয়া ১১ বাজি ১৫ মিনিট গৈছিল। ৰেলখন সময়মতে আহি সময়মতেই এৰিব। গাওঁখনক কৃষ্ণপক্ষৰ এন্ধাৰে গিলি পেলাইছে। অঞ্চলটোত ইলেকট্ৰিক লাইটৰ কাৰণে খুটা পোতা হৈছে। খুটা আনি পেলোৱাৰপৰা পোতালৈকে সময় লাগে তিনিবছৰ। আৰু দুবছৰমানত গাঁৱত বিজুলী চাকি জ্বলিব বুলি ৰাইজে আশা কৰিছে। জুলাই মাহৰ মাজ ভাগ। গৰম আছে।' কিছু সাম কটাইছে। মাজে মাজে আহি থকা বৰষুণ কেইজাকে। আকাশত ক'লা মেঘ ওলমি আছে। যিকোনো সময়তে হুৰহুৰ কৰে বৰষুণ দিব পাৰে।

এইটো ষ্টেচনত যিবোৰ মানুহ ৰেলৰপৰা নামিছিল সেইবোৰ ঘৰাঘৰি গৈ শেষ হ'ল। ৰেলখন মাত্ৰ ৪ মিনিট ইয়াত ৰয়। তাৰ ভিতৰতে উঠা উঠে, নমা নামে। কেতিয়াবা যাত্ৰীৰ ভিৰ হয়, কেতিয়াবা নহয়।

এটা হুইচেল বাজিল। ইঞ্জিনৰপৰা হুচ হুচ শব্দ বাহিৰ হ'ল। ক্ৰমে ৰেলখনৰ গতি কিছু খৰ হ'ল। নাতিবৃহৎ প্লেট-ফৰ্মখনৰপৰা ইঞ্জিন আৰু তাৰ পিছৰ কেইটামান ডবা ইতিমধ্যে প্ৰায় বাহিৰ ওলাইছিল।

হঠাৎ ষ্টেচনৰ পিছফালৰপৰা দুটা মানুহ দৌৰি আহিল ৰেলখনৰ ফালে। এটাৰ হাতত এটা ডাঙৰ টোপোলা, আনটোৰ

কান্ধত এটা ডাঙৰ বস্তাত কিবা দীঘলীয়া বস্তু।

টোপোলা লোৱা মানুহটো দৌৰ মাৰি গৈ চলি থকা ৰেল-খনৰ এটা ডবাত উঠি পৰিল। আনটো মানুহো লগে লগেই গৈছিল যদিও গধুৰ বস্তুটোৰ সৈতে একেলগে উঠিব নোৱাৰিলে। মাটিৰপৰাই কান্ধৰ বস্তুটো ৰেলত তুলি দিলে আৰু আগে উঠা মানুহটোৱে বস্তুটো দুয়োহাতে ধৰি ভিতৰলৈ টানি নিবৰ যত্ন কৰিলে।

"সেইটো ৰাখিবি"— সি চিঞৰি ক'লে।

"তয়ো যেনেতেনে কৰবাত উঠ।" —ৰেলৰ ভিতৰৰপৰা আনটোৱে চিঞৰিলে।

ৰেলখনৰ গতি বেছি হ'ল।

আনটো মানুহ ৰেলত উঠিব পাৰিলেনে নোৱাৰিলে কব পৰা নগ'ল। ৰেলখন তেতিয়া প্লেটফৰ্মৰ লাইটৰ পোহৰৰ সীমা পাৰ হৈ আন্ধাৰৰ মাজত সোমাই পৰিছে।

মানুহটোৱে টানি আজুৰি বস্তুটো কোঠাৰ ভিতৰলৈ নিলে কিন্তু মানুহ আৰু বস্তু-বাহানিৰে কম্পাৰ্টমেণ্টটো এনেদৰে ঠাহখাই ভৰি আছে যে তাত থিয় হ'বলৈকো ঠাই নাই, আৰু বস্তু থোৱাৰো অকণো ঠাই নাই।

মানুহটোৱে গাড়ীৰ ভিতৰৰ অনুজ্জ্বল পোহৰত এবাৰ কেউ-ফালে অসহায়ভাৱে চকু ফুৰালে। একেটা ডবাতে ইমান মানুহ উঠিছে যে কাৰো লৰচৰ কৰিবৰো উপায় নাই। কিছুমানে টোপোলা-টোপলি মূৰে-কান্ধে লৈয়ে কোনোমতে থিয় দি আছে। গেলেপা গৰমত ঘামি-যামি মানুহবোৰে চটফটাইছে। ৰেলৰ খিৰিকিৰে সোমাই অহা তপত বতাহখিনিয়েই যি সামান্য সকাহ দিছে। যাত্ৰীবোৰে চটফটাই আছে যদিও দেখিলে এনে লাগে যেন সকলোবোৰ থৰ লাগি নিশ্চল হৈ আছে। টোপোলাটো আৰু বস্তুটো দুয়োটা থবলৈ তলত ঠাই নাই কাৰণে মানুহটোৱে নিজৰ টোপোলাটো যেনেতেনে ভৰি দুখন মাজত লৈ ভিতৰত কিছু ঠৰঙা দীঘল কিবা বস্তু থকা বস্তাটো কিছু সময় কান্ধৰ ওপৰতে লৈ থাকিল। আৰু কৰবাত সেইটো থবৰ কাৰণে অকণমান ঠাই আছে নেকি ঘূৰি ঘূৰি কেউপিনে চালে।

হঠাৎ মানুহটোৰ চকুত পৰিল অলপ আঁতৰতে থকা টয়লেট বা পায়খানাটো। মানুহটোৱে যেন সকাহ পালে। এখন হাতেৰে কপালৰ ঘামবোৰ মচি লৈ মানুহটোৱে কাকো একো নকৈ কোনোমতে মানুহৰ গাৰ ওপৰেদি হেচি ঠেলি গৈ টয়লেটটোৰ দুৱাৰমুখ পালেগৈ। আৰু এহাতেৰে বস্তাটো ধৰি থাকি আনখন হাতেৰে টয়লেটৰ দুৱাৰখন মেলি বস্তাটো তাৰ ভিতৰলৈ ভৰাই থলে আৰু দুৱাৰখন বন্ধ কৰি দিলে। মানুহটোৱে বৰ স্বস্তি-বোধ কৰিলে, আকৌ এবাৰ কপাল আৰু মুখ ঠুতৰিত ঘাম মচিলে। তাৰ পিছত আকৌ এবাৰ যেনেতেনে আগৰ ঠাইলৈ গুচি আহিল।

কোঠাৰ ভিতৰত থকা যাত্ৰীবোৰৰ কিছুমানে মানুহটোৰ অবস্থাটো কৌতুহলেৰে লক্ষ্য কৰি আছিল। এতিয়াও কিছুমানৰ চকু তাৰ ওপৰত পৰিছিল, কিছুমানে অৱশ্যে কোনো গুৰুত্ব দিয়া নাছিল। ইতিমধ্যে কিছুমান যাত্ৰীয়ে চকু মুদি টোপনি যাবৰ চেষ্টা কৰিছিল।

বৰষুণ দিলে ঠাণ্ডা পৰিব—এনে আশাত কিছুমানে খিৰি-কিৰ বাহিৰ ফালে চাইছিল, বাহিৰত নিৰন্ধ্ৰ আন্ধাৰ, একো নেদেখি। প্ৰায় ৪০ মিনিটমানৰ মূৰত ৰেলখন আহি পিছৰ ষ্টেচনটোত ৰৈ গ'লহি। বহাৰ কথা ভাবিবই নোৱাৰি, থিয় হৈ থকাৰো উপায় নাই। টোপোলাটো উঠাই লৈ মানুহটো ৰেলখনৰপৰা নামি গ'ল, হয়তো পিছৰ কোনোবা কোঠাত অকণমান বহিবলৈ ঠাই পোৱাৰ আশাত। ইয়াত মানুহ বৰ বেছি নেনামিল। ভিৰ একেই থাকিল। তিনি মিনিটৰ পিছত ৰেলখন আকৌ চলিল। মানুহটো কিন্তু এইটো ডবাত আকৌ উঠিবলৈ নাহিল। ঠৰঙা, দীঘলীয়া বস্তু থকা বস্তাটো পায়খানাৰ ভিতৰতে থাকিল।

কিছুদূৰত বহি থকা দুজন যাত্ৰীয়ে মানুহটোৰ উঠা-নমা চাই আছিল। এজনে আনজনক ক'লে, "মানুহটো গাড়ীৰপৰা নামি গ'ল নেকি ?"

"নামিছিল, কিন্তু আকৌ উঠা চকুত নপৰিল।"

"নামি গ'ল কিজানি—,"

"কিন্তু কিবা বস্তু এটা যে পায়খানাত ভৰাই থৈছিল ?"

"সেইটো নমাই নিনিলে দেখোন।"

"তাত খা কি ভৰোৱা আছে?"

"সেইটো বা কি?"

কাষতে থকা তৃতীয় যাত্ৰীজনে এইবাৰ ক'লে," মই কথাটো মন কৰি আছিলোঁ। প্ৰথমতে এতিয়া নামি যোৱা মানুহটো ফোপাই জোপাই আহি গাড়ীত উঠিলহি। তাৰ পিছত আন এটা মানুহে সেই ডাঙৰ গধুৰ বস্তাটো তুলি দিলেহি। সি নুঠিল। এতিয়া বস্তাটো পায়খানাৰ ভিতৰত ভৰাই থৈ সিও নামি গ'ল।"

"নামোতে তাৰ টোপোলাটো সি নমাই লৈ গ'ল, ডাঙৰ বস্তাটো এৰি থৈ গ'ল!'

কিছুসময় মনে মনে থাকি তিনিওজন যাত্ৰীয়ে যেন কথা-টোৰ বিষয়ে চিন্তা কৰিলে।

দুই-চাৰিজনৰ বাহিৰে বাকীবোৰ যাত্ৰী চকু মুদি বহাতে টোপনিয়াই আছে যদিও, টোপনি কাৰোবেই অহা নাছিল, তেতিয়া যদিও ৰাতি ১২ বাজি গৈছিল!

সময়টো বৰ অসময় আছিল।

ৰেলৰ আলিৰ চিৰিৰ ফিছ প্লেট খুলি থৈ ৰেল বগৰোৱাৰ কেইবাটাও ঘটনা ঘটি গৈছিল। ৰেলত বোমা দিয়াৰ কেইবাটাও ঘটনা ঘটিছিল। বোমা দি মানুহ মৰাৰ ঘটনাও সংঘটিত হৈছিল কেইবা ঠাইতো। পশ্চাদঘাতী আৰু সন্ত্ৰাসবাদী কাৰ্যকলাপ ব্যাপক-ভাবে চলি আছিল। ৰেল-বাছেৰে অহা-যোৱা কৰিবলৈ বহুতেই ভয় কৰিছিল।

সময়টো বৰ অসময় আছিল।

ৰাতিৰ যাত্ৰা আৰু ভয়াবহ আছিল! কৃষ্ণপক্ষৰ আন্ধাৰ ৰাতি ৰেল-বাছেৰে অহা-যোৱা কৰিবলৈ মানুহে আৰু বেছি ভয় কৰিছিল। চৌদিশে শংকা, সন্দেহ, ভীতিৰ ভাব বিয়পি পৰিছিল। কাক, কেতিয়া, কোনে, কিয় আৰু কেনেকৈ মাৰিব তাৰ কোনো স্থিৰতা নাছিল। পিছে পিছে যেন অচিন শত্ৰু, গোপণ হত্যাকাৰী হাতত সাৰে ভৰিত সাৰে ঘূৰি ফুৰিছে। কাৰ লগত কোন আওমৰণে মৰিব তাৰ কোনো নিশ্চয়তা নাই!

সময়টো বৰ ভয়াবহ আছিল।

সময়টো বৰ অসময় আছিল।

গাঁৱৰ ঘোপমৰা আন্ধাৰৰ মাজেদি যেন ভয়ে ভয়ে ৰেলখন আগ বাঢ়িছিল। নিজৰ শব্দটোলৈকে যেন ৰেলখনে ভয় কৰিছিল। পৰবৰ্তী দুই-তিনিটা ষ্টেচনত নামিবলগীয়া যাত্ৰীবোৰৰ বাহিৰে অন্যান্য দুৰণিবটীয়া যাত্ৰীবোৰে বহাতে টোপনি যাবৰ চেষ্টা কৰিছিল। টোপনি নাহিলেও চকু মুদি গৈছিল।

একেখন বেঞ্চতে বহি যোৱা যাত্ৰী তিনিজনৰ টোপনি অহা নাছিল। একাষে বহি অহাজনে চকু মুদি আহিছিল।

কোঠাৰ ভিতৰৰ নীৰবতা ভংগ নকৰিবৰ মনেৰেই তাৰে এজনে প্ৰায় ফুচ্‌ফুচাই সৰুকৈ ক'লে, "মানুহটোৱে বাঁৰু বস্তাত ভৰাই পায়খানাত সেইটো কি সুমুৱাই থৈ গ'ল?"

কাষৰজনে যেন সেই কথাকে ভাবি আছিল। তপৰাই ক'লে, "এৰা, ময়ো তাকে ভাবি আছোঁ। বস্তুটো গধুৰ, টান, দীঘলীয়া—বস্তাত ভৰাই আনিছে। টয়লেটত ভৰাই থৈ মানুহ-টোও ইয়াৰপৰা খৰখেদাকৈ নামি গ'ল।"

চকু মুদি যোৱা লগৰ যাত্ৰীজনে এইবাৰ চকু মেলিলে। এবাৰ কিছু নিলগত থকা টয়লেটটোৰ বন্ধ হৈ থকা দুৱাৰখনৰ ফালে চালে, আৰু ভয়ে ভয়ে ক'লে, "ৰেলে-বাছে বোম-চোমা দিয়া কামবোৰ এনেকুৱা সাধাৰণ মানুহৰ হতুৱায়ে কৰায়। ক'বতো নোৱাৰি।" সৰুকৈ আৰু নিজকে কোৱাৰ দৰে কৈছিল যদিও মানুহজনৰ মুখৰ কথাখিনি ওচৰৰ আৰু দুই-এজনৰ কাণত পৰিল। চকু নেমেলাকৈয়ে তেওঁলোকে এওঁলোকৰ কথালৈ কাণ দিলে।

"আজিকালি দিন-কাল যেনেকুৱাহে হৈছে, কোনে ক'ত কি কৰি ফুৰিছে একো ক'ব নোৱাৰি। কিজানি বস্তাটোত কিবা বেয়া বস্তুকে ভৰোৱা আছে।"

আনজনে ক'লে, "গধুৰ, টান, দীঘলীয়া, আগফালে কিছু জোঙাৰ নিচিনা......"

"এটাই তলৰপৰা তুলি দিলে, ইটোৱে নি পায়খানাত

ভৰাই থৈ নামি গ'ল, এবা।"

অলপ সময়ৰ শংকিত আৰু অস্বস্তিকৰ নীৰৱতা।

কোনোবা এজনে ফুচফুচাই ক'লে, "বোমা-টোমাওতো হ'ব পাৰে।"

"বোমা হ'লে টাইম বোমা হ'ব—নিশ্চয় ডাঙৰ বোমা।"

"মানুহটোলৈ মন কৰিলেনে— কেনেকৈ বস্তুটো টয়লেটৰ ভিতৰত ভৰাই থৈ দুৱাৰ বন্ধ কৰি নামি গুচি গ'ল।"

এজন-দুজনকৈ কোঠাৰ ভিতৰৰ যাত্ৰীবোৰে সাৰ পালে আৰু চকু মেলি ইফালে-সিফালে চালে। সকলোৰে চকু মুখত এক দুৰ্বোধ্য আৰু সন্দিগ্ধ প্ৰশ্ন— কি? ক'ত? কোনফালে?

বহুতে আন্ধাৰ বাহিৰখনৰ ফালে চালে। বহুতে কম পোহৰত কোঠাৰ ভিতৰত যাত্ৰীবোৰৰ দীঘলীয়া যেন হৈ পৰা মুখবোৰৰ ফালে চালে। বাহিৰৰ আন্ধাৰ আৰু ভিতৰৰ পোহৰৰ মাজত যেন এখন যুঁজ চলিছে। তেলৰ কোঠাৰ ভিতৰৰ পোহৰবোৰ যেন ধূৰ্বলীময় হৈ পৰিছে। সেই পোহৰত এক অস্পষ্ট আশাৰ ৰিৰিয়নি।

—বোমা, টাইম ব'ম,—এইটো কম্পাৰ্টমেণ্টৰে পায়খানাৰ ভিতৰত আততায়ীয়ে বোমা থৈ গৈছে—যিকোনো মুহূৰ্ততে বাৰ্ষ্ট কৰিব পাৰে।

যাত্ৰীবোৰ সন্ত্ৰস্ত হৈ উঠিল। কেইমিনিটমানৰ ভিতৰতে ইকাণ-সিকাণকৈ কথাটো বিয়পি পৰিল। গাড়ীৰ ভিতৰত বোমা!

ক্ৰমে মানুহবোৰ বহাৰপৰা থিয় হ'ল। লৰচৰ কৰিবৰ উপায় নাই। মানুহবোৰে ইকাটি-সিকাটি কৰিব ধৰিলে। আশংকা আৰু অস্বস্তি বাঢ়ি যাব ধৰিলে।

"গাৰ্ডক খবৰ দিব লাগে।" কোনোবাই ক'লে।

"ড্ৰাইভাৰক ক'ব লাগে।" আন কোনোবাই দিহা দিলে।

"আৰ, পি, এফ,ৰ মানুহবোৰ গ'ল কলৈ? আমাৰ, ছেকেণ্ড ক্লাছৰ পেছেঞ্জাৰৰ জীৱনৰ কোনো মূল্য নাই নেকি? সিহঁতে ক'ত ডিউটি কৰিছে?"

"গভৰ্ণমেণ্টটোৰে কি কৰি আছে? বাইজৰ জীৱন লৈ গুণ্ডা বদমাইচে খেলা কৰিছে, গভৰ্ণমেণ্ট শুই আছে।"

"চহু চহু—সেইবোৰ কথা নকবা। আমাৰ মাজতো কোনোবা থাকিব পাৰে, কি ঠিক!"

এতিয়াহে সাৰ পাই চকু মেলা এজন বুঢ়া মানুহে চিঞঁৰিয়ে ক'লে, "আচলতে হৈছে কি? আপোনালোকে—?"

'বোমা", চেপা মাতেৰে কোনোবাই ক'লে।

"টাইম ব'ম্ব", তাতোকৈ সৰু মাতেৰে আন এজনে ক'লে।

"ক'ত? কোনফালে?"

"কোনোবাই চকুৰে টয়লেটৰ ফালে দেখুৱালে। কোনোবাই ভয়ে ভয়ে ৰেলৰ ভিতৰৰ পায়খানাটোৰ ফালে আঙুলিয়ালে।

"তাতে—"

"কি?"

"বোমা—"

ৰেলখন তেতিয়াও চলি আছিল। বাহিৰত ঘোপমৰা আন্ধাৰ।

"পিছৰ ষ্টেচনলৈ আৰু কিমান দূৰ আছে?

"কেনেকৈ জানিম?"

"গাৰ্ডক জনাব লাগে। ড্ৰাইভাৰক খবৰ দিব লাগে। কোন মুহূৰ্তত বাৰ্ষ্ট কৰে কি ঠিক!"

"ৰেলখন ৰখাব লাগে!"

পৰামৰ্শটোৱে সকলোৰে সমৰ্থন লাভ কৰিলে।

"ৰেলখন ৰখাব লাগে।"

"পায়খানাত বোমা থৈ মানুহ দুটা কলৈ গ'ল?"

"সিহঁত হেব'টিয়াৰৰ এজেণ্ট।"

"সিহঁতে কি পিন্ধিছিল?"

"যেই পিন্ধক। সিহঁত মাৰ্ডাৰ গেঙৰ মেম্বাৰ। ৰেলত বোমা দিয়া সিহঁতৰ কাম।"

হঠাতে একাষে বহি থকা ডেকা এটা বহাৰপৰা উঠিল আৰু কাৰো ফালে নেচাই হাত মেলি ৰেলৰ চেইনডাল গাব বলেৰে টানিব ধৰিলে। অলপ পিছতে ইঞ্জিনৰপৰা এটা ভয়ার্ত হুইচেলৰ মাত ৰাতিৰ নিস্তব্ধতাৰ মাজত বিয়পি পৰিল। আৰু অলপ পৰৰ পিছতে ঘৰ্ ঘৰ্ কৰি ৰেলখন ৰৈ গ'ল। আৰু বোৱাৰ লগে লগে সেই কোঠাটোৰপৰা যাত্ৰীবোৰ হুৰমুৰ' ঠেলাহেচা কৰি বাহিৰ ওলাবলৈ যত্ন কৰিলে। ৰেলৰ বাহিৰত তলত খাল-বিল নৈ-পৰ্বত কি আছে চাবলৈ কাৰো ধৈৰ্য নাই।

ৰেলখন ৰ'ল কি নৰ'ল, কোঠাৰ ভিতৰত থকা মানুহবোৰ গিৰ্ গিৰ্ কৰে জপিয়াই, চুচৰি তললৈ নামিব ধৰিলে। লগে লগে হাতত লণ্ঠন লৈ গার্ড দৌৰি আহিল। প্ৰথম শ্ৰেণীৰ কোঠাৰ পৰা বন্দুকধাৰী চিপাহী কেইটামানো দৌৰি নামি আহিল। ইবোৰ কম্পার্টমেণ্টৰ যাত্ৰীবোৰ নেনামিল যদিও খিৰিকিৰে হেঁচাঠেলা কৰি ক'ত কি হৈছে উদ্বিগ্নভাবে চালে। কিছুমান ডেকা ল'ৰাই জপিয়াই নামি দৌৰি আহিল।

ৰেলৰ খিৰিকিৰে সৰকি অহা পোহৰ আৰু গার্ডৰ লণ্ঠনৰ পোহৰে ঠাইখন পোহৰাব পৰা নাই। কাৰোবাৰ কাৰোবাৰ হাতত থকা টৰ্চৰ পোহৰে আন্ধাৰ কিছু কমাইছে।

কিছু সংযত হৈ গার্ডজনে আহি সুধিলে, "গাড়ী কোনে ৰাখিলে। কি হৈছে?"

প্ৰথমতে কাৰো মুখত মাত নাই। আন্ধাৰতে ইজনে সিজনৰ মুখলৈ চাইছে। হঠাৎ এজন ডেকা আগবাঢ়ি আহিল আৰু ধমক দিয়াৰ ধৰণে গার্ডক ক'লে, 'এইবোৰ কি গাড়ী চলাইছে? পেছেঞ্জাৰ-বোৰক আপোনালোকে কি বুলি ভাবে? আমাক কুকুৰ-মেকুৰী বুলি ভাবিছে নেকি?"

গার্ডজনে স্হিৰ মাতেৰে সুধিলে, "হৈছে কি মোক কওকচোন।

একেমুখে চাৰি-পাঁচজনমান মানুহে কৈ উঠিল, "বোমা"।

"বোমা, টাইম ব'ম।"

"এতিয়াই ব্লাষ্ট কৰিব পাৰে।"

গার্ডজন তেতিয়াও সংযত আৰু অবিচল।

"ৰ'ম্ব। ক'ত ?"

গাৰ্ডৰ প্ৰশ্নৰ লগতে একেলগে এখিনি যাত্ৰীয়ে চিয়ঁৰি উঠিল, "ৰ'ম্ব, ক'ত, কোনফালে ?"

ৰেলখনৰ ইমূৰৰপৰা সিমূৰলৈ কেইটামান মুহূৰ্তৰ ভিতৰতে কণাকণি জনাজনি হৈ গ'ল— বোমা টাইম ৰ'ম্ব।"

গিৰ গিৰ কৰে অন্য কম্পাৰ্টমেণ্টৰ মানুহবোৰো নামি পৰিল। আতংক বিয়পি পৰিল। বোমা—বোমা—ৰেলত বোমা।

"ৰেলৰ আলিত বোমা দি থৈছিল। ড্ৰাইভাৰে দেখি ৰেল ৰখাই দিলে।" কোনোবাই ক'লে।

"ৰেলৰ ভিতৰত বোমা দিয়া আছিল। কোনোবা পেছেঞ্জাৰে দেখিলে।" আন কোনোবাই ক'লে।

কোনোবাই ক'লে, "সাতোটা বোমা ধৰা পৰিছে।"

কোনোবাই ক'লে, 'নহয়, এঘাৰটা।"

চুচৰি ৰেলৰপৰা নামি আহোতে কোনোবা ল ৰা-ছোৱালী পৰি দুখ পাই কান্দি উঠিল। এজন বুঢ়া ৰোগীক হস্পিতালৰ পৰা অপাৰেচন কৰি অনা হৈছিল। যিমান সন্তৰ্পণে পাৰে খৰ-খেদাকৈ তেওঁক ধৰি ধৰি গাড়ীৰপৰা নমোৱা হ'ল। এহাল নকৈ বিয়া হোৱা ডেকা-গাভৰু আঠমঙলা খাই ঘৰমুৱা হৈছিল ৰেলেৰে। ইজনে সিজনৰ হাতত ধৰি সিহঁতো নামি পৰিল। যিটো কোঠাৰ চেইন টনা হৈছিল সেইটো কোঠাৰ যাত্ৰীবোৰৰ মাজলৈ আহি গাৰ্ডজনে সুধিলে—

"বোমা আপোনালোকে ক'ত দেখিলে ?"

"এইটো কম্পাৰ্টমেণ্টৰ টয়লেটত ?"

এইবাৰ গাৰ্ডজন কিছু শংকিত হ'ল আৰু সুধিলে, "আপোনা-লোকে নিজে দেখিছে ?"

প্ৰথমতে নিস্তব্ধতা, তাৰ পিছত এজনে সাহ গোটাই ক'লে, "ৰেলখনে ষ্টেচন এৰাৰ পিছত প্লেটফৰ্মৰ বাহিৰৰ এটা মানুহ দৌৰি আহি ৰেলত উঠিল আৰু বোমাটো টয়লেটত সুমুৱাই থৈ দুৱাৰ বন্ধ কৰি জাপ মাৰি ৰেলৰ পৰা নামি গ'ল।"

মাটিলৈ নামি পৰা যাত্ৰীবোৰৰ মাজত গুন্‌গুননি, ফুচ্‌ফুচনি

আকৌ বেছি হ'ল।

—বোমা, ৰেলৰ পায়খানাৰ ভিতৰত বোমা, টাইম ব'ম্ব, এতিয়াই বাৰ্ষ্ট কৰিব আৰু ৰেলখন উৰাই দিব।

মানুবোৰ ক্ৰমে ৰেলগাড়ীখনৰ কাৰৰ পৰা আঁতৰি আহিব ধৰিলে। মাল-বস্তু যাওঁক, প্ৰাণ ৰক্ষা হলেই যথেষ্ট।

গাৰ্ডজনে চিঞঁৰি কোৱা দি ক'লে, আপোনালোকৰ মাল-তাল গাড়ীৰ ভিতৰতে থাকিবলৈ দিয়ক। সকলো নামি আহক। গাড়ীৰ পৰা আঁতৰি যাওঁক। দেৰি নকৰিব। নামক। আঁতৰি যাওঁক।"

মানুহবোৰে বাধ্যৰ দৰে আন্ধাৰৰ মাজতে ৰেলখনৰ পৰা যিমান দূৰ পাৰে আঁতৰি যাবলৈ ধৰিলে।

ৰেলৰ টয়লেটত টাইম ব'ম্ব—বাৰ্ষ্ট কৰিব, আৰু ৰেলখন উৰাই দিব। কোনে বোমা থোৱা দেখিলে সেই কথালৈ চিন্তা নকৰিলে কোনো কোনোৱে মন্তব্য কৰিলে, "ইঃ, নেদেখা হ'লে আজিযে কি হ'লহেঁতেন। দুই চাৰিজনে চকু মুদি নোযোৱাকৈ আছিল গুণেহে। নহলে আজি সকলো ............"

"আমি সিমুৰে আছিলোঁ—একো ক'ব নোৱাৰোঁ। কিযে দিনকাল হ'ল, হত্যাকাৰীৰে দেশখন ভৰি পৰিল। কোনো নিৰাপদ নহয়। দেখিছানে কাণ্ড। নিৰীহ মানুহ কিছুমান মাৰি কাৰ লাভ হ'ব?"

সময় যিমানে যাব ধৰিলে, সিমানে যাত্ৰীবোৰৰ মনত লাগিব ধৰিলে যে এতিয়াই বোমাটো ফুটি এটা ভয়ংকৰ শব্দ হ'ব, ৰেলখনৰ কাঠ-চাঠবোৰ দূৰ-দূৰলৈ উৰি যাব, জুই জ্বলিব, চাৰিওফালে আন্ধাৰত লুকাই থকা পৃথিৱীখন ওলাই পৰিব।

উঃ, কি ভয়ংকৰ কথা।

চলন্ত ৰেলত জীৱন্ত বোমা।

মানুহৰ জীৱন লৈ নিষ্ঠুৰ খেলা।

গাৰ্ডজনে সশস্ত্ৰ চিপাহী কেইজনক ওচৰলৈ মাতিলে আৰু ক'লে, "আৰু দেৰি কৰা নেযায়। ৰেলৰ ভিতৰলৈ সোমাই ব'ম্বটো

উজিয়াই আনি ডেষ্ট্ৰয় কৰি গেলাব লাগিব। তোমালোকে পাৰিবানে নোৱাৰা ?”

“এৰা এৰা, পলম নকৰিব। কোনো ভয় নাই। টাইম ব’ম্ব সময় নোহোৱা পৰ্য্যন্ত নুফুটে।” কোনোবা এজনে ক’লে।

আৰ. পি. এফ. স্কোৱাডৰ লিডাৰজনে ক’লে, “কিন্তু আমি লৰচৰ কৰি দিলেই কিজানি ব’ম্বটো বাৰ্ষ্ট হৈ যায়।”

“এৰা এৰা, একোতো কব নোৱাৰি।”

“ওচৰত কৰবাত পুলিচ থানা যদি আছে, খবৰ দিলে হয়তো—”

“ইয়াত থানাই বা ক’ত? আৰু থাকিলেও তাত বোমা ধ্বংস কৰা মানুহ আছে বা নাই।”

মানুহবোৰ ৰেলখনৰ কাষৰ পৰা আঁতৰি গৈছিল যদিও সকলোৱে যেন ৰেলত বোমা ফুটা চাবৰ কাৰণে নিজকে সাজু কৰিছিল। এতিয়াই বোমাটো ফুটিব আৰু গোটেইখন পোহৰ হৈ যাব ·········

“তোমালোকে কিবা কৰিব পাৰিবানে নোৱাৰা?” গাৰ্ডজনে আৰ. পি. এফ.ৰ মানুহখিনিক সুধিলে। মানুহকেইজনে ইতস্ততঃ কৰিলে। অন্য মানুহবোৰে তেওঁলোকৰ মুখলৈ চালে। পাৰিলে কিবা এটা কৰা, সকলোৰে যেন মনৰ ভাব।

এনেতে মানুহজাকৰ মাজত কোনোবা এখিনিৰ পৰা মানুহ এটা আগবাঢ়ি আহিল, গাৰ্ডজনৰ আগত বৈ ক’লে, “ইয়াৰ পিছৰটো ইষ্টেচনতে আমাৰ নমাৰ কথা আছিল। পিছে ইয়াতে নামো। গাড়ীৰ ভিতৰতে আমাৰ মাল-বস্তু থাকিল। নমাই আনোনে?”

“মৰিব খুজিছা নেকি গাড়ীত উঠি? বোমা—”

“সাউত কৰে যাম আৰু বস্তুকেইটা লৈ নামি আহিম।” কৈ মানুহটো গাড়ীখনৰ ফালে আগবাঢ়িল।

“সেইটো মৰিবলৈ গৈছে।” কোনোবাই ক’লে।

গাৰ্ডজনে মানুহটোৰ ফালে চালে। হা-না একো নকলে। মানুহটো সেইটো কোঠালৈকে উঠি গ’ল যিটো কোঠাত বোমা

থকাটো আবিষ্কাৰ হৈছিল। সকলোৱে মানুহটোৰ ফালে চালে। সি পায়খানাটোৰ ফালে আগবাঢ়িল। কোঠাটোত আৰু কোনো মানুহ নাই। লাইটৰ পোহৰটো আগতকৈ বেছি উজ্জ্বল যেন লাগিল।

চেপা মাতেৰে কোনোবাই ক'লে, "বোমা থকা টয়লেটটোৰ ফালেই দেখোন সি গৈ আছে—ম-ৰি-ব।"

মানুহটোৱে পায়খানাৰ দুৱাৰখন মেলিলে, "বোমা, বোমাটো তাতে আছে," তলৰ কেইজন মান মানুহে চিয়ঁৰিয়ে ক'লে, মানুহটোক কিন্তু যাবলৈ দিব নেলাগিছিল গার্ডবাবু— যদি বোমাটো এতিয়াই ফুটে।"

"সি নিজে গৈছে।" গার্ডে ক'লে।

মানুহটোৱে পায়খানাৰ ভিতৰৰ পৰা বস্তাটো টানি বাহিৰ উলিয়ালে। তাৰফালে চাই থকা মানুহবোৰ আতংকত সিয়ঁৰি উঠিল।

মানুহটো এতিয়া আওমৰণে মৰিব। তাত বোমা আছে. কোনোবাই টানকৈ চিয়ঁৰি ক'লে, "ক'ত?"

"পায়খানাৰ ভিতৰত—"

"ইয়াৰ ভিতৰতটো আৰু একো নাই। এইটো মোৰ বস্তা-টোহে।"

—মানুহটোৱে নিৰুদ্বিগ্নভাবে ক'লে, আৰু বস্তাটো চোচোৰাই আনি ৰেলৰ ভিতৰৰ পৰা তললৈ পেলাই দিলে।

"বোমা, "একেলগে কেইবাটাও মানুহে চিয়ঁৰিলে। গার্ডজন নিলগতে থিয় হৈ ৰ'ল আৰু তাৰপৰাই চিয়ঁৰিলে,

"বস্তাটো কাৰ?"

"মোৰ—"

"তাত বোমা ভৰাই আনিছ?"

"বোমা" মানুহটোৱে বিস্মিতভাবে ক'লে। তাৰ পিছত বস্তাটোৰ মুখৰ বান্ধটো খুলি বস্তাটোৰ ভিতৰৰ বস্তুখিনি মাটিত বাকি দিলে।

দূৰ—ওচৰৰ সকলোৰে চকু বস্তুখিনিৰ ওপৰত।

মানুহটোৱে ক'লে, চাওঁক, অন্য একো অনা নাই। ভলুকা বাঁহৰ গাঁজ পাঁচো শহুৰৰ ঘৰৰ পৰা আনিছোঁ।"

"কি-ই-ই-ই-ই, ভলুকা বাঁহৰ গাঁজ!"

গাৰ্ডজনে চিয়ঁৰি ক'লে, "উঠক উঠক, সোনকালে সকলো গাড়ীত উঠক। মিছাকৈয়ে গাড়ীখন লে'ট কৰালে।"

মানুহবোৰে ৰেলত উঠিবলৈ ঠেলাহেচা লগালে।

"ধেৎতেৰি, বোমা নহয়। বাঁহ গাঁজ।"

"বোমা জানো কোনোবাই কেতিয়াবা দেখিছে—মিছামিছি।"

গাৰ্ডে আকৌ নীলা লাইট দেখুৱালে। মানুটোৱে বাঁহ গাঁজ কেইটা বস্তাত ভৰাই লৈ বস্তাটো কান্ধত তুলি ল'লে আৰু গাওঁখনৰ ফালে খোজ ল'লে।

আন্ধাৰৰ মাজেদি ৰেলখন আকৌ চলিল।

# ফুলগুৰিয়া চেথা

কুমাৰ শ্ৰীমধুসূদনৰ্ণ

বহুদিনৰ হাবিয়াস আৰু কল্পনা যে এনেকৈ এদিন হঠাৎ বাস্তৱত ৰূপায়িত হ'ব পাৰে, সি মোৰ সপোনৰো অগোচৰ আছিল। বিলাতলৈ যাবলৈ, দেশ ভ্ৰমণ কৰিবলৈ, ডাঙৰ উপাধি লৈ পতিত হ'বলৈ ইচ্ছা নাযায় কাৰ ? তাতে যেতিয়া নগৰ ক খ গ আদি বহুতো বন্ধু বিলাতলৈ গৈ 'ডাক্টৰ' হৈ আহি ডাঙৰ ডাঙৰ বিষয় বাব লৈ আমাক মাস্টৰ বুলি, হিমালয়ে কঠিয়াতলী পাহাৰলৈ কৰা দি নিৰীক্ষণ কৰি চায়, তেতিয়া স্বাভাবিকতে অন্তৰ দহি যায়। ভাবোঁ, "উস্ ময়ো এপাক বিলাতলৈ গৈ এনে এটা আপুৰুগীয়া ডক্টৰেট লৈ আহিবলৈ পৰা হ'লে !"

কিন্তু ডক্টৰেটৰ বাবে যোগ্যতাই বা মোৰ ক'ত, আৰু সম্বলেই বা কিমান ? মাটি বন্ধকী দি টকা লৈ যাবলৈওতো মাটি এচমকা নাই, থাকো লোকৰ ভাড়াঘৰত ; দৰ্মহা পাওঁ খাবলৈ নটাকৈ, আৰু মাজে মাজে কৰোঁ ধৰ্মঘট। তথাপিও গৱেষণাৰ বাবে বিষয়বস্তু এটাৰ বিচাৰ বহুদিন ধৰি কৰিলোঁ। জানোচা ভেকুলীৰ পিঠিত নোম গজেই ! মাৰ বন্ধু এজনে ক'লে যে আমাৰ দৈনন্দিন জীৱনৰ প্ৰয়োজনীয় নানা বিষয়বস্তুৰে গৱেষণা কৰিও আমাৰ জ্ঞান বৃদ্ধি কৰিব পাৰোঁ ; আৰু ডক্টৰেটৰ কাৰণে এইবোৰ বিষয়বস্তুৰেই যথেষ্ট। ভাবিলোঁ মোৰ অতি প্ৰিয় "মলাতামাখু'ৰ বিষয়েই গৱেষণা নকৰোঁ কিয় ? গেথুৰ ৰূপাত নানাতৰহৰ মিঠাকড়া মলাধঁপাতৰ ধোঁৱাই মোৰ ঘৰ সদায় আমোলমোল কৰি ৰাখিছে। কিন্তু চিন্তা কৰি দেখিলোঁ যে মলা-ধপাঁততো সৰ্বভাৰতীয় বস্তু। এটা প্ৰকৃত অসমীয়া বস্তুক লৈ গৱেষণা কৰিব পাৰিলে নিজৰ বস্তুটোৰ সমাদৰ বাঢ়িব আৰু জগততো ইয়াৰ প্ৰচাৰ হ'ব। গেথুৰ লগত আলোচনা কৰি সিদ্ধান্ত কৰিলোঁ যে মলাধপাততকৈ ফুলগুৰিয়া চেথাহে বেছি অসমীয়া আৰু ইয়াৰ বিষয়ে এতিয়ালৈকে কোনেও গৱেষণা কৰা নাই। এখন 'কুমাৰী পথাৰ' ইয়াৰ বাবে পৰি আছে। গেথুৰে

সদায় মোক তামোলৰ লগত উৎকৃষ্ট ফুলগুৰিয়া চেধাৰ যোগান ধৰি আহিছে ; গতিকে তাৰ প্ৰতি এটা স্বাভাৱিক দুৰ্বলতা আছেই । অকল সেয়ে নহয় । গেথুৱে ইতিমধ্যে ফুলগুৰিয়া চেধা প্ৰস্তুত প্ৰণালী নিজেই সম্পূৰ্ণৰূপে আয়ত্ব কৰি লৈছে আৰু ফুলগুৰিৰপৰা চেধা অনা বন্ধ কৰিছে ; কাৰণ ফুলগুৰিয়া চেধাতো বোলে ভেজাল সোমাইছে । ঘৰতে বাছকবনীয়া ধপাতৰ খেতি কৰি, নিজে লালি আনি, সম্পূৰ্ণ স্বাস্থ্যসন্মত উপায়েৰে ফুলগুৰিয়া চেধা প্ৰস্তুত কৰিছে । মোৰ ঘৰলৈ অহা সকলো আলহীয়েই এই উত্তম বস্তুটো তামোলৰ লগত খাই পৰম তৃপ্তি লাভ কৰে আৰু মোৰ ফুলনিত দৰাদৰে পিকাই থৈ ফুলাম কৰি যায় । ভাবিলোঁ মোৰ গৱেষণাৰ বাবে উত্তমবস্তু এই ফুলগুৰিয়া চেধা, আৰু মোৰ গাইডৰ বাবে উপযুক্ত লোক গেথু ।

মোৰ গৱেষণাৰ কথা ঠিক হোৱাৰ লগে লগে গেথুৱে নতুন উদ্যমেৰে বিভিন্ন ৰকমৰ ফুলগুৰিয়া চেধা উৎপাদন কৰিবলৈ আৰম্ভ কৰিলে । কুমলীয়া পাতৰ, ডাঠ পাতৰ, মান চাধাৰ, বঙালী চাধাৰ, আৰু জৰ্দাৰ নম্বৰৰ দৰে ইয়াৰো ৩০, ৪০, ৫০ আদি নম্বৰ দি বাঁহৰ চুঙা কৰি ভৰাই যাবলৈ ধৰিলে । ময়ো সকলোবোৰ কথা লিখি যাবলৈ ধৰিলো ।

ফুলগুৰিয়া চেধাৰ এই নতুন গৱেষণাত আমি মন-পুতি লাগিলোঁ । সময়ে সময়ে গাঁৱে গাঁৱে গৈ বুঢ়া-মেথাক লগ ধৰি ফুলগুৰিয়া চেধাৰ বুৰঞ্জী আৰু প্ৰস্তুত প্ৰণালীৰ বিষয়ে তথ্য সংগ্ৰহ কৰিলোঁ । বস্তুটো লৈ কেনেকৈ বেছি ভদ্ৰজনোচিত কৰিব পাৰি, তাৰ চেষ্টা চলালোঁ । কাৰোবাৰপৰা বুজি লৈ গেথুৱে এবিধ বগা মচগা আমি সানি ফুলগুৰিয়া চেধাৰ আভিজাত্য কিছু বঢ়ালে । বাঁহৰ চুঙা এৰি টেমাত তাক কুটি কুটি ভৰাই থলে । যাতে টানি টানি ছিঙিব লগা নহয়, হাতো লেতেৰা নহয় । গেথুৰ এই নবপ্ৰস্তুত ১৫০ নম্বৰ ফুলগুৰিয়া চেধাহে মোৰ এতিয়াও বেছি ৰুচিকৰ হৈ পৰিল । মোৰ আলহীসকলো আহি এই ১৫০ নম্বৰৰ ফুলগুৰিয়া চেধাহে বিচৰা হ'ল ।

মোৰ থেচিচৰ কামো ক্ৰমে আগবাঢ়িল । যিহেতু মোৰ একমাত্ৰ গাইড গেথু আৰু গেথুৰ কোনো ডক্টৰেট ডিগ্ৰী বা

বৈজ্ঞানিক গৱেষণা জ্ঞান নাই, সেই দেখি মই অলপ বিপদত পৰিলোঁ। আমাৰ বহুতো ডাক্তৰে আক' নিজৰ জ্ঞানৰ ভাণ্ডাৰ চুৰ কাই যোৱাৰ ভয়ত আমাক গৱেষণাত সহায় কৰিবও নোখোজে। গতিকে ভাবিলো বিলাতলৈকে গৈ গাইডৰ জৰিয়তে মোৰ থেচিচ সম্পূৰ্ণ কৰিম। তাত বোলে গাইডেই থেচিচ লিখিও দিয়ে, নিজে বেছি পৰিশ্ৰম কৰিব নেলাগে। তথাপি গেথুক মই লৈ যাব লাগিব। গেথু নহলে মইতো এখোজো লৰচৰ কৰিব নোৱাৰোঁ। গেথু মোৰ মাতৃ, গেথু মোৰ গৃহিণী, গেথু মোৰ বন্ধু, গেথু মোৰ পুত্ৰ, গেথু মোৰ চিৰ সহচৰ—গেথু মোৰ ছাঁ বা মই গেথুৰ ছাঁ। গতিকে বিলাতলৈ গেথুক নিবই লাগিব।

সমস্যা হ'ল ধনৰ আৰু গেথুৰ ইংৰাজী জ্ঞানৰ। গেথুৱে মোৰ তাতে আখৰ শিকি এতিয়া স্যমন্ত হৰণ পঢ়িব পৰা হ'ল; গতিকে পুনৰ এতিয়া মই গেথুক ইংৰাজী শিকোৱা কামো হাতত ললোঁ। আমি উভয়ে যি পাৰোঁ দুই-চাৰি পয়চাকৈ সাঁচিবলৈ ললোঁ—বিলাতলৈ যোৱা বাবে। গেথুৱে ফুলগুৰিয়া চেধা বেচিবলৈ লাগি গ'ল।

পয়চা কেইটামান গোট খাইছিল কিন্তু মাধমাৰ পৰিল “ডিৰ্ভেলু-ৱেশ্যন”ৰ আৰু তাৰ পিছতে আহিল মোৰাৰজী ভাইৰ ‘ফৰেণ এক্সেঞ্জ’ কাট! মোৰ থেচিচ প্ৰায় লিখা হৈছিলেই; বাধ্য হৈ ইংৰাজীতে লিখিছিলোঁ, কাৰণ আমাৰ বিশ্ববিদ্যালয়েই অসমীয়াতে থেচিচ নলয় জ্ঞানোচা ডাক্তৰ বহুত হৈ ডিভেলুদ হৈ যায়! গতিকে বিলাতলৈ নিয়া থেচিচ ইংৰাজীতে হ'বই লাগিব! কিন্তু যোৱাৰ কথাটো লৈ আমাৰ বহুতো খেলিমেলি হৈ গ'ল!

মনৰ আশা মনতে মাৰ নিয়াই প্ৰায় বহি থাকোঁ, তামোল খাওঁ, গুৰগুৰি টানো আৰু বিলাতলৈ যোৱাৰ সপোন দেখোঁ। গেথুৱে কিন্তু হতাশ হ'বলৈ নিদিয়ে। গেথুৰ মতে আন্তৰিকতা থাকিলে জয় অনিবাৰ্য। এদিন নহয় এদিন বিলাত ভ্ৰমণ হ'বই।

এনে হতাশৰ দিন এটাতে যে আকস্মিকভাৱে এনে এটা ৰামধেনুৰ দৰে বিতোপন হেগ আহি পৰিব, তাক ভবা নাছিলোঁ। দেউবাৰে দুপৰীয়া খাই-বৈ উঠি ৰেডিঅ'টো লগাই নি গেথুৰ নৱপ্ৰস্তুত ১৭৫ নম্বৰ ফুলগুৰিয়া চেধাৰ জুতি লবলৈ তামোলখন

মুখত লৈ আৰামী চকীখনত দীঘল দিছোঁহে, ঘৰৰ আগত কেবা-খনো মটৰ গাড়ী হাজিৰ। তাৰপৰা নামি আহিল বহুতো চাহাব আৰু কেজনমান পুলিচ বিষয়া।

তেওঁলোক আহিয়েই মোক দীঘলীয়া অভিবাদন জনাই এখন চনদ আগবঢ়াই দিলে; স্বয়ং মহাৰাণীৰ আজ্ঞাত হাই-কমিচনাৰে ৰাণীৰ জন্মদিনত "নাইট হুড্" পঠাইছে বিলাতলৈ নিমন্ত্ৰণ মহা লবলৈ। মইতো অবাক ইমান তৎকালীক গমণ জানো মোৰ পক্ষে সম্ভৱ? মোৰ নিৰুত্তৰ অৱস্থা বুজি তেওঁলোকে নিশ্চিন্ত কৰি ক'লে "পা-পইছা, সাজ-পাৰ আদি একোৰে আপোনাৰ চিন্তা নাই। মাত্ৰ ওলাওক, অকণো পলম নকৰিব। আপোনাৰ বাবে কলিকতাত সকলো ব্যৱস্থা কৰি থোৱা আছে।" মই ভীষণ দোমোজাত পৰিলোঁ ঃ সময় মাত্ৰ পাঁচমিমিট। গেথুকতো নিবই লাগিব নহলে মই চলিম কেনেকৈ? আৰু মোৰ এই হেজাৰ পিঠীয়া থেচিচখন? সকলো ঠিকঠাক কৰি বান্ধি-কুন্ধি ল'ব লাগিব। মই সময় বিচাৰিলোঁ; বিষয়াসকল অমান্তি হ'ল। তেওঁলোকে কাকো লগত নিব নিদিয়ে।

অগত্যা ওলালোঁ—ফুলগুৰিয়া চেধা এটেমাকে জেপত ভৰাই লৈ। গেথুক এৰিলোঁ—ঘৰৰ সকলো ভাৰ দি। বেচেৰাই মোৰ যোৱাৰ বাটলৈ করুণভাবে চাই থাকিল। নিমিষতে মোৰ ঘৰৰ আগত লোকে লোকাৰণ্য হ'ল। বিপুল হৰ্ষধ্বনিৰ মাজত এই যাত্ৰা কৰিলোঁ।

তিনটিলিকতে কলিকতাৰ হাই কমিচনাৰৰ অফিচ পালোগৈ আৰু মোক তাত এটা আহল-বহল জিৰণি ঘৰত নানা ধৰণেৰে আপ্যায়িত কৰা হ'ল। এগৰাকী গভৰ্ণেচ আহি মোক বিলাতী 'এটিকেট'ৰ পাঠ দি গ'ল। আন এজন আহি বিভিন্ন সাজ-পাৰ চমজি দিলে আৰু যাত্ৰাৰ সময়ৰ সাঁজ এজোৰ পিন্ধাই দি গ'ল। মোৰ সুবিধাৰ অৰ্থে বিষয়া এজন আহি এজন 'এক্সপাৰ্ট এটেণ্ডেণ্ট' মোক চমজাই দি গ'ল।

এৰোপ্লেনত উঠাৰ লগে লগেই যেন মই স্বৰ্গৰাজ্যহে পালোঁগৈ। তাৰ পৰিচালিকা সকলে মোক ঘণ্টাই ঘণ্টাই নানা

বস্তুৰ যোগান ধৰিলে। কানতাল মৰা গুমগুমণি স্বত্বেও এটা অভূতপূৰ্ব আৰামত মই ডবাতকৈও বহুত আগেয়ে লণ্ডন পালোঁগে। সদলবলে বিভিন্ন ধৰণৰ বিষয়া আহি মোক আদৰ সম্ভাষণ জনাই এখন ৰাজকীয় মটৰত মোক তুলি লৈ গ'ল আৰু নিমিষতে ৰাজপ্ৰসাদত সুমুৱাই দিলেগৈ। মোৰ এটেণ্ডেণ্টৰ নিৰ্দেশত মই কাপোৰ-কানি সলালোঁ আৰু হুকুম হ'ল একেবাৰে মহাৰাণীৰ 'ডাইনিং হলত" লাঞ্চ খাবলৈ লাগে।

মই যন্ত্ৰচালিতৰ দৰে ডাইনিং হল পালোগৈ। বাপ্‌ৰে বাপ্ কি ইলাহী কাৰবাৰ। দিল্লী আগ্ৰা আদিৰ ৰাজপ্ৰাসাদ দেখিছোঁ— ভাৰতীয় মহাৰজা দুই এজনৰো ৰাজপ্ৰাসাদ দেখিছোঁ কিন্তু জীৱন্ত ৰজা-ৰাণীৰ ডাইনিং হল যে কেনেকুৱা হ'ব পাৰে কল্পনা নাছিল। মোক যথাস্থানত বহুৱাই দিয়া হ'ল আৰু লগে লগে সোমাই আহিল স্বয়ং মহাৰাণী। শিকাই থোৱা মতে মহাৰাণীক অভি-বাদন জনাই বহিলোঁ। লাঞ্চৰ সময়ত মৃদুভাবে কোনোবা একালৰ পৰা মৃদু সংগীতৰ সুৰ আহিছিল; অলপ মন দি শুনি গম পালোঁ সেয়া দেখোন আমাৰে "আকাছবাণী"ৰ পুৰণি ৰেকৰ্ডৰ গান। বোধকৰোঁ মোৰ তৃপ্তিৰ অৰ্থেই এই ব্যৱস্থা কৰা হৈছিল।

মহাৰাণীয়ে খাবলৈ নিৰ্দেশ দিলে, নিজেও ধৰিলে। মোৰ আগত ৰূপৰ থালত সুন্দৰ কুনকুনি জহা চাউলৰ ভাত, সৰু সৰু ৰূপৰ বন কৰা বাটিত বিভিন্ন আঞ্জা। আঞ্জাৰ বাটিত হাত দি দেখোঁ মাটি মাহৰ আঞ্জা, তাতে ঔ টেঙা দিয়া, ঢেঁকীয়া, কচুঠোৰ আদিৰ বিভিন্ন খাৰলি, মানিমুনিৰ জোল, সৰু মাছৰ সৰিয়হ বঁটা দিয়া আঞ্জা, তাৰ উপৰি অকমান বেহুৰা, অকমান গাজৰ আচাৰ ইত্যাদি। মই সম্পূৰ্ণ বিলাতী ভোজনৰ বাবে প্ৰস্তুত হৈ গৈছিলোঁ। এইবোৰ দেখি পাইট হবলা ক'লে "এইবোৰ আপোনাৰ অতি প্ৰিয় বুলি জানি মই নিজে তদাৰক কৰি অসমৰপৰা বিশেষ ব্যৱস্থা কৰি আনিছোঁ আপুনি ভালপোৱা বস্তুৰে আপোনাক এসাজ খোৱাব পৰাটোত আমাৰ কেনে তৃপ্তি।" শেষত আহিল আমাৰ তাহানিৰ সৰভোগৰ দৰে আঠা দৈ আৰু ফুলগুৰিয়া টেকেলীৰ গুড়। অতি তৃপ্তিৰে খাই-বৈ অতৰ্কিতে দুটামান উগাৰ মাৰি দিলোঁ। মহাৰাণীয়ে সকিয়াই দিলে, "উগাৰ মাৰিব নাপায়" বৰ লাজ পালোঁ।

মহাৰাণীয়ে সৰু পানবটা এটাত আগবঢ়াই দিলে আমোল। ক'লে "আপোনালোকৰ দেশৰে তামোলপান।" মই তামোল এখন মুখত দি জেপত হাত দিলোঁ—১৭৫ নম্বৰীয়া চেধাৰ টেমাটোৰ বাবে। মোক অবাক কৰি মহাৰাণীয়ে বেগৰপৰা এটা সোণৰ টেমা উলিয়াই দি ক'লে, এইয়া আমাৰ ২০০ নম্বৰী ফুলগুৰিয়া চেধা। ইয়াত আমাৰ বিৰাট কাৰখানাত দিনে বহু জাহাজ টন বিভিন্ন ধৰণৰ ফুলগুৰিয়া চেধা প্ৰস্তুত হৈছে। আপোনাৰ গৱেষণাৰ পৰা আমাৰ দেশ উপকৃত হৈছে আৰু ফলত লাখ লাখ ষ্টালিং "ফৰেণ-এক্সচেঞ্জ" উপাৰ্জন হৈছে। সেইবাবেই আজি আপোনাক আমি এহাতে "নাইটহুডেৰে" বিভূষিত কৰিবলৈ মতাই আনিছোঁ আৰু আনহাতে আমাৰ বিশ্ববিদ্যালয়ৰ শ্ৰেষ্ঠতম সন্মানিত উপাধি ডি. লিট দিয়াৰ ব্যৱস্থা কৰিছোঁ।

মই যেন কি শুনিছোঁ বিশ্বাস কৰিবলৈ টান লাগিল। ফুলগুৰিয়া চেধাৰ থেচিচ মই তাত লিখি থাকোঁতেই বিলাতত তাক জানিলে কেনেকৈ? অকল সেয়ে নহয়, এপিনে যেনেকৈ তৃপ্তি পালোঁ, তেনেকে আচৰিত হৈ পৰিলোঁ। মহাৰাণীয়ে মোৰ মনৰ ভাব বুজি ইয়াত বিৰাট কাৰখানা পাতি তাৰ উৎপাদন কৰাবো আৰম্ভ কৰিলে। মই ভাবিছিলো—গেথুৰ ঢেকী, টেকেলী আদিয়েই শ্ৰেষ্ঠ গৱেষণাগাৰ। কিন্তু এইবোৰ ইয়াত কেনেকৈ হৈ গ'ল?

মহাৰাণীৰ টেমাৰপৰা ২০০ নম্বৰীয়া ফুলগুৰিয়া চেধা এলাহ মুখত দিলোঁ; সঁচাকৈয়ে ই অতি শ্ৰেষ্ঠ বস্তু। গেথুক নিশ্চয় চেৰ পেলাইছে। কিন্তু যেন অলপ গতি কৰিবলৈ ধৰিলে। নতুন বস্তুৰ মাত্ৰাটো ঠিক নহ'ল নেকি? মোৰ কপাল মূৰ ঘামি আহিল, চকুৰে ধোৱা-কোৱা দেখিবলৈ ধৰিলোঁ। মহাৰাণীয়ে পৰি-চালিকা সকলক অলপ দৈ আৰু নিমখ পানী আনিবলৈ দিয়া আদেশ কাণত পৰিল। মোক কোনোবাই ধৰি ওচৰৰ কোঠাৰ বিছনালৈ বিশ্ৰামৰ বাবে লৈ গ'ল।

জাগ যোৱা চকুহাল লাহে লাহে মেলি দেখিলোঁ গেথুৱে মোৰ মুৰত পানী দি ধুই আছে আৰু ওচৰতে ল'ৰা এটাই

ভিভিয়েদি বাগৰি যোৱা পানীখিনি মচি দিছে। মহাৰাণীৰ ঘৰত গেথু আৰু ল'ৰাটোৰ আকস্মিক উপস্থিতিৰ কাৰণ মই বুজিব পৰা নাছিলোঁ। লাহে লাহে ধৰিব পাৰিলোঁ যে মই মোৰ বিছনাতহে।

গেথুৱে দেওবৰীয়া আহাৰ খাই নকৈ বনোৱা ১৭৫ নম্বৰী ফুলগুৰিয়া চেধাৰ পৰীক্ষা কৰোঁ বুলি এগ্লাছ মুখত ভৰায়েই যে মই মহাৰাণীৰ ঘৰৰ অতিথি হৈছিলোঁগৈ তাক লাহে লাহে বুজি উঠিলোঁ।

# বাঘিভোজ

ডঃ ভবেন্দ্রনাথ শইকীয়া

প্ৰভাকৰৰ বন্ধু-বান্ধৱৰ ভিতৰত ডাক্তৰ কেইবাটাও আছে ; কিন্তু ঘৈণীয়েক ৰমাৰ এই সৰু-সুৰা, টুক-টাক অসুখ-অসুবিধা, নতুন নতুন লক্ষণবোৰৰ কথা সিহঁতক কবলৈ মন নগ'ল। এই ডেকা ডাক্তৰবোৰৰ কোনো বিশ্বাস নাই। সিহঁতে ৰমাক পৰীক্ষা কৰিব, পঞ্চাশটা প্ৰশ্ন সুধিব, তাৰ পিছত পৰীক্ষা কৰি কি পালে, প্ৰশ্নৰ উত্তৰত ৰমাই কি ক'লে, সেইবোৰ কথা সিহঁতৰ গাভৰু ঘৈণীয়েকবোৰক ক'ব, ঘৈণীয়েকহঁতে ওচৰ-চুবুৰীয়া বান্ধৱীক ক'ব, সেইবোৰ বান্ধৱীৰে কোনোবা এজনীয়ে প্ৰগ্ৰেছিভ লেডিজ ছ'ছাইটিৰ এনুৱেল কনফাৰেন্সত গোট খোৱাসকলৰ কোনোবা এগৰাকীক ক'ব তাৰ পিছত পোন্ধৰ দিনৰ ভিতৰতে গোটেইখনতে ওলাই যাব, ৰমাৰ—ৰমা চৌধুৰীৰ—মানে এই যে প্ৰভাকৰ চৌধুৰীৰ ঘৈণী-য়েক—তেওঁৰ এতিয়া হেৰি, কিন্তু ইণ্টাৰেষ্টিং কথা হৈছে—ইত্যাদি !

এইবোৰ ডাক্তৰক বিশ্বাস কৰিব নোৱাৰি। কিন্তু ডাক্তৰ এজনতো লাগিবই গতিকে প্ৰভাকৰে এক প্ৰসিদ্ধ, বৃদ্ধ ডাক্তৰ ধৰিছে ; বৃদ্ধ ডাক্তৰৰ ৰোগীৰ সংখ্যা অলেখ ; কাৰ কি লক্ষণ, কোন ৰোগীয়ে কি ক'লে, সেইবোৰ লৈ পিছত ৰহস্য কৰাৰ তেখেতৰ সময়-সুবিধাও নাই, মনত প্ৰয়োজনীয় ৰসো নাই।

কিন্তু প্ৰভাকৰৰ মস্কিল হ'ল— ৰমাই প্ৰতিদিনে কিছুমান বিচিত্ৰ, অদ্ভুত লক্ষণ প্ৰকাশ কৰে আৰু সেইবোৰৰ ব্যাখ্যা বিচাৰি বাৰে বাৰে বৃদ্ধ ডাক্তৰৰ ওচৰলৈ দৌৰিবলৈ তাৰ ভাল নালাগে। কি কৰা যায় সেই বিষয়ে সি চিন্তা কৰি আছিল ; এনে সময়তে এদিন তাৰ হাতত এখন কিতাপ পৰিল। কোনোবা অপ্ৰসিদ্ধ ডাক্তৰে লিখা প্ৰকাণ্ড কিতাপ ; শংখিনী, হস্তিনী আদি বিভিন্ন শ্ৰেণীৰ লক্ষণ আৰু দৈহিক গঠনৰ বৈশিষ্ট্যৰপৰা আৰম্ভ কৰি কেঁচুৱাৰ দাঁত গজিবৰ সময়ত হোৱা অসুখ আৰু লব লগীয়া সতৰ্কতালৈকে অজস্ৰ বিষয়ৰ আলোচনা, ইংলণ্ড আৰু আমেৰিকাৰ

প্ৰসিদ্ধ ডাক্তৰ, মনোবিজ্ঞানীৰ মন্তব্যৰে পৃষ্ঠাবোৰ ঠাহ খাই আছে। দুটামান দিন গভীৰ আগ্ৰহেৰে কিতাপখনৰ পাত লুটিয়াৰ পিছত প্ৰভা-কৰে ঠিক কৰিলে- কথাই কথাই বৃদ্ধ ডাক্তৰৰ ওচৰলৈ লৰ মৰাৰ কোনো দৰকাৰ নাই; ৰমাৰ সৰু-সুৰা লক্ষণবিলাকৰ কাৰণে এইখন কিতাপকে সি অভিধানৰ নিচিনাকৈ ব্যৱহাৰ কৰিব।

এদিন কিতাপখনৰ কোনোবা এটা পাতত প্ৰভাকৰে পালে,— গৃহিণীৰ এনেকুৱা অৱস্হাত ঘৰত অলপমান ব্ৰাণ্ডি ৰখা ভাল। কেতিয়াবা হঠাৎ ৰোগিণীৰ হাত-ভৰি চেঁচা পৰি যাব পাৰে, লগে লগে চাহৰ চামোচৰে এক চামোচ— । তদুপৰি, মাজে মাজে আধা কাপ ঈষৎ উষ্ণ পানীৰ লগত এচামোচ ব্ৰাণ্ডি মিহলাই, এটুকুৰা পৰিষ্কাৰ কপাহ সেই ব্ৰাণ্ডি-পানীৰ মিক্‌চাৰত ডুবাই, তাৰে লাহে—ইত্যাদি।

প্ৰভাকৰৰ প্ৰত্যয় জন্মিল, অলপ ব্ৰাণ্ডিৰ যোগাৰ ৰখা ভাল হ'ব। কিন্তু এইখন চহৰত এবটল ব্ৰাণ্ডি যোগাৰ কৰাটো তাৰ কাৰণে সহজ কাম নাছিল। তাৰ আশংকা হৈছিল, হঠাতে হুৰ্‌হুৰ্‌কৈ বৰষুণ অহাৰ কাৰণে উপায়ান্তৰ হৈ ওচৰৰ মদৰ দোকানৰ বাৰাণ্ডাত আশ্ৰয় ল'লেও যেন পিছদিনা চহৰখনত মদপী বুলি তাৰ বদনাম ওলাই যাব। গতিকে এইখন চহৰত সি সেই কামটোৰ চেষ্টা নকৰিলে। এবাৰ সি অফিচৰ কামত অইন এখন চহৰলৈ গৈছিল; সেইখন চহৰৰ দোকান এখনত গধূলিৰ বেছ পিছত, সি ভয়ে ভয়ে সোমাল, আৰু পাঁচ মিনিটৰ ভিতৰতে কিনা কামটো শেষ কৰি, কোটৰ জেপত বটলটো লুকু-ৱাবলৈ চেষ্টা কৰি কৰি কোঁ-কোঁকৈ ওলাই আহিল। কোন কোম্পানীৰ কি ব্ৰাণ্ডি, সেইবোৰ কথা বিচাৰ কৰাৰ ধৈৰ্য্য, সাহস, শক্তি, যোগ্যতা তাৰ একো নাছিল। ব্ৰাণ্ডি হলেই হ'ল আৰু সি ব্ৰাণ্ডি কিনাৰ দৃশ্যটো কোনো চিনাকি মানুহৰ চকুত নপৰিলেই হ'ল।

যথা সময়ত ৰমাৰ এটা ল'ৰা হ'ল, কিন্তু প্ৰভাকৰৰ ব্ৰাণ্ডিৰ বটলটো খোলা নহ'ল। বটলটো সি ৰমাৰ দামী কাপোৰ আৰু অলংকাৰ থোৱা আটাইতকৈ সুৰক্ষিত বাকচটোৰ এচুকত সুমুৱাই থৈছিল, তেনেকৈয়ে থাকিল। ৰমাৰ হাত-ভৰি কোনোদিনেই চেঁচা

নগৰীৰ, আৰু কুহমীয়া পানী মিহলাই হলেও, সেইবোৰ চোকা বস্তু কোমল হাতত লগাবলৈ তাই ভয় কৰিলে। প্ৰভাকৰে কিতাপ-খনৰ পাত মেলি সংশ্লিষ্ট শাৰীকেইটা গোটে গোটে পঢ়ি শুনোৱাৰ পিছত তাই "আজি থাকক চোন, কাইলৈ বাৰু পাৰিলে লগাম"— ইমানলৈকে আগবাঢ়িছিল, কিন্তু সেই 'কাইলৈ'টো আৰু শেষ পৰ্যন্ত ওচৰ নাচাপিল। আজি এলাহ লাগিছে, পিছদিনা সময় নাই, তাৰ পিছত এমাহমানলৈ কথাটো দুইটাই পাহৰিয়েই থাকিল। মূৰতে সন্তান ভূমিষ্ঠ হৈ গ'ল, ব্ৰাণ্ডিৰ বটলটো সেই সিখন চহৰৰ পুৰণি খবৰ কাগজৰ মেৰৰ মাজত, ৰমাৰ অলংকাৰৰ ওচৰতে এনেকৈ চিনেই থাকিল।

ল'ৰা জন্ম হোৱাৰ ভালেমান দিনৰ পিছত ৰমা যেতিয়া আকৌ দামী কাপোৰৰ বাকচত হাত দিব পৰা হ'ল তেতিয়াৰ-পৰা তাই প্ৰায়েই প্ৰভাকৰক কয়, "এইডাল কাৰোবাক দি দিয়ক, মিছামিছিকৈ—"

প্ৰভাকৰে কয়, "থাকক চোন। আৰু দিবা কাক? দিলেও দিবৰ সময়ত কি বুলি ক'বা?"

[illegible] হ'ল, এনে সময়তে এদিন গধূলি-পৰত প্ৰভাকৰৰ মনটো হঠাতে এটা অদ্ভুত আনন্দ লাগিল। [illegible] অফিচৰ সকলো মানুহ এশ সত্তৰ মাইল দূৰৰ [illegible] পিকনিক খাবলৈ গ'ল। লগত তিনিটা [illegible] দুটা পালোৱান চেহেৰাৰ পশ্চিমীয়া [illegible] গৈছে [illegible] ভৰ্তি হৈ নানা প্ৰকাৰৰ বহুদ-[illegible] চাৰিটাই চাৰি বটল মদ লৈ গৈছে [illegible] ডিপাৰ্টমেণ্টৰ বঙলাত ৰাতি [illegible] ধৰি ফুল ভলিউমত ট্ৰেন্‌জিষ্টৰ ৰেডিঅ' বজাব, থ্ৰী-ডায়মণ্ড ফৰ ক্লাবছ ধ্বনিৰে হাবিৰ বুকু চিৰাচিৰ কৰিব, [illegible] দিলে আৰু মুড আহিলে সিহঁতে [illegible] কৰিব। এইবেলি পিকনিকলৈ [illegible] চাৰিটাই কথাটো শুনি চকু [illegible] চাইছিল; শেষত প্ৰভাকৰৰ উৎসাহহীন ভাব-ভংগী দেখি সিহঁতে ঘোষণা কৰিলে, ইয়াক জোৰ

কৰি লাভ নাই। ই এক নশ্বৰৰ তিক্ততা সেকৰা, পিকনিকৰ নাম ললেই তাক ঘৈণীয়েকে পিটিব।

এইবোৰ আয়োজন লৈ, এইবোৰ কথা কৈ, অফিচৰ মানুহ-বোৰ পিক্‌নিকলৈ গৈছেগৈ। এতিয়ামানে হাগৈ সিহঁত কোনোবা এটা ফৰেষ্টৰ বঙলা পাইছেগৈ। কথাবোৰ ভাবি ভাবি প্ৰভাকৰৰ হঠাতে এক অদ্ভুত আনন্দ লাগিল; আৰু এবাৰ হঠাতে তাৰ ব্ৰাণ্ডিৰ বটলটোলৈ মনত পৰিল। ৰমাক মাতি সি ক'লে, "চাওঁ সেই বটলটো দিয়াচোন।"

ৰমাই সুধিলে, "কিয়? কি কৰে?"

প্ৰভাকৰে ক'লে, "দিয়াচোন, কিবা এটা চাটুকাৰিতা তাত

তাৰ কথা শুনি ৰমাৰ ধাৰণা হ'ল— সি সম্ভৱ বটলটোৰ লেবেলখনত কিবা এটা চাব, নাইবা লাইটৰ পোহৰত ভিতৰৰ বস্তুখিনিৰ ৰংটো চাব। ৰমাই বিশেষ একো চিন্তা নকৰি বটলটো উলিয়াই দিলে। কিন্তু তাৰ পিছত যেতিয়া প্ৰভাকৰে এগিলাছ পানী আৰু এটা খালী গিলাছ খুজিলে, তেতিয়া ৰমাৰ চকুহাল বিস্ময়ত ডাঙৰ হৈ উঠিল, "কি?"

"একো নহয়, অকণমান স্ফূৰ্তি কৰোঁ", প্ৰভাকৰে বটল-টোৰ মুখৰ ঢাকনিখন খুলিবৰ চেষ্টা কৰি কৰি ক'লে। ৰমাই লগে লগে এটা হুলস্থূল লগোৱাৰ উপক্ৰম কৰিলে, "নোৱাৰিবা নোৱাৰে। এইবোৰ বস্তু আপুনি মুখত দিব নোৱাৰে। চাঁওচোন, দিয়ক বটলটো। ছি ছি ছি!"

প্ৰভাকৰে চকু দুটা মুদি, হাঁহি হাঁহি ক'লে, "অস্থিৰ নকৰিবা-চোন তুমি; হুলস্থূল নকৰিবা। এটা স্ফূৰ্তিহে। আৰু যিহকে কৰিছোঁ ঘৰৰ ভিতৰত, তোমাৰ সন্মুখত। তুমিতো জানাই মই মদ নাখাওঁ। আজি এনেয়ে এটা মুড আহিছে।"

ৰমাই বহুত পৰলৈ যুদ্ধ কৰি থাকিল। তাইৰ মতে কোনো মানুহেতো পিছলৈ মদপী হোৱাৰ পৰিকল্পনা কৰি মদ খাবলৈ আৰম্ভ নকৰে। আৰম্ভ কৰে ঠিক আজি প্ৰভাকৰে কৰাৰ নিচিনাকৈ। প্ৰভাকৰে তাইক অমূলক আশংকা কৰিবলৈ বাৰণ কৰিলে। শেষত যেতিয়া সি খালী গিলাছটোও [illegible]

অঙুলমান মদ কিল্ কিল্ শব্দেৰে বাকি দিলে, তেতিয়া "ওঁঃ, গোন্ধাইছে !" বুলি ৰমা সিটো কোঠালিলৈ গুচি প'ল। প্ৰভাকৰে লগে লগে "এ-হ্, বস্তুটোৰ গাত ভালকৈ বতাহ লাগিবলৈ পোৱাই নাই, এওঁ গোন্ধ পালেই! এনেকুৱা মিছা কথা নকবা বুইছা?" —বুলি গিলাছটো চকুৰ আগলৈ দাঙি বস্তুখিনিৰ পৰিমাণ নিৰ্ণয় কৰাৰ চেষ্টা কৰিলে আৰু হাঁহিলে।

প্ৰভাকৰৰ লগত মদৰ সম্পৰ্ক সঁচাকৈয়ে নাই। বহুদিনৰ আগতে এক অবিবাহিত চাকৰিয়াল বন্ধুৰ ঘৰত সি এৰাতিৰ আলহী হৈছিল; তৃতীয় এক সহপাঠী বন্ধু এবটল মদেৰে সৈতে তাত উপস্থিত হৈছিলহি। বাপৰে বাপ্; কি যে ৰাতি আছিল সেইটো প্ৰভাকৰৰ কেৱল এটা দৃশ্যহে মনত আছে; গৃহস্থ বন্ধুৱে চোলা-গেঞ্জি সকলো খুলি, কেৱল অন্তৰ্বাস গাত ৰাখি, কোঠালিৰ বতাহখিনিৰ লগত মল্লযুদ্ধত প্ৰবৃত্ত হৈছিল। তাৰ পিছত আৰু দুদিন নে তিনিদিন প্ৰভাকৰ অ'ত-ত'ত মদৰ সান্নিধ্যলৈ আহিছে, কিন্তু সেই কেইদিন সি যি কৰিছে, তাক মদ খোৱা বুলিব নোৱাৰি, বন্ধুৰ অনুৰোধ প্ৰত্যাখ্যান কৰিব নোৱাৰি চেলেকি চোৱা বুলিব পাৰি।

গিলাছটো চকুৰ আগলৈ দাঙি বস্তুখিনিৰ পৰিমাণ সম্পৰ্কে প্ৰভাকৰে একো সিদ্ধান্ত লব নোৱাৰিলে। কিমানখিনিৰে বা কিমান হয়? জোখ-মাখতো সি একো নাজানে! একো ঠিক কৰিব নোৱাৰি সি বাকোঁ-নাবাকোঁকৈ আৰু আধা-আঙুলমান বস্তু গিলছেটোত বাকি দিলে; আৰু গিলাছটোৰ খালী থকা অংশটো পানীৰে পুৰাই ল'লে। তাৰ পিছত সি ৰমাক মাতিলে— "শুনিছা? আহাচোন।"

ৰমাই সিটো কোঠালিৰপৰা গোজোৰা মাৰি উত্তৰ দিলে, "নোৱাৰোঁ যাব।" প্ৰভাকৰে নিজে উঠি গৈ তাইক হাত এখনত ধৰি একপ্ৰকাৰে টানিয়েই লৈ আহিল আৰু কোঠালিটোৰ মাজত তাইক থিয় কৰাই, গিলাছটো তাইৰফালে আগবঢ়াই দি ক'লে,— "টিয়েৰ্ছ।"

ৰমাই চাদৰৰ আগেৰে নাকৰ ফুটা দুটাৰপৰা মুখখনৰ তলৰ অংশটো ঢাকি ধৰি বিৰক্তি আৰু অভিমানেৰে থিয় দি থাকিল।

ওচৰৰ বিছনাত সাতমহীয়া ল'ৰাটো মুখৰ ওচৰত সোঁ-হাতৰ বুঢ়া আঙুলিটো থৈ লালকাল দি শুই আছিল। নে'চৰ আঁঠুৰাৰ মাজেদি তাক পৰিষ্কাৰকৈ দেখি। তাৰ টোপনি ভাগে বুলি প্ৰভাকৰে চকীখন সাৱধানে চোঁচোৰাই বিছনাৰপৰা অলপ আঁতৰাই ললে; সি চকীখনত বহিল; আৰু তাৰ পিছত ৰমাৰ মুখলৈ চাই মিচিকৈকৈ হাঁহি এটা মাৰিলে।

ৰমাই ব্যগ্ৰভাৱে সুধিলে, "আপুনি সঁচাকৈয়ে খাব সেইসোপা ?"

প্ৰভাকৰে ৰমাক বাওঁহাতৰ তলুৱাখন সম্পূৰ্ণকৈ দেখুৱাই শান্ত হ'বলৈ ইংগিত দিলে আৰু এচোক বস্তু মুখলৈ নিলে। পিছ মুহূৰ্ততে তাৰ মুখখন বিকৃত হৈ গ'ল, হাঁহিটো অৱশ্যে বিকৃতিবোৰৰ মাজত সোমায়েই থাকিল আৰু তাৰ বাওঁহাতখনে ডিঙিৰপৰা বুকুলৈকে এই অঞ্চলটো মালিচ কৰিবলৈ ধৰিলে। ৰমা কোঁ-কোঁকৈ কোঠালিটোৰপৰা ওলাই গ'ল।

ৰমা মেজত ভাত সজাই দিয়াৰ কামত লাগিছিলগৈ; অলপ পিছতে হাতত গিলাছটো লৈ প্ৰভাকৰ ভাইৰ ওচৰত থিয় হ'লগৈ। ৰমাই তাক ভাবি দিলে, "ইয়ালৈ সেই সোপা কিয় লৈ আহিছে ? থৈ আহকগৈ ভিতৰত।" কথাখিনি কৈ তাই পাকঘৰৰ ফালে চালে।

প্ৰভাকৰে ইংগিতটো বুজি ক'লে, "অ' গোবিন্দৰ কাৰণে কৈছা ? তাক আজি এইফালে আহিবলৈ মানা কৰি দিয়া। আজি ভাত দিয়াৰ কামটো তুমি অকলে কৰা। আজি আমাৰ ইনড'ৰ গেম, তাৰ আউটড'ৰ গেম।"

ৰমাই সন্দিগ্ধ দৃষ্টিৰে প্ৰভাকৰলৈ চালে। প্ৰভাকৰে হাঁহি হাঁহি ক'লে, "কি ? তুমি নিচাই ধৰিছে বুলি ভাবিছা নেকি ? নাই নাই, এনেয়ে ধেমালি কৰিছোঁ।"

কিমান সময়ৰ মূৰে মূৰে কিমান ডাঙৰ এচোক গিলিব লাগে, প্ৰভাকৰে সেইটো হিচাপো নাজানে। প্ৰায় মুখ ভৰ্তি হৈ যোৱা চোক এটা গিলি, মুখখন বিদৰাই দি সি ক'লে, "মানুহ-বোৰে কেনেকৈ এইবোৰ খায়, কিয় যে খায়, কি যে ভাল পায় কব নোৱাৰোঁ বুইছা। তিতাও লাগে, জলাও লাগে, হস্পিটালৰ মিক্‌চাৰবোৰৰ নিচিনাও লাগে। ধুৰ !"

ৰমাই লগে লগে গিলাছটোৰ ফালে হাত মেলিলে, "দিয়ক তেনেহলে পেলাই দিওঁ। খাইছেনো কিয় ?"

গিলাছটো আঁতৰাই ধৰি প্ৰভাকৰে ক'লে, "ৰবাচোন ৰবা, অলপ পিছত কিজানি ভাল লাগেই !"

ৰমাই ভয়ে ভয়ে সকলো কাম নিজেই কৰিবলৈ ল'লে আৰু গোবিন্দ যাতে ভিতৰলৈ আহিবলগীয়া নহয় তাৰ বাবে সকলো ব্যৱস্থা ললে। অলপ পিছত খোৱা মেজত গিলাছটো থৈ প্ৰভাকৰ যেতিয়া ভাত খাবলৈ বহিল, তেতিয়া পাত্ৰটোত বস্তু আধাতকৈ কম আছে।

ভাতৰ কাঁহীখন গাৰ ফালে অলপ টানি লৈ সি ক'লে, "এইবোৰ বস্তু খাবলৈ লগত কি লাগে জানা ? সেই তাহানিয়েই এটা গল্প পঢ়িছিলোঁ— লৰ্ড অফ্ চেটিউনৰ বুইছা, লৰ্ড অফ্ চেটিউনৰ— তোমালোকে পঢ়িছিলা সেইটো গল্প ? ক'ত পঢ়িবা ! নিয়তিৰ পৰিহাস, প্ৰেমিকাৰ বিলৈ, বিধিৰ লিখন, সেইবোৰহে ! লৰ্ড অফ্ চেটিউনৰত পঢ়া মনত আছে, পুৰণি মদ আৰু লব্-ষ্টাৰ— লব্ষ্টাৰ মানে এই প্ৰকাণ্ড প্ৰকাণ্ড মিছামাছ বুইছা, সেই মাছৰ ওপৰৰ খোলাটো পেলাই দিয়া, ভিতৰৰ আচল বস্তু-খিনি ইমান ডাঙৰ ডাঙৰ টুকুৰা কৰি ভাজিবা, তাৰ পিছত এঢোক এগ্লা, এটুকুৰা লবষ্টাৰ। আঃ !"

প্ৰভাকৰে এঢোক মদ খাই এগৰাহ ডাইলসনা ভাত মুখত ভৰালে। তাৰ পিছত সি ক'লে, 'লব্ষ্টাৰ ! ইয়াত আৰু তুমি লব্ষ্টাৰ ক'ত পাবা ? এইখন জহন্নামে যোৱা দেশ, লাগ বুলিলে ফৰিংটোৰ সমান মিছামাছ এটা পাবলৈ নাই, পালেও বেটাহঁতৰ অত্যাচাৰত কিনাৰ উপায় নাই।"

কেইগৰাহমান ভাত খোৱাৰ পিছত প্ৰভাকৰৰ হঠাতে দেশ-খনৰ ওপৰত ভীষণ খং উঠিল। সি কৈ গ'ল, 'আটাইতকৈ নিৰ্লজ্জ কথা কি জানা ? মাছৰ ব্যৱস্থা নাই, মাংসৰ ব্যৱস্থা নাই, মানুহে এসাজ ভালকৈ খোৱাৰ ব্যৱস্থা নাই ! ঠিক আছে, নাই যেতিয়া নাই। 'কিন্তু নিৰ্লজ্জ কথা হ'ল, কুকুৰহঁতে আকৌ এটা মানুহৰ দৈনিক দিনে কেইশ গ্ৰাম মাছ-মাংস-কণী খাব লাগে,

তাৰ লিপ্‌ষ্টিখন আমেৰিকা-ইংলণ্ডৰপৰা আনি এই মানুহবোৰৰ মাজত প্ৰচাৰ কৰি থাকে। তুমি কথাটো বুজিছানে নাই?"

"বুজিছোঁ, আপুনি ভাত খাওকচোন।" ৰমাই অনুৰোধৰ সুৰত ক'লে।

ভাত খোৱাৰ প্ৰতি প্ৰভাকৰে বিশেষ আগ্ৰহ নেদেখুৱালে; গিলাছটোৰপৰা একোক মাৰি সি ক'লে, "মানুহক খাবলৈ দিব নোৱাৰাটোত সিহঁতৰ ক্লীৱত্বৰ চিন আছে, কিন্তু মানুহবোৰে কি খোৱা উচিত আছিল সেইটো শুনাই থকাটোত সিহঁতৰ পশুত্বৰ চিন আছে বুইছা? ইহঁত চব জঘন্য চৰিত্ৰৰ পশুৰ দল।"

ইহঁত মানে কোন সুধিবলৈ ৰমাৰ সাহ নহ'ল। তাই বাৰে বাৰে ভাতবোৰ প্ৰয়োজনতকৈ বেছিকৈ ফেনেকি থকা প্ৰভাকৰৰ আঙুলি কেইটালৈ চালে আৰু মনে-প্ৰাণে বাঞ্চা কৰিলে, সি যেন দুগৰাহমান ভাত খায়। প্ৰভাকৰে হঠাতে অলপ সময়ৰ কাৰণেও শান্ত-সুস্থিৰ মানুহৰ নিচিনাকৈ ভাত খাবলৈ ধৰিলে, তাৰ পিছত নিজকে কোৱাদি ভুল-ভুলকৈ কবলৈ ধৰিলে. "ইমান পানী দেশখনত, অথচ মাছ এটা পাবলৈ নাই। এইটো এটা কথা হব পাৰে নেকি? ইফালে আকৌ বেটাহঁত হেলিকপ্‌টাৰত উঠি পানী চাবলৈ আহে! মেচিন গানেৰে গুলিয়াই কুকুৰহঁতক চেচ্‌ কৰি দিম বাপেপকে।" তাৰ পিছত সি মাতটো ডাঙৰ কৰি ক'লে, "ইয়াত সেইচব লবষ্টাৰ-টবষ্টাৰ নহবতো, সেই কাৰণে আমাৰ ইয়াত কি চলে জানা? ফুলৰি মানে পকৌৰী,—মচুৰ ডাইল, খেচাৰি ডাইল, বেচনৰ পকৌৰী, পটেট' চিপ্‌চ্‌,—মানে আলু ভজা,—বাচ্‌—বড়িয়া।" তাৰ পিছত সি সুৰটো সলনি কৰি ক'লে, 'হেৰা, তুমি আজি খায়েই থাকিবা নেকি? উঠা উঠা। ৰাতিৰ সাজ লঘোণ দি দেহাটো ঠিক ৰাখিবা ক'ত— এই দ'ম ভাত লৈ মাৰিয়েই আছা! ধুৰ। উঠা।" কথাখিনি কৈ সি নিজে উঠিল; বাৰাণ্ডালৈ গৈ মুখ ধুলে, আৰু উভতি আহি গিলাছটো হাতত লৈ শোৱনী কোঠালৈ সোমাই গ'ল।

কাম-বন শেষ কৰি ৰমা যেতিয়া শোৱনীকোঠালৈ আহিল, তেতিয়া প্ৰভাকৰৰ. ওচৰৰ মেজখনত গিলাছটো ভৰ্তি হৈ আছে। গিলাছটোত চকু পৰাৰ লগে লগে ৰমাৰ ভয় লাগিল; তাই

লৰাজনীকৈ আঁঠুৱাৰ ভিতৰ সোমোৱাৰ আয়োজন কৰিলে। প্ৰভাকৰে তাইৰ বাহুটোত ধৰি বিছনাত, তাৰ চকীখনৰ ওচৰতে বহুৱাই দি ক'লে, "মই সৰুকালতে কিছুমান ভুল কৰিলোঁ বুইছা? মই এই চব কানীয়া বিদ্যা বাদ দি মিলিটেৰিত জইন কৰিব লাগিছিল, কি কৰিব পাৰোঁ দেখুৱাই দিলোহেঁতেন।" তাৰ পিছত সি কাক কাক গুলিয়াই মাৰিলেহঁতেন তাৰ এখন তালিকা মাতি গ'ল। দেশখনৰ বহুতো বিখ্যাত নেতাৰগৰা আৰম্ভ কৰি কেৰাচিন তেলৰ ডিপোৰ মালিকটোলৈকে বহুত মানুহ সেই তালিকাত সোমাই গ'ল। শেষত সি অস্বাভাৱিক কণ্ঠেৰে চিঞৰি উঠিল, "কোনো কথা নাই, গুৰুম্, গুৰুম্, গুৰুম্।"

আঁঠুৱাৰ তলত ল'ৰাটোৰ হাত-ভৰিবোৰ লৰি উঠিল। ৰমাই প্ৰভাকৰক ধমকি দি কলে, ইমানকৈ চিঞৰিছে কিয়?"

"এদিন যেনিবা চিঞৰিলোঁৱেই, কি:না হ'ল?" প্ৰভাকৰে নিৰ্ভীকভাৱে সুধিলে।

"ৰাতি হৈছে; ওচৰ-চুবুৰিয়াই শুনিলে—"

"বাদ দিয়া তোমাৰ ওচৰ-চুবুৰীয়া।" প্ৰভাকৰে তাইৰ মুখতে ধৰিলে। "কোনটো মহাপুৰুষ আছেহে তোমাৰ ওচৰ-চুবুৰীয়াৰ ভিতৰত? কোনটোৰ আগত লাজ পাম বুলি মই মনে মনে থাকিব লাগে? খিৰিকীয়েদি ওচৰৰ ঘৰ এটালৈ আঙুলি টোঁৱাই সি সুধিলে, "সেইটো?"

"আঃ"— ৰমাই সন্ত্ৰস্ত হৈ যেন তাৰ মুখখন চেপা মাৰি ধৰিব খুজিলে।

"ঠিক আছে। নিচিঞৰোঁ বাৰু। কিন্তু তুমি কোৱাচোন —ই মজুমদাৰে দৰমহা কিমান পায়? জানা?"

"নাজানো!" ৰমাই বিৰক্তিৰে ক'লে।

"তুমি নাজানা। মই জানো। মোৰ দৰমহাৰে তাৰ নিচিনা তিনিটাক দৰমহা দিব পাৰি। কিন্তু আচল কথা হ'ল, —সি মোৰ নিচিনা দহটাক কিনি ল'ব পাৰে। কেনেকৈ? নোকোৱা কিয়? ক'ত পায় সি ইমান টকা? তুমি কব নোৱাৰা, কিন্তু মই পাৰোঁ। আৰু সেই কাৰণে মই তাক তুচ্ছ

ভান কৰোঁ। তাৰ আগত লাজ পাবলৈ মোৰ একো নাই।
-কাইলৈ যদি সিহঁতৰ ঘৰৰ কোনোবাই কিবা কয়, তেনেহলে তুমি
-কৈ দিবা, এই পৃথিৱীৰ পাঁচখন মহাদেশৰ মানুহে মদ খাদ্য
-হিচাপে খায়, কিন্তু সেই পাঁচখন মহাদেশৰ মানুহে তাৰ নিচিনাকৈ
ঘোচ নাখায়। এই বুলি কোৱাৰ পিছতো যদি সিহঁতে মুখ মেলাৰ
চেষ্টা কৰে তেনেহলে মোক কবা—মই গুলিয়াই দিম।"

প্ৰভাকৰে গিলাছটোৰপৰা এটা দীঘলীয়া সোহা মাৰি অলপ সময় গুম হৈ বহি ৰ'ল। ৰমাই "কিনো কাণ্ড কৰিলে আজি" —বুলি দুখ আৰু অসহায়তা প্ৰকাশ কৰিলে। এবাৰ "মই শোওঁ" বুলি কোৱাৰ লগে লগে প্ৰভাকৰে তাইক ইংগিতেৰে বহিবলৈ ক'লে। অলপ পিছত সি গম্ভীৰ সুৰেৰে আৰম্ভ কৰিলে, "তুমি মোক মদ খাবলৈ মানা কৰিছা, মদ অকণমান খাইছোঁ কাৰণে তুমি বেয়া পাইছা। কিয়? কাৰণ তুমি মোক ভাল পোৱা। তুমি মোক অন্তৰেৰে মৰম কৰা। ঠিক। মইো তোমাক বৰ মৰম কৰোঁ। তুমি বৰ ভাল মানুহ। ভাল মনৰ মানুহ। কিন্তু এই ওচৰ-চুবুৰীয়াৰ কথা মোক নকবা। ইহঁতৰ প্ৰত্যেককে মই বৰ ভালকৈ চিনি পাওঁ। তুমি ঠিক বুজিবা— ইহঁতৰ বুকুবোৰ যিমান ক'লা, আধাবটল মদে মোৰ বুকু তাতকৈ বেছি ক'লা কৰিব নোৱাৰে। সেই কাৰণে মই কাকো পৰোৱায় নকৰোঁ।"

প্ৰভাকৰে আৰু এচোকা মদ গিলিলে। তাৰ পিছত সি উত্তেজিত স্বৰেৰে অনৰ্গল কথা কবলৈ ধৰিলে। এইখিনিৰপৰা অজন্তা চিনেমা হললৈকে যি কেইঘৰ চাকা কাপোৰ পিন্ধা, পকী-ঘৰত থকা ভদ্ৰলোক আছে, সেই কেইঘৰৰ পাঁচজনী নে ছজনী বোৱাৰীৰ আগৰ দিনৰ প্ৰেমিকবোৰ হেনো প্ৰভাকৰৰ একালৰ বন্ধু। চৰকাৰৰ আইনৰ অসংখ্য ধাৰাৰ মাত্ৰ কেইটামান ধাৰা ঠিকমতে কামত লগালে সেইবোৰ ঘৰৰ এটা সাবালক মানুহেও জেলৰ বাহিৰত থাকিবলৈ নাপায়। সিহঁতৰ ঘৰবোৰত হাত মেলিলেই গোৱাকৈ একো বটল বিহ খৈ দিয়া, দেখিবা এবছৰৰ ভিতৰত চব বটল খালী হৈ যাব।

টোপনি আৰু ভয়ৰ হেঁচাত ৰমা ক্লান্ত হৈ পৰিছিল। কথাৰ

মাজে মাজে তাই বহুবাৰ প্ৰভাকৰক শুই থাকিবলৈ অনুৰোধ কৰিলে, গিলাছটো কাঢ়ি লবলৈ চেষ্টা কৰিলে, বাৰাণ্ডাত বহি থাকিবলৈ বুলি ভাবুকি দিলে,—একো লাভ নহ'ল। প্ৰভাকৰে তাইক আদৰ কৰি কলে, আঃ এটা ৰাতিহে। সদায়তো শুয়েই আছোঁ; এটা ৰাতি যেনিবা নোশোৱাকৈ কটালোঁ, কিনো কথা? তুমিও বৰ বেৰসিক দিয়া!

এসময়ত ৰমাৰ কান্দোন অহাৰ উপক্ৰম হ'ল; আৰু ঠিক সময়তে প্ৰভাকৰে অতি শান্ত, মৃদু কণ্ঠেৰে আৰম্ভ কৰিলে, "বুইছা ৰমা, মানুহৰ এই বিচিত্ৰ জীৱনধাৰাৰ কথা ভাবিলে মোৰ এটা কাহিনীলৈ প্ৰায়েই মনত পৰে। তোমাৰ মনত আছে এদিন যে ষ্টেচনৰ প্লেটফৰ্মত হ'ল্ড্‌অলৰ ওপৰত বহি থকা মানুহ এজনীক তোমাৰ লগত চিনাকি কৰি দিছিলোঁ?"

ৰমাই মনত পেলাই কলে, "ওঁ।"

"কোলাত যে এটা কেঁচুৱা আছিল?"

"ওঁ।"

"আৰু চাৰিটা অৰ্ধভুক্ত, দৰিদ্ৰ চেহেৰাৰ ল'ৰা-ছোৱালীয়ে যে ওচৰতে ঘূৰা-পকা কৰি আছিল?"

"ওঁ।"

"মানুহজনীৰ চেহেৰাটো মনত আছে?"

"ওঁ।"

"চেহেৰাটো সম্পৰ্কে তোমাৰ কি ধাৰণা হৈছিল?"

"মোৰ দেখিয়েই ধাৰণা হৈছিল, মানুহজনী এসময়ত ছাগৈ ধুনীয়া আছিল।"

"ঠিক। তুমি ঠিক কৈছা।" প্ৰভাকৰে আচম্বিত উচ্চ-স্বৰেৰে ৰমাৰ কথাষাৰ সমৰ্থন কৰিলে, গিলাছটোৰ তলিৰ বস্তুকণ ভিডিত ঢালি দিলে, অৱশভাৱে চকীখনত আউজি বহিল, আৰু তাৰ পিছত কলে, "ঠিক কৈছা। এসময়ত তাই— তাইৰ নাম সুপ্ৰভা, বুইছা— মই সেইদিনা তোমাক কৈছিলোঁ নামটো; কোৱা নাছিলোঁ জানো?"

"কৈছিলা হবলা, পাহৰিলোঁ।"

"ছোৱালী? কিয় পাহৰিলা? মানুহৰ নাম মনত ৰাখিবা পৰাটো ভাল মগজৰ চিন বুইছা? নাপাহৰিবা। ওঁ। এসময়ত তাই বৰ চকুত লগা ছোৱালী আছিল। নাক মুখ ভাল। ওখ। কথা-বতৰা ভাল। মূৰৰ ওপৰত ভাল আৰু। চব ভাল।" মানুহজনীৰ সম্পৰ্কে যেন আৰু দু-আষাৰ কৰলৈ, মানুহজনীৰ চেহেৰাটো যেন চকুৰ আগলৈ আনি লবলৈ চেষ্টা কৰি অলপ সময় ৰ'ল, তাৰ পিছত সি আকৌ কৈ গ'ল, "এবাৰ এটা মানুহৰ লগত তাইৰ চিনাকি হ'ল। চাধা-চিধা ভাল মানুহ। চিনাকি হ'ল মানে সিহঁত দুটাৰ মাজত এটা ভাল সম্পৰ্কও হ'ল। এদিন মানুহটোৱে ছোৱালীজনীৰ ঘৰত কাৰোবাৰ হতুৱাই খবৰ দিয়ালে— সি ছোৱালীজনীক বিয়া কৰাব খোজে। আৰে -বাপৰে বাপ, সি যেন কোদোৰ বাহতহে জুই দিলে। তাইৰ বংশ-পৰিয়ালৰ সত্তৰটামান মানুহে বোলে বিষাক্ত গুং থিয় কৰি গোঁ-গোঁৱাই ফুৰিবলৈ ধৰিলে। তাইৰ যিটো ভিনিহিয়েকে তাইক বাহুত টিপা, পিঠিত চকা নমৰাকৈ কথাই নকয়, সি হেনো সেই মানুহটোক পিটিবলৈ ওলাইছিল। কাৰণ কি? কাৰণ ছোৱালীজনীক বিয়া দিয়া হব এক ডাঙৰ বংশৰ ঘৰলৈ। ষাঠি বছৰৰ আগতে সজা সেইটো ঘৰৰ আগ ফালৰ পৰ্টিকত মোটা মোটা পিলাৰ আছে, গৰ্ডন নামৰ এক মহামান্য ইংৰাজ বিষয়াই সেই ঘৰৰ মজিয়াত খানা খাই গৈছে, সেইঘৰৰ মুখ্য ব্যক্তি— মানে সম্ভাব্য দৰাটোৰ বাপেকে যি সময়ত ইণ্টাৰমিডিয়েট ইন ছাইন্স পৰীক্ষা পাছ কৰিছিল, সেই সময়ত হেনো ছাইন্সৰ আৰু পঢ়িব লগীয়া কথা ওলোৱাই নাছিল। কুত্তাৰ বাচ্চাহঁত।"

"ছিঃ। বেয়া কথাবোৰ মুখলৈ আনিছে কিয়?" বমাই আগ্ৰহেৰে কথাবোৰ শুনি আছিল, মাজতে চেপা মাতেৰে এই ধমকিটো দিলে।

"এই কেইটা শব্দ ব্যৱহাৰ নকৰিলে মই যিটো কব খুজিছোঁ সেইটো ঠিকমতে ফুটাব নোৱাৰোঁ বুইছা? তামাটোত জোৰ নাপাও।"

পিছৰ কথাখিনি শুনিবলৈ ৰমাই ষাট চাই ৰ'ল, কিন্তু প্ৰভাকৰৰ মনে মনে বহি ৰ'ল। অলপ পিছত ৰমাই সুধিলে, "তাৰ পিছত !"

প্ৰভাকৰে হঠাতে উত্তেজিত হৈ উঠিল, "তাৰ পিছত কি ভাল হব।" বুলি সি চিঞৰৰ মাৰি কথা আৰম্ভ কৰিলে, কিন্তু উত্তেজনাটো সি ধৰি ৰাখিব নোৱাৰিলে; তাৰ কথাবোৰৰ শক্তি যেন কমি আহিল; জিভাখন যেন অবাধ্য হৈ আহিল।

"তাৰ পিছত সেই ভাওৰ বংশধৰৰ লগত তাইৰ বিয়া হ'ল, সাত বছৰত বংশধৰে আৰু পাঁচটা বংশধৰৰ জন্ম দিলে। সেই সুন্দৰ ছোৱালীজনীৰ হাড় আৰু ছালৰ মাজৰ মঙহখিনি সি খাই পেলালে। তাইৰ পিঠিত সি বেতৰ দীঘল-দীঘল দাগ বহুৱালে, চৰৰ কোবত সি তাইৰ গুৰি দাঁতৰ আলু গেলাই দিলে। তুমি অনুমান কৰিব পাৰা ৰমা, এটা অকৰ্মণ্য মাতালে মদ খাবলৈ পইচা দিব নোৱাৰাৰ কাৰণে পাঁচটা সন্তানৰ মাক,—তাৰ ঘৈণীয়েকক ৰাতি পিটি পিটি ঘৰৰপৰা উলিয়াই দিলে ?"

প্ৰভাকৰে মদৰ বটলটোত হাত দিলে। ৰমা লগে লগে শংকিত হৈ উঠিল। তাই বিছনাৰপৰা তৎক্ষণাত নামি প্ৰভাকৰৰ হাতখনত খামোচ মাৰি ধৰিলে। এইবাৰ জোৰ কৰিবলৈ প্ৰভাকৰৰ গাতো যেন শক্তি নাছিল।

"আৰু কি জানা ?" বিচিত্ৰ হাঁহি এটা মাৰি প্ৰভাকৰে এটা এটাকৈ শব্দবোৰ উচ্চাৰণ কৰি ক'লে, "সত্তৰ বছৰৰ আগতে সজা, মহামান্য গৰ্ডন চাহাবে পদধূলিৰে মহীয়ান কৰা সেই ঘৰৰ মোটা মোটা পিলাৰৰ আঁৰত এইবোৰ কথা লুকাই থাকে। সেই কাৰণে, বুইছা, সেইকাৰণে, ওচৰ-চুবুৰীয়া—এইবোৰ ভদ্ৰ মানুহলৈ 'পৰোৱায় কৰাৰ কথা মোক নকৰা। মই সিহঁতক খুব ভালকৈ চিনি পাওঁ। আই ন' দে'ম থ'ৰ'লি।" এক মুহূৰ্ত মনে মনে থাকি সি আকৌ ক'লে, "কি সুন্দৰ দেহ-মনৰ এজনী ছোৱালী—"

ৰমাই সোধো-নোসোধোকৈ সুধিলে, "ছোৱালীজনীৰ বা কিমান দোষ আছে! আপুনি কেনেকৈ জানিব।"

"ন—উ !" প্ৰভাকৰে বৰ জোৰেৰে ওচৰৰ মেজখনত এটা

চাপৰ মাৰিলে ; ৰটল, গিলাছ, এছ-ট্রে. ছাবি এজোকা, —এটাইবোৰ জন্‌জনাই উঠিল। "হবই নোৱাৰে।" সি চিঞৰি উঠিল। "আই ন' হাব থ'ৰ'লি। মই তাইক আটাইতকৈ ভালকৈ চিনি পাওঁ।"

"কেনেকৈ ?"

প্রভাকৰে উত্তৰ দিবলৈ নাপালে ; আঠুৱাৰ ভিতৰত ল'ৰা-টোৱে তীব্র স্বৰেৰে কান্দি উঠিল। প্রভাকৰে মেজত মৰা চাপৰ-টোৰ শব্দত সি চক্ খাইছিল। ৰমাই লৰালৰিকৈ আঠুৱাৰ ভিতৰ সোমাই তাক সাৱটি ধৰি নিচুকাবলৈ ধৰিলে। তাৰ কান্দোন কিন্তু বন্ধ নহ'ল। বিছনাত বহি ৰমাই তাক কোলাত তুলি ল'লে, নানা শব্দ উচ্চাৰণ কৰি তাক মৰম কৰিলে, সি কিন্তু ব্যাকুল কণ্ঠেৰে চিঞৰি চিঞৰি কান্দিয়েই থাকিল।

সেই কান্দোনৰ মাজতে এসময়ত সিটো কোঠালিৰ দেৱাল ঘড়ীত দুই বজাৰ শব্দ শুনা গ'ল আৰু তাৰ অলপ পাছতে প্রভাকৰে এইটো কোঠালিৰ মজিয়াতে ঘক্-ঘক্কৈ বমি কৰিবলৈ ধৰিলে। শেষ বমিখিনি ওলাই যোৱাৰ পিছত সি অলপ সময় তলমুৰ কৰি বহি থাকিল, তাৰ পিছত চুঁচৰি আহি বিছনাত উঠিল। তাৰ মুৰটো গাৰুত পৰিল আৰু ভৰি দুটা ওলমি থাকিল।

ৰাতিপুৱা সাৰ পাই উঠি প্রভাকৰে দেখিলে— বাহিৰত চোকা ৰ'দ ওলাইছে। সি এবাৰ লৰালৰিকৈ মজিয়াখনলৈ চালে ; নাই, মজিয়াত একো নাই। ৰমাই ইতিমধ্যে বমিবোৰ আঁতৰাইছে। তাৰ এবাৰ চিঞৰি ৰমাক মাতিবৰ মন গ'ল ; কিন্তু সি মনে মনে থাকিল। তাৰ ওচৰতে ল'ৰাটো লালকাল দি শুই আছে। সিতো ইমান সময়লৈ শুই নাথাকে। ৰাতি সি কিমান সময় কান্দিছিল জানিবলৈ মন গ'ল। ল'ৰাটোৰ হাত এখন টানি আনি সি তাৰ অকণ অকণ আঙুলিবিলাক লিৰিকি বিদাৰি চালে, তাৰ পিছত হাতৰ তলুৱাখনত আলফুলকৈ চুমা এটা খালে। ল'ৰা-টোৰ চুলিবোৰত আঙুলি ফুৰাই ফুৰাই প্রভাকৰ বিছনাতে পৰি থাকিল।

ৰমাৰ চকুৰ শুৰি ক'লা পৰি গৈছিল। সোনকালে পা-পা

ধুই উঠাৰ পিছতো তাইৰ মুখখন এন্ধাৰ এন্ধাৰ হৈ আছিল। "মই তাইক আটাইতকৈ ভালদৰে চিনি পাওঁ;" আৰু ল'ৰাটোৰ তীব্ৰস্বৰৰ কান্দোন—এইখিনি শব্দই যেন তাইৰ মূৰটোৰ চাৰিওফালে প্ৰদক্ষিণ কৰি আছিল। টোপনি খটিয়েই তাইৰ মূৰটো বেয়া লাগি থকাৰ একমাত্ৰ কাৰণ বুলি নিজকে বুজাবলৈ তাই আপ্ৰাণ চেষ্টা কৰিছিল।

পিছদিনা আবেলি তাই গোবিন্দক কলে, "বজাৰত ডাঙৰ মিছামাছ ওলায় নে চাবিচোন। চালানি মিছামাছ যে ইমান ডাঙৰ ডাঙৰ।"

পাঁচ দিনমানৰ পিছত এদিন আবেলি গোবিন্দই বহুত দূৰৰ বজাৰৰপৰা দহটা ডাঙৰ ডাঙৰ মিছামাছ কিনি আনিলে। ৰমাৰ আদেশ মতে সি এই কেইদিন এটাই কেইখন বজাৰ ডাঙৰ মিছামাছ বিচাৰি চলাথ কৰিছিল; আজি বৰ বজাৰত পালেগৈ।

ৰমাই মাছৰ খোলাবোৰ গুচাই ভিতৰৰ আচল বস্তুখিনি সৰু সৰু টুকুৰা কৰি ভাজিলে, সৰহকৈ পিয়াঁজ দি বেচনেৰে ফুলৰি ভাজিলে। সেইদিনা ৰাতি তাইৰ শেষ প্ৰশ্নটো আছিল, "কেনেকৈ?" উত্তৰটো তাইক লাগে। তাই অস্থিৰ হৈ আছে, তাইৰ এটা জিদ হৈছে।

ৰমাই পাকঘৰত এইখিনি কৰি থাকোঁতে, প্ৰভাকৰে শোৱনী কোঠাৰ বিছনাত চিৎ হৈ পৰি, পেটৰ ওপৰত ল'ৰাটো লৈ, তাৰ লগত কথা পাতিছিল। "কি হ'বি অ' তই ডাঙৰ হৈ? চব কৰিবি, কিন্তু ডাক্তৰ হৈ ভাই তই মোক ধমকি নিদিবি। ইমান কষ্ট কৰি তোক ডাঙৰ কৰিম আৰু বুঢ়া বয়সত তই মোক ধমকি মাৰিবি, সেইটো অসহ্য।"

ল'ৰাটোৱে দুবাৰমান হাত চাপৰি বজালে, কোনো শব্দ নুঠিল।

দুখন কোৱাৰ্টাৰ প্লেটত মিছামাছ ভজা আৰু ফুলৰি লৈ ৰমা সোমাই আহিল। মেজখনত বস্তুখিনি থোৱাৰ লগে লগে প্ৰভাকৰে সুধিলে, "বা, এইবোৰ কি হে? সাংঘাতিক আয়োজন দেখোন। তুমি হবলা এইবোৰকে কৰি আছিলা। কিন্তু কথাটো

কি ? হঠাৎ ?"

ৰমাই হাঁহি কলে, "খাওক, আপুনি ভাল পোৱা বস্তু। বটলটোত আধাখিনি আছে নহয়, সেইখিনিও শেষ কৰি দিয়ক।"

কান্ধত ল'ৰাটো লৈ প্ৰভাকৰ বহিল, টপকৈ ভজামাছ এটুকুৰা মুখত ভৰালে আৰু ৰমাৰ কথা শেষ হোৱাৰ লগে লগে চিঞৰি উঠিল, "নাই নাই নাই, সেইবোৰৰ আৰু নাম নলও। মই তোমাক কথা দিছোঁ সেইটো কথা আৰু কেতিয়াও নুলিয়াবাই।" প্ৰভাকৰে ল'ৰাটোৰ পিঠিত হাত ফুৰাবলৈ ধৰিলে। তাৰ মনটোৱে যেন ল'ৰাটো চুই শপত খাইছে।

ৰমা স্তব্ধ হৈ থিয় দি ৰ'ল। প্ৰভাকৰে হাঁহি কলে, "আৰু বটলটো কি হ'ল জানা নে নাই ?

ৰমাই শান্ত দৃষ্টিৰে তাৰ মুখলৈ চালে।

"আধা বটল মদৰে সৈতে বটলটো ভাঙিলোঁ, ভাঙি পাছফালে গাঁত এটা খানি পুতি থৈছোঁ।"

তাৰ পিছত প্ৰভাকৰে ল'ৰাটোক সুধিলে— সি ভজামাছ চোবাব পাৰিব নেকি !

# গোবাল

সৌৰভ কুমাৰ চলিহা

“নৱেম্বৰ ডিচেম্বৰ মাহত যেতিয়া গুৱাহাটীত বৰফ পৰিব আৰম্ভ কৰে, সৰু ল'ৰা-ছোৱালীবোৰৰ বৰ আনন্দ হয়। ৰাস্তা, ঘৰৰ চাল, ফুল সৰু গছ-গছনি, যান-বাহন সকলো বৰফত চাক খাই বগা হৈ পৰে। গোটেই চহৰৰ ওপৰত যেন এখন অবিচ্ছিন্ন বগা আৱৰণ। গোটেই পৃথিৱীত যেন স্বচ্ছ বগা পোহৰ। পুখুৰীবোৰৰ পানীও কেতিয়াবা গোট মাৰে। পজ্মল লগোৱা বুট আৰু ৰং-বিৰং টুপী পিন্ধি সৰু ল'ৰা-ছোৱালীবোৰে চিঞৰ-বাখৰ কৰি কৰি সিহঁতৰ স্কী, শ্লেজগাড়ী আৰু চকা লগোৱা ৰ'লাৰ স্কেটাৰবোৰ লৈ পৰম উৎসাহেৰে বাহিৰ হৈ পৰে। সিহঁতে ইটোৱে সিটোৰ গালে বৰফৰ বল দলিয়াই হাঁহি হাঁহি অধীৰ হৈ বৰফত পিছল খাই খাই পৰে। চহৰৰ হেলনীয়া ঠাইবোৰত এতিয়া সিহঁতে স্কী দৌৰে। ৰঞ্জু আৰু অঞ্জুৰ ঘৰৰ সমুখৰ সৰু সাঁতোৰাপুখুৰীটোৰ পানী গোট মাৰিছে আৰু তাৰ ওপৰত ওৰে ৰাতি বৰফ পৰি পাৰৰ লগত প্ৰায় সমান হৈ গৈছে। অঞ্জু আৰু ৰঞ্জুয়ে মহা স্ফূৰ্তিৰে ৰ'লাৰ-স্কেটিং কৰি পুখুৰীটো পাৰ হৈছে। ঘৰৰ সমুখৰ হেলনীয়াডোখৰ বৰফে ঢাকি সমান কৰি দিয়াত ৰুণুমীৰ বৰ সুবিধা হৈছে। তাই সৰু ভণ্টিজনীক কাঠৰ চকা লগোৱা বাকচটোত বহুৱাই লৈ হুৰ্‌হুৰ্‌কৈ তললৈ নামি গৈছে। আমি আটাইয়ে জেকেটৰ বুতামবোৰ ভিডিলৈকে মাৰি লৈ বৰফ চাবলৈ বাহিৰ হৈছোঁ। পুবাৰ তীক্ষ্ণ সিৰ্‌সিৰীয়া বতাহে আমাৰ গালত আৰু অনাবৃত কাণত বেজীয়ে বিন্ধাৰ দৰে বিন্ধিছে। তুলাৰ দৰে পাতল চটা চটা বৰফ আমাৰ গালে-মুখে আৰু কাপোৰত পৰি গলি যাব ধৰিছে। সৌৱা, ল'ৰাহঁতে প্ৰকাণ্ড এটা “বৰফৰ মানুহ' সাজিব ধৰিছে। সৌৱা, বৰফকে বগা হৈ পৰা গেটখন খুলি হে'ৰ্‌ বৰুৱা ৰাস্তালৈকে ওলাল। তেওঁ গলত টানকৈ এখন নীলা ৰঙৰ মাফ্‌লাৰ মেৰিয়াই লৈছে। হে'ৰ্‌ বৰুৱাই ঘৰৰ সমুখত পাৰ্ক কৰি থোৱা তেওঁৰ মটৰগাড়ীখন বিচাৰিছে, কিন্তু গাড়ীখনৰ ওপৰত বৰফ পৰি চাৰিওপিনে এটা

এস্কিম'সকলৰ ইগ্‌লু ঘৰৰ দৰে হৈ পৰিছে। আস্‌, এতিয়া বাৰু তেওঁ কেনেকৈ গাড়ীৰ ভিতৰ সোমাব? সৌৱা, ফ্ৰাউ ঘৰুৱা বাহিৰলৈ আহি হে'ৰ্‌ বৰুৱাক হাত জোকাৰি জোকাৰি বিদায় দিছে আৰু চিঠিৰ বাকচটো চাব খুজিছে চিঠি আহিছে নেকি? কিন্তু চিঠিৰ বাকচটোও একেবাৰে বগা হৈ বৰফৰ তলত চাক খাই আছে। ফ্ৰাউ বৰুৱাই তেওঁৰ এপ্ৰনখনত হাত ঘঁহি গৰম কৰি লৈ চিঠিৰ বাকচটোৰপৰা বৰফবোৰ চুচি পেলাব ধৰিলে..................

মোৰ জাৰ্মান ৰচনাখনৰ এইখিনিলৈ জোৰে জোৰে পঢ়ি ফ্ৰাউ ম্যুলাৰে তেওঁ ঘূৰণীয়া কাঁচৰ প্ৰাচীন চচমাযোৰ খুলি ক'লে, "চমৎকাৰ, চমৎকাৰ। ব্যাকৰণৰ ভুল এটাও নাই যেন লাগিছে। অতি প্ৰসংশনীয়। হু", তাৰ পিছত অলপ অনিশ্চয়তাৰে ক'লে, "কিন্তু, আপোনালোকৰ দেশত আমাৰ ইযাৰ দৰেই বৰফ পৰে বুলিতো জনা নাছিলোঁ।" ফ্ৰাউ ম্যুলাৰে মেজৰ কিতাপ-পত্ৰৰ মাজত থকা ডাঙৰ গোলকটো তৰ্জনীৰে পাক দি ভাৰতবৰ্ষখন উলিয়ালে আৰু পুনৰ চচমাযোৰ পিন্ধি জুমি চালে। "ঠিকেই— তলেৰে বিষুব ৰেখা গৈছে—গ্ৰীষ্ম মণ্ডল—অসম—অসম—আখ্‌, এই যে, গৌহাটী—গৌহাটী ক'ত, গৌহাটী দেখোন—", "এই গোলকটোত দিয়া নাই হ'বলা", মই লৰালৰিকৈ ক'লো "এই যে এইখিনিত শ্বিলং—ৰাজধানী—পাহাৰৰ ওপৰত, বেছ ঠাণ্ডা— তাৰ ঠিক তলতে গৌহাটী—", ফ্ৰাউ ম্যুলাৰ প্ৰশ্নটো এৰাবলৈ মই সোৎসাহে শ্বিলং পাহাৰৰ বৰ্ণনা এটা আৰম্ভ কৰিলোঁ। খাছীয়া মানুহৰ ঠাই, অকোঁৱা-পকোঁৱা পাহাড়ী ৰাস্তা, বেভেৰিয়াৰ পাহাৰৰ অঞ্চলৰ গাঁৱৰ দৰে। নিজৰা আৰু কুকং, আৰু সৰল গছ, আপোনালোকৰ 'টানে'—গছবোৰৰ দৰে, ডাঙৰ ডাঙৰ জলপ্ৰপাত আছে, তাৰপৰা বিজুলী উৎপন্ন কৰা হয়। আবহাৱা চেঁচা বা মৃদু, গ্ৰীষ্মকালীন শৈলবিহাৰৰ জনপ্ৰিয় ঠাই। গৌহাটীৰপৰা মটৰ গাড়ীৰে প্ৰায় এশ কিলোমিটাৰ। কিন্তু ৰাস্তা একমুখীয়া, এইটো অৱশ্যে কিছু অসুবিধাজনক, যদিও—

'আ? আ?' ফ্ৰাউ ম্যুলাৰে তেওঁৰ বেচাম্বাল শুভ্ৰ চুলিৰে চাক খোৱা মূৰটো দুপিয়াই দুপিয়াই সাগ্ৰহে (যেন অলপ আচৰিত

হৈ ) মোৰ কথা শুনিলে, আৰু তাৰ মাজে মাজে নীলা পেন্সিলেৰে মোৰ ৰচনাখনত ঠায়ে ঠায়ে দাগ দিব ধৰিলে। যিখন ব্যৱসায়-চালনা ( বা ব্যৱসায় প্ৰশাসন ) প্ৰতিষ্ঠান 'কাম শিকিব'ৰ বাবে মই জাৰ্মানী আহি পাইছোঁ, তেওঁলোকে মোক "পেডাগগিশ্চেচ্ ইনষ্টিটিউট" ( অৰ্থাৎ শিক্ষা ইস্কুল )ৰ এই ভদ্ৰমহিলাৰ ওচৰলৈ পঠিয়াই দিছে, জাৰ্মান ভাষাজ্ঞানৰ পৰীক্ষা এটা দিবৰ কাৰণে। এতিয়ালৈকে মই শিক্ষানবিশহে হৈ আছোঁ। এই পৰীক্ষাটোত উত্তীৰ্ণ হলে তেওঁলোকে মোক নিয়মীয়া ভাৱে 'বেআম্‌টাৰ' বা কৰ্মচাৰী ৰূপে নিয়োগ কৰিব। প্ৰশিক্ষণ শেষ হ'লে এখন ডিপ্লমা' দিব।

ফ্ৰাউ ম্যুলাৰে ক'লে যে তেওঁ জাপান আৰু ভাৰতবৰ্ষৰ বিষয়ে বহুত কিবা-কিবি পঢ়িছে, বিশেষকৈ ভাৰতবৰ্ষলৈ এবাৰ যোৱাৰ তেওঁৰ খুব ইচ্ছা আছে, ঈশ্বৰে কৰিলে, দেশখন চাব'লে ; তেওঁৰ ল'ৰা-ছোৱালী হালকো—গ্ৰেট্‌শ্বেন্ আৰু ফ্ৰীৎচ—লগত নিব খোজে প্ৰাচ্যৰ ৰূপকথা যেন লগা দেশবোৰ দেখুৱাবলৈ ( ডিপ্লমা আনিবলৈ নহয় ) ! ভদ্ৰমহিলা প্ৰৌঢ়া, কিন্তু এতিয়াও সকলো বস্তুতে আপাতদৃষ্টিত অপাৰ কৌতূহল। 'না ইয়া, হেৰ্ অমুক, আপোনাৰ ৰচনাখনে মোক আচৰিত কৰিছে, মই কবলৈ বাধ্য হৈছোঁ। আপোনাৰ জাৰ্মান শুধৰণীখিনি আৰু বাক্য ৰচনাখিনি যদিও মোটামুটি চলনসই হৈছে, তাত এনেকুৱা দুই এটা প্ৰাথমিক ভুল বৈ গৈছে, যে শুনিলে আমাৰ ইস্কুলৰ ল'ৰাই হাঁহি মৰিব। অথচ ৰচনাখন—",ভদ্ৰমহিলাৰ ৰঙা মৰমীয়াল মুখখনত হতবুদ্ধিৰ ছাঁ পৰিল, "না ইয়া, মুঠৰ ওপৰত, ভালেই। যাক, আপোনাৰ লগত পৰিচয় হৈ ভাল লাগিল" ভদ্ৰমহিলাই মেজৰ কাষত থকা বাল্টিটোৰপৰা দুটুকুৰামান কয়লা উনুনত পেলাই দাণ্ডাডালেৰে খুচি দিলে, আৰু হঠাৎ বোধহয় তেওঁৰ মনত পৰিল যে মই গ্ৰীষ্মমণ্ডলৰ পৰা আহিছোঁ, "ইয়াত বোধহয় আপুনি প্ৰথম প্ৰথম বৰ ঠাণ্ডা পাইছিল, নহয়—? অৱশ্যে আপোনাৰ ৰচনাত যিটো বৰ্ণনা—", ভদ্ৰমহিলাৰ মুখত পুনৰ এটা বিভ্ৰান্তিৰ ৰেখা ফুটি উঠি মিলি গ'ল,—"কোঠাটো গৰম হৈছে নে এতিয়া? বৰ বেছি গৰম হৈছে যদি কোটটো খুলি ল'ব পাৰে—"

"ধন্যবাদ, ফ্ৰাউ ম্যুলাৰ্", মই কওঁ আৰু অনুমতি পাই কোটটো খুলি চকীখনৰ পিঠিত ওলোমাই থলোঁ।

ফ্ৰাউ ম্যুলাৰে তলমূৰ কৰি মোৰ কাগজকেইখিলাত আৰু কেইটামান দাগ মৰিলে আৰু কিবা এটা মন্তব্য লিখি লিখি ক'লে, 'বাৰু কওকচোন, এই 'ব্যৱসায়-চালনা' ব্যাপাৰটো—মই অৱশ্যে এইবোৰ কথা একো নাজানো—এই 'ব্যৱসায় চালনা' বিষয়টো আপোনালোকৰ দেশত এতিয়াও বিকাশ কৰা হোৱা নাই নেকি? মানে আপুনি ইয়াৰ ডিপ্লমাখনৰ কাৰণে যে ইমানদূৰ আহিব লগীয়াত পৰিল—মানে", ভদ্ৰ মহিলাই মূৰটো তুলি এটা বিব্ৰত হাঁহি মাৰিলে—"মানে, মইতো শুনো আমাৰ ব্যৱসায়-বাণিজ্যৰ প্ৰথা আৰু কায়দা-কৌশল ইউৰোপৰ আন দেশবোৰৰ পৰাই বিভিন্ন, এচিয়াৰ লগততো তেনেহলে নিশ্চয় বহুখিনি অমিল হবই। এই ডিপ্লমাখন লৈ তেনেহলে আপোনাৰ দেশৰ কি লাভ—?"

এইটোৰ আৰু কি উত্তৰ দিব পাৰি? কিবাকৈ ডিপ্লমা-খন লৈ দেশলৈ যাম আৰু দেশৰ মানুহৰ সমুখত সেইখন জোকাৰিম। জাৰ্মানীৰ ডিপ্লমা—পদোন্নতি অনিবাৰ্য্য। প্ৰথম কেইবছৰ মাটি কিনিব নোৱাৰোঁ, হয়তো গাড়ীও কিনিব নোৱাৰোঁ; কিন্তু ঘূৰি আহিছো তো। ৰাম, শ্যাম, যদু সকলো 'ঘূৰি আহিছে' বিচিত্ৰ অছিলাত বিচিত্ৰ উপলক্ষে ছলে বলে কৌশলে, নহলে জীৱন বৃথা, নহলে জীৱন ধিক, গতিকে ময়েই বা এৰিম কি দুখত? নিজৰ মাটি থকাহেঁতেন বন্ধক দিওঁহেঁতেন, মেধাবী হোৱাহেঁতেন বৃত্তি যোগাৰ কৰিব পাৰিলোহেঁতেন। সেইবোৰ নহ'ল যেতিয়া প্ৰচুৰ তেলকেই দিছোঁ "যত চব ইয়ে" মানুহক, ঘৰৰ চাকৰি-টোৰপৰা বেতনহীন ছুটিকেই লৈছোঁ আৰু অৱশেষত এতিয়া এইয়া মই ইয়াত! আৰু কোনোমতে এইকেইটা মাহ কটাই···

কিন্তু এইবোৰ কথা ফ্ৰাউ ম্যুলাৰে বুজিয়েই নাপাব। সংক্ষেপে ক'লো, "চাকৰিৰ সুবিধা হয়।" "অ'?" ভদ্ৰমহিলাই নুবুজাৰ দৰে ক'লে। তাৰ পিছত যেন এই দুৰ্বোধ্য কথাবোৰৰ পালা শেষ কৰিবলৈকে কাগজকেইখিলা থুপ কৰি আঁতৰাই থলে আৰু ক'লে "বাৰু, আপোনাৰ ভাষা-পৰীক্ষা ৰিপৰ্টটো মই আজিয়েই পঠিয়াই দিয়াৰ চেষ্টা কৰিম। অভিনন্দন।"

পাছ কৰিছোঁ তেনেহলে।

"ধন্যবাদ, ফ্ৰাউ ম্যুলাৰ।"

ভদ্ৰমহিলাই ক'লে যে ইয়াৰ পিছত "ৰীক্‌মান্ উণ্ট্ ৰীক্‌মান্" কোম্পানীয়ে মোৰ কি কৰে তেওঁক জানিব দিলে তেওঁ সুখী হব।

"নিশ্চয় জনাম", মই ক'লো—একেজাপেই দেড়শ মাৰ্ক দৰমহা বাঢ়িব—আৰু কোটটো তুলি লোৱাৰ দৰে কৰি চকীৰ পৰা উঠিবৰ উপক্ৰম কৰিলোঁ।

"থিহওক", ফ্ৰাউ ম্যুলাৰে হাতঘড়ী চাই ক'লে— "মোৰ পৰবৰ্তী পৰীক্ষাৰ্থীজন আহে মানে প্ৰায় কুৰি মিনিট সময় আছে এতিয়াও—ইৰাণী ল'ৰা তেল পাইপ লাইন ৰক্ষণাবেক্ষণৰ প্ৰশিক্ষণ লবলৈ আহিছে। একেবাৰেই কেঁচা, বোধহয় মই ঘৰত কৰি আনিব দিয়া কামখিনিৰ একোৱেই ··", ভদ্ৰমহিলাই পুনৰ ঘড়ী চালে—"আমাৰ ইনষ্টিটিউটৰ এযাবটাৰ কফি বিৰতিৰ সময় হৈছে—এ—আপোনাকো এপিয়লা যাচিব পাৰোনে? ("ধন্যবাদ, ফ্ৰাউ ম্যুলাৰ্")·· যাওক, এই ভাষা-পৰীক্ষাৰ ঝামেলাটো পাৰ হ'ল যেতিয়া, আৰু ছমাহৰ ভিতৰত কাম শেষ কৰি আপুনি ঘৰ পাবলৈ পাৰিব, ঈশ্বৰে কৰক। আপোনাৰ বোধহয় ইয়াত ইমান দূৰত ঘৰলৈ মনত পৰি থাকে—অ' ভাল কথা, ঘৰত আপোনাৰ কোন কোন আছে—?'

ঘৰৰপৰা আহিবৰ দিনাৰ দৃশ্যটো মনত পৰিল। সেই মাহ ধাৰাষাৰ বৰষুণ নামিছিল—প্ৰায় অবিশ্ৰান্ত আৰু চহৰৰ [illegible]তৰ অঞ্চলত থকা আমাৰ ঘৰটোৰ পৰা যিটো ঠেক ৰাস্তা—মটৰ নাযায়, ৰিক্সাও নাযায়—ডাঙৰ ৰাস্তালৈ ওলাই আহিছে, সেইটো এটা স্ৰোতস্বিনী নদী-বিশেষত পৰিণত হৈছিল। গতিকে [illegible] [illegible]চৰ শুদা-ভৰি 'বয়'টোৰ হাতত বাকচ-পত্ৰ দি মই আৰু [illegible]য় জোতা-মোজা খুলি ট্ৰাউজাৰৰ ঠেং কোঁচাই লৈ 'খাল'টো অতিক্ৰম কৰিবলৈ সাজু হৈছিলোঁ। ভনী দুজনী যদিও সেই পৰিস্থিতিৰে সদায় মেখেলা-চাদৰ কোঁচাই চেণ্ডেল হাতত লৈ [illegible]হা-যোৱা কৰে, সেইদিনা মই তাইহঁতক মোৰ লগে

লগে ভাওঁৰ ৰাস্তালৈ ওলাই আহিব নিদিলোঁ। প্ৰথম কাৰণ, ডাঙৰ ৰাস্তাত মই টেম্পিত উঠিলে দুয়োজনীয়ে ভেঁ-ভেঁকৈ কান্দিব আৰম্ভ কৰিব, অত্যন্ত বিব্ৰতকাৰী পৰিস্থিতি, আৰু ফলত বেছ কিছু দেৰীও হৈ যাব। দ্বিতীয়তে, বৰষুণৰ লগে লগে ঘৰৰ বেৰে মজিয়াই সৰু সৰু ভেকুলী, শামুক, বহুবিচিত্ৰ পোক-পতংগ আৰু বহু বিধি বিভিন্নাকৃতি বিছাও ওলাইছে, দুয়োজনীকে বিছাই ডাকিছে, হয়ত দুখনত ৰঙা দবৰা-দবৰি দাগ, বিছাই-ডকাৰ অব্যৰ্থ মহৌষধ কাণত দুইথোপা চুণ লগাই দুয়োজনী একেবাৰে জধলা হৈ আছে। তৃতীয়তঃ আমাৰ অঞ্চলটোৰ পিছফালে শুকান খিলটোৰ পাৰত যিবোৰ অজ্ঞাতকুলশীল উদ্বাস্তু মানুহে কাঠৰ খৰক-বৰক চকী-মেজ বনোৱা চালি বা পঁচা আলু-পিয়াজৰ দ'ম বা চোৰাই প্লাষ্টিকৰ মাল মানিবেগ, গগল্‌ছ আৰু হাৱাই-চপলৰ ব্যৱসায় তৰি বহি গৈছে নিৰ্বিকাৰ আৰু অপ্ৰতিহত, সিহঁতৰ লঁৰা-ছোৱালীবোৰক বিলটোৰ দাঁতিতেই শাৰীপাতি উলংগ হৈ বহি লেট্ৰিন কেতিয়াবা দেখিছোঁ (ডাঙৰবোৰে কি কৰে সেইটো এটা ৰহস্য!), আৰু এতিয়া বৰষুণৰ সোঁতত সেইফালৰ পানী বৈ আমাৰ এই গলিটোলৈকো আহিছে, তাৰ অৱশ্যম্ভাৱী গাঁতবোৰত নানাৰকমৰ সন্দেহজনক বস্তু থেকেচা লাগি জমা হৈছে, আৰু ফলত উদ্ভৱ হোৱা বিভিন্ন গোন্ধৰ মাজত এটা সেমেকা গোন্ধ যেন কি ৰকম··· নাই, সিহঁতৰ ভৰিত ঘা হৈ যাব!

মাক সেৱা কৰিলোঁ, দেউতাক সেৱা কৰিলোঁ, আৰু বিদায় দিব অহা বয়সীয়া কেইজনমানক। মাই চাদৰৰ আচলেৰে চকু মচিছে আৰু নাকেৰে সোং সোং কৰিছে— বোধকৰোঁ পাকঘৰৰ বেৰকেইখন নানা আৰু-বন্ধ্ৰৰ ছিদ্ৰেৰে পানী পৰি জেকা হোৱাই মাৰ পানী লাগিছে। শোৱাঘৰটোৰো চালখনত এটা ফুটা ওলাই পানী সোমাইছে (বৰষুণ বতৰ আৰম্ভ হ'লেই মাৰ মেজাজ বেয়া হ'ব আৰম্ভ কৰে, বাচন-ধোৱা পকীডোখৰৰ চাৰিওফালে পকপকীয়া হৈ কাম কৰা ছোৱালীজনী সেইফালে যাব নোৱাৰা হয়, চুৱা কাঁহী-বাতি দ'ম হৈ পাকঘৰত পৰি থাকে) আৰু পৰ্দাখন খামুচি ধৰি মাই কন্দা-কটাৰ মাজে মাজে একোবাৰ সন্ত্ৰস্ত হৈ শুদা ভৰিদুখনলৈ চাইছে (কেৰেকুৰাৰ প্ৰতি মাৰ বৰ ভয়, দেখিলেই

বোলে গাটো বি-বি কৰি উঠে, আৰু এই সময়ত ঘৰৰ মজিয়াত অসংখ্য কেৰেলুৱা-এক্সপ্রেছ যাতায়ত কৰে—ভৰিত কিবা লগা যেন পালেই মাই 'ঔ আই, এইডাল কি ঔ!' বুলি চিঞৰি জঁাপ মাৰি উঠে)। দেউতাৰ চটিৰ ভিতৰত মোজা পিন্ধা ভৰি, দেউতাই মোক বিদায়কালীন উপদেশ, নিষেধাজ্ঞা আৰু নির্দেশখিনি দিছে (দেউতা অৱসৰপ্রাপ্ত শিক্ষক), হাতত হোকাটো, দেউতাৰ মাতটো কৰ্কশ। দেউতাৰ বাতৰ বিষ আছে, এই বতৰত মেজাজ ইস্কুলৰ মাষ্টৰণীৰ দৰে খিটখিটীয়া হৈ থাকে, তাতে এই সময়ত এক্কাৰমুৱা, জেকা আৰু ঠেক কোঠাটোৰ ভিতৰত—বস্তুতঃ, ঘৰটোৰ সর্বত্র—মহে কোঁ কোঁ কৰি থাকে কাণৰ কাষত, য'তে বহে ত'তে উৰহে কামোৰে, থাকি থাকি আমাক গালি পাৰে "পানৰপৰা চুনখিনি খহিলেই", আৰু হাতেৰে গোটেই গাটো খজুৱাই খজুৱাই চকীখনত বহি হোকা টানি থাকে। মই অনুমান কৰিছোঁ যে মই যোৱাৰ পিছত, ভণ্টিহঁত আৰু অন্যান্য মানুহবোৰ আঁতৰাৰ পিছত যেতিয়া মাই দেউতাক অকলশৰে আম কাটি আনি দিব আৰু চাহকাপ সমুখত থব, তেতিয়াহে দেউতাৰ কর্কশকণ্ঠ কিঞ্চিৎ কুমলিব। কিন্তু বেছি সময়লৈ নহয়, কিয়নো চাহৰ কাপটোৰ য'তে মুখ দিব খাব তাতে এটা মাখি আহি পৰিব, আৰু আম কেইচকলাৰ ওপৰত ৰাজ্যৰ ভেনামাখি ভেন্ ভেন্ কৰিব আৰম্ভ কৰিব ক'ৰবাৰ পৰা। আজি সন্ধিয়া দেউতা ক'লৈকো নোলায় (জলাশয় অতিক্রম কৰি যাবই বা কেনেকৈ?), লেমটো জ্বলাই কঁপাল কোঁচাই "অসম বাণী' পঢ়িব ঃ বৰষুণৰ প্রকোপত অমুক ঠাইত খেতি নষ্ট হৈছে, বানপানী, বানপানী, বানপানী। অমুক ঠাইত অনাটন, তমুক ঠাইত মড়ক আৰু তমুক ঠাইত মহামাৰী। গতিকে চাউলৰ দাম আৰু বাঢ়িব। বৰষুণত ৰাস্তা খহিছে, দলং ভাঙিছে, চহৰৰ ৰাস্তা অগম্য বাছ ষ্টেশ্যন আৰু ৰেল ষ্টেশ্যনৰ ভিতৰত মহাসাগৰৰ সৃষ্টি হোৱাৰ ফলত যাত্রী উঠিব পৰা নাই, ৰিক্সাৱালা পলাই ফাৎ—ৰেল বন্ধ, ডাক তাঁৰ বন্ধ, পৰিবহন স্থগিত। ঘৰ হেৰোৱা আৰু খেৰৰ চালি হেৰোৱা মানুহৰ ভীৰ, ইত্যাদি পৌনঃপুনিক কাহিনী—আৰু স্থানীয় জিলা পুথিভঁৰালত 'মধুগুঞ্জন' কৃষ্টিসংস্থাৰ উদ্যোগত 'বর্ষামংগল' উৎসৱ উদ্বোধন কৰিব একাডেমী পুৰস্কাৰপ্রাপ্ত বিশিষ্ট—

মোৰ ভাই নীৰেন কলেজত পঢ়ে, সিও 'মধুগুঞ্জণ'ৰসী অন্যতম ভ্ৰমৰ, অলপ ৰোমাণ্টিক টাইপ। মোক বিমানপোৰ্তত থৈ আহি সি কি কৰিব সেইটোও মই অনুমান কৰিব পাৰিছোঁ। মটৰ-গাড়ীয়ে ছিটিকোৱা বোকাপানীৰে চেকা লগা পায়জামাটো দুহাতেৰে দাঙি দাঙি সি মিউনিছিপালিটিক জহান্নামে যাব কৈ আমাৰ গলিটো সোমাব। গলিৰ প্ৰায় মুখতে মানিকবাবুৰ নতুন ঘৰটো, মানিক-বাবু ৱাৰ্ড কাউন্সিলাৰ। সেইখিনিত অভ্যাসমতে এবাৰ ক্ৰুদ্ধদৃষ্টি হানি সি এবাৰ মানিকবাবুৰ মুণ্ডপাত কৰিব (কিয়নো অঞ্চলটোৰ ভিতৰত মাথো উক্ত ৱাৰ্ড কাউন্সিলাৰৰ ঘৰৰ সমুখৰপৰা বাহিৰ ওলোৱা গলিখিনিয়েই কিবা ৰহস্যময় কাৰণত পকা আৰু গমনসাধ্য)। সামাজিক কৰ্তব্য শেষ; এইবোৰ সৰু কথা। তাৰ পিছত কোনোমতে ঘৰ সোমাই সি পায়জামা আৰু জহৰ কুৰ্তাটো খুলিব। ভৰিখন ধুই ভণ্টিৰ চেণ্ডেলযোৰ পিন্ধিব, ভণ্টিক খুজি চাহ একাপ খাব আৰু তাৰ ৰুমত সোমাব। 'বৰ্ষামংগল'ৰ প্ৰয়োজনত সি তাৰ কিতাপ-শ্বেল্‌ফত থকা তাৰ 'সঞ্চয়িতা' নামৰ মোটা কবিতাৰ কিতাপখন টানিব নে নাটানে ক'ব নোৱাৰো (মেজাজ লৈ কথা), য'ত কোৱা হৈছে যে আমাৰ দেশৰ শ্যামগম্ভীৰ নব-যৌবনা বৰষা সুন্দৰ, অপৰূপ, ইয়াৰ তুলনা নাই, এনেকুৱা দিনত যেতিয়া 'বাহিৰত জল ঝৰে অনিবাৰ নিভৃত নিৰ্জন চাৰিধাৰ— আমি ডেকা ল'ৰা-ছোৱালীবোৰে দুজনে মুখা-মুখি বহি গভীৰ দুখত দুখী হৈ পৰস্পৰৰ মুখলৈ চকু স্থিৰ কৰি চাই থাকিব লাগে বেকুবৰ দৰে (বোধহয় বাহিৰলৈ ওলোৱাটো অসম্ভৱ কাৰণেই)। (আৰু আমাৰ নিজৰ চকু-নাকবোৰ এতিয়া আমি পকেটত ভৰাই থব পাৰোঁ, কিয়নো বিলাতৰ মানুহে এই কবিৰ তাৰিফ কৰিছে যেতিয়া তেওঁৰ কথাই নিশ্চয় সঁচা: আমাৰ দেশখন ইমান সুন্দৰ, ইমান পৰিষ্কাৰ, ইমান সৌম্যস্তব্ধ সমাহিত শান্তিৰে ভৰা আবেশবিহ্বল স্বপ্নপুৰী, বৰষা নামিলে প্ৰতিটো চহৰ, প্ৰতিখন গাঁও, প্ৰতিটো ৰাস্তা, প্ৰতিখন জংগল আৰু পৰিষ্কাৰ আৰু সুন্দৰ আৰু অপৰূপ হৈ পৰে, ইয়াৰ তুলনা যে নাই!)। অৱশ্যে তাৰ পৰৱৰ্তী সম-স্যাটো হব মোৰ ৰচনাখনৰ দৰে: সৌৱা নীৰেন দত্ত ডিষ্ট্ৰিক্ট লাইব্ৰেৰীলৈ যাবলৈ ঘৰৰপৰা ওলাইছে···আস্, তেওঁ বাৰু আছি

সক্ষিপ্ত কেনেকৈ তেওঁৰ মনমজীৱীৰ গোহাকৰ পাৰিপাট্য বজাই ৰাখি ভাওৰ ৰাস্তাত উপনীত হ'ব ?

কফিত চুমুক দি পৰিতৃপ্ত হ'লো। আঃ! অৱশেষত মোৰ সপোন সঁচা হৈ আহিব ধৰিছে। অহা মাহত ঘৰলৈ তিনি-চাৰিশ মার্ক যি পাবো পঠিয়াব লাগিব। সেইতাৰ কমটোৰ যেনেধৰণ আৰু মাৰ পাকঘৰৰ, ফুটা চালিখন মেৰামত কৰাই লওক কিছু কিছু।

ঘৰলৈ গৈ মানিকবাবুক কৈ-মেলি পাৰিলে ঘৰৰ সমুখৰপৰা কিছুদূৰ পকা কৰাই লৈ বন্ধ নৰ্দমা দুটা কটাই দিয়াব (পাৰিলে ঢাকি দিয়াব) চেষ্টা এটা দিম (চেষ্টা এটা!—ভণ্টিহঁতৰ আৰু আমাৰ নহলে বৰ অসুবিধা হয়।) অঞ্চলটোৰ বাকীখিনি অৱশ্যেই মোৰ চেষ্টাৰ মুলুকত নপৰে' চব কাম কি এজনেই কৰিব? ইমান 'কাঠ-খেৰ পুৰি' জাৰ্মানীলৈ আহিছোঁ কি ঘৰলৈ গৈ ৰাজ্যৰ আনুহৰ কথা ভাবি মৰিবৰ বাবে? মই কি গৰ্দভ?

ইৰাণী ল'ৰাজনৰ আহিবৰ সময় হৈ আহিল। ফ্ৰাউ ম্যুলাৰে চকীৰপৰা উঠি কৰমৰ্দন কৰিলে আৰু পুনৰ্বাৰ মকৈ সোধাৰিলে যে "তোমাৰ চহৰখনৰ এটা বৰ্ণনা." যিটো মই জাৰ্মান ভাষাত লিখি আনি দিলোঁ, সেইটো 'আউফজাৎচ'— সেইটো ৰচনা—তেওঁৰ বাবে একেবাৰে আশাতীত হৈছে, সম্পূৰ্ণ নিৰ্ভুল, আৰু একেবাৰে পকা হাতৰ বৰ্ণনা। এনেকুৱা বুলি জনাইছেঁতেন, তেওঁ মোক আৰু অলপ দীঘল (আৰু কঠিণ) কাম দিলেহেঁতেন, যেনে ধৰক যদি এই বিষয়বস্তুটোকেই— লোৱা যায়— বৰফ গলিব আৰম্ভ কৰাৰ পিছত আপোনাৰ চহৰখনৰ অৱস্থা কেনেকুৱা হয় তাৰে এটা বৰ্ণনা—

মই মনে মনে প্ৰমাদ গণিলোঁ, কিন্তু মিচিকিয়াই হাঁহিলোঁ।

"বোধহয় মোটামুটি আমাৰ ইয়াৰ দৰেই, আপোনাৰ এই 'আউফজাৎচ'টো পঢ়ি যি ধাৰণা হৈছে," ফ্ৰাউ ম্যুলাৰে তেওঁৰ বগা চুলিবোৰৰ মাজেৰে আঙুলি চলাই চলাই লাহে লাহে ভাবি ভাবি ক'লে, "বৰফ গলিছে, এখন বগা চাদৰবোৰ, বস্তুবোৰৰ অৱয়ব, গছ-গছনি, ৰাস্তা-ঘাটৰ ওপৰৰ

পৰা বৰফৰ আৱৰণ আঁতৰি গৈছে, নিজ নিজ ৰূপত আকৌ আত্মপ্ৰকাশ কৰিব আৰম্ভ কৰিছে, পুনৰ যানপ্ৰবাহ আৰু জীৱনৰ চাঞ্চল্য…… অৱশ্যে ধূলিয়ে যোকাই গলিত বৰফপানীৰে ৰাস্তাঘাট কিছু লেতেৰা হৈছে প্ৰথম প্ৰথম, ৰাস্তাত ঠায়ে ঠায়ে ডোঙা বান্ধিছে। যদিও অৱশ্যে, সোনকালেই বৰফ চুচি নিয়া গাড়ীবোৰ আহিব, কেইঘণ্টামান পিছতেই পুনৰ সকলো আগৰ দৰে পৰিষ্কাৰ হৈ যাব। (ৰাজহুৱা পৰিচ্ছন্নতাৰ ভাৰ চহৰ-পিতাসকলেই লৈছে, সেই বিষয়ে আৰু যিহওক আজি আৰু নাগৰিক চিন্তিত হব নালাগে)। অৱশ্যে কিছুমান ৰাস্তাত সেই আছুকলীয়া গাড়ীবোৰ সোমাব নোৱাৰে, তাত আমি নিজেই নিজৰ ব্যৱস্থা কৰি লব ইমান দিনে জানিছোঁ, ঈশ্বৰক ধন্যবাদ। এই ধৰক, মোৰ ঘৰটো, ক্লিন্‌কাৰক্ষ্যচ্‌গাচে বোলা ঠেক গলি এটাৰ ভিতৰত—সেইপিনে কেতিয়াবা গৈছে নে? ম্যাকবি গীৰ্জাৰ কাষৰেই সোমাই গৈছে—তাত এই গাড়ীবোৰ নাযায়, আমাৰ ঘৰৰ সমুখৰ বৰফখিনি মোৰ ল'ৰা-ছোৱালী দুটায়েই কোৰ মাৰি চাফা কৰি দিয়ে। দুকাষৰ দুঘৰ মানুহৰ ঘৰত আকৌ তেনে-কুৱা কৰ্মঠ মানুহ নাই বুঢ়া-বুঢ়ী থাকে, সেইবাবে মোৰ গ্ৰেটশ্বে'ন্ আৰু ফ্ৰীৎচক কৈছো, তহঁতেই এই দুঘৰ মানুহৰ সমুখৰ বৰফখিনিও পৰিষ্কাৰ কৰি দিবি… যিহওক, বোধকৰোঁ আপো-নালোকৰ সিপিনেও—"

মিচিকি হাঁহিটো কোনোমতে বজায় ৰাখি সামান্য মুৰ দুপিয়াই শুনি গ'লো। ভৱিষ্যতে যদি মোৰ ল'ৰা-ছোৱালী হয়, তেনেহলে মোৰ 'গ্ৰেটশ্বেন'জনীক পাৰিলে এই পিনৰপৰা উভতি যোৱা কোনো ল'ৰা এটাৰ লগত বিয়া দিম, আৰু মোৰ ফ্ৰীৎচ্‌কো এই-পিনৰপৰা ডিপ্লমা এখন আনিবলৈ পঠিয়াম। আৰু এইয়া ক্লাউ ম্যুলাৰে 'সিহঁতৰ হতুৱাই কিবা লোকৰ ঘৰ পৰিষ্কাৰ কৰাৰ কথা ক'ব ধৰিছে। বুদ্ধি-শুদ্ধি একেবাৰেই নাই? তুষাৰপাত শেষ হ'লে—বা বৰং, বৰষুণ এৰিলে— মোৰ চহৰখনৰ ৰাস্তা-ঘাট-নলা-নৰ্দমাই কিদৰে আত্মপ্ৰকাশ কৰিব আমাৰ আই-ওলোৱা গলিটো আৰু পিছপিনৰ বিলৰ পাৰৰ বিক্ষিউজি কলংনিব চাজিঘৰবোৰ কি ৰূপত প্ৰকট হৈ উঠিব (গোহাৰবোৰৰ কথা উহ্যই ৰাখিলোঁ) তাৰ

বৰ্ণনাৰে এটা 'আউফজাৎচ্' লিখি মই অৱশ্যেই ভদ্ৰমহিলাক দিব নোৱাৰোঁ, কাৰণ তিমানখিনি জাৰ্মান ভাষাজ্ঞান আচলতে মোৰ নাই—যিটো বৰ্ণনা লিখি দিছোঁ সেইটো—সহজেই অনুমেয়—'সৰল জাৰ্মান শিক্ষা' নামৰ এখন পুৰণি জাৰ্মান-ইংৰাজী কিতাপৰ পৰা তস্কৃত, 'আমাৰ চহৰ বৰফ'—মাথো নামবোৰ সলাই দিছোঁ, 'আমাৰ চহৰ'ৰ ঠাইত 'গুৱাহাটী' বহুৱাই দিছোঁ।

# কৃষি গৌৰৱ

ড° লক্ষ্মীনন্দন বৰা

বছৰে এবাৰ নহয় কেবাবাৰো এই ঠাইত ব্ৰহ্মপুত্ৰৰ বুকুখন উবুৰি খাই পৰিবই। মানুহ-গৰু-ম'হৰ নগুৰ-নাগতি কৰিবই। পিচে পথাৰতো তৰপে তৰপে পলস এৰি থৈ যাবই।

ইয়াৰ মাটি সাৰুৱা। ইয়াৰ লকচা বন, এৰাল্লি, দলনি লোদোৰপোদোৰ। পিচে ধান-মৰাপাট আৰু সৰিয়হ? ক'বলৈকে মন কোঁচ খাই যায়।

আৰু মানুহবোৰৰ মনবোৰ জানো সাৰুৱা? সাৰুৱা মনৰ মানুহ জানো ঘনাই ঘনাই নিঠৰুৱা হয়? গাৱঁৰ মানুহ হৈ গাৱঁৰ গেলামালৰ দোকানত চাউল-দাইল-আলু-পিয়াজ কিনিবলৈ কিয় শাৰী পাতিব লাগে? ইহঁত অকৰ্মণ্য, এলেহুৱা, তলখুচৰীয়া, ভয়াতুৰ। কম-বেছি পৰিমাণে থকা অসমীয়া মানুহৰ এটাই-কেইটা বদগুণেই আছে।

পিচে সিহঁতক দুষিবলৈ জানো থল আছে? চৰকাৰৰ ঘৰৰ মানুহৰ জানো মগজবোৰ সাৰুৱা? প্ৰতি বছৰেই ব্ৰহ্মপুত্ৰৰ পাৰত মথাউৰি সজায় আৰু পানীয়ে প্ৰতি বছৰেই ভাঙে। তাকে জানি শুনিও গড়কাপ্তানী বিভাগে মথাউৰি সাজিছে, আলি বান্ধিছে। যেন ল'ৰা-ছোৱালীয়ে বালিঘৰ সাজিছে আৰু আপোন ইচ্ছাৰে ভাঙিছে।

অথচ ইয়াতে খোপনি পিটি আঠ বছৰ বৈ থকা গড়কাপ্তানী বিভাগৰ অকামিলা ইঞ্জিনিয়াৰৰ অফিচটোত ঠিকাদাৰৰ ভিৰ দেখি ভাব হ'ব ইহঁতে যেন সৰগলৈ যোৱা জখলা এটা সাজিবলৈহে দিহা কৰিছে।

অতি দুখৰ কথা যে ময়ো এই গড়কাপ্তানী বিভাগৰ অফিচটোৰ কেৰাণী। মই লম্পট নহলেও আন সকলোৰে দৰেই কপট। এই অঞ্চলৰ সকলো কপট। ইঞ্জিনীয়াৰ চাহাব, কেৰাণী, মহৰী, ঠিকাদাৰ, সমূহীয়া উন্নয়নৰ মানুহ, কৃষি বিষয়া আৰু সৰ্বশেষত ৰাইজো। ইয়াত থাকি মোৰ ভিতা লাগিছে। কিন্তু

কৰিম কি? দৰমহা কেইটকাতো পাবই লাগিব।

ইহঁতে মানে এই তলখুচৰীয়া মানুহবোৰে মোক সমূলি দেখিব নোৱাৰে; মই মাজে মাজে দুই এটা সঁচা কথা কবলৈ ভাল পাওঁ কাৰণেই। ইহঁতে মোক গুণ্ডা বুলি এতিয়ালৈকে কোৱা নাই। বোধকৰো মই সাধাৰণ ধুতি-পাঞ্জাবী এযোৰ পিন্ধো, বেগেৰে খোজ নেকাঢ়োঁ আৰু চেহেৰাটো তেনেই নিমাখিত কাৰণেই। পিছে গুণ্ডা প্ৰকৃতিৰ মানুহ বুলি কোৱাকুই কৰিছে। আৰু শুনিবলৈ পাইছোঁ যে মই আজিকালি চাকৰিটো পাইহে হেনো নিজৰ হাতেৰে চুৰ কৰিবলৈ এৰিছোঁ। এসময়ত যে মই চোৰ আছিলো এই কথা হেনো খাটাং। এতিয়াও হেনো মোৰ চোৰৰ লগত যোগাযোগ আছে। মই হেনো চোৰৰ গভাইতটোহে।

পলস পৰা সাৰুৱা মাটিত ওপজা মনৰ মানুহে জানো এনে অভিমত দিয়ে। নিন্দুকৰ মগজুত ঘিউৰ বদলি গোবৰ-জাবৰ থকা হলেও ইয়াতকৈ উপযুক্ত কথা কব পাৰিলেহেঁতেন।

এটা গুণ্ডা মোৰ লগ। সি চোৰো। আচৰিত কথা যে তাক মই ভাল পাওঁ। সেইবুলি জানো মই গুণ্ডা আৰু চোৰ? সৎ মানুহক মানুহে ভাল পায়। সেইবুলি সকলো মানুহেই জানো সৎ? বিনোৱাৰ লগত পদযাত্ৰা কৰা আটাইবোৰেই জানো নিজৰ অসৎ প্ৰবৃত্তি ত্যাগ কৰিব পাৰিছে? গান্ধীক মহাত্মা বুলি স্বীকাৰ কৰি জানো নেতাবোৰে আত্মাৰ উন্নতি কৰা চেষ্টা কৰিছে?

এই অঞ্চলত এটাই নিৰ্ভীক মানুহ আছে, এটাই আচল গুণ্ডা আছে, এটাইহে কলিকতীয়া বুদ্ধি থকা আচল চোৰ আছে। এটাইহে পৰিবেশৰ লগত খাপ খুৱাবলৈ চেষ্টা নকৰি নিজৰ আপোন মনে চলাৰ স্বাধীনতা উপভোগ কৰিছে আৰু সমাজক তৃণ যেন জ্ঞান কৰা নাই। সি মৌলিক আৰু আপোন অৰ্জিত বীৰ। সিয়েই ৰূপন কাকতী। তাৰ লগত মিলামিছা থকা কাৰণেই মানুহে মোৰ বিষয়ে এইবোৰ কথা উলিয়াইছে। পিছে সিহঁতৰ বহুতেই নেজানে যে সি মোৰ সম্পৰ্কীয়ও— পিতাইৰ পেহীয়েকৰ পুতেক।

তাৰ কোনো নাই। নাই যে নাই তিনিহীয়েক এটাও নাই। এবছৰৰ আগতে সি জেলৰপৰা ওলাই অহাৰ লগে লগে

ওচৰৰ গাঁৱত কিছুমান অদ্ভুত অদ্ভুত ঘটনা ঘটি গ'ল। নতুন উদ্যানৰে তলা খোলা, সিদ্ধি নৰ্ম্মদাৰ্কে মৰ সোমোৱা, তলা মাৰি থোৱা ৰাকচবাকচৰ সোণৰ গহনা নাইকীয়া হোৱা, ভৰালৰ ভৰা ফুটাই ধান অনা, গিৰিহঁতৰ গৰুপাড়ীবোৰেই সৰিয়হ চুৰ কৰি আন ঠাইত বেচা আদি ঘটনাৰ শুং-সূত্ৰ বিচাৰি পুলিচ হাৰাশাস্ত হ'ল। সকলোৱে অনুমান কৰিলে যে ৰূপনে থানাত গোৱাৰ পিছতহে এইবোৰ ঘটিবলৈ পাইছে। কোনোৱে এনেকৈয়ো কোৱা শুনিলোঁ যে পুলিচ তাৰ লগত যোগ আছে। কিন্তু মুখ ফুটাই ৰূপনক চোৰ বুলি কবৰ কাৰো সাধ্য নাই। সকলো ভয়ত থৰহৰি কম্পমান। সি এতিয়াজেকে বহুতক ঘাইল কৰিছে। মিছে ভেৰেৱা বাঘৰ লগত হতাহতি কৰিব পৰা বিধৰ।

কিন্তু যোৱা ছমাহ এইখন আৰু ওচৰচুবুৰীয়া গাঁৱত ক'তো চুৰি হোৱা নাই। ইয়াৰ কাৰণ? আনে ক'ব নোৱাৰে। মই হ'লে ক'ব পাৰোঁ। ভাল গুণ নেদেখা মানুহবোৰে কিন্তু নকয় যে মোৰ লগ লৈ ৰূপনে হাতলৰ স্বভাৱটো এৰিছে। অৱশ্যে সি হাতলৰ স্বভাৱ একেবাৰে এৰা নাই।

ৰূপন মোৰ ওচৰলৈ আহে সদায় দেওবাৰে পুৱা। আন দিনা ৰাতি আঠটাৰ পাচত আহে। মই তাক কওঁ, "এইবোৰ এৰ। খেতি খোলাত লাগ।" সি কয়, "আনবোৰেনো খেতি কৰি কি কচুপাত ফুলাইছে। পানীত জাহ যাবলৈ খেতি কৰিবি?" মই আকৌ কওঁ, 'আকৌ যদি জেললৈ যাবলগীয়া হয়?" সি উলাহ মনেৰে মাত লগায়, "ভালেই হ'ব। পকা ঘৰত] থাকিবলৈ পাম। সদায় দুবেলা দুসন্ধ্যাৰ কাৰণে ভাবিব নলগা হ'ব। বুইছ, ডাষেচৰ, জেললৈ যোৱাটো আমাৰ ট্ৰেইনিংহে। কত যে কিটিপ শিকিলোঁ।" মই একো নেমাতো। মানুহক ভাল কৰা চাবি-কাঠিডাল মোৰ হাতত নাই। মই সাধাৰণ মানুহ। নিজকেই দেখোন ভাল কৰিব পৰা নাই।

কিন্তু এইটো ৰূপনেই এদিন হেজাৰ হেজাৰ ৰাইজৰ চকুত আৰু আনকি দিল্লীৰ চৰকাৰৰ চকুত আদৰ্শ গাঁওবাসী হৈ পৰিল। তাৰ নাম চৌদিশে ফাটি-ফুটি গ'ল। সি কিন্তু তাৰ যশস্যাক তৃণ জ্ঞান জ্ঞান নকৰিলে। আগৰ দৰেই নিৰ্বিকাৰ।

. অসমীয়া [illegible]

তেনেহলে ৰত্নাকৰ বাল্মিকী হ'ল ? দস্যুৱা ভুতে নামঘৰৰ বুঢ়া-ডাঙৰীয়াত শৰণ ল'লে ? —সেইবোৰ একো নহয়। ৰাইজৰ ধাৰণা সদায় অতিৰিক্ত। সি এদিন আহি ক'লে, "বুইছ, তোমেচৰ, মই এই 'বিদ্যা' এৰিলোঁ।" মই সুধিলোঁ, 'কিয় ?" মতিগতি ভাললৈ আহিল ?" সি মাথোন হাঁহিলে। সেয়া আচল হাঁহি নহয়,—নিতান্ত বিদ্ৰূপৰ। 'চিক্ৰেট'ৰ পেকেটটো মোৰ ফালে আগবঢ়াই দি নিজে ওঁঠ দুখনত হাত ফুৰাই ফুৰাই কিছু সময় নিমাতে ৰ'ল। তাৰ পাচত ক'লে, এইবোৰ মানুহৰপৰা বস্তু চুৰ কৰিবলৈ দেখোন সত নোযোৱা হৈছে অ'। মানুহবোৰ যে দিনে দিনে কিমান নিচলা হৈ গৈছে। কতৰ ঘৰত ভাত নাই, কতৰ ঘৰত পিন্ধিবলৈ কাপোৰ নাই। কত মাক-বাপেকে ভোকত কন্দা ল'ৰা-ছোৱালীক মৰিয়ায় ধৰিয়ায়। সিদিনা এঘৰৰ মাক-বাপেকে ল'ৰা-ছোৱালী দুটা কাটি নিজে ফাঁচ লাগি মৰিল। মই তাকে শুনি ভাবিলোঁ,— সিহঁতে মোক কোৱাহেঁতেনো পুহি ৰাখিব পাৰিলোঁহেতেন। সিহঁতক থানা'লৈ নিয়া মই দেখিছিলোঁ। মোৰ কান্দি পেলাবৰ মন গৈছিল। দুদিন একো খোৱা নাছিলোঁ। এৰা, চোৰৰ সমাননো দুখীয়াৰ দুখ বুজে কোনে ? সকলোৰে অৱস্থাৰ তলা-নলা নেপালে সি চোৰ হ'বলৈ যাব কিয় ? অৱইচে আৰু এবিধ মানুহে মানুহৰ অৱস্থা গম পায়। "খেজেনা মহৰীবোৰে।"

তাৰ কথা শুনি মই তবধ লাগিছিলোঁ জ্ঞান বোলা বস্তুটো কিজানি সকলোৰে আছে। চোৰ, ডকাইত, খুনী, গুণ্ডা সকলোৰে, নাই কিজানি ভুৱা দি খোৱাবোৰৰ আৰু ক্ষমতা বজাই ৰখা মানুহ-বোৰৰ। মোৰ তালৈ খুব মৰম লাগিছিল। সুধিছিলো, "তেনে-হলে তই এই স্বভাৱ এৰিলি ?" সি কৈছিল "এৰিলো বুলি নকওঁ 'মেথাউৰি' হওক। মানুহৰ ৰসজীপ হওক। তেতিয়া দেখা যাব।" মই দুনাই সুধিছিলো, "এতিয়া আন ঠাইলৈ যাবি ?" সি কৈছিল, নেযাওঁ। সুকীয়া উপায় পাইছোঁ। এনেকৈয়ে টিঘিল-ঘিলাই বাচি থাকিম। কাপুৰুষৰ দেশত খামি ডাঠ মানুহ চলিবলৈ অকণো টান নহয়।

সি তাৰ অভিপ্ৰায় ব্যক্ত কৰা নাছিল। সি মোৰ ওচৰলৈ

পথেকৰ মুৰত এবাৰহে অহা হৈছিল। সি আতৰত মুৰি ফুৰো বুলি কৈছিল। মোৰ হ'লে বিশ্বাস হোৱা নাছিল।

কিন্তু কথা সঁচা। আজিকালি তাৰ 'ব্যৱসায়' সুকীয়া। সহ পোন্ধৰ মাইল আঁতৰে আঁতৰে থকা হাট-বজাৰবোৰত সি 'ঝান্দি মুণ্ডী' আৰু তিনিপতীয়া তাচৰ জুৱা খেলবোৰৰ চৰ্দাৰ। তাৰ মাজে মাজে পুলিচ দাৰোগাৰ লগত হতাহতি হয়। কিন্তু ৰোজগাৰ আগতকৈ বেছি। আজিকালি সি সেউজীয়া বেল্ট' চাইকেলত উঠে। আঁক-বাঁক হাৱাইন ছাৰ্ট পিন্ধে। দামী 'চিক্রেট হোপে। চুলিত ক্ৰীম ঘঁহে।

তাক বহুত দিন দেখাই নাছিলোঁ। চোৰৰ বৃত্তি এৰাৰ শেষৰ সুমাহ সি মোৰ ওচৰলৈ অহা নাই। কিন্তু হঠাতে বাতৰি কাকতত তাৰ ফটোখন দেখি মই শিয়ঁৰি উঠিলোঁ। নিমিষতে মনলৈ আহিল— সি কিজানি আচৰিত ধৰণৰ 'ডকাইতি কেচ'ত পৰি ধৰা পৰিছে। কিন্তু ফটোখন ভালকৈ চোৱাতহে সেই সন্দেহ দূৰ হ'ল। কাকতৰ ফটোখন কিছুমান প্ৰকাণ্ড প্ৰকাণ্ড ৰঙালাউৰ মাজত। ফটোত সি বিজয়ৰ গৰ্বেৰে মিচিকিয়াইছে। এয়া কি কথা। ৰঙালাউৰ সৈতে চোৰ ধৰা পৰিল? আচল চোৰেতো ধৰা পৰিও মিচিকিয়াব পাৰে। কিন্তু সকলো পঢ়াৰ পাছতহে হৰি হৰি মানিলোঁ। বাতৰি কাকতত লিখিছে—"পহুকটীয়াৰ ডেকা খেতিয়ক শ্ৰীৰূপন কাকতি লেখত ল'বলগীয়া খেতিয়ক। উন্নত পদ্ধতিৰে খেতি কৰি উত্তম ৰঙালাউ উৎপাদন কৰিছে। শ্ৰীকাকতীয়ে চম্পকপুৰ কিষাণ মেলাত দেখুৱা ৰঙালাউবোৰৰ আটাইতকৈ ডাঙৰটোৰ ওজন হ'ল ৩১'২৩ কিলোগ্ৰাম আৰু সৰুটোৰ ওজন হ'ল ২০'৯৬ কিলোগ্ৰাম···

এইবোৰ কি হঁহা-কন্দা কথা। ৰূপনে ক'ৰবাৰ পৰা এই বিয়াগোম ৰঙালাউবোৰ চুৰ কৰি প্ৰদৰ্শনীলৈ নিলে নে মোক নকৈ খেতিখোলাত লাগিল? মনে মনে আনন্দ পালোঁ। সি শত্ৰুৰ মুখত ছাঁই দিলে। গাঁৱৰ মানুহে তাজ্জুপ মানিলে। দুই এক ক'লে, "চোৰৰ হাত লক্ষ্মী-হাত।" পাছত জানিলে যে ৰঙালাউ-বোৰ তাৰ বাৰীৰে। কৃষি পৰিদৰ্শকে হেনো তাৰ বাৰীত এনে ৰঙালাউ দেখিছিল কিন্তু মোক আছি ৰূপনে তাৰ এই কৃতকাৰ্যতাৰ

কথা নকলে কিয় ?

শুনিছিলোঁ বোলে সি শুকুৰবাৰে ঘৰত থাকে। খবৰ কাগজত বাতৰি পায়েই তাৰ ঘৰ ওলালোগৈ। কিন্তু তাক নাপালোঁ। কাষৰে ৰাওলী বুঢ়ীক সুধিলত তাই ক'লে, "সি ৰাতিহে ঘৰলৈ আহে। আগৰ ওলোটা নিয়মত চলে। আজিও 'ঝান্দি মুণ্ডী' লৈ এফালে ওলাই যোৱা দেখিছোঁ।" বুঢ়ীক সোধাত আকৌ ক'লে যে ৰূপনে খেতি-খোলা নকৰে। কোন তলকত ৰাতীত ৰঙালাউ কৰিলে তাই কব নোৱাৰে।

কিন্তু এতিয়া তাক লৈয়ে গোটেইখন তলওপৰ। সি পিছে এইবোৰলৈ ভ্ৰূক্ষেপ নকৰি আগৰ দৰেই হাট-বজাৰত ঘূৰি ফুৰে।

বুঢ়ীক মই অহাৰ কথা ক'বলৈ কলো আৰু কলো যে সি যেন যেনে তেনে মোক লগ পায়।

সি পিছদিনা ৰাতি মোৰ ওচৰলৈ আহিল। মই নোসোধাকৈয়ে সি ৰঙালাউৰ কথা উলিয়াই নিজে নিজে হাঁহিৰ ৰগৰ তুলিলে। হাঁহিত বিদ্রূপ আছে বুলি জানো। কিন্তু হাঁহিৰ ৰগৰতো বিদ্রূপ আছে বুলি জনা নাছিলোঁ। ৰূপনটো সঁচাকৈয়ে সমদৰ্শী। ভাল্ল-বেয়া, উচ্চনীচ, সুখ-দুখ, যশ-অপমান সকলো হাঁহিৰে উৰুৱাই দিব পাৰে। সি ৰঙালাউৰ খেতি কৰাৰ আখ্যানটো বিবৰি গ'ল। মই যেন তেজীমলাৰ যুগৰ ৰূপকথাহে শুনিলোঁ :

কৃষি বিভাগৰ অফিচৰ গুদামত যিবোৰ এই অঞ্চলৰ প্রয়োজনীয় বস্তু থাকিব লাগে সেইবোৰ নাই। প্রায়ে নৈয়ে পলস পোলোৱা ঠাইত সাৰৰেই প্রয়োজন কম। কিন্তু সিহঁতৰ গুদামত সাৰহে আছে বুলি ৰূপনৰ প্রকৃত বিশ্বাস। চাৰি মাহমানৰ আগতে সি ভাবিলে যে ৰাইজৰ বস্তু চুৰ কৰা অন্যায়। চৰকাৰৰ ঘৰৰ বস্তুৰ প্রকৃত ব্যৱহাৰ নহয় বুলি তাৰ বিশ্বাস। সেই কাৰণে গুদামত ধান-সৰিয়হৰ কঠীয়া আছে বুলি ভাবি সি এদিন শেহ ৰাতি বিশেষ কায়দাৰে কৃষি বিভাগৰ গুদামৰ প্রকাণ্ড তলাটো খুলিলে। ভিতৰত দেখিলে অনেক থৈলা বস্তু পৰি আছে। কি বস্তু সি ধৰিব নোৱাৰিলে। কিন্তু কামত লগা বস্তু হবই লাগিব বুলি ভাবি দুজা থৈলা তুলি ল'লে। তলাটো আগৰ দৰে বন্ধ

কৰি থলে। বাটত খৈলা দুটাত আঙুলিৰে পিটিকি সি ভাবিলে যে নিশ্চয় ইয়াত সি নজনা খাদ্য আছে। কিন্তু ঘৰত খৈলা খুলিছে সি খঙত জ্বলি উঠিল। তাৰ ইমান কষ্ট অপচয় গ'ল। এইবোৰ নিশ্চয় 'ইংৰাজী' সাৰ। এখেলাৰ গুড়ীবোৰৰ ৰং ছুটীয়াৰ দৰে আৰু ইটো খৈলাৰ খিনি কাপোৰ ধোৱা চৌডাৰ দৰে। পলসে তৰপা-তৰপি হৈ থকা বানপানীৰ গ্ৰাসত পৰা খেতিয়কৰ সাৰৰ প্ৰয়োজন আছেনে নাই সি নেজানে, কিন্তু তাৰ যে খেতিত লগা বস্তুৰ একেবাৰে প্ৰয়োজন নাই। লযোনে থাকিলেও সি লক্ষ্মীছাৰা ঠাইত খেতিয়ক হৈ কলধোপ কলধোপকৈ জীয়াই থাকিব নোখোজে। খঙত আৰু বিতৃষ্ণাতে সি সাৰখিনি পাছ ফালে পেলাই দিলে।

কিন্তু কেইদিনমানৰ পিছত সি দেখিলে যে বৰযুণে সাৰখিনি ভাল্লেমান ঠাইত সমানে বিয়পাই বাখিছে আৰু তাৰ ওপৰত গজি থকা লকচাবোৰ, খতৰীয়াবোৰ আৰু জাতিলাউ এজোপা এনে লহগহকৈ বাঢ়িছে যে দেখিলেই মোহ লাগি যায়, বুকুত সাৰুটি লবৰ মন যায়। তাৰ মগজত সোমেহে এটা বুধি খেলালে। নাওবাৰ কাষত ৰঙালাউৰ গুটি কেইটামান পৰি আছিল। সেই গুটিকেইটাই তাক এদিনৰ কাৰণে হলেও খেতিয়ক হ'বলৈ শিকালে। সেইদিনা দিনটো সি কোৰ মাৰিলে। দুবেওমান মাটি সি চাক কৰিলে আৰু চহোৱা মাটিত খেতি কৰিবলৈ কেইদিনমান বাট চাব লাগে, নকৈ গজা বন উভালিব লাগে বা আকৌ কোৰ মাৰিব লাগে আদি কথা বুজি নেপাই, "হয় হওক, নহয় গুটি গেলি যাওক" ভাব লৈ সি ৰঙালাউৰ গুটি কেইটা আঁতৰে আঁতৰে পুতি থ'লে। তাৰ পাছত আৰু সি খবৰ নললে। এদিন হঠাতে লক্ষ্য কৰিলে যে ৰঙালাউৰ সুন্দৰ সুন্দৰ পুলি হৈছে। তাক দেখি সি পুলিবোৰত মাটি জপাই দিলে। তাৰ পাছতেই আৰম্ভ হ'ল তাৰ ব্যস্ত দিন। সদায় হাট-বজাৰত ঘূৰি ফুৰে। ক'তে ত'তে খাই ফুৰে। পৰেকৰ মুখত এদিনহে ঘৰলৈ আহে। তাকো বাতিটো শুবলৈহে। এবাৰ অৰ্থাৎ দুমাহমানৰ পাছত সি তিনি পতীয়া তাচত বৰ বেয়াকৈ হাৰিল। ঘৰলৈ আহি সি হাডলৈ নগ'ল। দিনটো অকলে অকলে শুই কটাই দিলে। আবেলি পাছ ফালে চকু ফুৰাই চাই সি আচৰিত হৈ গ'ল। ইমান প্ৰকাণ্ড

শ্ৰীকাণ্ড ৰঙালাউবোৰ যে মাটি দো খুৱাই লেদ্‌লেদ্‌ কৰে পৰি আছে। সি যেন সামাজিকহে দেখিছে। ইমান ডাঙৰ ৰঙালাউ সি কাহানিও দেখা নাই। এটা ৰঙালাউৰেই যেন এটা বৰভোজ পাতিব পৰা যাব।

পাছদিনা দুটা ৰঙালাউ লৈ সি বজাৰলৈ গ'ল। বজাৰৰ মানুহো ৰঙালাউ দেখি থৰ লাগিল। কথাটো ফাগুনৰ বতাহৰ দৰে চাৰিওফালে বিয়পি পৰিল। কৃষি বিষয়াই ঘৰতে চাই গ'লহি। উন্নয়ন বিষয়াই চাই চাই তাক যে কত নকলে। তাৰ ঘৰলৈ যে কত ৰকম মানুহ আহি থাকিবলৈ ধৰিলে। সি চাহ খুৱাই ৰক্ষা নোপোৱা হ'ল। কিন্তু সি তথাপি নিজক ডাঙৰ বুলি নেভাবিলে। অৱশেষত উন্নয়ন বিষয়া আৰু কৃষি বিষয়াজনে তাৰ ফটো ললে; তাৰ সৈতে ৰঙালাউবোৰৰ এখন ফটো ল'বলৈও নেপাহৰিলে। প্ৰতিটো ৰঙালাউৰ ওজন ললে। বিশেষ খৰচ কৰি তাক আৰু দহোটা ৰঙালাউ চম্পকৰ কিষাণ মেলালৈ পঠিওৱা হ'ল। তাত সি স্বৰ্গৰ পৰা মৰ্ত্যভূমিলৈ নামি অহা সচিব-সঞ্চালকৰ বিশেষ ধৰণৰ প্ৰশংসা লাভ কৰিলে। বিশেষ চাহৰ মেলত সি চাহ-মিঠাই খাবলৈ পালে। সেই ডাঙৰ প্ৰদৰ্শনীখনৰ একমাত্ৰ নায়ক হ'ল সি আৰু নায়িকা বুলি ক'ব নোৱাৰিলেও নায়কৰ আশাৰ ধন হ'ল দহোটা ৰঙালাউ। বাতৰি কাকতৰ ফটোগ্ৰাফাৰে তাৰ অনেক ভঙ্গীত ফটো ললে। সি কোৱা কথাবোৰ বেদবাক্য বুলি ভাবি একান্ত বাধ্য ছাত্ৰৰ ভঙ্গীৰে টুকি গ'ল। ৰেডিঅ'ৰ মানুহ আহিল। তাৰ কথাবোৰ টেপ্‌ ৰেকৰ্ড কৰিলে। সেয়া গাঁৱলীয়া চ'ৰাত বিশেষভাবে প্ৰচাৰ কৰিলে বুলি সি উন্নয়ন বিষয়াৰপৰা জানিলে। কেইদিনমানৰ ভিতৰতে তাৰ যশে নধৰা হ'ল।

ৰাপনে শুকন্ত নিদি কোৱা কথাবোৰ শুনি শুনি ময়ো ভোল গ'লো। তাৰ ঘৰত আৰু কেইটামান ৰঙালাও আছে। সেই কেইটা চাবলৈ তাৰ লগত ওলালোঁ। অৱশিষ্ট ৰঙালাউবোৰ চায়েই মোৰ চকু চুলিৰ ওচৰ পালেগৈ। আপোনা-আপুনি মোৰ হাত এখন তাৰ পিঠিত পৰিল। উল্লাসেৰে চৰিয়াই চপৰিয়াই অনৰ্গল মাতি গ'লো, "চাব্বাইচ, চাব্বাইচ!" সি খঙেৰে মোৰ কাণে চাই ক'লে, "হাত জেপত ভৰা। তয়ো পাগল হৈছ নেকি?" মই

থমকি ৰলোঁ। ক'লো, "তোৰ লক্ষ্মী হাত। তই কিজানি উত্তম খেতিয়ক হ'ব পাৰিলিহেঁতেন। আন খেতিয়কতকৈ তোৰ মগজু ভাল।" সি ক'লে, "তোৰ মাথা, মোৰ মুণ্ড। অৰ্থাৎ এই খেতি কৰাত মোৰ অকনো বাহাদুৰি নাই। মাটিডোখৰ নিশ্চয় মোৰ মাটি কাৰণেই দহ বাৰ বছৰ পৰি আছিল। তদুপৰি দহ পোণ্ডৰ বছৰেপৰা পলসৰ ওপৰত 'ইংৰাজী' সাৰ পৰি অদ্ভুত কিবা এটা হৈ গ'ল। অদ্ভুত অদ্ভুত বঙালাউ লাগিল।"

মই একো নামাতি পাছ ফালে গৈ বাৰীখন চালো। এতিয়া বঙালাউৰ গছবোৰ বুঢ়া হৈছে। পাতবোৰ হালধীয়া হৈছে। কিছুমান পাত পৰিছে। কিছুমান মাটিৰ সংশ্ৰৱ পাই পচিছে। কিন্তু তাৰ সৰু বাৰীখন তাৰকাটাৰে বেৰি থোৱা দেখি ক'লোঁ, "বাপন, আচলতে তই খেতি কৰিম বুলি ভাবিছিলি হ'বলা। বাৰীখন দেখোন বেৰি থৈছ।" সি খিক্ খিক্‌কৈ হাঁহি ক'লে, "তয়ো, তোষেচৰ, এটা দগধা। ইংৰাজী শিকিলে দগধা হয় বুলি কথা মই সৰুৰেপৰা জানো। কিন্তু তই দগধা বুলি ভবা নাছিলোঁ।"

"কিয় ? মই বৰ আচৰিত কথা ক'লো নেকি ?"

"আচৰিত কথাতো, চোৰৰ মহিমা পাবলৈ আছিছ ? এই তাৰকাটাবোৰ তহঁতৰ অফিচৰ পৰাই অনা। তাৰে বাৰীখন এনেকৈ বেৰিলোঁ, যাতে পুলিচ ঘৰ ওলালেহি মই জাপমাৰি পাৰ হৈ পাছ ফালে সৰকিব পাৰো আৰু লেথেমা পুলিচবোৰে পাৰ হৈ মোৰ পাছ ল'ব নোৱাৰে। আৰু এটা কথা, মই ঘৰত নেথাকোতে বাৰু বঙালাউবোৰ আন কোনেও নিনিলে কিয় ?"

"চোৰৰ বস্তু বুলিয়েই। কোন সময়ত তই ঘৰ ওলাবহি তাৰ ইয়ত্তা নাই বুলিয়েই।"

"চাব্বাইচ্। এইটো আচল সমিধান দিছ।"

তাৰ পাছৰে পৰা বাপনৰ লগত দেখা সাক্ষাৎ নাই। তাৰ ঘৰলৈ কেবাবাৰো গৈছিলোঁ। এদিনো পোৱা নাছিলোঁ। কিন্তু তাৰ অনুপস্থিতিতেই অফিচত তাৰ বিষয়ে অনেক কথা শুনিছিলো। এয়া আগেয়ে শুনা কথাতকৈ বহুত বেলেগ। মোৰ বৰ ভাল লাগিল। তাকো কোনেও বাপন গুণ্ডা বা বাপন চোৰ বুলি উল্লেখ

নকৰে। সঞ্চালক-সচিব আৰু বহুিয়া বছ্নিয়া মটৰত ফুৰা ডাঙৰ ডাঙৰ বিষয়াবোৰে তাক শলাগি কৰমৰ্দ্দন কৰিলে কাৰণেই তাক কপলুৱা বুলি ভবাবোৰে হেনো তাক কাকতীঘৰৰ ৰূপেন বুলিহে কয়। তাৰ বিষয়ে ষে কত কথা ওলাইছে। গাড়ী চলাই অহা বিষয়া এটাই হেনো তাৰ ঘৰলৈ আহি এদিন ক'লেহি, "কাকতী ডাঙৰীয়া, ৰঙালাউৰ গুটিবোৰ আমাৰ ফাৰ্মৰ পৰা অনা বুলি যদি কৈ দিয়ে আমাৰ বৰ ভাল হয়।" ৰূপন সম্মত হ'ল। বিষয়াজনে অৱশিষ্ট ৰঙালাউৰ এটা বাৰ টকাত কিনি মন্ত্ৰীক দেখুৱাবৰ বাবে লৈ গ'ল। সেই অঞ্চলৰ গুটি মহৰীটোৱে তাক অনুৰোধ কৰাত সি পুনৰ মিছাকৈয়ে জনাই দিলে যে উত্তম ৰঙালাউৰ সঁচ সি দিছিল। কৃষি প্ৰদৰ্শকজনে কাকুতি-মিনতি কৰাত সি অন্য এদিন অহা জিলা বিষয়াজনক ক'বলগীয়া হ'ল যে তাৰ ৰঙালাউৰ খেতিত দিয়া সাৰ কৃষি প্ৰদৰ্শকে যোগান ধৰিছিল আৰু সাৰৰ মাত্ৰাও ভালকৈ বুজাইছিল। গ্ৰাম-সেৱকৰ উৎসাহ পাইহে সি কেতিয়াও খেতি নকৰা মানুহটোৱে খেতিত মন দিলে।

গুটি মহৰী চিকটা কলিতা, কৃষি প্ৰদৰ্শক ধনেশ্বৰ তামুলী আৰু গ্ৰাম-সেৱক কৰুণা হাতীকাকতী আমাৰ এই অঞ্চলৰে ল'ৰা। সিহঁতে দাও মাৰিলে। উত্তম চাকৰিয়াল হিচাপে সিহঁত স্বীকৃত হ'ল। পাছত হেনো সিহঁতৰ প্ৰমোছন হোৱাৰ আশা। গ্ৰাম-সেৱক ইতিমধ্যে চিনিয়ৰ গ্ৰাম-সেৱকলৈ প্ৰমোছন পালেই। তাক লগ পাবলৈ অহা অফিচাৰবোৰৰ কাৰ ক'ত সুবিধা হ'ল কোনেও ক'ব নোৱাৰে।

এদিন হঠাতে ৰূপন মোৰ ওচৰত থিয় হ'লহি। একো সুধিবলৈ নৌপাওতেই ক'লে, "আজি দাও মাৰিলো দে। শিলিখা-তলী হাটত এটা বেপাৰীক ঘটুৱালো। মোৰ উঠিছিল 'টেক্কাৰ টায়ো।' সি পাইছিল 'বজাৰ পেয়াৰ।' সিও অঁকৰা। এশটকীয়া নুখন থাপিও আঙঠি এটা ভজিলে। এয়া চা, আজি প্ৰায় তিনিশ টকা লাভ।"

মই তাক ভাল কথা বুলি কোনোমতে শলাগি অফিচত গুণা কথাবোৰ উলিয়ালোঁ। সি প্ৰত্যেকটো কথা সঁচা বুলি আগৰ

সবেই আগ্রহ নেদেখুৱাই মাথোন স্বীকাৰ কৰিলে। মোৰ তাৰো খং উঠিল। ক'লো, তয়ো এটা অধা মুৰ্খ। তই মাজতে বহুৱা সাজিছ আৰু আনবোৰে মজা কৰিছে। নিজে বওালাউ খেতি কৰিলি, নিজৰ যশস্যা হ'ল। তেনে যশস্যা শুনিও ভাল লাগে। অমুকে অমুক সহায় কৰিলে, তমুকে তমুক কৰিলে বুলি সিহঁতৰ কথা মতে ভাটৌৰ দৰে মিছা কথাবোৰ কৈ ফুৰ কিয়? তোৰ নিজত্ব নাই?

সি এইবাৰ বিদ্রূপেৰে হাঁহিলে। ক'লে, "পত্ৰিকাত থকা কৃষি অধিপতি গুৰু বৃহস্পতি বুলি মোক যেনিবা সংসাৰখনে ক'লে, তাৰ পৰা মোৰ কি লাভ হ'ল? চিকটা, ধনেশ্বৰ, কৰুণা আমাৰ ঘৰৰে ল'ৰা। মোৰ এযাৰ মিছা কথাৰপৰাই যদি সিহঁতৰ লাভ হয়, চুক ভেকুলী হৈ সোমাই থকা ল'ৰা কেইটাই যদি মিছা কথাৰ জৰিয়তে দুখন চাৰিখন দেশ চাব পাৰে, তেনেহ'লেনো কি বেয়া হয়? সেই কাৰণেই এইৰূপ উপকাৰ কৰিলোঁ। জীৱনততো কাৰো উপকাৰ কৰিবলৈ ভাগ্য হোৱা নাছিল।"

তাৰ কথা শুনি আৰু এষাৰ মাতিবলৈ থল নোহোৱা হ'ল। তাৰ উদাৰতাই মোক অভিভূত কৰিলে। সি কথা ন-বহলাই মঙ্গলবাৰে, মানে দুদিনৰ পাছত, আহিম বুলি কৈ গুচি গ'ল।

এইবাৰ আকৌ আন এটা কথা শুনিলোঁ, অ' নহয়, দেখিলোঁৱেই। উন্নয়ন বিভাগে এখন পত্ৰিকা উলিয়ায়। তাত তাৰ কেবাখনো ফটো। এঠাইত এই অঞ্চলৰ বিষয়াজনে লিখিছে, এদিন এটা দুখীয়া ল'ৰাই সংস্থান বিচাৰি নেপাই আমাৰ ওচৰ ওলাইছিলহি। অভাৱে এদিন তাক চোৰ কৰিছিল। দুবছৰ জেলো খাটিছিল। জেলৰপৰা ওলাই সি দিক্ বিদিক্ শূণ্য দেখিছিল। অযোগে দিন কটাইছিল। আতৰ হৈ সি আমাৰ ওচৰ ওলাইছিলহি। আমি তাক দিহা-পৰামৰ্শ দিছিলোঁ। বাৰে বাৰে কৈ তাৰ মগজুত বদ্ধমূল কৰাইছিলোঁ যে কৃষিয়েই সকলো। ভাৰতীয় মাটিত সৰহ শস্য উৎপাদনৰ কথাত সি প্ৰত্যয় লৈছিল। সি তেতিয়াৰ পৰা খেতিত মন পুতি লাগিছিল। সেই ভেকাটোৱেই

এতিয়াৰ স্বনামধন্য শ্ৰীৰূপন কাকতী। আদৰ্শ খেতিয়ক হিচাপে তেখেতে কি কৰিছে এতিয়া অসমবাসীৰ জানিবলৈ বাকী নাই। ওপৰৰ ছবি সমূহে আৰু ৰঙালাউবোৰৰ ওজনেই তাৰ নিভুৰ্ল প্ৰমাণ। আগতে এইগৰাকী খেতিয়কে সৰগ দেখা জুপুৰী ঘৰত কণ্টেৰে দিন নিয়াইছিল। এতিয়া তেখেতে স্বাস্থ্যসম্মতভাৱে নিৰ্মাণ কৰা পকী বঙলা ঘৰত মহাসুখে থাকে আৰু খেতি কৰি শ্ৰমৰ বিমল আনন্দ উপভোগ কৰে...।"

এইখন পঢ়াৰ পাছত মোৰ আৰু খং উঠিল। ৰূপনৰ ক'ত পকাঘৰ আছে? পহুকটীয়া গাঁৱত অফিচ কেইটা আৰু অফিচৰ কৰ্মচাৰীৰ চৰকাৰী নিবাসৰ বাদে আৰু কাৰ পকাঘৰ আছে?

মঙ্গলবাৰে ৰূপন ওলালহি। তাক উত্তেজনাৰে মনৰ ভাৱ কোৱাত সি 'বিতৰাগকামাবোধ—' নিৰ্বাণ-প্ৰয়াসীৰ দৰে ক'লে, "তাৰ পৰা মোৰ কি অনিষ্ট হ'ল? উপকাৰহে হ'ল। আগৰ দৰে এতিয়া মোক পুলিচে আৰু নোপোৱা হ'ল। তদুপৰি তই কোৱামতে আপত্তি জনালে মই কিবা ৰজা হ'মনে? বুইছ, তোমেচৰ, এইবোৰ চাকৰীয়ালৰ লগত বেয়া হোৱা বেয়া। ভাবিছোঁ, আৰুবেলিৰপৰা কাৰবাৰ কৰিম। তেতিয়া এইবোৰ চাকৰীয়ালৰ কোন ক'ত কামত আহে ঠিক নাই। যি লিখিছে, যি বকিছে লিখি থাওক। সিহঁতো এদিন মোৰ কামত আহিব।"

এই যুক্তি শুনিও মই নিমাতে ৰ'লোঁ। ৰূপন নিশ্চয় মোতকৈ বহুদৰ্শী। সি এই জুৱা খেলা, চুলাই, মদৰ ক'লা বেপাৰ কৰা (এই বিদ্যাত সি নতুনকৈ লাগিছে বুলি সিয়েই সিবাৰ আহোঁতে কৈছিল) আদি বেয়া স্বভাৱ বাদ দিলে এদিন ডাঙৰ মানুহ হ'ব।

কিন্তু ৰূপন ডাঙৰ মানুহ নহ'ল। ৰূপনে চোৰৰ পৰা প্ৰমোচন পাই জুৱাৰী হ'ল। এতিয়া জুৱাৰীৰ পৰা প্ৰমোচন পাই ঘৰতে চুলাই মদ তৈয়াৰ কৰি গড়কাপ্তানী বিভাগৰ কুলিক আৰু মদৰ জুতি লোৱা আন কৰ্মচাৰীক বিক্ৰী কৰি আগতকৈ বেছি উপাৰ্জন কৰিবলৈ ধৰিলে। নতুন অবৈধ ব্যৱসায়ে তাক আনৰ

চকুত কিজানি সন্মানিত কৰিলে। সি খুব ব্যস্ত হৈ পৰিল। মানুহটোৰ কিবা পৰিবৰ্তন হ'লনে নাই মই ক'ব নোৱাৰো। সি মোৰ ওচৰলৈ নহা হ'ল। মোৰো তাৰ ঘৰলৈ যাবলৈ সংকোচ হ'ল। জানোচা মোকো কোনোবাই মদৰ গ্ৰাহক বুলি ভাবেই।

এমাহ গ'ল, দুমাহ গ'ল, চাৰিমাহ পাৰ হ'ল। ৰূপন থিতাপি লাগিল। মানুহে এই কেইমাহতে বতালাউৰ কথা পাহৰি গ'ল। কিজানি সিও পাহৰিলে। কিন্তু মইহে পাহৰিব নোৱাৰিলোঁ। কিন্তু হঠাতে আজি চাৰিমাহ এঘাৰ দিনৰ মূৰত তাক মোৰ পদূলিৰ মুখত দেখি আচৰিত হৈ গলোঁ। তাৰ আজি মোৰ ওচৰলৈ আহিবলৈ কি ইচ্ছা হ'ল? নিশ্চয় কিবা ডাঙৰ কথা আছে।

সি ভয়ে ভয়ে আহিছে। নিশ্চয় তাৰ কিবা বিপদ।

সি মোৰ কাষ পাই ক'লে, "চাব-মোহৰ মৰা চৰকাৰী কাগজ এখন পাইছোঁ। কাকো নেদেখুৱালোঁ। জানোচা কথা বিষমেই। ইংৰাজীত লেখা। তই পঢ়চোন। কাকো নকবি আকৌ।"

মই চিঠিখন পঢ়ি গ'লোঁ। পঢ়ি আনন্দৰে মন উপচি পৰিল। তাক সাবটি মাৰি ধৰিলোঁ। সি হতভম্ব হৈ সুধিলে, কি হ'ল?" মই ক'লো, "আমাৰ গাঁৱৰে খোচনাম। উত্তম খেতিয়ক হিচাপে চৰকাৰে তোক গণ্য কৰিছে। তোক এটা উপাধি দিছে— "কৃষি গৌৰব।" সেই উপাধি লবলৈকে তই এতিয়া যাব লাগে।" এই বুলি কৈ মই তাৰ মুখলৈ চালোঁ। সি কিন্তু সম্পূৰ্ণ বিপৰীত মানুহ। খঙত, আক্ৰোশত আৰু অপমানত তাৰ চকু মুখ ৰঙা পৰিছে। হঠাতে যে সি ৰহস্যময় হৈ পৰিল। ক'লে 'তয়ো সেই। এয়া তই ইংৰাজীত শিকা বিদ্যাৰে আনন্দৰ কথা বুলি ভাবিছ? মই চোৰ হ'ব পাৰো, দুই এবাৰ বাধ্যত পৰি মিছা মাতিব পাৰোঁ; কিন্তু কপট নহয়, অসৎ নহয়। মই এই উপাধি কোনো মতে ল'ব নোৱাৰো, ওপৰৰ জনে শাও দিব। এতিয়াই লেখ, এই মাত্ৰই, এই বুলিয়েই মই এই উপাধি—নলওঁ। মই এতিয়াই তাৰ তলত টিপচহী দি দিওঁ। লেখ, নেলেখ কিয়? তেৰা লাগি কি চাই আছ?.... ......

# নামী ব্যক্তি

শীলভদ্ৰ

খুব ভাল লাগিছিল। কৃতাৰ্থ বোধ কৰিছিলো। নামী মানুহ, ডাঙৰ মানুহ! এম্. এল্. এ হৈছিল এবাৰ। বয়স হৈছে। তথাপি ৰাইজৰ কামত লাগি আছে। মানে, সভাপতি হয়। গান্ধীৰ জন্মদিন, বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী, কলেজৰ উদ্বোধনী সভা, সকলোতেই তেওঁ সভাপতি হয়। এই বয়সতো প্ৰত্যেক সভাতেই তেওঁ কমেও দুঘণ্টাকৈ বক্তৃতা দিব পাৰে। বগা চুৰিয়া কামিজ, বগা চুলি, মধ্যম আকাৰৰ বগা গোঁফকোছা আৰু লগতে খদ্দৰৰ বগা চাদৰ এখন সহজতে মানুহৰ চকুত পৰে। মানুহৰ মনত সম্ভ্ৰমৰ উদ্ৰেক কৰে। বুঢ়া মানুহৰো যে সৌন্দৰ্য আছে তেওঁক দেখিলেহে কথাষাৰ উপলব্ধি কৰিব পাৰি। চাদৰখনো লয় এটা বিশেষ ভংগীত। সোঁহাতৰ কাষলতিৰ তলেদি পাক মাৰি বাঁও কান্ধত পেলায় দিয়ে। ভাল দেখি।

মই ই. এ. ছি হৈ চহৰখনত অহাৰ কেইদিনমান পিছতেই তেওঁ নিজেই মোৰ খবৰ লব আহিছিল। মই ব্যস্ত হৈ উঠিলোঁ সৰল নিৰহংকাৰী মানুহজন। দুৱাৰ মুখত থিয় হৈ গলগলীয়া মাতেৰে মোক সুধিলে—

"কি হে ডেকা ল'ৰা? কেনেকুৱা পাইছা ইয়াত?" মোক প্ৰথমতেই তুমি বুলি সম্বোধন কৰিছিল। ঠিকেই কৰিছিল। নহলে ময়েই ক'লোঁ হয়।

আদৰ্শবাদী, শুদ্ধ চৰিত্ৰৰ মানুহ। প্ৰত্যেকটো ভংগীতে এটা আদৰ্শৰ প্ৰতিফলন। নিজকে প্ৰগতিশীল বুলি কয়। প্ৰাচীনৰ ভক্ত। আধুনিকতাৰ ঘোৰ বিদ্বেষী। আধুনিকতাৰ সংজ্ঞা কি সুধিবৰ সাহস হোৱা নাই। ধূমপাণ কৰাটো দেখিব নোৱা'ৰে। চাহ খোৱাটো সহ্য কৰে মাত্ৰ। স্ত্ৰী-স্বাধীনতাৰ সমৰ্থক কিন্তু ছোৱালীৰ কলেজত পঢ়াটো পছন্দ নকৰে। সাম্যবাদত বিশ্বাসী কিন্তু হিন্দু সমাজৰ শ্ৰেণীভেদৰ উপযোগিতাও স্বীকাৰ কৰে। ছোটলোকক লাই দিলে যে মূৰত উঠে, এই কথাটোও মানে।

নৰহত্যা, পৰদাৰ-গমণ আৰু মুৰগী খোৱাটোক ঘোৰ অধম বুলি ভাবে। নিজে কেইটামান মাত্ৰ বিদেশী শব্দ ব্যৱহাৰ কৰে। সেই-কেইটাৰ বাহিৰে অইন কিবা বিদেশী শব্দ ব্যৱহাৰ কৰিলে তেওঁৰ খং উঠে। আগতে হেনো অসমীয়া ছোৱালীয়ে মেখেলা-চাদৰ নিপিন্ধি শাড়ী পিন্ধিলে মুখৰ আগতে গালি পাৰি দিছিল। বৰ্ত্তমানে অৱশ্যে তেওঁৰ সৰু ছোৱালীজনীয়ে শাড়ী পিন্ধিবলৈ লোৱাত শাড়ী পিন্ধাৰ উপকাৰিতাও বুজি পোৱা হৈছে। সময়ৰ লগত খাপ খুৱাই চলিব লাগে। গান্ধীৰ অহিংস নীতিত বিশ্বাসী। পিছে, আমেৰিকাৰ লগত লাগি তিব্বতখন দখল কৰি লব লাগে, এইটোও তেওঁ যুক্তিপূৰ্ণ বুলি ভাবে। কেন্দ্ৰৰ দুৰ্বল নীতি লক্ষ্য কৰি তেওঁৰ নিজৰ মেজাজ গৰম হৈ যায়। দেশৰ ভিতৰতো ইফালে আন্দোলন, সিফালে উত্তেজনা। ভালকৈ কেইজাকমান গুলি চলাই দিলেই যে সকলো আন্দোলন ঠাণ্ডা হব, এই বিষয়ে তেওঁৰ সন্দেহ নাই।

এওঁৱেই হ'ল চহৰৰ অন্যতম নেতৃস্থানীয় ব্যক্তি শ্ৰীকন্দৰ্প বৰুৱা। একেটা চুবুৰীত ঘৰ ভাৰা লৈ আছো। নিজেই আহি মাত লগাই গ'ল। নিৰহংকাৰী মানুহ। মই আপ্যায়িত বোধ কৰিলো। স্বয়ংক্ৰিয় ভাবে মুখত সম্ভ্ৰমপূৰ্ণ হাঁহি এটা ওলাই আহিল।

জমজমাট আড্ডা মুহূৰ্ততে নাইকীয়া হৈ গ'ল। পিছফালেদি চকুৰ পলকতে কোনে ক'ত পলাল মনিবই নোৱাৰিলো। বিমূঢ় ভাব কাটি আগতেই দেখিলো দুৱাৰ মুখত কন্দৰ্প বৰুৱা। প্ৰথম-তেই লৰালৰিকৈ তেওঁক আঁৰ কৰি ধূমায়িত এছট্ৰে দুটা পিছফালে বাৰান্দাত থৈ আহিলো। বৰুৱাদেৱ ধূমপানৰ বিৰোধী। মোৰ সম্বন্ধে খুব ভাল ধাৰণা। আজিকালিৰ ডেকাবোৰৰ দৰে উদ্ধত প্ৰকৃতিৰ নহওঁ। বয়োবৃদ্ধ মানী লোকৰ সন্মান ৰাখি কথা কব জানো। অৰ্থাৎ, তেওঁ যি কয় বিনা প্ৰতিবাদে মুখত সম্ভ্ৰমপূৰ্ণ ভাব এটা লৈ শুনি যাওঁ। চমজদাৰ শ্ৰোতা পাই বৰুৱাদেৱৰ স্বাভাৱিক প্ৰতিভা উদ্বুদ্ধ হৈ উঠিছে।

সুধিলো— "চাহ একাপ খাব নেকি ?"

তেওঁ আহত দৃষ্টিৰে মোৰ ফালে চাই সুধিলে— "চাহ, ছিগাৰেট এইবোৰ মই খাওঁ জানো ? মোক তুমি কি বুলি ভাবা ?" কি বুলি ভাবো সেইটো ক'লে এজন সম্মানীয় বুঢ়া মানুহৰ লগত মাৰপিট লাগি যাব পাৰে। মনে মনে থাকিলো।

"জীৱনত মই চাহ, ছিগাৰেট খাই পোৱা নাই। তাৰ কাৰণে মোৰ কিবা ক্ষতি হৈছে বুলি মই নাভাবো।"

তিনি ঘণ্টা ধৰি তেওঁৰ বক্তৃতা শুনিবলৈ সাজু হ'লো। মুস্কিল হ'ল এই সময়ছোৱা মই ছিগাৰেট এটাও খাব নোৱাৰিম। নীৰৱে তেওঁৰ কথা শুনি শুনি মোৰ মনটো কিবা শূণ্যতে ভাহি ফুৰে। তেওঁৰ কথাৰ আঁতিগুৰি নাপাওঁ। বৰুৱাদেৱৰ কথা পতাৰ বিশিষ্ট এটা পদ্ধতি আছে। কথাৰ ঠাল-ঠেঙুলি বাঢ়ি গৈ থাকে। তেওঁ আৰু খাটনিয়াৰ সংগঠনৰ কামত লাগি আছিল। খাটনিয়াৰৰ নামটো অহাৰ লগে লগে খাটনিয়াৰৰ বংশ পৰিচয়, তেওঁৰ জীৱন বৃত্তান্ত এইবোৰো কব লগা হ'ল। খাটনিয়াৰে বিয়া কৰাইছে দামোদৰ চৌধুৰীৰ ঘৰত, তাৰ কথাও আহি পৰিল। দামোদৰ চৌধুৰীৰ ডাঙৰ ল'ৰাজনে চাকৰি নকৰি তেওঁৰ পৰামৰ্শ অনুসাৰে কাঠৰ কাৰবাৰত লাগিল। এইবোৰ কথাও কব লগা হ'ল। মোৰ মূৰটো ঘূৰি থকা যেন বোধ হয়। অজ্ঞাতসাৰে জেপত হাত ভৰাই সচকিত হৈ উঠো। মনক সংযত কৰি বৰুৱাৰ কাহিনী অনুসৰণ কৰাৰ চেষ্টা কৰো। ১৯৩০ চনত তেওঁ আৰু যোগেন খাটনিয়াৰ উজনি অসমত সংগঠনৰ কাম কৰি ফুৰিছিল। কপাল বেয়া। সেই বাৰেই তেওঁৰ পেটৰ বিষটো আৰম্ভ হ'ল। নহব কিয় ? খোৱা-বোৱাৰ ঠিক নাই, দিনে ৰাতি কাম আৰু কাম। কিন্তু উপায়ো নাই। ফুকনে ক'লে, তুমি নহলে কেনেকৈ হব ? কোনে কৰিব কাম ?

কল্পনা বহুতো কৰিব পাৰি। সেইমতে কাম কৰাৰ শক্তি জানো মোৰ আছে ? তেওঁৰ মুখৰ ভাবটো কেনেকুৱা হয় সেইটো চোৱাৰ কাৰণে কৈ দিবৰ মন যায়, "আপোনাৰ এইবোৰ অপ্ৰয়োজনীয় বৰ্ণনা শুনাৰ মোৰ অকণো আগ্ৰহ নাই। শুনি শুনি মোৰ আমনি লাগিছে। এই পখুজি সময়খিনি মই বন্ধু-বান্ধৱৰ

লগত বহি অলপ আড্ডা জমাবলৈ ভাল পাওঁ। আপুনি শুনিলে আপ মাৰি উঠিব পাৰে, কিন্তু তাচ-ক্ৰাচ খেলিব পাৰিলে ভাল আছিল। ইমান পৰ ছিগাৰেট এটা হুপিব নাপাই মোৰ সচাকৈ বেয়া লাগি আছে। হয়, মই ছিগাৰেট খাওঁ। মই চুৰ নকৰো মিছা কথাও বৰ বেছি নকওঁ, এতিয়ালৈ মানুহ এজনকো হত্যা কৰা নাই, কোনো ছোৱালীক বলাৎকাৰ কৰা নাই। তথাপি আপোনাৰ আদৰ্শ মতে মই সিমান ভাল ল'ৰা নহওঁ দেই। এক নম্বৰ কথা, মই ব্ৰহ্মমুহূৰ্তত শয্যা ত্যাগ নকৰো। দুই নম্বৰ ছিগাৰেট খাওঁ। তিন নম্বৰ, বন্ধু-বান্ধৱৰ লগলাগি কেতিয়াবা অলপ; বৰ, মুহকচ নাযাব, হয় কেতিয়াবা অলপ মদো খাওঁ। হে, হে, হে! সদায় নহয়, কেতিয়াবাহে। এই ধৰক, টিকাৰ-টিকাৰ কৰিবলৈ গ'লে।"

অন্যমনস্ক হৈ পৰিছিলো। আকৌ তেওঁৰ কথা কানত সোমাল। শব্দ-তৰঙ্গ! তৰঙ্গ মানে ঢৌ। ঢৌবোৰ বাৰু কেনেকৈ শব্দ হয়? বিশেষ শব্দই কেনেকৈ বাৰু বিশেষ অৰ্থ বহন কৰে? এই শব্দবোৰে বাৰু কেনেকৈ মনত ভয়, বিদ্বেগ আৰু ক্ৰোধৰ সঞ্চাৰ কৰে? ভয়ানক জটিল কাৰবাৰ।

কন্দৰ্প বৰুৱাই কৈ গ'ল—"দেশৰ কামত লাগি থাকোতে নিজৰ একো নহ'ল। নিজৰ কথা ভাবিবলৈ আহৰিয়েই নাপালো। সেই কাৰণেইতো আজি মোৰ এই অৱস্থা।"

শুনিছো তেওঁ অতি দৰিদ্ৰ ঘৰৰ ল'ৰা। অৱশ্যে কেইজনৰ পূৰ্বপুৰুষনো ৰজা মহাৰাজা? তিনিবাৰ বি, এ ফেল কৰি তেওঁ পঢ়া এৰিছিল। এই সম্বন্ধেও দুটা মতবাদ প্ৰচলিত। বৰুৱাই কয়, দেশৰ কামত লাগি থাকি তেওঁ পঢ়িব নোৱাৰিলে। চকু-চৰহা লোকে কয়, তেওঁৰ মূৰত একো নাছিল। মানুহৰ উপাৰ্জন তেওঁৰ শিক্ষা-দীক্ষাৰ সমানুপাতিক হবই লাগিব বুলি কোনো নিয়ম নাই। বৰুৱাদেৱৰ অৱস্থা অধিকতৰ টনকিয়াল হব নোৱাৰিলে হয় বুলি মই কব নোৱাৰো। অৱশ্যে বেয়াও হব পাৰিলে হয়। এইবোৰ জটিল কথা। কিন্তু দেখাত তেওঁৰ অৱস্থা ভালেই। চহৰত ডাঙৰ ঘৰ আছে। চহৰৰ উপকণ্ঠত

প্ৰচুৰ মাটি আছে। টকা থকা মানুহ বুলি অইনে কোবাকুই কৰে।

মই চমজদাৰ শ্ৰোতা। বকৰাই মোক ভাল পায়। ঘণ্টাৰ পিছত ঘণ্টা ধৰি কথা কৈ যায়। আক্ষেপ কৰে। নিজৰ মানুহৰপৰা কেনো সহায় সহানুভূতি পোৱা নাই. সেই কথাও কয়। আপোন মানুহে সদায় তেওঁৰ অন্যায় কৰাৰ চেষ্টা কৰিছে, জুলুম কৰি আহিছে।

''চহৰত ডি চি· অফিছত কাম কৰো। সৰল জীৱন-যাপন মোৰ আদৰ্শ। ভাৰাঘৰত থাকো। সৰু ঘৰ, খেৰৰ। ৰাস্তাৰ সিফালৰ কলৰ পানী আনিব লাগে। মইয়েই আনো। শহুৰ আহিছিল আমাৰ তালৈ। ক'লে—'আমাৰ ঘৰটো এনেয়ে পৰি আছে। তাতেই নথকা কিয় ?'

"একৰকম জোৰ-জবৰদস্তি কৰি আমাক সেইটো ঘৰলৈ যোৱাৰ কাৰণে বাধ্য কৰিলে। ঘৰটো ৰক্ষণা-বেক্ষনো কৰিব লাগে।ময়ো ভাবি চালো। ইমানকৈ ধৰিছে যেতিয়া কথাষাৰ ৰাখো। নিজৰ মানুহৰ এইখিনি উপকাৰ কৰো।

''শহুৰ ঢুকোৱাৰ পিছত খুলশালি দুজনে ক'লে ঘৰটো এৰি দিব লাগে। লাগিলেই হ'ল। এৰি দিব লাগে বুলি কলেই এৰি দিব পাৰোনে ? এই ঘৰটো ৰক্ষণাবেক্ষণ কৰোতে মোৰ কম টকা খৰছ হৈছে ? আৰু ঘৰ বুলিনো আছিল কি ? গোটেই-খিনি ময়েই সাজি লৈছো। ইমানবোৰ যে মোৰ খৰছ হ'ল সেই পইচা দিয়ে কোনে ?

"মোৰ কথা নামানিলে। মানুহৰ বুদ্ধি শুনি মামলা কৰিলে। পিছে, কি কৰিব পাৰিলে মোৰ ? ত্ৰিশ বছৰ ধৰি আছো মই এইটো ঘৰত। খেদো বুলিয়েই খেদিব পাৰেনে ? আইন নাই, ধৰ্ম নাই ? লাভৰ ভিতৰত নিজৰ মানুহৰ লগত মামলা মোকৰ্দমা কৰি ৰাজ্যৰ মানুহক হঁহৱালে। অনাহক আপোন মানুহৰ লগত এখন বিবাদৰ সৃষ্টি।" বকৰাই একেৰাহে কথা পাতি যায়। মই শুনো।

"আইনৰ নিচিনা বিষয়— সম্পত্তি, টকা-পইচাৰ খান্দাত

লাগি থাকিলে আজি মযো ভাওৰ মানুহ হ'ব পাৰিলো হয় ৷
গোটেই জীৱনটো দেশৰ কামত লাগি থাকোতেই গ'ল । সৰুৰে-পৰা এটা আদৰ্শ জীৱন-যাপনৰ চেষ্টা কৰি আহিছো । কোনো দিনাই কোনো প্ৰলোভনে মোক আদৰ্শচ্যুত কৰিবপৰা নাই । জনমত বিড়ী-ছিগাৰেট খাই পোৱা নাই । জীৱনত ভাল কাপোৰ এখন পিন্ধা নাই, ভাল বস্তু এটা কিনি খোৱা নাই । ভোগ সম্ভোগত লিপ্ত নহৈ চিৰদিন আদৰ্শ জীৱন-যাপনৰ চেষ্টা কৰি আহিছো তাৰ কাৰণে ঘৰে বাহিৰে চাৰিওপিনৰপৰা বাধা পাই আহিছো ৷ মোৰ পৰিবাৰৰ কথাকেই ধৰা । আগতে তেওঁৰ সাজ-পোছাকৰ ফালে অলপ চকু আছিল । মোৰ উপদেশ শুনি শুনিহে সাজ-পোছাকৰ তুচ্ছতা বুজি পোৱা হ'ল । অতি সাধাৰণ পোছাক-পাতি পিন্ধিবলৈ ল'লে । আগতে তেওঁ আছিল অলপ চপলা ধৰণৰ ৷ মোৰ শিক্ষাৰ ফলতহে তেওঁ জীৱনক গভীৰভাবে লব পৰা হ'ল । সময় লৈছিল । কিন্তু লাহে লাহে তেওঁৰ গাম্ভীৰ্য আহিল । আগৰ দৰে কথাই কথাই হাঁহি উঠিবলৈ বাদ দিলে । পিছত মই কেতিয়াও হঁহা দেখা নাই ।"

চমত্কাৰ শ্ৰোতা পাই কন্দৰ্প বৰুৱা উদ্দীপ্ত হৈ উঠিল ।

"শ্ৰমৰ মৰ্য্যাদা সম্বন্ধে মুখত ভাওৰ ভাওৰ বক্তৃতা দিলে কি হ ব ? নিজৰ ঘৰৰ সকলোখিনি কাম নিজে কৰাটো মোৰ এটা আদৰ্শ । পৰিবাৰে প্ৰায়েই গা ভাল নাই বুলি কৈছিল । অলপতেই অস্থিৰ হৈ পৰে, মাকৰ ঘৰৰ শিক্ষা । কৈছো নহয়, মাকৰ ঘৰৰ বাতাবৰণ আছিল অলপ লঘু ধৰণৰ । তেওঁ নোৱাৰিলে ঘৰৰ সকলোখিনি কাম মই নিজেই কৰিছিলো ৷ ইয়াত অৱশ্যে মোৰ লাজো নাই, কষ্টও নাই । তেওঁ পিছে নুশুনে । মোৰ হাতৰপৰা তেওঁৰ বাঁহী কাপোৰখিনি, চুৰা বাচনখিনি কাঢ়ি লৈ তেওঁ নিজেই ধুবলৈ আৰম্ভ কৰি দিয়ে । মই হাক দিছিলো— 'তুমি কিয় ? নালাগে । এইখিনি কাম পাৰিম মই । হাক দিলেও নুশুনে । সকলো কামকেই তেওঁ কৰিবলৈ ল'লে ৷ মই সোধো, তোমাৰ গা পিছে কেনে ? তেওঁ কয়—মোৰ আৰু কিহৰ গা অসুখ, ভালে আছো । অৱশ্যে এইটোও সচা, কাম-বন কৰি থাকিলেহে মানুহৰ গা ভালে থাকে । ক'তা, পিছলৈ এক-

দিনো গা বেয়া বুলি মোক কোৱা নাই ।"

মোৰ মগজত কথা পাতি কন্দৰ্প বৰুৱা আগোন পাহৰা হৈ যায় । আদৰ্শ, আদৰ্শ আৰু আদৰ্শ ।

ল'ৰা-ছোৱালীবোৰকো মই আদৰ্শস্থানীয় কৰি গঢ়িবলৈ চেষ্টা কৰিছিলো । লাহ-বিলাহত মগ্ন হ'ব দিয়া নাই । সিহঁতে কেতিয়াও জোতা পিন্ধি স্কুলত যোৱা নাই । সৰু বয়সতেই আদৰ্শবোধ আছিল টনকিয়াল । কোনোৰকম অন্যায় সিহঁতে সহ্য কৰিব নোৱাৰিছিল । শিক্ষকেই হওক, বা মগৰ ছাত্ৰই হওক, কাৰোবাৰ কিবা বিসঙ্গত আচৰণ চকুত পৰিলে মোক কৈ দিছিল । সেই কাৰণে কোনেও সিহঁতক ভাল পোৱা নাছিল । হিংসাত কম নম্বৰ দি সিহঁতক পৰীক্ষাত ফেল কৰাই থৈছিল ।"

মোৰ গাটো ভাল নাই । মনটোতো কিবা এটা অৱসাদ । ৰাতি ভালকৈ টোপনি নহয় । কিবাকিবি সপোন দেখো । মাথা নাই, মুণ্ড নাই । কন্দৰ্প বৰুৱাৰ পৰিবাৰ চুৰা পাতনিত বাচন মাজি আছে । তেওঁৰ চকুত ক্লান্ত উদাস দৃষ্টি । চৰিয়া, বাটি, গামলা দ'ম লাগি পৰ্বতাকাৰ হৈ উঠে । তেওঁৰ সিফালে লক্ষ্য নাই । বাচনৰ পাহাৰ বাগৰি পৰি যাবে দেখোন মানুহগৰাকীক । উৎকণ্ঠাত মোৰ টোপনি ভাগি যায় । পেটৰ গোলমাল কিবা হৈছে নিশ্চয় । ডাক্তৰ চৌধুৰীক দেখুৱালো । একো নাই বুলি ক'লে । পুৱালি মুক্ত বতাহত ফুৰিবলৈ উপদেশ দিলে ।

কাম শেষ কৰি দোনে পোনে ঘৰলৈ উভতি নাহো । বাহিৰে বাহিৰে ঘুৰিপকি গভীৰ ৰাতি সন্তৰ্পণে ঘৰত সোমাওঁ । কেইদিনমানৰ ভিতৰতে গাটো বহুখিনি ভালপোৱা যেন বোধ কৰিলো, স্বাভাৱিকতে ডাক্তৰৰ উপদেশ পাহৰি গ'লো । সোনকালে ঘৰত আহি আৰামচকীত বহি ছিগাৰেট এটা জ্বলাই লৈছো মাত্ৰ ।

"ডেকাল'ৰা, ঘৰত আছা নে ?" লবালবিকৈ জ্বলন্ত ছিগা- ৰেটকো খিৰিকিয়েদি দলি মাৰি দিলো ।

ভুল, ভুল । ডাক্তৰৰ উপদেশ আওকান কৰাটো অত্যন্ত ভুল । গাটো আকৌ বেয়া লগা যেন পালো । গা বেয়া লাগিলে মেজাজো বেয়া হয় । চিন্তাবোৰ হয় অনিৰ্মল । অনাহক বৰুৱাদেৱৰ

ওপৰত খং উঠি গ'ল। মুখেৰে একো নকলো, কিন্তু বিশৃংখল চিন্তাক সংযত কৰিব নোৱাৰিলো— বকৰা ডাঙৰীয়া, তোমাৰ হাত সাৰা ইমান সহজ নহয়। এনেকৈয়েই তুমি সমাজত নিজৰ এটা স্থান কৰি লৈছা। ডাঙৰ মানুহৰ লগত নেৰানেপেৰাকৈ লাগি আছিল। তেওঁলোকৰ উপেক্ষা, অৱজ্ঞা, উপহাস একোৱেই তোমাক নিৰস্ত্ৰ কৰিব পৰা নাই। বিৰক্ত হৈ, ক্ৰুদ্ধ হৈ, কেতিয়াবা অতীষ্ঠ হৈ তোমাৰ ক্ষালে চকু দিবলৈ বাধ্য হৈছিল।

নিজৰ অশিষ্ট চিন্তাত নিজেই লজ্জিত হৈ পৰিলো। ব্যস্ত হৈ বকৰাদেৱক মাত লগালো।

"আহক, বহক।"

সিদিনা অনিল চৌধুৰীৰ লগত কথা পাতি আছিলো। কিবা কথাত কন্দৰ্প বকৰাৰ কথা ওলাল। চৌধুৰীয়ে ক'লে, "আজি মোৰ এজলাচত বকৰাৰ বিপক্ষে দিয়া গোচৰ এটা নিস্পত্তি কৰিলো।"

"কি গোচৰ?"

"এই, সম্বৰু কোঁচ বুলি মানুহ এজনে গোচৰ দিছিল। বকৰাৰ মাটি কিছু চৰকাৰে লৈছে। সম্বৰু কোঁচ হেনো বিশ বছৰ ধৰি সেই মাটিত খেতি কৰি আছে। ক্ষতি পূৰণৰ টকাৰ ভাগ সি পাব লাগে বুলি দাবী কৰিছে।"

"কি হ'ল পিছে?"

"কি আৰু হব? বকৰাই খাটাং কৈ দিলে সম্বৰুক তেওঁ চিনি নাপায়। কোন সম্বৰু? কোন সি? হঠাতে চৌধুৰীৰ ভুৰুৰ ওপৰৰ শিৰডাল সামান্য ভাবে ফুলি উঠিল। মাতটোত যেন সামান্য উত্তেজনা প্ৰকাশ পালে।

"সচাইতো। কোন সম্বৰু? কোন সি? কি মূল্য আছে তাৰ কথাৰ? বকৰা ডাঙৰীয়া এজন মানী ব্যক্তি, দেশৰ নেতৃস্থানীয় লোক, আৰু পাঁচজনে তেওঁৰ কথা সমৰ্থন কৰিছে।"

দিন পাৰ হৈ গৈ আছে। বাৰাণ্ডাত বহি আছো। বৰ্ণজিৰ চেষ্টা কৰি আছো। বকৰা ডাঙৰীয়াকেই খাটিম নেকি তাকেই ভাবিছো। বিহুৰ সাংস্কৃতিক অনুষ্ঠানৰ আজি তেওঁ মুখ্য অতিথি।

# শকুনি

চন্দ্ৰ প্ৰসাদ শইকীয়া

ৰাতিপুৱা দহমান বজাতে অতনুৱে চিৰজিতলৈ ফোন কৰিলে, "আজি গধূলিৰ কথা তোৰ মনত আছেনে নাই? তোৰ স্মৃতি-শক্তি কিন্তু হায় হায়!"

"আছে, আছে। ঠিক কেইবজাত?" চিৰজিতে সুধিলে।

"তাৰ মানে, তোৰ একেবাৰে মনত নাই। চাৰে সাতটাত। কিন্তু অকল মানুহটো আহিলে নহ'ব।"

"জানো, দে। তই নকলেও হ'ব। মই মোৰ ভাগৰ কেইটা লৈ যাম। তই খালী অলপ চিজ্, পটেটু চিপ্‌ছ আৰু ছাৰ্‌দিনৰ টিন এটা আনি থবি। ছাৰ্‌দিন্‌ছ অন ট'ষ্ট—যিটো খাবলৈ মই এশ মাইল যাব পাৰো। গোবিন্দক কৈ থৈছ নহয়? তাকো কিবা এটা আনিবলৈ কবি।"

"গোবিন্দলৈয়ো টেলিফোন এতিয়াই কৰিম।"

অলপ পিছতে গোবিন্দয়ে অতনুলৈ টেলিফোন কৰিলে। "আজি চাৰে আঠটাত নহয় জানো?"

"ষ্টুপিড্! চাৰে সাতটাত। তহঁতক একেবাৰে ট্ৰাষ্ট কৰিব নোৱাৰি। বৰ য়েৰেস্পন্সিবল্। তোৰ ভাগত পৰিছে কেইটামান বিয়েৰ আৰু বেক্‌দ্ বিন্‌ছৰ এটা টিন। ইবোৰ মই যোগাৰ কৰিম। চিৰজিতেও দুই-এটা কিবা আনিব।"

গোবিন্দই কলে, "মই এটা সাংঘাতিক ভাল বস্তু লৈ যাম। তহঁতক একেবাৰে আচৰিত কৰি দিম।"

ছয় বাজি দহমিনিটমান যাওঁতেই ওলালহি চিৰজিত আৰু গোবিন্দ। দুয়োটা চিৰজিতৰ মটৰতে আহিল। দুয়োটাৰে হাতত টোপোলা। অতনুৰ শোৱা কোঠাতে বহা ঠিক হ'ল।

"চাৰে সাতটাত হে। বহুত সময় আছে।" চিৰজিতে কলে।

গোবিন্দই টোপোলাটো হাতত লৈ এবাৰ অতনু আৰু এবাৰ চিৰজিতৰ মুখলৈ চালে।

"ভয় নেখাও, ৰ। ভইতো আৰু বয়েল হেলুট বা চিভাছ ৰিগাল অনা নাই। কি আনিছ দেখুৱা সোনকালে।" অতনুৱে কলে।

দুয়োটাকে সম্পূৰ্ণ আচৰিত কৰি গোবিন্দই যাদুকৰৰ হাতৰ কৌশল আৰু চকুৰ ইংগিতেৰে উলিয়াই দেখুৱালে এটা স্কট্‌ছৰ বটল। অতি দামী।

"ক'ত পালি," চকু আৰু মুখত প্ৰকাশ পোৱা পৰম তৃপ্তি আৰু লোভৰে অতনুৱে সুধিলে। অতনু ডাঙৰ ইঞ্জিনীয়াৰ।

"নিজৰ টকাৰে অনা নাই, দে।"

গোবিন্দ ইন্‌কম্‌-টেক্স বিষয়া।

ইতিমধ্যে অতনুৱে চাপৰ মেজ এখনত বস্তুবোৰ সজালে। এচকল ল'ফ্‌ চাৰি ভাগ কৰি সেকি তাৰ ওপৰত প্ৰথমতে চাৰ্‌দিন মাছৰ এটা ডাঠ প্ৰলেপ আৰু তাৰ ওপৰত বেক্‌দ্‌ বিন্‌ কেইটামান সমানভাবে লগোৱা আছে। চাৰ্‌দিন অন টষ্ট—এই বস্তুটো চিৰজিত আৰু সি দুয়োটাই বৰ ভাল পায়। বিদেশত থাকোতে হোৱা অভ্যাস। পটেটু চিপ্‌ছ, চিজ্‌, ডালমুট আছেই।

কাম কৰা ল'ৰাটোৱে সৰু সৰুকৈ ভজা কুকুৰা মাংসৰ এখন থাল দিলেহি। সি নিজে দেখুৱাই দিয়া মতে মাংসখিনি ভাজিছেনে নাই চাবলৈ অতনুৱে থালখন হাতত ললে। থালৰ-পৰা এইবাৰ তাৰ চকু পৰিল ল'ৰাটোৰ ওপৰত—তেৰ-চৌদ্ধ বছৰীয়া ল'ৰাটোৰ ওপৰত। সি থিয় হ'ল। খঙেৰে ল'ৰাটোৰ ডিঙিত দুয়োহাতেৰে ধৰি ওপৰলৈ তুলি কৰ্কশ মাতেৰে সি সুধিলে, "কালি ৰাতি আধা কেজি মাংসৰ বাকীখিনি কোনে খালে? জলদি বলাও, কোন খাতা হ্যায়?"

গোবিন্দই লৰালৰিকৈ ল'ৰাটোৰ ডিঙিৰপৰা অতনুৰ হাতখন এৰুৱাই দিলে। "ইমান ভাল মুড এটা এইদৰে নষ্ট কৰাটো তোৰ কিন্তু উচিত হোৱা নাই।"

অতনুৱে এটা ইণ্ডিয়ান হুইস্কি আৰু সৰু ফ্ৰিজৰপৰা দুটা বিয়েৰৰ বটল আনি মেজত থলে। চিৰজিতৰ অভ্যাস, প্ৰথমতে দুবটলমান বিয়েৰ খোৱাৰ পিছতহে হাৰ্ড ড্ৰিংক।

স্কচ্ হুইস্কিৰ বটল কায়দাৰে খুলিলে গোবিন্দই। খোলাৰ আগতে অতনুৱে বটলটোতে এটা চুমা খালে।

"চিয়েৰ্ছ। চিয়েৰ্ছ।"

অতনুৱে ঘড়ীলৈ চালে।

ইতিমধ্যে চিৰঞ্জিতে ই দুটাক স্তম্ভিত কৰি স্কচ্ হুইস্কিৰ লগত অলপ ইণ্ডিয়ান হুইস্কি আৰু বিয়েৰ মিহলাই পাঞ্চ কৰি লৈছে।

স্কচ্হুইস্কিৰ প্ৰথম ঢোক মুখত দিয়াৰ অলপ পিছতে অতনুৰ সমগ্ৰ মুখমণ্ডল উদ্ভাসিত হ'ল। সি কলে, "এটা ঘটনা কওঁ শুন। মই তেতিয়া আমেৰিকাৰ ছানফ্ৰান্সিছকোত। সন্ধিয়াবেলাৰ দুজন আমেৰিকানৰ লগত ড্ৰিঙ্ক কৰিছো। বুৰ্বন খাইছিলো। ৰাতি বোধহয় ডাঙৰমান হৈছিল। হোটেলৰ ৰুমত কেনি গৈ কেনেকৈ সোমালো, ক'বই নোৱাৰো। সোমাই দুৱাৰ বন্ধ নকৰাকৈ বিছনাত পৰিলোগৈ। লাইট জ্বলাবলৈ নহ'লেই। অলপ সময়ৰ পিছত দুৱাৰত দুটা নে তিনিটা টোকৰ। মই উঠিবলৈ নহ'লেই। গাভৰুজনী সোমাই আহিল। লাহে লাহে, নৃত্যৰ তালে তালে যেন, তাই মোৰ ফালে আগবাঢ়ি আহিল। ওপৰ ডোখৰ একেবাৰে উদং। তাইৰ বুকুখন, ইস্ মই একেবাৰে মৰি যাব পাৰো পাই. কি কবি। একেবাৰে সোণৰ বৰণৰ। হাত এখন······।"

গোবিন্দই চিঞৰিয়েই কলে, 'গাজা, গাজা। মদৰ নিচাত তই এনেয়ে বেহুচ, তাতে ৰুমত লাইট নাই। তাইৰ বুকুখন সোণ বৰণীয়া নে তাম বৰণীয়া, তই কেনেকৈ জানিলি ?"

"বজ্জাত, বজ্জাত" বুলি অতনুৱে তিনিওটা গিলাচত মদ ঢালিলে। লগে লগে চালে হাতৰ ঘড়ীলৈ। সাত বাজিবলৈ দহ মিনিট।

শহুৰেকৰ টকাৰে, বিয়াৰ আগতে অতনুৱে আমেৰিকাত উচ্চ শিক্ষা লৈছিল।

এনেতে টেলিফোনত ক্ৰিং ক্ৰিং শব্দ। অতনুৰ পৰিবাৰ কল্যাণীয়ে যোৰহাটৰ মাকৰ ঘৰৰপৰা টেলিফোন কৰিছে। তাই প্ৰথম সন্তানসম্ভৱা।

"ড্ৰাফট্খন পাইছা ? আৰু অলপ টকা লাগিব নেকি ?---

আজি সন্ধিয়া চাবে সাত বজাত। কেনেকুৱা ধুনীয়া চিত্ৰিত লেখিবা।" কল্যাণীয়ে সুধিলে, সি ঘৰৰ আন কাৰোবাৰ লগত কথা পাতিব নেকি? "নেলাগে, নেলাগে। আচ্ছা যাই।"

কল্যাণীৰ ঘৰৰ মানুহবোৰকে অতনুৱে লাহে লাহে সহ্য কৰিব নোৱাৰা হৈ আহিছে। তাইৰ মাকৰ ঘৰখন অতি চহকী সিহঁতৰ অজস্ৰ ধন-সম্পত্তি আছে বুলি সকলোৱেই জানে। তথাপি সি তাইলৈ মাহে মাহে টকা পঠিয়াব লাগে কিয়? তিনিমাহ, খুব বেছি চাৰিমাহত তাই সিহঁতৰ ঘৰৰ কি খাই শেষ কৰিব পাৰে? মাকজনীয়েওতো ভদ্ৰতা বা লজ্জাৰ খাতিৰতে পঠিয়াব নেলাগে বুলি ক'ব পাৰে।

তাৰ খং উঠিবলৈ ধৰিছিলেই, গোবিন্দৰ মাতত সি থিৰ হ'ল।

গোবিন্দই ক'লে, "কালি আবেলি মটৰখন লৈ ৰাণীৰ ফালে ফুৰিবলৈ গৈছিলো। লগত আছিল উত্তৰা।"

"আচ্ছা, তোৰ বিয়াৰ তাৰিখ ঠিক হ'ল? অতনুৱে সুধিলে। "জানি-শুনি বিষ যেতিয়া খাব খুজিছ, খা।"

"মাৰ্চত। উপদেশ থ। এতিয়া শুন। কেইজনীমান গাভৰু ছোৱালীয়ে জকাই যাইছিল। উত্তৰাই গাড়ী ৰখাই সিহঁতৰ ফটো ল'বলৈ কলে। তেওঁ থাকিল গাড়ীতে বহি। মই অতি দামী জাপানী কেমেৰাটো লৈ ৰাস্তাৰ কাষৰপৰা ফটো ল'বলৈ আৰম্ভ কৰিছো।"

এনেতে ল'ৰাটোৱে এখাল ভজা কাজু খলেহি।

"বাপু, তোৰ নাম?" চিৰজিতে সুধিলে।

হাত দুখন সম্পূৰ্ণ পোনাই, তললৈ নমাই ভৰি দুটা একেলগ কৰি সি কলে, "শ্ৰীকৃষ্ণ চন্দ্ৰ কলিতা।"

"ঘৰ?"

"চিহত।"

গোবিন্দই কৈ গ'ল, "ফটো লবলৈ ধৰোতেই এজনী ছোৱালীয়ে পাৰৰ ফালে আহি কলে, 'ফটো ললে আমাক সুধিছে কিয়

ল'ব পাৰিম।' আমি কি চিৰিয়াখানাৰ জন্তু নেকি যে আমাক নোসোধাকৈ ফটো ল'ব পাৰিব।' মই উত্তৰালৈ চালো। তেওঁৰ চকুদুটা ৰঙচ হ'ল। উত্তৰাই কলে, পাৰ্মিশ্যন লৈছো বুলি কোৱা।' মই সিহঁতক কলো, তোমালোকৰ অনুমতি ললো, এতিয়া ফটো ল'ব পাৰিমনে ? ছোৱালীজনীয়ে হাঁহি এটা মাৰি ইকিজনীলৈ চালে। তাৰে এজনীয়ে মাত লগালে, 'লব পাৰিব, কিন্তু আমাক ফটোৰ কপি লাগিব।'

উত্তৰাই খঙেৰে ডাঙৰকৈ কলে, 'বাদ দিয়া, বাটে-পথে লোকৰ ছোৱালীৰ ফটো লৈ ফুৰাটো যে সুবিধাৰ নহয়, এতিয়া গম পালা।'

চিৰঞ্জিতে ঘড়ীলৈ চাই কলে, "আৰু কিন্তু বাৰ মিনিটহে।"

অতনুয়ে হাতৰ ঘড়ীটো খুলি বিছনাত থলে।

"তোৰ কোনো গল্প-ঘটনা-কাহিনী ক'বলৈ নাই ?" গোবিন্দই চিৰঞ্জিতক সুধিলে।

চিৰঞ্জিতক নিচাই সোনকালে ধৰে। ইয়াতকৈয়ো এক ডাঙৰ নিচাই তাক ধৰিছে। কিছুদিন হ'ল, সি প্ৰেমত পৰিছে। চাৰিওফালে সেই নাৰীৰ প্ৰতিবিম্ব সি দেখিবলৈ পায়। আজি-কালি কাৰো লগত বৰকৈ কথা নেপাতে। সদ্যস্নাতা গাভৰুৰ মুগাৰ মেখেলাৰ খমখম শব্দ তাৰ কাণত অনুৰণিত হয় বাৰে বাৰে, আৰু মনৰ চকুৰ আগতে সঘনে সি দেখা পায় দুটা বিশাল শান্ত চকু।

চিৰঞ্জিত ডাঙৰ চৰকাৰী বিষয়া।

অতনুৱে খৰধৰকৈ গিলাচৰপৰা দুঢোকমান মুখত বাকি কাজু কেইটামান মুখত ভৰাই কাপোৰৰ টুকুৰাৰে ৰেডিঅ'টো পৰম যত্নেৰে মোহাৰিলে।

তিনিওটাই ঘড়ীলৈ চালে। অতনুৱে চকীখন ৰেডিঅ'টোৰ ওচৰলৈ টানি ললে।

"লগাও ?" অতনুৱে সুধিলে।

চিৰঞ্জিত আৰু গোবিন্দই নিজৰ নিজৰ ঘড়ীলৈ চাই সম্মতি জনালে।

বেডিঅ'ত প্ৰথমতে শুনা গ'ল নাৰী কণ্ঠৰ শোকৰ একাকি গীত। তাৰ পিছত খন্তেক নিস্তব্ধতা। অতনুৱে তীক্ষ্ণ চকুৰে বেডিঅ'টোলৈ চাই আছে। চিৰাঙিতে লক্ষ্য কৰিলে, দেৱালত এটা পোক খাবৰ বাবে এটা জেঠিয়ে দুৰন্ত গতিৰে খেদা মাৰিছে। গোবিন্দই গিলাচটো ওঁঠতে লগাই স্থিৰভাবে অতনুলৈ চাই আছে।

এটা ঘোষণা : 'এতিয়া নিবেদন কৰা হৈছে অতনু কুমাৰ দত্তৰ নাটক—শকুনি।'

...বাৰিষাৰ নৈ প্ৰচণ্ড বেগেৰে বোৱাৰ শব্দ। দূৰৈৰপৰা ভাহি আহিছে খৰিধৰা মানুহৰ চিঞৰ-কিৰিলি। হঠাৎ এজনী মানুহ পানীত পৰাৰ শব্দ। পটভূমিত চেতাৰৰ কৰুণ সুৰ। লগে লগে দুজন মানুহৰ পানীত জাপ মৰাৰ শব্দ। এজন সূত্ৰধাৰে উদাত্ত কণ্ঠে কাহিনী আৰম্ভ কৰিছে। আত্মহত্যা কৰিবলৈ ধৰা মানুহজনীক উদ্ধাৰ কৰা হ'ল। লগতে তাইৰ ছোৱালী-জনীকো। তাইৰে জীৱন কাহিনী। ---ঘৰে ঘৰে, পথে পথে, আকাশত পোহৰ আছে, কিন্তু তাইৰ জীৱনত কোনো দিন পোহৰ পৰা নাই। চাৰিওফালে অজস্ৰ মানুহৰ ঘৰ, ঘৰৰ পিছত ঘৰ, কিন্তু এই মানুহজনী থাকিবলৈ এহাত ঠাই নাই। হেজাৰ হেজাৰ মানুহৰ ঘৰত উৎসৱ পাতিছে। অজস্ৰ বস্তু পেলনি গৈছে, কিন্তু এই মানুহজনীয়ে খাবলৈ এটা খুদকণ নাই। তাৰ বিচাৰ কোনে কৰিব? সেই বিচাৰৰ ৰায়দান কৰিব কোনে?

---ফ্লেছ বেক। মানুহজনীৰ নিজৰ দুখৰ কথা। সমগ্ৰ জীৱন ধৰি তাইক বিশ্বাসঘাতকতা কৰা হৈছে, সমাজৰ দ্বাৰা তাই প্ৰতাৰিত। কোনেও কথা দি কথা ৰখা নাই। এটা অচিন ৰোগত তাইৰ গিৰিয়েকৰ মৃত্যু হ'ল, কিন্তু তেওঁক চোৱা মানুহ কোনো নোলাল, হাস্পাতালত ঠাই নাই বুলি কলে, এটোপা ঔষধ পেটত নপৰাকৈ ইমান সুস্বাস্থ্যৰ মানুহটো এদিন মৰি থাকিল।---

---তাৰ পিছত নৰক যন্ত্ৰণা। তিনিটা ল'ৰা-ছোৱালীৰে তাই হ'ল ভিক্ষাৰী। সেই দুৰ্দশাতো সমাজে তাইলৈ মুখ তুলি নেচালে। ভিক্ষা কেতিয়াবা কোনোবাই দিলেও সিহঁতৰ চকু পৰে তাইৰ দেহাৰ ওপৰত।--- শকুনিৰ এপাটা ভাই-ককাইৰ বাবে

কৌৰৱৰ ঘৰৰপৰা উজিয়াই দিছিল মাত্ৰ এমুঠি চাউল। নিকানবেটাই নিজৰ তিলতিলকৈ মাৰি সেই চাউল দিছিল শকুনিক, তেওঁ যাতে জীয়াই থাকি কৌৰৱৰ ওপৰত প্ৰতিশোধ ল'ব পাৰে।
---এই মানুহজনীয়েও নিজে নেখাই ল'ৰা-ছোৱালীকেইটাক কথমপি জীয়াই ৰাখিছিল যাতে সমাজৰ ওপৰত সিহঁতে এদিন প্ৰতিশোধ ল'ব পাৰে। যি সমাজে তাইক আত্মহত্যা কৰিবলৈ বাধ্য কৰে, সেই সমাজৰ ওপৰত নিৰ্মম আৰু ভয়ঙ্কৰ প্ৰতিশোধ সিহঁতে যেন এদিন ডাঙৰ হৈ ল'ব পাৰে। ল'ৰা দুটাক থৈ ছোৱালীজনীকো তাই মাৰিবলৈ লৈ গৈছিল কাৰণ অতি সৰল ছোৱালী তাই, তাইৰো অৱস্থা এদিন মাকৰ দৰে হ'ব, এইখন সমাজে তাইক শেষ কৰি দিব। ল'ৰা দুটা ডাঙৰ হৈ প্ৰতিশোধ ল'ব।

নাটকৰ এয়াই মূল কথা। কেবাটাও চৰিত্ৰ, বাদ্য-যন্ত্ৰ-ধ্বনিৰে যোগেদি তাকেই করুণ আৰু প্ৰকট কৰা হৈছে।

নাটকৰ মাজভাগমানতে চিৰঞ্জিতৰ চকুত পানী দেখা গৈছিল। শেষৰ ফালে সি আৰু থাকিব নোৱাৰিলে। তললৈ মূৰ কৰি বিছনাত পৰিব লগা হ'ল। অতনুৱেও বাৰে বাৰে চকুলৈ ৰুমাল নিছিল। গোবিন্দই দুয়োখন হাতেৰে গিলাচটো ধৰি ওঠত লগাই চকীত একেবাৰে পোন হৈ বহি খিৰিকীৰে দূৰ শূণ্যত দৃষ্টি ৰাখিছিল।

নাটকৰ পিছত, ৰেডিঅ' বন্ধ কৰি অতনু ঘূৰি বহিল। চিৰঞ্জিত বিছনাতে। তিনিওটাৰে চকুত পানী।

"অদ্ভুত, অদ্ভুত! তই সাংঘাতিক টেলেণ্টেড্ দেই। গোবিন্দই কলে।

চিৰঞ্জিতে বিছনাৰপৰাই থোকাথুকি মাতেৰে কলে, 'অসমীয়া সাহিত্যত অমৰ হৈ থাকিলি কিন্তু তই।"

ক্লান্তি আৰু নিচাত তিনিওটাৰে য'ত যেনেকৈ আছিল তেনে-কৈয়ে চকু মুদ খাই আছিল।

বাহিৰৰ কোঠাত টেবুলত ভাত সজাই বাতি ল'ৰাটো মহৰ [illegible]ৰত মজিয়াতে বহি থাকিল।

[illegible] বাহিৰৰ অদূৰত পাহাৰৰ তলত প্ৰথমতে এটা, পিছত দুটা [illegible] লগে লগে একাক শিয়ালে হোৱা দিবলৈ ধৰিলে।

# শেহৰ কটা বোঁচিৰ

নাৰায়ণ বৰপূজাৰী

হ-ম-ব-ৰ-ল কোম্পানীৰ বৰ ছাহাব অৰ্থাৎ জেনেৰেল মেনেজাৰৰ বিশাল দপ্তৰৰ আমোলা কৰ্মচাৰী সকলৰ মাজত সেইদিনা কাম আৰম্ভ নৌহওঁতেই তোলপাৰ লাগিল। সকলোৱে একে মুখে ক'লে ঃ বহুত হৈছে, আৰু নচলিব। আৰু আগবাঢ়িব দিব নোৱাৰি। খেনোৱে ভগা হিন্দীত ঠেন্‌ঠেনালে ঃ বহুত হো গিয়া, ঔৰ নহী চলেগা। কোনোৱে ইংৰাজীতে উগাৰিলে ঃ অল্‌ দিজ নন্‌চেন্সেজ ছুড্‌ বি ষ্টপ্‌দ অল্‌ টুগেদাৰ এট দি বিগিনিং। হিন্দীত আৰু ইংৰাজীত নকলে কথাত জোৰ দিব নোৱাৰি অসমীয়া ভাষাটো কিবা সেম্‌সেমীয়া হ'ল।

আচলতে কথাটো ওলাইছিল আগদিনাই। পুৰা চাৰে ন বজাত অফিছৰ আৰম্ভণিতে কথাটোৰ বিষয়ে কণাকনি, ফুচ্‌ফুচ চলিছিল। দুপৰীয়া ডেৰ বজাত সি হৈছিল মৃদু গুঞ্জন আৰু আবেলি চাৰি বজাত সি হৈ পৰিছিল তৰ্জন-গৰ্জন। অফিচাৰৰ অমনোযোগিতাৰ সুযোগ লৈ খেনোৱে মেজত চকিয়াও ক্ৰোধ প্ৰকাশ কৰিছিল। এনেতে যেনিবা পাঁচ বজাৰ বিগুলটোৰ মাতে সকলোকে ঠাণ্ডা কৰিলে। ছুটিৰ বাদ্য ধ্বনিৰ লগে লগে যৰে কথা আৰু কাম ততে এৰি সকলো দিহাদিহি গ'ল।

উৰহী গছৰ ওৰ কোনে পাই, প্ৰথমতে কথাটো কাক কলে আৰু কোনে কথাটো প্ৰচাৰ কৰিলে তাৰ বিচাৰ কোনেও কৰা নাই। কিয়নো কথাটো সঁচা। দেখাতে মানুহজন অফিছত নাই। তেওঁৰ কোঠাৰ বিজুলী চাকি জ্বলা নাই। পানী-পিয়া গছকটা গিলাচটো গড্‌ৰেজৰ গৰাহৰগৰা মেজৰ ওপৰলৈ অহা নাই। প্ৰেমিকা নে পত্নীৰ (এই বিষয়ে কোনো নিশ্চিত নহয়) সোণালী ফ্ৰেমত বান্ধোৱা সৰু ফটোখনেও মেজৰ তাৰিখ-সূচকখনৰ কাষত নিৰ্দিষ্ট ঠাই লোৱাহি নাই। কথাটো মিছা হয় কেনেকৈ?

কথাটো হ'ল হ-ম-ব-ৰ-ল কোম্পানীৰ এ, ডি, জি, এম অৰ্থাৎ এডিছনেল ডেপুটি জেনেৰেল মেনেজাৰ— মিঃ শিৱবন্ধু বন্দোপাধ্যায়

চমুকৈ বি-ৰি-বি ছাহাব আৰু চমুকৈ বি-বি ছাহাবে কালি পুৱাৰ আকাশী জাহাজত কলিকতালৈ উৰা মাৰিলে। উদ্দেশ্য— তেওঁ নিজে বিচাৰি, চাই, পচন্দ কৰি আৰু চলাই মেলি কোম্পানীলৈ এটা পেন্সিল কটা মেছিন কিনি আনিব। বি-বি ছাহাব আগতে চৰকাৰী অভিযন্তা আছিল। গদাধৰ নে আই নদীৰ ওপৰত এখন দলং তেওঁৰ পোনপটীয়া তদাৰকিত নিৰ্মিত হৈছিল। পিছে বাৰিষা নেপালেহিয়েই। চ'ত মাহৰ আগতীয়া ধৰমুণৰ বানতে দলং থান্‌বান্‌ হ'ল। ফলত চৰকাৰী চাকৰিৰ বৰ শৰাধ কৰি তেওঁ হ-য-ব-ৰ-লয়ত সোমালহি। মুঠতে বি-বি ছাহাব কামৰ মানুহ। কলিকতাৰ কিস্তি মাৎ কৰিব নোৱাৰিলে, দিল্লী-বোম্বাইৰ ফালে চাপলি মেলাৰ আঁচনিও তেওঁ তেওঁৰ পোৰ্টফলিও বেগৰ পেটত ভৰাই লৈ গৈছে।

"এৰা, গৈছে যেতিয়া কাম হাচিল কৰিহে আহিব।" —এইয়া বৰকেৰাণী বিভাগীয় ভ'কেবুলেৰি মতে "বৰ বাবু" বৃন্দাবন বিহাৰী ভট্টাচাৰ্য্যৰ সুচিন্তিত অভিমত। বৃন্দাবন বাবুৰ ঘৰ অবিভক্ত বঙ্গৰ ৰংগপুৰত আছিল। ভাৰত ভংগৰ আগে আগে চিলচিলীয়া গোঁফ আৰু লেহুকা দেহাটি লৈ তেওঁ হ-য-ব-ৰ-লত টাইপিষ্টৰ কামত সোমালহি। ঘঁহি ঘঁহি শিল ক্ষয় কৰি কুৰি বছৰৰ ভিতৰতে তেওঁ জেনেৰেল মেনেজাৰৰ অফিছৰ বৰ কেৰাণীৰ বাবটো আকুহি ললে। তেওঁৰ চকুৰ আগতে নানা পৰিবৰ্ত্তন হ'ল। ভাৰত ভাগি তিনিখন হ'ল। কোম্পানীৰ জেনেৰেল মেনেজাৰৰ কামো তিনি খলপীয়া হ'ল। আগেয়ে আছিল মাথোন জেনেৰেল মেনেজাৰ। এতিয়া হ'ল তেওঁৰ তলত ডেপুটি জেনেৰেল মেনেজাৰ, এচিছনেল ডেপুটি জেনেৰেল মেনেজাৰ। কাম কিন্তু সেই একে-থিনিয়েই আছে। বাঢ়িছে মাথো ক্ষমতাৰ প্ৰতিযোগিতা আৰু টুৰৰ প্ৰকোপ। এতিয়াও অফিছৰ ছাবি-কাঠি তেওঁৰ হাততে। তেওঁৰ হাতেৰেই সকলো কাম চলে। আজিকালি অৱশ্যে লেডী চেক্ৰেটৰী কেইগৰাকীমানো নিয়োগ কৰা হৈছে। কিন্তু 'বৰ বাবু'ৰ মতে সিহঁত "কুচ কামকা নেহী।" সিহঁত মাথো নিজৰ অংগ-শোভা আৰু অফিছৰ শোভা বৰ্দ্ধনৰ প্ৰতিযোগিতাতে ব্যস্ত।

আজিকালিতো নাৰী প্ৰধানমন্ত্ৰী মুখ্যমন্ত্ৰীও হৈছে। পিছে হ'লে কি হব ? তেওঁলোকৰ মুখ্য চেক্ৰেটৰী সকল দেখোন পুৰুষেই। এই কথা 'বৰ বাবুৱে' তেওঁৰ কলপীয়া কেঁচা গোফ্ কোঁচাত তাও দি দি প্ৰায়েই কয়।

'বৰ বাবু' বৃন্দাবন বিহাৰী হ'ল যেনিবা মহাভাৰতৰ সঞ্জয়। তেওঁ নগৈ গড়গাঁওৰ বাতৰি কয়। কোম্পানীত ক'ত কি ঘটে, কোনে কাক কেতিয়া কি কয়—সকলো তেওঁৰ নখ' দৰ্পনত। ওপৰৰ কথা তলত কোৱাত আৰু তলৰ কথা ওপৰত জনোৱাৰ একমাত্ৰ মাধ্যমো তেওঁহে। পাছত সেয়ে যেনিবা লাউড স্পিকাৰত কেতিয়াবা কেতিয়াবা মাত বিকৃত হোৱাৰ দৰে প্ৰায়ে প্ৰকৃত কথাবোৰ ভঁজুৰা হয়। তেওঁ কথা বহন লগাই কৰলৈ যাওঁতে ৰঙৰ প্ৰলেপৰ তলত আচল কথাবোৰ ঢাক খাই পৰে। ফলত প্ৰকৃত কথা বা ঘটনাৰ শুং কোনেও নেপায়। তেওঁৰ কথাৰ ওপৰত নিজ নিজ ধাৰণা কেতবোৰ কৰি গুচি আহিব লগা হয়।

এদলে 'বৰ বাবু'ক আগুৰি ধৰি কলে ঃ "ই হব নোৱাৰিব ছাৰ। ই দেখ্‌দেখ্‌কৈ মেকানিজেছন। পেন্সিল কটা মেছিন অনাৰ আমি ঘোৰ বিৰোধী। ইয়াৰ দ্বাৰা মজদুৰ সকলৰ মাজত বিক্ষোভৰ সৃষ্টি হব। আন্দোলন হব। আপুনি জেনেৰেল মেনেজাৰক কৈ বি-বি ছাহাবক বুৰাই অনাৰ ব্যৱস্থা কৰক।"

আগন্তুক সকলক বহিবলৈ চকী একোখন আগুৱাই দি বৃন্দাবন বিহাৰীয়ে কলে, "সাধাৰণ কথা এটা লৈয়ে তোমালোকে হৰ হৈ চৈ কৰিছা। মেছিনৰ পক্ষপাতী ময়ো কেতিয়াও নহওঁ কথাটো বুজিব পাৰিছাতো ? যিখন দেশত লাখ লাখ নিবনুৱা তাত মেছিনৰ প্ৰচলনৰ প্ৰশ্নই উঠিব নোৱাৰে। পিছে যি শুনিছোঁ এইটো লোকৰ চাকৰি যোৱা কোনো ডাঙৰ মেছিন নহয়। এই ধৰা তোমালোকৰ ফাউণ্টেন পেন, চাইকেল আদিৰ দৰে ইও এটা বস্তু। থাকিলে সুবিধা হয়। নেথাকিলে খাগৰিৰ কলমেৰেও লিখিব পাৰি। খোজ কাঢ়িও যাব পাৰি। কথাটো বুজিব পাৰিছাতো ?"

"কিন্তু ছাৰ, মেকানিজেছন ইজ্ মেকানিজেছন। এই মেছিনটো

আনিব লগা হ'ল কিয় ? এইটো নোহোৱাকৈওতো ইমান দিনে চলি আছিল।"

"আছিল, আছিল। নচলিব কিয় ? আমাৰ হৰি হৰেই এই কাম কৰি আছিল। হৰিহৰ কোন বুজিব পাৰিছাতো ? আমাৰ চাপ্ৰাচী মধুৰাম আৰু দিল বাহাদুৰ। মই সিহঁতক হৰি আৰু হৰ বুলি মাতোঁ। পিছে সিহঁতে এতিয়া পেন্সিল কাটিবলৈ সময় নোপোৱা হৈছে। কথাটো বুজিব পাৰিছাতো ?"

"কিয় ছাৰ ?"

"মানে সিহঁতৰ কাম বাঢ়িছে। ছাহাব আৰু বাবুসকলক পানী দিওতে, পান-চাহ-চুৰট আনি দিওতে, ডাকঘৰৰ বেমেজালি মাৰি দিওতেই সিহঁতৰ এতিয়া আজৰি নোহোৱা হয়। এইবোৰ হ'ল হিউমেন নেচেছিটি। কথাটো বুজিব পাৰিছাতো ? কোম্পানীৰ কাম পেলাই থৈও এইবোৰ কাম কৰিব লাগে তদুপৰি বৰ্তমানে পেন্সিলৰ সংখ্যাও বহুত বাঢ়িছে।

"এইটো মিছা কথা ছাৰ। আজিকালি পেন্সিল আগতকৈ কমিছেহে। আগতে আমি মাহে দুডালকৈ পেন্সিল পাইছিলোঁ। আজিকালি দুমাহত একোডালকৈ পাওঁ। তাৰো আকৌ গুৰি-ডোখৰ ঘুৰাই দিব লাগে। এক্‌ছপেণ্ডিছাৰ ইকোনোমি ! আৰু আপুনি কৈছে পেন্সিলৰ সংখ্যা বাঢ়িছে ?"

"হেৰা ! তোমালোকে দুমাহত একোডাল পালা বুলিয়েই সকলোৱে তেনেকৈ পাবনে ? গোৱাই যেছিকৈও পায় নহয়। মেনেজাৰ সকলৰ মেজলৈ জুমুকিয়াই চোৱাগৈচোন। প্ৰতিজনৰে মেজৰ ওপৰত দহ বাৰ ডালকৈ বিভিন্ন ৰং আৰু আকাৰৰ পেন্সিল বেচ জোঙাকৈ কাটি সজাই থোৱা আছে। কথাটো বুজিব পাৰিছাতো ? তাৰে হয়তো দুই-তিনিডালমানহে প্ৰত্যহ ব্যৱহাৰ কৰা হয়। কিন্তু প্ৰতিদিনে চাপ্ৰাচীয়ে সেইবোৰ কাটি কাটি বেচ জোঙাকৈ ৰাখিবই লাগিব। আকৌ ছাহাবতো ছাহাবেই। আমি বাবুবোৰেনো কি কম ? মইেই নিতৌ চাৰিডাল বিভিন্ন ৰঙৰ পেন্সিল ব্যৱহাৰ কৰোঁ। সেইদৰে আনেও কৰে। কথাটো বুজিব পাৰিছাতো ? আনহাতে চোৱাহঁক— এই পেন্সিল কটা

কামটোৰ বাবেই আমি এখন কটাৰী ৰাখিব লগা হৈছে। কটাৰী-খন কৰ্মশীল কৰি ৰাখিবলৈ ৰাখিব লগা হৈছে এজন শাণ। কটাৰী মেইন্‌টেইন কৰোঁতে ভালেখিনি সময় অথলে যায়। তদুপৰি কটাৰীৰে পেন্সিল কটাটো বিপজ্জনক। সময়তো বেছি লাগেই, কেতিয়াবা আঙুলীত কাটে। তেতিয়া যাব লগা হয় আস্পতাললৈ। কোম্পানীৰ দৰৱ খৰচ হয়। চাপ্‌ৰাচীৰ অভাৱত অফিচৰ কামৰ অসুবিধা হয়। কত কিমান অথন্তৰ। সেইদিনা আকৌ এটা ঘটনাও ঘটিল। কথাটো বুজিব পাৰিছাতো?"

"কি ঘটনা ছাৰ?"

"সেইদিনা হৰিয়ে পেন্সিল কটা কটাৰীখনেৰে তাৰ নখ কাটিলে। হৰে আপত্তি দৰ্শাই কলে বোলে এইখন কটাৰীৰে তই নখ কাটিবি কিয়? তোৰ নখৰ ভিতৰত কিমান বেমাৰৰ বীজ সোমাই থাকিব পাৰে। কটাৰীখনেৰে খোৱা বস্তুও কটা হয়। বৰ বাবুৰ তামোল পতাহিৰোৱা হয়। এই লৈয়েই লাগিল দুয়োৰো দৰৰা-দৰবি। কথাটো বুজিব পাৰিছাতো? শেষত কথাটো বি-বি ছাহাবৰ কাণত পৰিলগৈ। তেওঁই মোক সুধিলে বোলে কোম্পা-নীলৈ পেন্সিল কটা মেছিন এটা আনিলে কেনে হয়? তেতিয়া হ'লে আৰু এই বেমেজালিবোৰ নেথাকিব। মই বোলো জেনেৰেল মেনেজাৰলৈহে কথা। তেওঁ সম্মতি দিলে পেন্সিল কিয়—হাতীও কিনিব পাৰি। মেনেজাৰ ছাহাবে বোলে এই কথাটো ভাবিয়েই আছিল। ফৰ্ম্মাছ তৰ্ম্মাছ দিলে পলম হব বুলি ভাবি বি-বি ছাহাব গ'লেই। কথাটো বুজিছাতো?

"কথা বুজিব পাৰিছোঁ ছাৰ। কিন্তু ইউনিয়নৰ মানুহো এই কথাতে ইয়ালৈ আহিব। আজি কাৰ্য্যনিৰ্বাহকৰ মিটিং দিছে। তেওঁলোকক আপুনি কি কয়— কল।"

"তেওঁলোককো এইখিনি কথাকে বুজাই কম। মাথোন তোমালোকে অফিচৰ ভিতৰত হৈ চৈ নকৰিবা। মই বহুত কথাই জানো— বুজিব পাৰিছাতো?" অৱসৰ লবৰ সময় পালেহি। বহুত কথাৰ ভু-পাওঁ। ইয়াৰ ভিতৰত আৰু বহুতো কথা সোমাই আছে। সেইবোৰ এতিয়াই মই তোমালোকক কব

নোৱাৰোঁ। মূঠতে ইয়াকে জানি থোৱা যে পেন্সিল কটা মেছিনটো সম্প্ৰতি এক্সপেৰিমেণ্ট ষ্টেজতহে অনা হৈছে। সময়ত হয়তো সকলো কুটুকাৰ কেন হবগৈ। কথাটো বুজিব পাৰিছাতো?

বৰবাবুৰ "মিতিৰো বোৱা আৰু চাউলো সিজা কথাত আশ্বস্ত হৈ দলটো আঁতৰিল।

সেবাৰ ইউনিয়নৰ সভাপতি শ্ৰীদণ্ডধৰ দাণ্ডাৱালা পেন্সিল কটা মেছিনৰ উৱাদিহ লবলৈ জেনেৰেল মেনেজাৰৰ ওচৰলৈ আহিল। জেনেৰেল মেনেজাৰ দাক্ষিণাত্যৰপৰা অহা নতুন মানুহ। ইংৰাজীহে কয়। অসমীয়া ভাষাৰ বৰ আওঁ-ভাওঁ নাপায়। তাতে কথাটো সৰু। পেন্সিল কটা মেছিন। কম্‌পিউটাৰৰ দৰে মেছিন হলেহে আলোচনা তেওঁৰ খিতাপৰ সমতুল্য হয় গৈ। তেওঁ বিষয়টো ডেপুটি জেনেৰেল মেনেজাৰলৈ ঠেলিলে। ডেপুটি জেনেৰেল মেনেজাৰজন বৰ ভাল মানুহ যদিও তেওঁৰ হাৰ্টৰ ট্ৰাবোল আছে। ইউনিয়নৰ মানুহে তেওঁক দেখা কৰিবলৈ আহিলে সাধাৰণতে তেওঁৰ হাৰ্টৰ অসুখটো বেছি হয়। দাণ্ডাৱালা অহা বুলি শুনিলতে তেওঁ বুকুত বিষ অনুভৱ কৰিলে। ততা-তৈয়াকৈ তেওঁ আস্পাতাললৈ গ'ল। উপায়ান্তৰ হৈ দাণ্ডাৱালা বৃন্দাবন বিহাৰীৰ ওচৰ চাপিলে।

বৃন্দাবন বিহাৰীয়ে কলে: "আপুনি ইমান কষ্ট কৰি নহা হ'লেই হ'লহেঁতেন ছাৰ। আজি গধূলিকৈ মই আপোনাক খবৰটো দিম বুলি পাতি থৈছিলোঁ। কথাটো বুজিব পাৰিছেতো? পিছে কথাটো অলপ বেছিকৈ বঢ়িছে যেন লাগিছে। বি-বি ছাহাব পেন্সিল কটা মেছিন আনিবলৈ কলিকতালৈ যোৱা নাই। আন কথাতহে গৈছে। অৱশ্যে তেওঁ তেনে ধৰণৰ মেছিন এটা চোৱা-চিতা কৰিব পাৰে। কথাতো বুজিব পাৰিছেতো? দৰে ভাৰে মিলিলে আৰু আমাৰ কামত অহা যেন পালে অনাৰ ব্যৱস্থাও কৰিব পাৰে। সুবিধা হলে লগত লৈ আহিবও পাৰে। পিছে এইবোৰ সকলো কথা পাৰেহে। নানিবওতো পাৰে? কোনো সুবিধা নহবও পাৰে? কথাটো বুজিব পাৰিছেতো? গতিকে আপুনি এতিয়াই মূৰ ঘমোৱাৰ প্ৰয়োজন নাই। কোম্পানীৰ ধন বেছি

হৈছে— এটা নহয় দহোটা পেন্সিল কটা মেচিন আনক। এজন নহয় দুজন ডেপুটি কলিকতালৈ যাওক। তাত আপোনাৰ বা মোৰ কি? কথাটো বুজিব পাৰিছেতো? মেছিন অনা আৰু ব্যৱহাৰ কৰা একে নহয়। মেছিন ব্যৱহাৰ কৰিম আমাৰ অফিছত মইহে। মই আপোনালোকৰেই মানুহ। মেছিন আনিলেও ই অনাৰ ভাগতে থাকিব। কোম্পানীত কত বস্তু ব্যৱহাৰ নকৰাকৈ পৰি আছে। তাৰ খবৰ জানো লৈছে?"

বৃন্দাবন বিহাৰীৰ কথাত দাণ্ডাৰালা ঠাণ্ডা হৈ গুচি গ'ল।

কাৰ ফুচুলনিত জানো হৰি-হৰে বৃন্দাবন বিহাৰীৰ ওচৰত ডেপুটেছন দিলেহি। সিহঁতৰ বক্তব্য হ'ল: "ছাৰ! আঙুলি-চাঙুলি কাটি হলেও আমি নিয়মিতৰূপে পেন্সিল কাটিয়েই আছোঁ। তাৰ বাবে আমি কোনো দিনে আপত্তি কৰা নাই। কম্পেন্-চেছনো বিচৰা নাই। পেন্সিল কটা বাবে আপুনি কোনো দিনে আমাক স্পেচিয়েল ইনক্ৰিমেণ্ট এটাও দিয়া নাই। তেনেহলে আপুনি আমাৰপৰা এই কামটো লৈ যোৱাৰ ফন্দি কৰিছে কিয়? মেছিন আনিলে আমাৰ কাম কমি যাব। মেছিনৰ লগতে নতুন মানুহো আহিব। সেই মানুহক নিশ্চয় আমাতকৈ বেছি বেতন দিব লাগিব। এইবোৰ কৰিনো কোম্পানীৰ কি লাভ হব আমি বুজি পোৱা নাই।"

বৃন্দাবন বিহাৰীয়ে হৰি-হৰক আৰু বেছি কবলৈ নিদি কলে: "ৰবা, ৰবা হৰি-হৰ! তোমালোকে কথাটো বুজি পোৱা নাই। এইবোৰ কথা নিশ্চয় তোমালোকক কোনোবাই শিকাই দিছে। যেয়ে শিকাই দিছে তাক কোৱাগৈ যে মই তোমালোকৰ ভালৰ বাবেহে মেছিন অনাৰ ব্যৱস্থা কৰিছোঁ। ইয়াত সিহঁতৰ চকু পুৰিলে উপায় নাই। কথাটো বুজিব পাৰিছাতো?"

হৰি-হৰৰ চকু থৰ। বৰ বাবুৱে কয় কি? সিহঁতে সুধিলে: "মেছিন আহিলে আমাৰ কি ভাল হব ছাৰ?"

"ভাল নহব মানে? তোমালোকে এতিয়া চাপ্ৰাচীৰ কাম কৰি আছা। বেতন কেইটকা পোৱা মই জানোঁ। অথচ মোৰ ইচ্ছা থাকিলেও তোমালোকক বেতন বঢ়াই দিয়াৰ উপায় নাই।

মোৰ হাত বন্ধা। মেছিন আহি পালেই মই তোমালোকক মেছিন অপাৰেটৰ পাতিম। কথাটো বুজিব পাৰিছাতো? তেতিয়া তোমালোক টেক্‌নিকেল গ্ৰেডলৈ যাবা। তোমালোকৰ বেতন বাঢ়িব।"

"কিন্তু ছাৰ্‌, আমি জানো মেছিন চলাব পাৰিম?"

"মানুহে চলোৱা মেছিনহে তেও। নোৱাৰিবৰ কাৰণ কি আছে? শিকাই দিলেই পাৰিবা। কথাটো বুজিব পাৰিছাতো? যোৱা এতিয়া কামত মন দিয়াগৈ। তোমালোকৰ কোনো চিন্তা নাই। বি-বি ছাহাব ইঞ্জিনীয়াৰ মানুহ। বুজিব পাৰিছাতো? বাৰু, মোক এগিলাচ কুহমীয়া গৰম পানী খুৱাব পাৰিবানে?"

"পাৰিম ছাৰ্‌!"

"যোৱা আনাগৈ।"

আনন্দতে সাতখন আঠখন হৈ হৰি-হৰে চাৰিওফালে উফৰি ফুৰিবলৈ ধৰিলে। এইদৰে সকলোৱে পেন্সিল কটা মেছিন গ্ৰহণ কৰিবলৈ সাজু হ'ল। বৰবাবু বৃন্দাবন বিহাৰী ভট্টাচাৰ্যই নানা কথা আৰু উপায়েৰে ইয়াৰ বাবে সকলোলৈকে মানসিক প্ৰস্তুতি আনিলে। ইতিমধ্যে কামটো হৈ নুঠা বুলি বি-বি ছাহাব ঘূৰি অহাত দুদিন পলম হোৱাত সকলোৱে মনৰ উৎকণ্ঠা আৰু বাঢ়িল।

অৱশেষত বি-বি ছাহাব আহিল। এয়াৰ ফিল্ডৰপৰা বাহিৰে বাহিৰে তেওঁ অফিছলৈ আহিছে। তেওঁৰ সোঁ-হাতত পোৰ্টফলিও বেগ আৰু বাঁওহাতত কাগজেৰে মেৰিয়াই অনা কিবা এটা পেকেট। নিজৰ নিজৰ কোঠাৰপৰা খিৰিকীৰে জুমি জুমি আটায়ে বি-বি ছাহাবলৈ চালে। পেন্সিল কটা মেছিন ক'তা? নেপালে নেকি? নানিলে নেকি? পচন্দ নহ'ল নেকি? নানা প্ৰশ্ন। সকলোৱে উৎসাহত যেন চেঁচা পানী পৰিল।

পাছত হৰি-হৰে বাতৰি বিলাই ফুৰিলে যে বি-বি ছাহাবে পেন্সিল কটা মেছিন আনিছে আৰু সেইটো এতিয়া বৰবাবুৰ মেজৰ ওপৰত আছে। আচলতে ছাহাবৰ সেই বাঁওহাতৰ পেকেটৰ ভিতৰতে মেছিনটো সোমাই আছিল। আৰু এবাৰলৈ

আটায়ে নিৰুৎসাহ হ'ল। ইমান সৰু। এইটো আকৌ কিহৰ মেছিন? পেন্সিল কটা নে নখ কটা? আজিকালি হেনো নখ-কটা মেছিনো ওলাইছে।

ৰৰবাবুৰ কোঠালৈ গৈ আটায়ে মেছিনটো চালে। পাঁচ শ গ্ৰামৰ জেক্টোজেনৰ টিনটোৰমান এটা দীঘল আৰু মুৰণীয়া বস্তু। সোঁফালৰ মূৰেৰে কল-গানৰ (গ্ৰামোফোন) ছাবি দিয়া হেণ্ডেলডালৰ দৰে বস্তু এটা সুমুৱাই দিয়া আছে। বাওঁফালৰ মূৰত আছে এটা ফুটা। ফুটাৰ মুখত চেপেটা, সৰু পাট দুচটা লগাই থোৱা আছে। গাত "অমেগা" বুলিবৰ ইংৰাজী শব্দ এটাৰ তলতে ইংৰাজীতে ১২৭০ সংখ্যাটো লিখা আছে। এইয়া সম্ভৱ প্ৰস্তুতকাৰী কেম্পানীৰ নাম আৰু পন্তুতিৰ ক্ৰমিক নম্বৰ। মেছিনটো চাই কেৰেই আকৃণ্ট নহ'ল। "এইটো আকৌ কি মেছিন? ফুঃ" —বুলি নাক কোঁচাই আটায়ে গুচি আহিল।

হৰিহৰে কিন্তু নেৰিলে। সিহঁত মেছিন অপাৰেটৰ হব। বেতন বঢ়াই পাব। সিহঁতৰ ইণ্টাৰেণ্ট বেলেগ। সিহঁত ৰৰবাবুৰ পিছত লাগিল। ৰৰবাবুৰ কোঠাতে সৰু মেজ এখনৰ ওপৰত মেছিনটো লৰচৰ কৰিব নোৱাৰাকৈ বহুওৱা হ'ল। বি-বি ছাহাবৰ পৰা শিকি লৈ ৰৰবাবুৱে হৰিহৰক ডেমনষ্ট্ৰেছন' দিলে। সোঁহাতেৰে ফুটাৰ মুখৰ পাট দুচলা সামান্য ফাঁক কৰি বাঁওহাতেৰে কাটিব লগা পেন্সিলডাল ফুটাৰে বাধা নোপোৱালৈকে ভৰাই দিয়া। এতিয়া পাট দুচলা এৰি দিলেই দেখিবা যে পেন্সিল-ডাল ফুটাত টানকৈ লাগি ধৰিছে। এতিয়া বাঁওহাতেৰে পেন্সিলডাল লাহেকৈ ভিতৰৰ ফালে ঠেলি থাকি সোঁহাতেৰে কল-গানত ছাবি দিয়াৰ দৰে হেণ্ডেলডাল ঘূৰাই থাকা। অলপ পাছতে পেন্সিলডাল উলিয়াই আনিলে দেখিবা যে তাৰ ভিতৰৰ মূৰটো বেচ জোঙা হৈ পৰিছে। বচ্—ডেমনষ্ট্ৰেছন খতম্। পেন্সিল কটাও হৈ গ'ল।

প্ৰবল উৎসাহেৰে হৰিহৰ পেন্সিল কটা মেছিন চলোৱাত লাগি গ'ল। কিন্তু তাত দুটা অসুবিধা ওলাল। মেছিনটো চলালে ঘৰ্ ঘৰ্‌কৈ ইমান ডাঙৰ শব্দ হয় যে এই শব্দই অফিচৰ সম্পূৰ্ণ

ফুলনিত চলোৱা 'জন্-মোৱাৰ'ৰ শব্দকো চেৰ পেলায়। শব্দটোৱে বৰবাবুৰ লোটেই অফিছখনকে কঁপাই তুলি বেৰৰ চুণৰ গুৰি আৰু বৰবাবুৰ কাণৰ কণামাকৰি— একেলগে সৰায়। উপায় নেপাই বৰবাবুৱে বি-বি ছাহাবক কথাটো কলে। বি-বি ছাহাবে কথাটো দৰিয়াপ কৰি কোম্পানীলৈ সবিশেষ জনাই লিখিলে যে মেছিনৰ লগত এটা 'চাইলেন্সাৰ' লগাব পৰা হব নেকি অতি সোনকালে বিবেচনা কৰিব লাগে। নহলে কোম্পানী মেছিনটো ঘুৰাই পঠাবলৈ বাধ্য হব।

আনহাতে, মেছিনত সাধাৰণ আকাৰৰ লীড্-পেন্সিলৰ বাহিৰে শকত ৰঙীণ পেন্সিলবোৰ কাটিব নোৱাৰি। সিহঁত ইমান ডাঙৰ যে মেছিনৰ ফুটাৰে নোসোমায়। সিহঁতৰ বাবে আগৰ কটাৰী চিস্টেম চালু ৰাখিব লগা হ'ল। বৰবাবুৱে ইউনিয়নৰ সভাপতি দণ্ডধৰ দাণ্ডাৱালাক চিঠি এখনেৰে জনালে যে পেন্সিল কটা মেছিনটো কামত লগাব পৰা হোৱা নাই। কাৰণ মেছি-নত কাম কৰিবলৈ হলে হয় পেন্সিলবোৰ সৰু কৰি আনিব লাগিব, নহয় মেছিনৰ ফুটাটো ডাঙৰ কৰিব লাগিব। পেন্সিল কোম্পানী আৰু মেছিন কোম্পানী কোনোটোৰেই এইটো কৰা সম্ভৱ নহয়।

তথাপি, এদিন হৰিহৰে ডাঙৰ নীলা পেন্সিল এডাল জোৰকৈ মেছিনৰ ভিতৰলৈ সুমুৱাই দি হেণ্ডেল ঘুৰাই দিলে। ফলত বিকট শব্দ এটা হৈ মেছিনৰ ভিতৰত কিবা বিজুতি ঘটিল আৰু হেণ্ডেল ঘুৰাব নোৱাৰা হ'ল। পেন্সিলডালো মেছিনতে লাগি থাকিল।

ভি জি এম্, এ ভি জি এম্ আৰু বৃন্দাবন বিহাৰীয়ে এক্চিডেণ্টটোৰ বিষয়ে গোপনে আলচ কৰি কোম্পানীৰ কাৰখানাৰ মেনেজাৰক মাতিলে। কাৰখানাৰ মেনেজাৰে চাইচিতি সুচিন্তিত অভিমত দিলে যে মেছিনটো ঠাইতে ভাল কৰিব পৰা নহব। কাৰখানালৈ নিব লাগিব। সেইমতে মেজৰে সৈতে মেছিনটো কাৰখানালৈ পঠোৱা হ'ল।

এমাহ গ'ল, দুমাহ গ'ল, তিনিমাহ গ'ল। মেছিন হলে ঘুৰি নাহিল। বৰবাবুৱেও খবৰ লবলৈ এৰি দিলে। হৰিহৰৰ মেছিন অপাৰেটৰ হোৱাৰ আশাও মোহোৱা হ'ল। এই বিষয়ে

সুধি সিহঁতে ৰবৰাবুক আমনি দিবলৈ ধৰিলে।

ৰবৰাবুৱে এদিন খঙেৰে কলে: "আশা এৰি দিয়াছে হৰিহৰ। তোমালোক মেছিন অপাৰেটৰ হোৱাৰ আৰু কোনো আশা নাই। কটাৰী-অপাৰেটৰ হৈয়েই থাকা। কথাটো বুজিব পাৰিছাটো? যি কাৰণত মেছিন অনা হৈছিল সি কেতিয়াবাই সম্পূৰ্ণ হ'ল। এতিয়া মেছিন চলিল নে নচলিল সেই বিষয়ে কোম্পানীৰ কোনো মূৰৰ বিষ নাই।"

"কথাটো নো কি ছাৰ্?"

"আচলতে সেই সময়ত বি-বি ছাহাবৰ খুলশালীয়েকৰ বিয়া আছিল। মেছিনটো কিনিবলৈ যোৱাৰ অজুহাতত তেওঁ কোম্পানীৰ কাম দেখুৱাই কলিকতাত বিয়া খাই আহিল গৈ। আহোঁতে 'মোন্ট অৰ্ডিনেৰী' মেছিন এটা দোকানৰ পৰা কিনি লৈ আহিল। হ'ল কথা ওচৰ।' তেওঁৰো এতিয়া মেছিন সম্পৰ্কে কোনো আগ্ৰহ নাই। কথাটো বুজিব পাৰিছাতো?"

"আনহাতে কাৰখানাৰ মেনেজাৰে ৰিপোৰ্ট দিছে যে মেছিনটো নষ্ট হৈ গৈছে। তাক আৰু মেৰামতি কৰিব নোৱাৰি।"

# কুকুৰা ঠেঙৰ হাড়

মহেন্দ্ৰ বৰঠাকুৰ

'জনতা সেৱা সমাজ'ৰ প্ৰকাণ্ড দুমহলীয়া কাৰ্য্যালয়ৰ এটি বিশেষ কোঠাত পঞ্চাশ-ষাঠিজনমান মানুহ অত্যন্ত চিন্তাক্লিষ্ট। জেহু লাইটৰ তীব্ৰ পোহৰ অসহ্য লগাত এজন উঠি গৈ সেই লাইটটো নুমাই এটি শেঁতা পোহৰৰ লাইট জ্বলাই দিলেগৈ। কাৰো মুখত কথা নাই। বেহেঁৰাই খালী হৈ পৰা বটল কেইটামান আৰু প্লেট কেইখনমান উঠাই নি চিক্‌চিকিয়া পোহৰ প্ৰতিফলিত মেজ কেইখন উমাল কাপোৰেৰে মোহাৰি পৰিষ্কাৰ কৰি থৈ গ'লহি।

সকলোৰে মুখ গম্ভীৰ, চুলি অসংযত, পিন্ধি থকা পায়জামা ধুতী আংশিকভাৱে দাংখোৰা, মোটোহা পাঞ্জাবীৰ হাত কোচখোৰা। সমবেত সদস্যসকলৰ বয়সৰ গড় দুকুৰিৰ অধিক; কিন্তু প্ৰত্যেকৰে গাল-মুখ নিমজ।

এওঁলোক প্ৰত্যেকেই কিবা এক ভাবনাত বিভোৰ।

অৰ্দালি আহি কোঠাটোৰ চৌদিশে অলপ সুগন্ধি দ্ৰব্য ছটিয়াই থৈ গ'লহি। আকস্মিক সুগন্ধৰ সম্ভেদ পাই প্ৰায় প্ৰতিজনেই অৰ্দালীৰ ফালে ঘূৰি চালে, কোনেও একো নামাতিলে, কোনোবাই থুতৰিত আঙুলি লগাই কিলাকুটিৰ ওপৰত ভেজা লৈ মুখখন দাঙি থলে, কোনোবাই সুকোমল চোফাযুক্ত আসনত হেলন দি ব'ল আৰু কোনোবাই দুই হাতেৰে দুয়োগাল হেঁচা মাৰি ধৰি মেজৰ সমৰ্থন লৈ হাত দুখনৰ ভোকা ললে।

আৰু সময় নাই,— আজিয়েই কিবা এটা উপায় বিচাৰি উলিয়াব লাগিব। যোৱা দুদিন ধৰি তেওঁলোকে একেটা কথাকে চিন্তা কৰিছে। এটা উপায় লাগে, যিটো উপায়েৰে······

শকত ফ্ৰেমৰ চশমা পিন্ধা মোটোহা মানুহ এজনে কিবা এটা ভাবি সন্মুখত মেজৰ ওপৰত কিছুসময় ধৰি পৰি থকা কাগজবোৰ জিৰিকিবলৈ ধৰিলে। একোৰত জেপৰ পেনটো উলিয়াই ছবি অঁকাৰ দৰে কিবা এটা আঁকিবলৈ ললে। লগে লগে প্ৰায় সকলো সদস্যৰে চকু সেই শকত ফ্ৰেমৰ ওপৰত পৰিল। শকত

ক্লেমে কিন্তু কাজেক্কো নাচায়ে। একান্তমনে তেওঁ কাগজতে মনো-নিবেশ কৰিলে। শকত ক্লেমৰ বয়স তুলনামূলকভাৱে আন কেইজনতকৈ সামান্য বেচি, গাৰ বৰণ ক'লা যদিও তেল পিছলা, দাড়ি নিমজকৈ খুৰোৱা, হাতত চন্দ্ৰনীল, গোমেদ পাথৰৰ শকত আঙঠি, হাত-মুখ পুৰঠ, মাজতালু প্ৰায় উদং, কাষৰ চুলিবোৰ চুটিকৈ কটা।

শকত ক্লেমে এবাৰ ওপৰলৈ মুৰ দাঙিলে, লগে লগে সচকিত হৈ পৰিল প্ৰতিজন সমবেত সদস্য। বহু সময়ৰ নিৰৱতাৰ পাছত এটি মৃদু শব্দ, উশাহ লোৱা, বহাৰপৰা লৰচৰ কৰা, জেপৰপৰা ৰুমাল উলিয়াই লোৱা—এটি মিশ্ৰিত শব্দ কোঠাৰ বতাহত ওপঙি পৰিল।

শকত ক্লেমে এইবাৰ হাতৰ চিক্‌চিকিয়া ঘড়ীটোলৈ চালে। সমবেত প্ৰতিজনে সেই একেটা কামকে কৰিলে। শকত ক্লেমে এইবাৰ কলে—লাইটটো··· । পাঞ্জাবী-পায়জামা আৰু জহৰ-কোট পিন্ধা এজন লগে লগে উঠি গৈ শেঁতা গোহৰৰ লাইটটো নুমাই টিউব লাইট কেইটা জ্বলাই দিলে।

এটা গুণগুণনী বাগৰি গ'ল। জহৰকোটে এইবাৰ নিজৰ চকীখন শকত ক্লেমৰ কাষলৈ চোচৰাই নিলে আৰু শকত ক্লেমৰ কোলাত থকা কাগজ কেইখন চাবলৈ ডিঙি মেলিলে। শকত ক্লেমে এতিয়া নহয়— এনে অৰ্থ প্ৰকাশক এটি মুদ্ৰা প্ৰদৰ্শন কৰিলে। জহৰকোটে মেলা ডিঙি কোচাই আনিলে।

স্পষ্ট পোহৰত শকত ক্লেমে আৰু' কাগজত আঁক-বাঁক কৰি যাবলৈ ধৰিলে। সমবেতসকলৰ ঔৎসুক্য বাঢ়ি গ'ল। প্ৰায় সকলোৰে ডিঙিবোৰ কিছুসময়ৰ বাবে অস্পষ্ট অথচ অচিন শব্দ ৰহস্যৰ সন্ধেদ ভাঙিবৰ বাবে তৎপৰ হৈ বৈ থকা জেব্ৰাৰ ডিঙিৰ দৰে হৈ পৰিল।

জহৰকোটে ৰুমালেৰে চকু দুটা মোহাৰি ললে।

শকত ক্লেমে কাগজখিনি আৰু' নিজৰ কোলাতে থৈ পেনটো জেপত ভৰাই পুনৰ চকীত আৰামেৰে হেলান দিলে। সমবেত সকলে তাগৰত ক্লান্ত হৈ পৰাৰ দৰে শকত ক্লেমকে অনুকৰণ

কৰিলে। শকত ক্লেমে চকু দুটা মুদি ওপৰলৈ মুখ তুলি ধৰে। সমবেত সকলেও তাকে কৰিলে। শকত ক্লেমে সোঁহাতেৰে নিজৰ নাকৰ আগটো পিটিকিলে, সমবেত সকলেও নিজৰ নিজৰ নাক-কেইটা খেপিয়াই চালে।

জহৰকোট আৰু এখোপ শকত ক্লেমৰ কাষলৈ চকীৰে সৈতে আগবাঢ়ি গ'ল। শকত ক্লেম এইবাৰ তৎপৰ হৈ বহিল, সমবেত সকলো তৎপৰ হ'ল। শকত ক্লেমে জহৰকোটক কাণে কাণে ফুচফুচাই কিবা এটা কলে। সমবেত সকলে চেষ্টা কৰিও শকত ক্লেমৰ কথা শুনিবলৈ নোপোৱাত পৰস্পৰে পৰস্পৰৰ চকুলৈ চোৱা-চুই কৰি বহি থাকিল। হঠাৎ জহৰকোট বহাৰপৰা উঠিল আৰু কাকো নোচোৱাকৈ ওলাই গ'ল। বাহিৰৰ সু-সজ্জিত কাৰ-পাৰ্কত ৰৈ থকা পঞ্চাশ-ষাঠিখন গাড়ীৰ এখনৰ ড্ৰাইভাৰ ঘপ্‌কৈ নামি আহি জহৰকোটৰ বাবে পিচ দুৱাৰখন খুলি দিলে। জহৰ-কোট বহাৰ লগে লগে ড্ৰাইভাৰে দুৱাৰ বন্ধ কৰি নিজে ষ্টিয়েৰিঙত হাত দিলেহি।

জহৰকোট কেনিবাদি গুচি প'ল। কিন্তু কোন গ'ল সমবেত-সকলৰ কোনেও নাজানিলে। আকৌ কিছু সময় সকলো নীৰৱ। প্ৰায় প্ৰত্যেকেই নিজৰ নিজৰ চকুবোৰ মোহাৰিবলৈ ধৰিলে, প্ৰত্যে-কৰে চকুবোৰ ৰঙা পৰিবলৈ ধৰিলে। দুজনমানে চকু জপাই ৰাখিলে। শকত ক্লেমে এইবাৰ মুখ খুলিলে। কলে—মই বহুত চিন্তা কৰি এটা উপায় উলিয়াইছোঁ। আমাৰ নিজৰ স্বাৰ্থতে মোৰ পৰিকল্পনাৰ সম্পৰ্কে মই এতিয়া একো নকওঁ। আৰু আধা-ঘণ্টামানৰ পাচতহে মই মোৰ পৰিকল্পনাৰ সম্পৰ্কে কম।

প্ৰিন্সকোট পিন্ধা আৰু মাজত সেওঁতা কৰা এজনে মাত লগালে—এটা কথা সঁচা যে জোৰ পুৰি হাত পালেহি। গতিকে বেছি সময় আমি পৰিকল্পনাত খৰচ কৰিব নোৱাৰোঁ। মই খবৰ পাইছোঁ যে "দৰিদ্ৰ সেৱক সংঘ" "নৰ-নাৰায়ণ সংঘ" "শোষিত সেৱা প্ৰতিষ্ঠান" আদি ভালেমান সংগঠনৰ কৰ্মী ইতিমধ্যে তাত সোমাই পৰিছেগৈ। প্ৰকৃততে আমি অবাবত এক মুহূৰ্তও সময় খৰচ কৰা উচিত নহয়।" —প্ৰিন্সকোটৰ কথা শুনি সকলোৱে মূৰ দুপিয়ালে, শকত ক্লেমে মিচিকীয়া হাঁহিৰে প্ৰিন্সকোটৰ কাষলৈ

চাই থাকিল। শকত ক্লেমৰ এই হাঁহিতেই সভাৰ উৎসাহিত হৈ দীঘল চুলিৰে আন এজন সদস্যই কলে— কিন্তু এটা কথা মনত ৰখা ভাল হ'ব যে আমাৰ বাবে ভয়ঙ্কৰ বিপদ বৈ আছে। আমি সহজে সোমাবগৈ নোৱাৰিব পাৰোঁ। দৰিদ্ৰ সেৱক সংঘ আৰু শোষিত সেৱা প্ৰতিষ্ঠানে আমাৰ বিৰুদ্ধে শক্তিশালী অভিযান চলাইছে। গতিকে আমাৰ প্লেন এনে হ'ব লাগিব যাতে সাপো মৰে অথচ লাঠিও নাভাগে।"

দীঘল চুলিৰ কথা শুনি শকত ক্লেমে সমৰ্থনসূচক মূৰ দুপিয়ালে। দীঘল চুলিয়ে বিত্তজনৰ ভংগীৰে সতীৰ্থসকললৈ চাই কমালেৰে মুখ মোহাৰিলে। পিঞ্চকোটে নিজৰ কথা কইটা আৰু দীঘল চুলিৰ কথাকেইটা মনতে জুকিয়াই চাই কাৰ কথা প্ৰকৃততে সাৰুৱা আছিল সেই বিষয়ে নিজে নিজে এটি সিদ্ধান্তত উপনীত হ'ব খুজিলে।

এটা চুকত চেলকুছিয়াই চেলকুছিয়াই বহি থকা সদস্য এজন এইবাৰ চকীৰ বাহু দুটাত হেঁচা মাৰি থিয় হ'ব খুজিলে। তেওঁৰ নাকটো শকত, চুলি আউল-বাউল, গাত এখন মিহি এৰ্ড়ী সূতাৰ চাদৰ আৰু আন আন সদস্যসকলৰ লগত স্পষ্ট পাৰ্থক্যৰ স্বাক্ষৰ বহন কৰা একোছা সুন্দৰ গোফে চকুদুটা এনেভাবে মুদাই আৰু জপাই যে, তাৰপৰাই অনুমান কৰি লব পাৰি যে কোঠাটোৰ গোহৰখিনি তেওঁৰ সমূলি সহ্য হোৱা নাই। তেওঁ উঠি কলে— এইবিলাক ডাঙৰ কাম ততাতৈয়াকৈ কৰিব নাপায়। আৰু কিছুদিন আমি চিন্তা কৰি লওঁ। এতিয়া ডিনাৰ খাই ঘৰলৈ যাব লাগে। কথাখিনি কৈয়েই গোঁফ খপ্‌কৰি বহি দিলে। সকলো সদস্যই হাঁ কৰি চাই থাকিল। শকত ক্লেমে হাঁহি দিলে। হাঁ কৰি মুখ মেলি বৈ থকা সদস্যসকলে যেতিয়া শকত ক্লেমৰ মুখত হাঁহি দেখিলে তেতিয়াহে গম পালে যে এতিয়া আচলতে তেওঁলোকবো হঁহাৰ সময়হে। গতিকে হাঁহিৰ লগা আচল সময়-খিনি পাৰ হৈ গ'ল যদিও একেবাৰে নহঁহাতকৈ দেৰিকৈ হলেও হঁহা ভাল বুলিয়েই তেওঁলোকে প্ৰায় সমস্বৰে হাঁহি দিলে। কিন্তু হাঁহিৰ বেগ সম্পূৰ্ণ হওঁ নহওঁতেই দেখা গ'ল শকত ক্লেম গহীন হৈ পৰিছে, গতিকে সমবেত হাঁহি ততাতৈয়াকৈ বন্ধ কৰা হ'ল।

এনেতে সোমাই আহিল জহৰকোট আৰু তেওঁৰ লগত কেইজনমান নতুন সদস্য। এই কেইজনৰ বয়সৰ গড় আগৰ সদস্য কেইজনতকৈ পাঁচৰপৰা দহ বছৰৰ কম হ'ব ; অৰ্থাৎ তুলনামূলক-ভাবে এওঁলোক তৰুণ বা যুৱক। যুৱক কেইজনক দেখি শকত ক্ৰেমে— আহা, আহা বুলি অত্যন্ত উৎসাহেৰে ওচৰৰ খালী চোকা কেইখন দেখুৱাই দিলে, বাকী সদস্য সকলেও যন্ত্ৰ-চালিতৰ দৰে চোকা কেইখনলৈ হাত মেলি দিলে। অৰ্থাৎ— আহা, বহা। 'যুৱক' কেইজন বহিল। জহৰকোটে পূৰ্বৰ আসনকে গ্ৰহণ কৰিলে।

শকত ক্ৰেমে অলপ, সময় তলমূৰকৈ কিবা এটা ভাবিলে। 'যুৱক' কেইজনৰ বাহিৰে বাকী সদস্যসকলেও তলমূৰ কৰি কিবা ভবাৰ নিচিনা কৰিলে।

শকত ক্ৰেমে মূৰ ওপৰলৈ দাঙিলে।

সদস্য সকলেও তাকেই কৰিলে।

'যুৱক' কেইজনে পৰস্পৰে পৰস্পৰৰ মুখলৈ চালে।

শকত ক্ৰেমে ক'লে— আমাৰ ডিনাৰৰ সময় হ'লহি। তোমালোক, আমাৰ সেৱা সমাজৰ এই ভৱিষ্যত উত্তৰাধিকাৰী 'যুৱক' কেইজনৰ বাবেহে আমি ইমান সময়ে অপেক্ষা কৰি আছিলোঁ। সদস্য সকলে মূৰ দুপিয়ালে।

শকত ক্ৰেমে কৈ গ'ল— ডিনাৰৰ টেবুলতে আমি সকলো আলোচনা কৰিম। বেহেৰা!

বেহেৰা সোমাই আহি চাল্লাম দিলেহি।

শকত ক্ৰেমে ক'লে— ডিনাৰ।

সদস্য সকলে কথাষাৰ শুনি ভাল পোৱা যেন কৰিলে। এটা সন্তোষৰ গুঞ্জন ভাঁহি উঠিল। বহুত সময় বাধ্য হৈ বহি থাকিব লগীয়া কেইজনে এই সুযোগতে গা-মূৰ ভাঙি ল'লে, হামিয়াই ল'লে।

ডাইনিং হ'লত আকৌ গুণগুণনি আৰম্ভ হ'ল। ভালেমান সময় ভাওৰকৈ হাঁহিবলৈ সুবিধা নোপোৱা দুই এজনে সশব্দে

হাঁহিলে। দুই এজনে ডাঙৰ ডাঙৰকৈ কথা কবলৈ আৰম্ভ কৰিলে। শকত ক্ৰেমে খোৱাৰ মেজত বহাৰ আগতে 'মুৰুক' কেইজনৰ লগত একামৰীয়াকৈ কিবা আলোচনা কৰিলে। 'মুৰুক' কেইজনৰ খোৱাৰ আসনো শকত ক্ৰেমৰ ওচৰতে দিয়া হ'ল। অৰ্থাৎ এমূৰে শকত ক্ৰেম, আনমূৰে জহৰকোট আৰু মাজত 'মুৰুক' কেইজন। বাকীবিলাক সদস্য স্থান বুজি বহিছে। শকত ক্ৰেম খোৱাৰ মেজৰ কাষত বহাৰ লগে লগেই সকলোবোৰ সদস্য বহিল।

কেইমুহূৰ্তমানৰ বাবে কথাৰ পৰিবৰ্তে মুখৰ চপ্‌চপনি শুনা গ'ল। পৰিবেশটো দেখি বুজা গ'ল যে আৰু কেইগৰাহমান পেটত নপৰালৈকে হয়তো তেওঁলোকে কোনো ধৰণৰ জৰুৰী সমস্যাৰ ওপৰত আলোচনা নকৰিব।

কিছু সময় পাৰ হৈ গ'ল।

কুকুৰাৰ ঠেং এখনৰপৰা একামোৰ মঙহ লৈ চোবাই চোবাই শকত ক্ৰেমে ক'লে— আমাৰ সেৱা সমাজৰ ভৱিষ্যত উত্তৰাধিকাৰীসকলক মই মতাই অনাইছোঁ, তোমালোকে সম্ভৱ খবৰ পাইছা যে ইমান দিনে আমাৰেই তত্ত্বাৱধানত থকা ধান-মৰা অঞ্চলত ভীষণ আকাল হৈছে। বে-চৰকাৰী হিচাব মতে ইতিমধ্যে পাঁচটি কেচুৱা, তিনিজন বুঢ়া আৰু ছগৰাকী তিৰোতাৰ মৃত্যু হৈছে। এই ছগৰাকী তিৰোতা অৱশ্যে কিহৰ বাবে মৰিছে তাৰ সঠিক খবৰ জনা নাযায়, কিয়নো মৃত্যু হোৱা ছয়োগৰাকী তিৰোতাই সন্তান জন্ম দিয়াৰ সাত, ওঠৰ আৰু মাহ ডেৰমাহৰ ভিতৰত মৰিছে। সেয়েহে এই ছগৰাকী তিৰোতাৰ মৃত্যু অনা-হাৰত······ শকত ক্ৰেমৰ দাঁতৰ ফাঁকত মাংস সোমাই ধৰাত তেওঁ কথাষাৰ সম্পূৰ্ণ নকৰাকৈয়ে সোঁহাতৰ বৃদ্ধ আৰু তৰ্জনীৰে চেপা মাৰি মাংসখিনি উলিয়াই আনি পেলাই দিলে। তাৰ পাছত পুনৰ আগেয়ে খোৱা কুকুৰা ঠেংটো তুলি তাৰ অৱশিষ্ট মাংসখিনি কামুৰি একৰাই আনিলে। দুবাৰমান চোবাই তেওঁ আকৌ কৈ গ'ল— অৱশ্যে ঘটনাৰ প্ৰকৃত বিচাৰ পাছত হ'ব, কিন্তু কথা হৈছে অন্যান্য অনুষ্ঠান-প্ৰতিষ্ঠানবিলাকে এইটোকে যাৰ বাৰেৰে সজাই আমাক অপদস্থ কৰাৰ চেলু বিচাৰিব। তেওঁলোকে

বাইজক বুজাব যে এই ছুগবাকী মহিলাও খাবলৈ নাপায়েই মবিল।

পোলওখিনি লিৰিকি বিদাৰি প্ৰিঞ্চকোটে মাত লগালে— কিন্তু আকাল হ'লে আমি কি কৰিব পাৰো? খাবলৈ নাপাই মানুহ মৰিছে, মানুহতো মৰিবই, খাবলৈ নাপাই মৰাও মৰা, বেমাৰ হৈ মৰাও মৰা, বুঢ়া হৈ মৰাও মৰা। আচল কথা এই মানুহবোৰে লেতেৰা-পেতেৰাকৈ থাকি, নদী, কুঁৱা, পুখুৰীৰ পানী খাই খাই লিভাৰবিলাক আগতেই নষ্ট কৰি পেলাইছে, গতিকে দোষ তেওঁলোকৰ, স্বাস্থ্যৰ প্ৰতি যত্ন লোৱা নাই।

প্ৰিঞ্চকোটৰ কথা শুনি দীঘল চুলিয়ে ভাবিলে যে প্ৰিঞ্চ-কোটক ঠাণ্ডা কৰাৰ এইটোৱেই সুযোগ, শকত ক্ৰেমে যাতে প্ৰিঞ্চকোটৰ কথা শুনি বাঃ বাঃ দিবলৈ সময় নাপায়, সেই সুযোগ লৈ দীঘল চুলিয়ে লগে লগে ক'লে—কিন্তু জনসাধাৰণৰ ওপৰত দোষ জাপি দি, জনসাধাৰণৰ ৰোষ উপশম কৰিব নোৱাৰি। মই ভাবোঁ দোষ আমি গাত পাতি ল'ব লাগিব।

ৰাইট! দীঘল চুলিৰ কথা শুনি শকত ক্ৰেমে জোৰেৰে সমৰ্থন জনালে। লগে লগে ভঞ্জনমগ্ন সকলোবোৰৰ মূৰ দাং খালে আৰু সকলোৰে চকুৱে-মুখে প্ৰকাশ পালে— ৰাইট, ৰাইট।

দীঘল চুলিৰ মুখ গম্ভীৰ হ'ল।

শকত ক্ৰেমে ক'লে— ময়ো কথাটো সেইফালৰপৰাই চিন্তা কৰিছোঁ আৰু এটা উপায় উদ্ভাৱন কৰিছোঁ—অৰ্থাৎ সাপো মাৰিব লাগিব, লাঠিও ভাগিব নালাগিব।

দীঘল চুলিয়ে ব্যৱহাৰ কৰা খণ্ড বাক্যটোকে শকত ক্ৰেমে ব্যৱহাৰ কৰা দেখি দীঘল চুলি পুলকিত হৈ চাৰিওফালে—কি, শুনিলা মোৰ কথা— ঠিক এনে ভাবত চাবলৈ ধৰিলে।

শকত ক্ৰেমে কৈ গ'ল—চাওক, প্ৰকৃততে বস্তুৰ অলপো নাটনি হোৱা নাই। খাদ্য সম্ভাৰ আমাৰ মজুত আছে। চাউল, দাইল, নিমখ, আটা— এই সকলোবোৰ ধানমৰা অঞ্চলত আছে। মাথোন, সেই অঞ্চলৰ মানুহৰ ক্ৰয় শক্তি নাইকীয়া হৈছে। লেঠা সিমানেই। মই এতিয়া আমাৰ তৰুণসকলক

এটি পৰামৰ্শ দিব খোজোঁ—তেওঁলোক ধানমৰা অঞ্চলৈ যাওক, লগত আমাৰ প্ৰচাৰ বিভাগ যাব। আমাৰ তৰুণসকলে মূল্যবৃদ্ধি ৰোধ কৰাৰ প্ৰতিবাদত সভা-সমিতি পাতক, আমাকো মাতক, তাওৰ সৰু পণ্টাৰ আলিয়ে-গলিয়ে, চালে-বেৰে লগাই দিয়ক। তিনিখন পণ্টাৰত মূল্যবৃদ্ধি ৰোধ কৰিবলৈ দাবী জনাওক। তেতিয়া কি হ'ব জানে? ধানমৰা অঞ্চলৰ বাইজে ভাবিব—আমিয়েই তেওঁলোকৰ মনৰ কথা কৈছোঁ। আৰু এই কাম মই এই তৰুণসকলৰ ওপৰত দিছোঁ এই বাবেই যে ধানমৰাৰ তৰুণসকলক এওঁলোকেহে বলে পাৰিব। তৰুণেহে তৰুণৰ কথা বুজে।

বৌ মাছৰ ঘাণ্টক মুখত সুমুৱাই দি মুখৰ ভিতৰৰপৰা কাঁইটবোৰ উলিয়াই উলিয়াই শকত ফ্ৰেমে 'যুৱক'সকললৈ চাই ক'লে—প্ৰচাৰৰ বাবে সৰ্বমুঠ আশী হাজাৰ টকা ধৰা হৈছে। ফ্লিম বিভাগে তথ্য-চিত্ৰ গ্ৰহণ কৰিব—তোমালোকৰ সকলোবোৰ সভা-সমিতিৰে। ধানমৰা বাইজক এই বিষয়ত উৎসাহিত কৰিবা। তোমালোকৰ বাবে দহখন গাড়ী বেতি থাকিব। প্ৰতিবাদ সভা-বোৰ ডাঙৰকৈ পাতিবা, মানুহ আনিবৰ কাৰণে গাড়ী ব্যৱহাৰ কৰিবা। বেণ্ট অৱ লাক, মাই ডিয়েৰ ইয়ং মে'ন। বেণ্ট অৱ....

কাঁইট এডালে ডিঙিত বিন্ধাত শকত ফ্ৰেম বৈ গ'ল।

# ৰাজনীতি

ডং প্ৰনৱজ্যোতি ডেকা

আলিবাটটো মৰাসাপ এডালৰ লগত মনে মনে তুলনা কৰি আছিলো। নেজডালত মই, মূৰটো দেখা নাযায়। বৈ আছো চহৰলৈ যাবলৈ। ডেৰঘণ্টামান আগেয়ে আহিবলগীয়া বাছৰ এতিয়াও দেখা-দেখি নাই। এবাৰ ঘড়ীটোলৈ চাওঁ, এবাৰ ডিঙি মেলি বাছলৈ চাওঁ। মৰাজানৰ দলংখন ওখ। মানে আলি-বাটটো বহি গৈছে। দলংখন একে উচ্চতাতে আছে। সেয়েহে বাছ একেবাৰে দলঙত উঠিলেহে দেখা পায়।

'গল মেলি চাবা নালগে'। গোটে ধূলা মাৰি আইহ্‌বো নহয়।'

মূৰটো ঘূৰাই চালো বক্তাৰ উদ্দেশ্যে। বিশ্বাস আছিল মই, লাজ্চাবোন ঘঁহা অভিনেত্ৰীৰ ছবি, পানদোকানী আৰু ছাগলী কেইজনীৰ বাদে কোনোৱে বাছৰ অপেক্ষাত বৈ থকা নাই আলিৰ কাষত। মানুহজন আদহীয়া। আৰু দহবছৰ আগতে তেনে বয়সৰ মানুহক বুঢ়া বুলি কৈছিলোঁ।

'টাউনোক যাবা'? প্ৰশ্ন আহিল।

'অ'।'

'ক'তনো আইহ্‌হ্‌লা ?'

কলোঁ।

'কাৰ ঘৰত ?'

তাকো কলোঁ।

'পিতে কুনি ?'

দেউতাৰ নামো কলোঁ।

'হাও! তুমি ওম্‌কাৰহে হুলি। মোক চিন্‌হানা ?'

অলপ অস্বস্তিৰে, অলপ লাজ লাজ হাঁহিৰে মূৰটো জোকা-ৰিব লগা হ'ল যে চিনি পোৱা নাই। অৱশ্যে দুদিনৰ বাবে গাওঁলৈ আহি বহুবাৰ হাঁহিব লগা হৈছে এই হাঁহিটো কেইবা-

জনো নিকট আত্মীয়ৰ সম্মুখতো।

'নিচিন্‌বাতো। সম্পৰ্ক ৰাখিলিহে। তুমাআহাঁৰ পিতেই ইতা আমাক চিনে। আতেও চিন্‌ছিল।'

মই মনত পেলাই দিব লগা হ'ল যে দেউতা ঢুকোৱাৰ আজি বহু বছৰেই পাৰ হ'ল। কিন্তু তেখেতে কথাৰ জেৰ টানি লৈ গ'ল।

'ইটা তুমি আহন থাকা নগৰ-চহৰত। আমাক কেন্‌কে চিন্‌বা? তুমাআহ্‌নাই সকামত গাওঁত আহা, আমি সকামত চহৰত যাউ। পাচে বাপা, ইবাৰ দেখুন এগলা কি শুন্‌ছো?

কি শুইন্‌ছি?' মই সুধিব লগা হ'ল।

'আমাৰ বুলে মন্ত্ৰী পিলা ভাঙে?'

'ভাঙক দিয়ক। আমাৰনো কি' মই এটা এৰা-ধৰা উত্তৰ দিলোঁ।

'নহয় ৰবা। কথা আছে। এনেই সুধ্‌চুনা?'

ৰাজনীতি বোলা বস্তুটোক মই অসম্ভৱ ভয় কৰোঁ। বিশেষকৈ গাঁওৰ ৰাজনীতিত এবাৰ সোমালে ভালে ভালে ওলাই অহা অসম্ভৱ। সেয়েহে কৰ্থা ঘূৰাবৰ মনেৰে আজিৰ দুকাষৰ ধান দাই নিয়া পথাৰৰ পিনে চাই কলোঁ, 'এইবাৰ ধান গোটেই বেয়া হোৱা নাই যেন পাইছু। এগ্‌লা পথাৰত আগে পানী উঠা আমাৰ মনত আছে।' দেখিলোঁ আচল ঠাইতেই হাত দিছোঁ। কাৰণ, মানুহ-জনৰ চকু দুটা অলপ চক্‌মকাই উঠিল। তেখেতে কৰ খোজা কথাটো মইয়ে আৰম্ভ কৰি দিলো।

'পানীহেনা বাপা। আমি সৰু সৰু থাকাতে এখ্‌লা চব্ জলে-জলাতন। দুৰ্জয় বিল, চৰি মাৰি বিলৰ তল নাপায়। পাছে বাপা, আৰু আগে আমাৰ পিতাআহাৰ মুখত শুইন্‌ছু, এনে পৰিকাৰ পাথাৰ আছিল। আমাৰ মাটি আছিল বাপা কুৰি পুৰা এখান পাথাৰতে।' মাটিৰ কি হ'ল— যদিও, কৃত্ৰিম কৌতুহল দেখুৱাই সুধিব লগা হ'ল, 'মাটিৰ কি হ'ল?'

'সাতানব্বৈৰ ভুমিকম্পত বহি গেল মাক্‌চে চব।'

মানুহজনে মাটিখিনিক যিভাৱে সম্বোধন কৰিলে তাৰ অৰ্থ প্ৰথম দৃষ্টিত মাতৃ-দৰ্শনিৰ অভিলাষ যেন লাগে। কিন্তু মাটিৰ গল্পৰ সেয়া শেষ নহয়। আৰম্ভহে। সেয়েহে লগে লগে আৰম্ভ কৰিলে—'মাটিও আমাৰ কম মাটি নাছিল। সেই দিনতো কুৰি পুৰা, গোটেই কম মাটিও নহয়। আমি পিতা আহাৰ মুখত শুনছু হাকিম কুন্‌বা বৰদলৈ। তিত্তেৰ দিনৰ হাকিম, বুজি বুল্‌বাৰ নাই। দিলাক খাজনা বাবে। ৰাইজে মেল পাত্‌লাক। নেদু খাজ্‌না। ৰাইজে নেদু বুলাত কাইয়ো নেদে। শেষত যায় হাকিম গলবস্ত্ৰ হবা লাগা হ'ল। আমাৰো কেটামানে জেলত ঘানি টান্‌লাক। পাছে ৰাইজৰ একতা নাভাঙিল। এগ্‌লা কথা তুমাআহ্‌নাই নাজনা। পিতে আতে জান্‌ছিল।'

'পাছে ?', মই সুধিলোঁ।

'পাছেতো মাটি বহিয়ে গেল্। জলে-জল্লাতন। নথি-পত্ৰ হলি সকলোৱে ৰাখি থৈছিল। কাৰ ক'ত মাটি। গেলবাৰৰ ভূমিকম্পৰ পিছতহে মাটি উঠি আহিছে।''

'গেলবাৰ'টো, মই ভালকৈ বুজি নাপালোঁ—ত্ৰিশৰ ভূমিকম্পৰ কথা কৈছেনে পঞ্চাশৰ ভূমিকম্পৰ কথা কৈছে। মানুহজন কিন্তু ৰোৱা নাই। 'পাছে মাটি যি উঠি আহিল, চবকে মাটি লাগা হ'ল। নথি ক'ত ? কাগজ ক'ত ? চবে বুলে আছে ঠিক। চৰকাৰে বোলে চেটেলমেণ্টৰ টাকা দি। ৰাইজ জক্ জকে উঠিল – কিহৰ টাকা ? পৰৰ মাটি খাবা গেইচুনা ? নেদু টাকা। ৰাইজৰ মেল হ'ল। নেদ্‌বি টাকা কাইয়ো। কাক মাটি দেই চাউ। মোক বোলে, কাকা তয়ো নেদবি। মই বোলে, ৰাইজে নেদে যদি ময়ো নেদু। মইতো এনেই টাকা নেদাত ভাল।

'নেদু টাকা বহি আছু। পাছে চব কথা ফাচ-ফুচ্। মেজ্‌কি গিলাই, ও মনে মনে যাই চেটেলমেণ্টত টাকা দি মাটি সপা নিজৰ নিজৰ নামত লেখি লৈছি।

'মই শুনি দাউৰি আহি বুঢ়ীক বোলে— 'টাকা দি। নহ্‌লি মাটিখেনি যায়।' বাপা, ধাৰ-ধুপাৰ কৰি টাকা অলপ লৈ যাউ ৰি, কৰে বোলে—নথিটো কুৰিপুৰাৰ, সিক্কালে মাটি দেখো পেছে হ'ল টাকাও আন্‌ছা ছয়পুৰাৰ। মই বুজে- দি বাপা ছয় পুৰাই

দি। সুধে, কি বুলি লৈছিম মাটিৰ কথা। মই বুলে, খেৰতেলা বুলি লেখ্। লেখ্লাক সে বাপা খেৰতেলা বুলি। কাচাপাট্টা লৈ আইহ্লো। এগ্লে কথা হ'তা পিতে থাক্লি বুজলাক হে। তুমাআহ্নাই নুবুজ্বা। পাছে বাপা, গাউততু ডেকাচামে মোক দেখি ধৰলাক। মই বোলে, তন্থোৰ বাইপে দাইদে আহ্নাই কিমানকে লেখি লৈছি, সেইটো নুসুধা কিয়? নৰিনোৰ পুতেকেতো বাপা, মোক জুতাইদি কুবাম বুলি বাইজৰ আগতে অপমান কল্লাক্। নবিনৰ বাইপাকৰ জিত্তে হাজত বলধ গৰু এটা মৰে কোনো বামুণে তাৰ পৰাচিত নকৰে। বুলে চইদ্দাই মাহিছ গৰুতু কুবে। টস্নাৰ পৰাচিত নাই। মহাপাপী। পিছে ভাটিৰ পাই বাঙালী বামুণ আনিছে পৰাচিত হৈছি। পাছে বাইজে তাক ঘৰৰ নামত গাজি নাখে। বুলে আমি এই পৰাচিত মানুনু। আমাৰ দাদাইহে আগবাৰি যাই গাজি লৈছি। তেহে বাইজে গাজি লৈছি। আমাৰ দাদা আৰু নবিনৰ বাইপাকৰ বৰ লগ্ আছিল। ঘৰত বুলে কৈয়ে গেছিল, কুন্বাই গাজি নললি, আজি মাক্হে কউতম্। পাছে, সেই নবিনৰ চলি আজি মোক অপমান কৰে। মই বাপা, টাকা পাঁচটা আগবাৰে বাইজক মেল দিলো। মেলৰ বাইজে টাকা পাচটা ঘূৰে দি কলে— বুলে মেল লবা নক। মই বুলে, মেল লবা নবা যদি কাৰ বাল চিঙ্বা এতে বহি আছায়েহে? ও বাপা, মোৰহে বুলে দোষ হ'ল। মোক বাইজে দায় ধৰি টাকা দুটা জৰিমনা কল্লাক। কচুন বাপা, মই কিবা অন্যায় কথা কৈছু না?'

মই স্বীকাৰ কৰিব লগা হ'ল যে তেখেতে অন্যায়ৰ কথা একো কোৱা নাই। পিছে গল্পটো মাটিৰপৰা আলেখিনি দূৰলৈ যোৱাত সুধিলো, 'মাটিখিনিৰ কি হ'ল?'

'মাটি, বাপা মোৰ থাকিল। পাছে সিবাৰ কুন্বা কুবুদ্ধ্যাৰ কথা শুনি তিনপুৰা মাটিৰ খেৰ বেচি দিলু দে। এনেহে কপাল পিয়াজৰ মণ্ডল কানুনগু আহি সুধে— তোৰ মাটি ক'ত? দেইখে দিলু। খাতা পত্ৰ চাই বুলে—খেৰ ক'ত? মই বুলে খেৰ বেচি দিলু। তাহেন বুলে— খেৰ থাকা খেনিহে তোৰ মাটি। মইতু বুজ্হোহে কথা কিহত বাজ্ছি। মই বুলে কিমান লাগে কো।

তাহুন বুলে— পুৰাত হাজাৰ লাগ্‌বো। নতুন হাকিমৰ ৰৰ খধ্‌। মই বুলে হাজাৰ টাকা থাক্‌লিনু মাক্‌ছে এনাকে গাৰ ছাল ছিঙি খেৰ কাটি বেচুনা। তুহাৰ দৰে তেল-টেঙা ঘঁহি ঘৰত বহি থাক্‌লুহে পাছে বাপা. পাঁচশ টাকাত ৰক্ষা হ'ল। খেৰ বেচা টাকাসোপা গতাই গেল। গাই-দাম্‌ৰি একহালো বেচ্‌লু। বুলে, মাটি বলি আৰ হবো।

পাছে, পাকা পাট্টা আনুখি মাটি মোৰ তিনপুৰা। মই, আমাৰ জগদা মণ্ডলক চেপি ধৰ্‌লু নহয়। সি বুলে, বাপাহাৰে টাকাই লৈ যা। মাটি দিবা নলু। উপৰৰ পাই কাগজ আইহ্‌ছি, হৰেন ডাক্তৰক মাটি দিবা লাগে। সিফালে বাপা, মোৰ ভাওবটু ছলি মেট্রিকটু পাছ কৰি, বিড়ি খাই বেল্টা-বেল্টিকে ঘূৰি আছে। মই বুলে. তোক পৈচৰাৰ খিতে সমর্থ নাই, তই কিবা কামতে সুমো। সি বুলে, কাম কিবা গাছত লাগে না? মই বুলে, হৈতো, তোকনো কাম এটা ক'ৰ পাই দেউ? হালতো নাবহ।

'পাছে, একদিন ধীৰেণ ঠিকাদাৰক পালু দে। তাৰ বাপা ৰৰ খাটিৰ অফিচ-চফিচত। মন্ত্রীলিলাৰো তাৰ চব চিনা-জানা। ভোটৰ সময়ত ৰৰ লাগিল। ইপাৰে হৰেণ ডাক্তৰ, সিপাৰে বিৰেণ ঠিকাদাৰ। যাকে ভোট কৰে, ৰাইজে তাকে ভোট দেয়। সিয়ে আগবাৰি সুধ্‌লাক— বুলে কাকা. তুমি আহাৰ চলিটুই কি কৈচ্ছিহ্‌? মই বুলে, কিভাল কৰবো? গলত কাটা হৈ বৈজিছি। বেল্টা-বেল্টিকে ফুৰ্‌ছি— বিড়ি খাই, দুৱাৰ হেছে। সিয়ে বুলে, চাক্‌ৰি এটাত সুমে নেদাহ কিয়ো? মই বুলে চাক্‌ৰি এটা গৰাবা দিছু ৰ'বা। সি বুলে মই তাৰছা কৰা নাই, চাক্‌ৰি এটা আছে, কৰে যদি। মই বুলে, সি চাক্‌ৰি নকৈবজি কুন বাপাকে খুৱাব। পাছে বিৰেণ ঠিকাদাৰে কৰে, বুলে চাক্‌ৰি এটা দিবা পাক, পাছে টাকা হ'লি পাঁচশ লাগ্‌বো। অন্যৰ্‌পে হাজাৰ ললো হৈ। তুমি বুলি পাঁচশ খুজো। তাকো গতেখিনি অন্যক দিওঁতে যাবো। তুমাৰ ভাৰ পাই, মই টাকা-পইচা নলউ। তুমাৰ ছলি মোৰ ছলিৰ দৰে।

'বীৰেণ ঠিকাদাৰ, বুজিছা বাপা, এক কথাৰ মানুহ। টাকা লজি কাৰহু কৰি লেই। পাছু টাকা পাউ ক'ত? জগদা মণ্ডলৰ

তাকে গেলু, মাটিভো নেদলি, টকাখিনিকে উইলে দি। সি অলপ হেহ নেহ কৰি উইলে দিলাক। মই বুলে চাৰিশহে উইল্‌লি। বাকীখিনি কি হ'ল? সি বুলে— ভাই, অধৰ্মত নাথকু, তোক মাটি দিবা নল্লু। আমি লৰা টাকা তোক ঘুৰে দিছো। কিন্তু হাকিমে খৰা টাকা তোক কেন্‌কে দেউ? সিউ বুলে মস্ত দুইতালা তুলছি।

'পাছে টাকা চাৰিশ লৈ ঘি বীৰেণ ঠিকাদাৰক তাকে যাউ, সি বুলে— কাকা চাৰিশহে আন্‌লা দেখুন? মই খুলে, বাপা আৰ নাই। থাক্‌লি নেদুনা? আমাৰ সি তুমাৰ ছলিৰ নিচ্‌না বুলি কৈছ্‌লা নহয়। সি আঁজলি লবা দিয়া।

'সিয়ো বুলে— 'তুমাৰ চলি বুজিহে কামতু লল্লু। তুমি মোৰ কথা নেফেলবা। ভাই-ভাগেইৰাকো ফেলাবা নেদবা। আহা ভোটৰ সময়ত। ছয় মাহৰ ভিতৰত মই তুমাৰ চলিৰ চাক্‌ৰি এটা কৰি দিহে এৰিম।'

'পাছে বাপা এটা কথা হ'ল নহয়?'

'কি কথা?' মই সুধিলো।

'আমাৰ মন্ত্ৰী সপা বুলে গতাই যাব? 'কেইটামেন যাবো কেইটামেন থাক্‌বো।' মই প্ৰবোধ দিলো।

'ক্ষমতা চব্‌ দিল্লীত গেল। কুন্‌বাই কাগজত লেখছি?'

'অ' অলপ তেনে যেন লাগ্‌ছিভো।' মই নিৰপেক্ষ উত্তৰ এটা দিবৰ চেষ্টা কৰিলো।

'বাপা, মই বীৰেণ ঠিকাদাৰক দিয়া টাকা চাৰিশৰ কি হব?'

উত্তৰ নিদিলোঁ। ৰাজনীতি বোলা বস্তুটোক মই অসম্ভৱ ভয় কৰো বুলি আগতেই কৈছোঁ।

# সভাপতি শৰ্মাৰ বক্তৃতা

বিজু হাজৰিকা

অৱশেষত বহুত আলোচনা বিলোচনাৰ পিছত জুপুৰিচুবা নিম্ন প্ৰাইমাৰী স্কুলতে সন্ধিয়া ছয় বজাত নৰকাসুৰ শাখা সাহিত্য সভাৰ তৃতীয় অৰ্থাৎ শেষ বৈঠক বহাৰ সিদ্ধান্ত কৰা হ'ল। শ্ৰীমাণিক চন্দ্ৰ পাঠকে স্কুলৰ ব্লেকবৰ্ডখনত চক্‌মাটিৰে লিখি দিলে "....."আজিৰ এই মিটিঙতে নতুন কাৰ্যকৰী কমিটি গঠন কৰা হব। গতিকে তাত সকলো সভ্যকে উপস্হিত থাকিবলৈ অনুৰোধ কৰা হ'ল।" সেইমতেই কাম হ'ল। জুপুৰিচুবা নিম্ন প্ৰাইমাৰী স্কুল নৰকাসুৰ শাখা সাহিত্য সভাৰ সভ্যৰে ঠাহ খাই পৰিল। সভ্যসকলৰ প্ৰায়বোৰেই চাকৰিয়াল। দুই চাৰিজনে ব্যৱসায় বাণিজ্যও কৰে। তেওঁলোকৰ বেছিভাগেই পৰিয়ালৰ ভৰণ-পোষণৰ চিন্তাত ব্যস্ত থাকিব লাগে। তথাপি তাৰে মাজতে সময় উলিয়াই দেশখনৰ ভাষা সাহিত্যৰ চিন্তা-চৰ্চা কৰে। ই বৰ আনন্দৰ কথা।

পুৰণি সম্পাদকে ৰিপোর্ট পাঠ কৰিলে। ৰিপোর্টত দেখা গ'ল যোৱা বছৰটোত তেওঁৰ পকেটৰপৰা কুৰি টকা খৰছ হৈছে। এই খৰছ হৈছে—চাহ, তামোল, ছিগাৰেট আৰু মমবাতি কিনোতে। চেক্ৰেটৰী শ্ৰীকন্দৰ্প কুমাৰ কৰ্মকাৰ কাৰ্পেণ্ট্ৰিৰ ইনষ্ট্ৰাকটৰ। ওখ ছয় ফুট, শৰীৰ লিন্‌ঠিন। তিনি তিনি কাঠ এডাল ভাঙি লোৱাৰ শক্তি তেওঁৰ শৰীৰত নাই। সাহিত্য সভাত বৰ নিচা।

ৰিপোর্ট পাঠৰ অন্তত সভ্যসকলৰ মাজৰ নানা তৰ্ক-বিতৰ্ক আৰম্ভ হ'ল। তৰ্কৰ বিষয় হ'ল অযথা খৰছ। কিছুমান সপক্ষে কিছুমান বিপক্ষে। কাৰো কথা কোনোৱে নুশুনে। যেনিবা কাউৰীৰ সহিত জুই। অৱশেষত সকলোকে সভাপতিয়ে নমস্কাৰ কৰি শান্ত কৰিলে।

ইয়াৰ পিছত আহিল নতুন কাৰ্যকৰী কমিটি গঠন। সভাপতি কাক পাতিব এই লৈ খুব হুলস্থুল চলিল। প্ৰত্যেকেই সভাপতি হোৱাৰ ইচ্ছা কৰে। আকৌ তৰ্কা-তৰ্কি আৰম্ভ হ'ল। কাৰো কথা যেন কোনোৱে নুশুনে, প্ৰত্যেকে কেৱল কয়হে। অৱশেষত

শ্ৰীপদুলি আনন্দ শৰ্মাক সভাপতি নিৰ্বাচন কৰা হ'ল। তেওঁ জনক-জুন্ক ৰৰকৈ মাৰিছিল। সভাপতিৰ বাব পোৱাত তেওঁৰ মেকুৰী সদৃশ মোছকোছাৰ তলৰ ফাক্‌টোৰে হাঁহি এটা মাৰিলে।

শৰ্মাই সভাপতি হিচাপে দুই আষাৰ কৈ ৰাইজক সান্তনা দিয়াৰ ইচ্ছা কৰি থিয় হ'ল। তেওঁ কবলৈ ধৰিলে "উপস্থিত ভদ্ৰমণ্ডলী, এই নিঃকিনকে আপোনালোকে আজি এটা মহান ভাৰ অৰ্পণ কৰাত আপোনালোকৰ শলাগ লৈছো। আজিৰ সভাত মোতকৈ গণ্য-মান্য বহু লোক থকা সত্বেও মেতিয়া মোৰ দৰে অপদাৰ্থ এজনক এই ভাৰ দিলে তাৰবাবে মই অতিশয় আনন্দিত আৰু গৌৰবান্বিতও। মই কিন্তু মানুহজন বৰ ব্যস্ত। সময়কে নেপাওঁ। আপোনালোকৰ আশীৰ্বাদত মই বহুত অনুষ্ঠানত জড়িত। জয়পুৰ নাট্যানুষ্ঠানৰ সভাপতি মই। কামৰূপ গ্ৰাহক সমবায় ভাণ্ডাৰৰ উপদেষ্টা, মধুপুৰ সত্ৰ কমিটিৰ চেয়াৰমেন। ৰৰহোলা এল. পি স্কুলৰ চেক্ৰেটাৰী, জনতা ক্লাবৰ উপদেষ্টা ইত্যাদি আৰু বহুত অনুষ্ঠানত মই জড়িত থাকিব লগা হৈছে। কি কৰিম, মোক ৰাইজে বিচাৰে। ৰাইজে মোক ভাল পায় বাবে এই বাববোৰ দিয়ে। মই তেনেকৈ ৰাইজৰ অনুৰোধ উপেক্ষা কৰিব পৰা বিধৰ লোকো নহওঁ। এইবোৰ কামত সক্ৰিয় অংশ গ্ৰহণ কৰিব পাৰিলে মই বৰ আনন্দ পাওঁ। ৰাইজৰ কাম কৰিবলৈকে আমালোক জীয়াই আছো। এইবোৰ অনুষ্ঠান আমাক লাগে। আমি মানুহ হিচাপে জীয়াই থাকিবলৈ হলে অনুষ্ঠান কৰিবই লাগিব। অনুষ্ঠান নহলে দেশ জীয়াই থাকিব নোৱাৰে। কিন্তু অনুষ্ঠানৰ লগত কৰাপ্‌চন সোমাব নালাগে। মই জনাত বহুত অনুষ্ঠানত কৰাপ্‌চন আছে। লালসা ত্যাগ কৰিব পাৰিলেই কৰাপ্‌চন নোহোৱা হৈ যাব। গান্ধীয়ে আমাক কি শিকাই থৈ গ'ল? গান্ধীয়ে শিকোৱা কথাবোৰ আমি ভাৰতীয় মানুহে পালন কৰিব পাৰিছোনে বাৰু? নাই পৰা। মহামানৱ মহাত্মা গান্ধী আছিল ধৰ্মৰ অৱতাৰ। তেওঁ কৰাপ্‌চন মধিমূৰ কৰিবলৈ উঠি পৰি লাগিছিল......।"

শৰ্মাই অবিৰাম কৈ থাকিল। পিছফালৰপৰা এজনে তেওঁ পিন্ধি থকা দীঘল পাঞ্জাবীটোতে ধৰি টানি কলে—"শৰ্মা আপুনি বহুত কলে, বহক এতিয়া, ৰাতি হল।" শৰ্মাই তেওঁৰ বক্তৃতাৰ

সামৰণি মাৰিব বুলি কৈও আকৌ দহমিনিট ক'লে। কথাৰ একো ঠেক-পেটু নাই। এনেতে এজন বৃদ্ধ থিয় হ'ল। শৰীৰ প্ৰায় অৱশেষেই তেওঁৰ। চুলি দাড়ি পকি মৰাপাটৰ দৰে বগা হৈছে। হাতত লাখুটি তেওঁৰ। লাখুটিত ভৰ দিয়েই থিয় হ'ল। তেওঁ দুই আষাৰ কব বুলি সভাপতিৰ অনুমতি বিছাৰিলে। সভাপতিয়ে— বাৰু দুই মিনিট কওক, বুলি অনুমতি দিয়াত আৰম্ভ কৰিলে।

—সভাপতি মহাশয়, আৰু মোৰ মৰমৰ ল'ৰাহঁত, মই আজি তোমালোকৰ মাজলৈ আহি, তোমালোকৰ সভাপতা ধৰণ—কৰণ দেখি অবাক হৈছো। তোমালোকে য'ত কব লাগে "মহাদেৱৰ কথা" তাত কোৱা "ভওালাউৰ কথা।" তোমালোকে বিষয়বস্তু পাহৰি থাকা সদায়। আজিৰ এইখন সভা আছিল সাহিত্য সভাৰ সভা। অথনিৰেপৰা লক্ষ্য কৰিলো ইয়াত সাহিত্যৰ কথা এটা বাক্যও কোৱা নহ'ল। তোমালোকক মোৰ বান্দৰ যেন লাগিছে। বান্দৰে নাৰিকল এটা পালে কেনেকৈ বাকলি গুচাই খাব লাগে নাজানে। তোমালোকক মোৰ শিয়াল যেন লাগিছে। মানে শিয়াল পণ্ডিত। কিতাপ এখন মুখত কামোৰ মাৰি লৈ ঘূৰি ফুৰে, পঢ়িব নাজানে। বেয়া নাপাবা তোমালোকক সৰু ল'ৰা কাৰণে এনেকৈ কৈছো। মই আজি বৰ আশা কৰি ইয়ালৈ আহিছিলো। ভাবিছিলো দুআষাৰ সাহিত্যৰ কথা শুনিম। সাহিত্যই বোলে মানুহক জ্ঞান দিয়ে, শান্তি দিয়ে, তাপিতক দিয়ে তৃপ্তি। পিছে দেখিলো তোমালোক সাহিত্য আলোচনা কৰাৰ একেবাৰে অপদাৰ্থ। মোৰ এতিয়া সন্দেহ হৈছে। তোমালোকে সাহিত্যৰ বুৰঞ্জীৰ চমু আভাস কনো জানা নে নাই। সাহিত্য সভা কৰিবলৈ আহি কেৱল কোনে কি ৰাব লব পাৰে সেইলৈ তোমালোকৰ দ্বন্দ-খৰিয়াল। বুঢ়া অলপ ৰ'ল। এটা কাহ মাৰি ললে প্ৰায় তিনি মিনিটমান কাহে। আকৌ কবলৈ আৰম্ভ কৰিলে— শৰ্মা সভাপতিৰ বক্তৃতাখিনি শুনিলো। তেওঁতো সাহিত্যৰ কথা তাত একাষাৰো নকলে। নিজৰ কথাখিনি জাহিৰ কৰি আবুল-তাবুল কিবা-কিবি বকিলে। তেওঁ যিমান অনুষ্ঠানত জড়িত বুলি আমাৰ আগত জাহিৰ কৰিলে - এইবোৰ অনুষ্ঠানত সামান্যও কাম কৰি পাইছেনে মোৰ সন্দেহ। আজি আৰু বেছি কথা কৈ তোমালোকক আমনি নকৰো। মোৰ এটা অনুৰোধ থাকিল তোমালোকলৈ— "কোনো

সভা-সমিতি পাতোতে বিষয়বস্তুৰ মৰ্য্যাদা ৰক্ষা কৰি চলিবলৈ শিকিবা দেই ।" বুঢ়া বহিল আৰু লগে লগে সভাঘৰ ত্যাগ কৰিলে ।

সভা ক্ষন্তেক সময় নিস্তব্ধ হৈ আছিল । বুঢ়া উঠি যোৱাৰ লগে লগে গুণগুণনি উঠিল । "মানুহজনৰ অলপ মাথাৰ দোষ আছে নেকি ?" "নহয় তেওঁ আচল কথাই কৈছে ।" "মুখেৰে তেনেকৈ সকলোৱে কব পাৰে ।" ইত্যাদি ।

অলপ পিছতে সভাপতি পদুলি আনন্দ শৰ্মাক অগ্নিশৰ্মা হোৱা দেখা গ'ল ।

# নিৰ্জিত

আনন্দ গোস্বামী

(কাফকাৰ সশ্ৰদ্ধ সোঁৱৰণত)

ডাওৰীয়া ক' ওৰফে কণ্ঠীৰাম ৰায়বাহাদুৰ বৰুৱাৰ হঠাৎ টোপনি ভাগিল । মূৰশিতানৰ ফালে, টেবুলত থোৱা ঘড়ীটো ক্ৰিং, ক্ৰিং বাজি উঠিছিল । ডাওৰীয়াই হুৰমূৰকৈ আঠুৱাখন দাঙি, বৰকাছুৱ দৰে মূৰটো উলিয়াই, হাতমেলি, এলাৰ্মটো টিপি, বন্ধ কৰি দিলে । আকৌ, এটা বৰকাছুৱ নিচিনাকৈ, তেওঁ মূৰটো আঠুৱাৰ তললৈ সুমুৱাই আনিলে । মাত্ৰ আঠ বাজি গৈছে । ডাওৰীয়া মনে মনে গজি উঠিল, এইটো নিশ্চয় হচন্তীয়াতৰ কাম । যিকোনো যন্ত্ৰই, অশিক্ষিত মানুহৰ হাতত পৰিলে সিহঁতৰ কাণ্ড জ্ঞান নেথাকে । দুফাকি নীতিবচন শুনাই দিয়াৰ মানসে, পাকত মূৰ ৰাখিয়েই, ৰান্ধনি ৎ-ক মাতিবলৈ মুখ মেলি, ডাওৰীয়া হঠাৎ বৈ গ'ল ; জাপ মাৰি বিচনাতে বহিল, দুই হাতেৰে নিজৰ মুখখন পিটিকি মোহাৰি চালে, সংগীত-সাধকৰ দৰে বিভিন্ন মুখ ভংগীৰে কেইবাবাৰো চেষ্টা কৰিলে । সোঁহাতখন মুখত ভৰাই, আঙুলিৰে দাঁত আৰু দাঁতৰ আলু খেপিয়াই চালে । ইয়াৰ পিছতো, আপ্ৰাণ কষ্ট কৰিও, যেতিয়া ডাওৰীয়াই এটাও শব্দ উচ্চাৰণ কৰিব নোৱাৰিলে, তেতিয়াই তেওঁ আয়নাখন বিচাৰি, বিচনাৰপৰা জাপ মাৰি নামিল । ডাক্তৰে পেটত কিবা ওলোৱা ল'ৰাৰ জিভা পৰীক্ষা কৰাৰ দৰে ডাওৰীয়াই আয়নাৰ সম্মুখত মুখ মেলি যি দেখিলে—সি এক অদ্ভুত কাণ্ড ! ডাওৰীয়া ক, ওৰফে কণ্ঠীৰাম ৰায়বাহদুৰ বৰুৱাৰ, মুখৰ ভিতৰৰপৰা, জিভাখন অন্তৰ্ধান হৈছে ।

শ্ৰীমান ক চুচৰি বাগৰি আকৌ বিচনালৈ উঠি, কিছুসময় তভক মাৰি বহি থাকিল । ডেৰকুৰি বছৰীয়া সজিভ জীৱন-কালত কোনো ব্যক্তিৰে এনে দুৰ্দশা হোৱাৰ কথা তেওঁ মনত পেলাব নোৱাৰিলে । এটা দীঘল হুমুনিয়াহ কাঢ়ি, একো নভবাকৈয়ে, টেবুলৰ ওপৰৰপৰা ঘটিটো হাতত লৈ তেওঁ বাৰান্দালৈ ওলাল ; পানীপোভাত মূৰটো দি তালুত পানীঘটি ঢালি দিলে । তাৰ পিছত বেৰত মেলি থোৱা গামোছাখন আনিবলৈ হাত মেলোতেই, তেওঁৰ এটা গল্প মনত পৰিল । এসময়ত এজন কিশোৰ সন্ন্যাসী খিজং পাহাৰত ছবি সাধনাত নিমগ্ন হৈছিল । [illegible]

তপস্যা কৰাৰ পিছত, তপস্বীৰ সন্মুখত এজন বৃদ্ধৰ আৱিৰ্ভাৱ হ'ল। বৃদ্ধই কিশোৰক সুধিলে, বোপা তুমি এই গহন অৰণ্যত কি কৰিছা? কিশোৰে ক'লে, আমি ব্ৰতী, মহাপ্ৰভুৰ শ্ৰীচৰণ দৰ্শনাৰ্থে তপস্যা কৰিছো। নিজগুণে সন্তুষ্ট হৈ আহিছে যেতিয়া ইষ্টদেৱতাৰ দ্বাৰা মোৰ এটা প্ৰশ্নৰ উত্তৰ দি যোৱা হওক। বৃদ্ধই ক'লে, মই মহাপুৰুষো নহয় — ইষ্টদেৱতাও নহয়, এজন সাধাৰণ ৰাজনীতিজ্ঞ। ৰাজনীতিৰপৰা অবসৰ গ্ৰহণ কৰি মঙ্গো হবি সাধনৰ উদ্দেশ্যেহে গধূলি হাবি সোমাইছো। তপস্বী বালকৰ বিশ্বাস নহ'ল, আৰু ভক্তিত গদগদ হৈ আগন্তুকে ক'লে, ভাৰতবৰ্ষত চৰকাৰী চাকৰিয়ালৰ বাহিৰে কোনো মানুহেই অবসৰ নলয়। আপুনি এনেহেন পুণ্যভূমিত ৰাজনীতিৰ ৰসগোল্লা নেখাই জংঘলত ম'হ-দাঁহৰ খাদ্য হবলৈ আহিছে বুলি চলনা কৰিলেই মই মান্তি নহওঁ। মোৰ গুৰুৰো গুৰু, আত্মাৰো পৰমাত্মা আপুনিয়েই। বৃদ্ধ মহা বিপাণ্ডত পৰিল। এবাৰ ভাবিলে, দলৰপৰা বিতাৰিত হৈহে ভগৱৎ ভক্তিত মনোনিবেশ কৰাৰ সঁচা কথাটো কৈ দিব নেকি। ইতিমধ্যে তপস্বীয়ে সেৱা-সৎকাৰ আৰম্ভ কৰি দিয়া দেখি, ৰাজনীতিকে ঠিক কৰিলে যে তপস্বী হলেও ই এটা মূৰৰ বীজ নুগুছা, চেংেলীয়া ল'ৰা, ই আৰু কি এনে উত্তৰ দিব নোৱাৰা গূঢ় প্ৰশ্ন কৰিব! ৰাজনীতিক হিচাপে ক্ষমতাত বাহাল থকা কালত তেওঁতো বহুত ধৰ্মীয় সভাত ভাষণ দিছে। হিন্দু, মুছলমান, খ্ৰীষ্টান আদি, আনকি ধৰ্মনিৰপেক্ষতা আৰু অধৰ্মৰ ওপৰতো তেওঁ কেইবা ভজনো সমিতিত, এজন মাত্ৰ শ্ৰোতা থকা পৰ্যন্ত অসংখ্য তেজস্বী বক্তৃতা দিছিল। বালকব্ৰতীৰ ভক্তিযোগত বিধি-পথালি দিয়া অপ্ৰয়োজন মনস্থিৰ কৰি, বৃদ্ধই তথাস্তু বুলিলে। বালকে প্ৰশ্নবাণ নিক্ষেপ কৰিলে, মৰাৰ আগতে আপোনসবে মনিচক মৃত্যুৰ জাননী নিদিয়ে কিয়? বৃদ্ধ ৰাজনীতিজ্ঞই নাকটো খজুৱাই হাঁহিলে, আৰু ক'লে, মনুষ্যক মৃত্যুৰ জাননী আমি ঠিকেই দিওঁ। কিন্তু তোমালোক [illegible] সেই জাননী [illegible] হৃদয়ঙ্গম কৰিব নোৱাৰা। মৃত্যু প্ৰাপ্তিৰ পূৰ্বে [illegible] সাধাৰণ ক্ষেত্ৰত প্ৰত্যেক মনুষ্যৰে ইন্দ্ৰিয়সমূহ এটি এটিকৈ বিকল কৰি দিয়া হয়। এনে গুৰুত্বপূৰ্ণ আৰু দীঘলীয়া জাননী সত্বেও মনুষ্যকুলে বিষয়

চিন্তা এৰি মৃত্যুৰ চিন্তা নকৰে। গতিকে ইয়াৰ বাবে দেৱকুল চুলি এভালমানো দোষী নহয়।

বিভিন্ন কোনৰপৰা আঁচীখনত নিজৰ জিভাখন চাই চাই শ্ৰীমান ক উচপ খাই উঠিল। তেন্তে এই জ্ঞানেন্দ্ৰিয় হৰণ তেওঁৰ মৃত্যুৰ জৰুৰী নটিচ নেকি? হলেও, ই অলৌকিক, অভূতপূৰ্ব। বগা চাহাবৰ হেঁতামাৰি স্বৰূপ, ৰায়বাহাদুৰ অ, ওৰফে অচৈতন্য *বৰুৱাৰ যোগ্যপুত্ৰ, শিক্ষা বিভাগৰ কুগীয়া কেৰেণী কৰ মনত এইবাৰ এটা মিহি ধাৰণাৰ ঢৌ খেলালে। হয়তো পৰমেশ্বৰে কৰ* উদাৰ মানবতাবাদী স্বভাবত সন্তুষ্ট হৈ তেওঁৰ মৃত্যুৰ এই বিস্ময়কৰ আগজাননী দিছে। সেইটোও একো অদ্ভুত নহয় ভাবি, ডাঙৰীয়াৰ মনটো ভগবৎ ভক্তিত সেমেকি আহিল; আৰু লগে লগেই তেওঁ তোচকখন দাঙি পইচাৰ হিচাপ আৰম্ভ কৰি দিলে। সৰ্বমুঠ এটকা উনত্ৰিশ পইচা আছে। আজি চাব্বিছ তাৰিখ। দৰমহা পাবলৈ আৰু পাঁচদিন বাকী। ডাঙৰীয়াই ভাবিলে, জিভাখন যদি ঘূৰাই পোৱা যায় মানে, কবিৰাজীৰপৰা এলোপেথীকলৈকে যি কোনো পন্থা অবলম্বন কৰি তাক ঘূৰাই আনি যথাস্থানত প্ৰতিষ্ঠা কৰিব পাৰি— তেন্তে, মৰণত শৰণ দি হ'লেও অলপ সাহস সঞ্চয় কৰি, ঘোচ-ফোচ খোৱাৰ এট বন্দোবস্ত কৰিবই লাগিব।

ডাঙৰীয়া কিমান পাবগৈ মনস্থ কৰিব নোৱাৰিলেও, বুকৰ জেপৰ ওপৰতে ফিচিকি ফটা পাঞ্জাবীটো গাত সুমৰাই ল'লে আৰু পাঞ্জাবীৰ চুক এটাৰে গ'গল্ছ যোৰ মোহাৰি মোহাৰি ৰান্ধনি ঘৰৰ ফালে খোজ পেলালে। যোৱাৰ আগতে চুলি কেডাল ফণিয়াই, উলঙ্গপ্ৰায় ছোৱালী এজনীৰ ছবি থকা পাউদাৰৰ টেমাটোৰ দেহা উবুৰিয়াই নিজৰ বুকুৰে পিতিয়ে দুবাৰমান জোকাৰি, তৰ্জনি আঙুলিৰে গোফকেডাল সেজা লগাই লবলৈও ৰায়বাহাদুৰে নেপাহৰিলে।

৫-ৰ ভুলবৰ বাবে ডাঙৰীয়াই বাৰান্দাৰ পৰাই ভুমুকি মাৰিলে। ৰান্ধনিঘৰত, জিৰবত, চৌকাৰ ওপৰত টেৰা গৰম। ওচৰতে মাটিত, এটা মগৰ কাষত, দুটা কণীৰ চোকোৰা। মগটোত কণী ভঙা হৈ গৈছে। মানে, ডাবল ডিমৰ অমলেট। ক-ই মুখ ঘূৰালে, বাহিৰত ত্ৰিভঙ্গ মূৰ্তি ধৰি ৫ হাজিৰ। কই

অঘটনটোৰ কথা ৎ-ক ক'ব নোৱাৰি ভাবিলে। ৎ বিশ্বাসী ভৃত্য, হ'লেও সজাত নাই, নকয়। এনেতে, অংগী-ভংগী কৰি ৎ নিজেই আগবাঢ়ি আহিল। সি কি কৈছে বা ক'ব খুজিছে ক-ই একো ঠিৰাং কৰিব নোৱাৰিলে। কিন্তু জিভা নোহোৱা ৰোগটোও যে ৎ-ও আক্ৰান্ত, সেইটো ডাঙৰীয়াই বুজি পালে। ৰায়বাহাদুৰৰ গুপ্তৰোগটো ৰাষ্ট্ৰনি ল'ৰাৰ আগত প্ৰকাশ পোৱাৰ ভয়ত, ক-ই বিলম্ব নকৰি, হচন্তীয়াক ৰঙা চকু দেখুৱাই, কোবাকুবিকৈ ৰাস্তালৈ ওলাই আহিল। ৎ ক ক-ই বহুদিন বকিছে। 'তালবীয়া' শ নামৰ গোৱালনী ছোৱালীজনীৰ লগত তাৰ দৃষ্টি কটু হলিগলি ডাঙৰীয়াৰ দৃষ্টিগোচৰ হৈছে আগতে কেইবাবাৰো। এতিয়াও, তেওঁ ওলাই আহিবৰ সময়ত, দাংবৰলা ৎ-ৰ কোঠাৰ ভিতৰত জলতৰঙ্গৰ দৰে খাকৰ আৱাজ শুনিবলৈ পালে। এইবাৰ ডাবল্ ডিমৰ অমলেটটোৰ তাৎপৰ্য বুজি পাবলৈ তেওঁৰ মূঠেই কষ্ট নহ'ল। ডাঙৰীয়াৰ টিঙিচ কৰে খংটো উঠি জিভা নোহোৱা তালুত লাগিলগৈ।

পিঠিফটা ৰ'দ। ৰায়বাহাদুৰ ক-ই সুকয় চকা চশমাযোৰ কাণৰ ফেৰেঙণিত সুমুৱাব খুজি বৈ গ'ল। দুয়োখন কাণৰ কাষত সজোৰে দুটা হাতচাপৰি মাৰিলে আৰু কিবা ভাবি, তেওঁ হৰমুৰকৈ নিজৰ কোঠাত সোমালহি। দুৱাৰ খিৰিকিবোৰ বন্ধ কৰি দিলে। পাঞ্জাবীটো, ধুতিখন, বনিয়ণটো ···· এটা এটা এটাকৈ চব খুলি দলিয়াই পেলালে। আৰু এটা এটাকৈ গাৰ অঙ্গ-প্ৰত্যঙ্গবোৰ পিটিকি মোহাৰি পৰীক্ষা কৰাত লাগি গ'ল। সন্দেহ নিবাৰণ নোহোৱা পৰ্যন্ত তেওঁ নিজকে পৰীক্ষা কৰিলে। জুইশলা কাঠি এটা ফচ্ কৰে জ্বলাই এবাৰ তেওঁ গাত লগাই চালে। ফৰ ফৰ কৰি নোমবোৰ পুৰি গ'ল, আৰু লগে লগে ছালত চৌ উঠি আহিল। ৰায়বাহাদুৰ ক-ৰ পিতৃদেৱতা ৰায়বাহাদুৰ অ-ই ৰায়বাহাদুৰ খিতাপ পাবৰ সময়ত যেনেদৰে হাঁহিছিল, ঠিক তেনেদৰেই ৰায়-বাহাদুৰ ক-য়ো এটা বিজয়ীৰ হাঁহি হাহিলে। ডাঙৰীয়াই এইবাৰ এটা চিগাৰেট জ্বলালে। প্ৰাণভৰি ধূমপান কৰাৰ পিছত ফটকৰে গামোছা এখন ককালত মেৰিয়াই তেওঁ পায়খানাত সোমাল।

ধুতি-পাঞ্জাবীত লগা ধূলি-মকৰাজালবোৰ জোকাৰি এৰুৱাই,

ভাওৰীয়াই কাগোৰকেইটা আকৌ পিন্ধি ল'লে। আঁঠীখনৰ আগত নিজকে থিয় কৰাই এইবাৰ তেওঁ মুখত এটা সন্তুষ্টিৰ হাঁহি বিৰিঙালে। ভাবিলে, ৰক্ষা জিভাখনহে গৈছে, আন কোনো অঙ্গৰতো একো ক্ষয়-ক্ষতি হোৱা নাই! স্বাভাবিক জীৱন-যাত্রা যেতিয়া অক্ষত, হিচাপমতে চলিলে জিভাখন নাথাকিলেও শ'লে-মূলাই খাই সুখেৰেই নগৰ পালিকাৰ টিন পূৰাব পৰা হ'ব। খোৱাৰ কথাটো মনলৈ অহাৰ লগে লগেই, তেওঁ মুখ মেলি ৫-ক মাতিব খুজি আকৌ ৰৈ গ'ল। কোনো ব্যৱস্থা প্রবর্তনৰ সময়ত, নতুনতে, অলপ অসুবিধা হবই। সময়ে উপশমৰ বেজী দি জীৱ-জন্তুক এসময়ত নতুন ব্যৱস্থাৰ লগত খাপ খোৱাৰ উপযুক্ত কৰি তুলিব। ৰায়বাহাদুৰ কণ্ঠীৰামে বেৰৰ আগত ওলোমাই থোৱা কেলেন্দাৰ-খনলৈ চালে। সোমৰসৰ বিজ্ঞাপণৰ নওঠা ছোৱালীজনীয়ে ঠিক আগৰদৰেই লোভণীয় দৃষ্টিৰে তেওঁলৈ চাই আছে। প্রসংগীয়া নামতে মন ভৰাই দক্ষিণা পোৱা গোসাঁইৰ দৰে ভাওৰীয়াৰ মনটো উৎফুল্লিত হৈ উঠিল। তেওঁ দুৱাৰখন খুলি দিলে।

৫ সোমাই আহিল। হাতত এগিলাছ পানী, একাপ চাহ আৰু এটুকুৰা কটা বিস্কুট। ক-ই বিনাবাক্য প্রচেষ্টাই পানীৰ গিলাছটো লৈ আকণ্ঠ সোহা মাৰিলে। তাৰ পিছত চাহ-বিস্কুট খাই, থিয় দি থকা ঠাইতে এটা থিয় জাপ মাৰিলে। ধপহকৈ হাত দুখন সমুখলৈ আগবঢ়াই শূণ্যতে দুটা বক্সিং প্রহাৰ কৰিলে। আৰু আয়নাত মুখখন দুনাই পৰীক্ষা কৰি মৌজা থকা মৌজাদাৰৰ মেজাজেৰে বাহিৰ ওলাল।

ক কেকুৰিটো পাওঁতেই, বাপুদেউ প[illegible] ভট্টাচার্যৰ মুখামুখি হ'ল। চুটি চুলি, দীঘল টিকনি, চন্দনৰ ফোঁট, ভিক্ষাৰ জুলি আৰু সোলামুখৰ সর্বস্তৰ হাঁহিৰে বাপুদে[illegible] পুৰুঠ। ক-ই প-ক নেদেখাৰ ভাও ধৰি, এৰাই যাব খুজিছি[illegible] [illegible]াহৰে চন্দ্রৰ বাটভেটি ধৰাৰ দৰেই, প-য়ো ক-ক আগছি [illegible]ৰিলে। এনেতে ক-ৰ চকুত পৰিল, প-ৰ মুখতো জিভা নাই। আৰম্ভ হ'ল দুজ[illegible] [illegible]। দেশত আত্মঘাতী লোকৰ সংখ্যা বাঢ়িছে, আৰু বাঢ়িছে অধর্ম। মনুষ্যৰ জিভাবোৰ অকথ্য ভাষাৰ উৎস হৈ উঠিছে। ফলত, গ্রহগণ বিলুপ্ত হৈ

এনে অভূতপূর্ব কর্ম কৰিবলৈ বাধ্য হৈছে। ব্ৰহ্মভোজন, মৎস্যদান কূৰ্ম উৎসৰ্গ, বস্ত্ৰপ্ৰদান, গ্ৰহশান্তি, নাম-প্ৰসঙ্গ, স্বৰ্ণ দক্ষিণা আদি অষ্টগ্ৰহৰ দেৱগণৰ পূজা-পাতল, হোম-যজ্ঞ নকৰিলে ইহলোকলৈ শান্তি ঘূৰি নাহিব। নিৰ্ধাৰিত চণ্ডীপাঠলৈ দেৰী নোহোৱা হলে, প-ই ক-ৰ আহ্নিক দিনপঞ্জীটো চাই দিব পাৰিলেহেঁতেন বুলি আক্ষেপ কৰি কক এই যাত্ৰালৈ ৰেহাই দিলে।

বেলি প্ৰায় মূৰৰ ওপৰত। মৰল দিছে, দেৱতাসকলৰ বৈঠক। সম্ভৱতঃ জিভাহৰণৰ প্ৰতিক্ৰিয়া সম্পৰ্কে জৰুৰী আলোচনা। হঠাৎ ভাওৰীয়া বহি পৰিল। আকাশী দেৱতাৰ কন্‌ফাৰেন্স চাই যাওঁতেই ওখোৰা-মোখোৰা বাটত উজুটি মাৰিছে। নখ এৰোৱাই নহয়, তেজো ওলাইছে। ৰায়বাহাদুৰৰ মনটো ৰাই-জাই কৰি গ'ল ঃ হওক তেওঁ, নিৰ্জিভ হোৱাৰ লগে লগে নিস্তেজো হোৱা নাই! তেজ কিন্তু ৰোৱা নাই, লাহে লাহে বিষো আৰম্ভ হৈছে। বোধহয় দেৱগণৰে অপৰাধ! ভাওৰীয়াই দেৱলোকলৈ দৃষ্টি নিক্ষেপ কৰিলে। লাহে লাহে ক-ৰ কপালৰ শিৰবোৰ থুপ খালে। আৰু দেৱতাৰ প্ৰতি থকা অপৰাধবোধটো ক্ৰমে মন্ত্ৰণা, যন্ত্ৰণাৰপৰা খং আৰু খঙৰপৰা বিতৃষ্ণা মিহলি ঘৃণালৈ ৰূপান্তৰিত হ'ল। এক অনামী উত্তেজনাত ক-ৰ মন ভৰি পৰিল। ছালা তেজখোৱা দেৱতা সংখ্যাটো তেত্ৰিশ কোটি, একেবাৰে যদুবংশ। মনুষ্যক দুবেলা দুমুঠি খাবলৈ দিয়াৰ, খাই জীয়াই থাকিবলৈ দিয়াৰ সমৰ্থ নাই— কেৱল পুজা খোৱাৰ ধাণ্ডা। এই দেৱকুলেই পৃথিৱীখন খালে। জম্বুদ্বীপতেই দেৱতাৰ সংখ্যা আটাইতকৈ বেছি। ক অকথ্য ভাষাত গুৱালগালি পাৰিলেহেঁতেন। হেৰ যুঁজিব খুজিছ সমানে সমানে যুঁজ। পেট ভৰাই খাবলৈ দি চেলেঞ্জ কৰ, তেতিয়াহে বুলিলোহেঁতেন বাপৰ বেটা। খাবলৈতো নিদিয়ই, তাৰ ওপৰতো আকৌ জিভাখন কাটি নিলি? অনাৰ্যজাতৰ কথা বাৰু বাদেই দিলো, এই আৰ্যমথা। যি আৰ্যজাতৰ নেগুৰে নেগুৰে ..... ভাওৰীয়াৰ জিভা নোহোৱা মুখখন শুকাই আহিল। হঠাৎ কাষৰ দোকানৰ ঘড়ীত চকু পৰাত ক-ই দেখিলে, তেওঁৰ অফিচলৈ যাবলৈ দেৰী হৈ গৈছে। ছালা চৰ্মহাই কাটি নিয়ক, ভাওৰীয়া নেযায়।

[illegible]বাহাদুৰ নাকৰ পোনে পোনে আগবাঢ়িল। এনে এটা

অঘটন ঘটাৰ পিছত, তেওঁ কলৈ যোৱা উচিত, একো সিদ্ধান্তলৈ আহিব পৰা নাই। এবাৰ ভাবিলে প্ৰেমিকা ব-ৰ ঘৰলৈকে যাব। নাই, নোৱাৰি। দুপৰীয়া তাইৰ ৰিটায়াৰ্ড বাপেকটো ঘৰতে বহি থাকে। আৰু গ'লেও ব-ক কথাটো বুজাবই বা কেনেকৈ? ঠাৰে-চিঞৰে বুজাব পাৰিলেও তায়েইবা ঘটনাটো লয় কি ভাবে! শেষত, তেওঁ তেওঁৰ একান্ত বন্ধু ল-ক লগধৰি দুৰ্ঘটনাটোৰ এটা সম্যক পৰ্য্যালোচনা কৰিবলৈ মনস্থ কৰিলে।

ল-ৰ ঘৰত টলা ওলমিছে।

ডাঙৰীয়া ল-ৰ ভায়েক ৰ-ৰ অফিছ ওলালগৈ। ৰ-ই ক-ক যি বুজালে তাৰ সাৰমৰ্ম এই, ৰ-কে আদি কৰি তেওঁলোকৰ চুবুৰীৰ সকলোৱেই জিভাহীন হৈছে। জিভা এখন আছিল, এই কথাটো হৃদয়ঙ্গম কৰিব পৰা প্ৰত্যেক ব্যক্তিয়েই জিভাছেদনৰ ঘটনা-টোত কম বেছি পৰিমাণে উত্তেজিত হৈছে। কবন্ধৰ দেশৰ মানুহ হিচাপে নাক-কাণ-মুৰ- নোহোৱা হ'লেও ভু নোপোৱাসকলৰ সংখ্যাই সেই চুবুৰীত বেছি বুলি ৰ-ই আক্ষেপ কৰিলে। উ, দ আৰু ল-ৰ কালি গধুলিৰপৰাই কোনো সন্তেদ নাই। জিভা বিলোপ ব্যৱস্থাৰ এই পৰ্য্যন্ত কোনো বৈদিক তদন্ত নহলেও, সকলো মনুষ্যৰে জিভা বিয়োগ ঘটাৰ উপৰিও গোটেই দেশতে প্ৰায় চৈধ্য হেজাৰ লোক সশৰীৰে উধাও হৈছে। নিখোজসকলৰ প্ৰতি শ্ৰদ্ধাত ডাঙৰীয়াৰ মূৰ দোঁ খাই আহিল।

ঘৰলৈ ঘুৰি আঁহোতে ক ভাবি-শালপতিয়েক, গৰু ডাক্তৰ গ-ৰ চেম্বাৰত সোমাল। গ-ৰো একেই অৱস্থা, জিভাহৰণ হৈছে। কিন্তু এই ঘটনাৰ পিছত গ-ৰ উপাৰ্জন বানপানীৰ দৰে বাঢ়িছে। যেহেতু জিভাযুক্ত প্ৰত্যেক ব্যক্তিৰে জিভা বিয়োগ ঘটিছে সেয়ে, জন্তু-জানো-ৱাৰৰ উপৰিও, সেই মনুষ্যসকলৰ এক বুজন অংশই চিকিৎসাৰ কাৰণে এতিয়া গ-ৰ ওচৰলৈ চাপলি মেলিছে। দেশ-দস্তুৰ বুজি গ-য়ো নিজৰ ৰৰঙণি দুগুণে বঢ়াই লৈছে। প্ৰকৃততে এই ব্যাধিৰ কোনো চিকিৎসা নাই। ৰোগীক বিশ্বাসযোগ্য অংগী-ভংগীৰে, অন্তহিত জিভা যথাস্থানত পূৰ্ণ সংযোগ হ'ব বুলি আশাত বন্দী কৰি ৰখাব পাৰিলেই যথেষ্ট। আৰ্থিক অৱস্থাৰ আন্দাজ কৰি

ৰোগীসকলক, দৈনিক, সাপ্তাহিক বা পৰেকীয়া পৰীক্ষাৰ কাৰণেও নিয়মিয়াকৈ আহিবলৈ কৈ দিয়া হৈছে। পেটুৱা বাপুৱে দক্ষিণাৰ উমান লৈহে আশীৰ্বাদ দিয়াৰ দৰে গ-য়ো ৰোগীৰ আৰ্থিক সমীক্ষা কৰিহে প্ৰাথমিক চিকিৎসা কৰিছে। গৰু-ঘিউ, হাঁহকণী, আলু, সামান্য পিয়াজ, পিঠাগুড়ি, গৰু-গাখীৰ আৰু ফলাহাৰ পথ্য ধাৰ্য কৰা হৈছে। আমিষ খাই, বদহজম কৰি, পদাতিক বাইজৰ অশান্তিৰ সৃষ্টি নকৰিবলৈও ৰোগীসকলক দৰ্হাই দৰ্হাই সাৱধান-বাণী শুনাই দিয়া হৈছে। জিভাখন নথকাটোৱেই স্বাভাৱিক বুলি ভাবিব পৰাৰ ওপৰতেই এই ব্যাধিৰ মনোবৈজ্ঞানিক নিষ্কৃতি বুলি গ-ই ক-ক ভিতৰুৱাই বুজাই দিলে।

সাধাৰণতে, চেম্বাৰ সোমালেই গ-ই ক-ক পেট ভৰাই চাহ-মিঠাই খুৱায়। মাহৰ শেষৰ ফালে, সেয়ে গ-ৰ ওচৰলৈ ক-ৰ আগমন স্বভাৱতে ঘন হয়। নিজিভ ৰোগীৰ ভিৰ আৰু অভাৱ-নীয় উপাৰ্জনৰ উত্তেজনাত আজি খুৱাই-বুৱাই ভদ্ৰতা কৰাৰ সময় গ-ৰ নহ'ল। ক-ই হাড়ে হাড়ে অনুভৱ কৰিলে, তেওঁৰ নাড়ীয়ে নাড়ীক খাইছে। জিভাখন নথকাৰ কাৰণেই নেকি, ৰ'দটোৱে জুয়ে পোৰাদি পুৰিছে। জিভাখনৰ লগে লগে ভোকটোও নোহোৱা হোৱা হ'লে! ডাঙৰীয়াই জেপত হাত ভৰালে, পাৰিলে টিপিং এটাকে খাই ল'ব লাগে— তেৰ পইচা ওলাল। পুৰাৰপৰা ৰিক্সাই বাহে ফুৰিছে, পইচাইবা আছিল কিমান? আৰু এনে এটা অঘটনৰ পিছত পইচালৈকে হিচাপ ৰখাটোও জানো সম্ভৱ? ৰায়বাহাদুৰে পইচা খুচুৰা কৰিলেই, তাৰ এক বুজন অংশ, হিচাপ কৰিব নোৱাৰাকৈ, সদায় উধাও হয়েই।

ডাঙৰীয়াৰ খংটো ক্ৰমানুয়ে বাঢ়ি আহিল। নিষিদ্ধপটি থানাৰ সমুখতে, বহুদিন আগতে উধাও হোৱা বন্ধু চ-ক দেখি ক-ৰ মুখখন অতৰ্কিতে মেল খাই আহিছিল। পিছমুহূৰ্ততে, জিভাখন নথকাৰ কথাটো সুঁৱৰি, টোপাগুলি এটাৰ দৰে গৈ, ক-ই চ-ক সাবটি ধৰিলে। শিষ্টাচাৰ বহিৰ্ভূত হ'লেও, স্বভাৱতে, ক-ই তেওঁৰ জিভাখন অন্তৰ্ধান হোৱাৰ কথাৰেই বন্ধুৰ লগত আলোচনা আৰম্ভ কৰিলে। প্ৰসঙ্গত, চ-ই খণ্ডেৰেই বন্ধু ৰায়বাহাদুৰক বুজাই দিলে যে, ক-ৰ দৰে জিভা সৰ্বস্ব বন্ধুৰ জিভাহৰণৰ বাতৰিটোত চ খুউব খুচী হৈছে। এই কাৰ্যৰ ফলত, কীৰ্তন-ভজন মণ্ডলীৰ

ঘোৰধ্বনিৰ পৰা চ-হঁতৰ কাণবোৰ সকাহ পাব। এতিয়া চ-হঁতে কাঙ্গুলি মাহুৰ দৰে জিভাখন ইলুটি-সিলুটি কৰিয়েই দায়িত্ব শেষ বুজি ভবা মনুষ্যৰ ৰং চাইছে। আনবিক যুগত মানুহে প্ৰতিটো ইন্দ্ৰিয় প্ৰত্যেকটো অংগ-প্ৰত্যংগৰে সম্যক ব্যৱহাৰ কৰিবলৈ শিকা উচিত। কেৱল জিভাখনেৰে দেৱতাৰ বিৰুদ্ধে যুদ্ধজয়ৰ আশা কৰি কীৰ্তন-ভজন কৰিলেই সমস্যাৰ সমাধান নহয়। ভোকত ক-ৰ চকু জাপখাই আহিছিল। হঠাতে, এবাৰ চকু মেলি ক-ই দেখিলে, তেওঁৰ বন্ধু চ, যথাৰীতি, উধাও হৈ গৈছে।

ধলং-পলং খোজেৰে ক-ই ঘৰলৈ বুলি খোজ দিলে। প্ৰত্যেক-টো খোজতে তেওঁৰ শক্তিহীন হৈ আহিছে। এনেতে, ক-ই এখন চিনাকি মুখ দেখিলে, লগে লগে আৰু এখন, তাৰ পিছত আৰু এখন। ভেটাভেটি হোৱা প্ৰত্যেকখন মুখতে একোটা বিভিন্ন চাইজৰ হাঁহি। মৰণ পণ কৰিও ডাঙৰীয়াই সেই হাঁহিবোৰৰ এটাৰো সন্তোষজনক উত্তৰ দিব নোৱাৰিলে। কিন্তু, হাঁহিবোৰৰপৰা ক-ই এটা কথা স্পষ্ট বুজি পালে যে, হাঁহিৰামহঁতৰ কাৰো মুখতেই জিভা নাই। ঘিউ খোৱা কুকুৰে তিনিআলিত নিজৰ পশ্চাৎদেশৰ ঘা চেলেকি খোৱাৰ দৰে, জিভাখোৱা ক-য়ো পৰিস্থিতিৰ তিনি-আলিত নিৰ্জিভ হোৱা ঘটনাটোৰ কথা ভাবি চিন্তাত পাকঘূৰণি খালে।

ক-ই আকৌ ভাবিলে, ভোকটোৰ কথা পাহৰি থাকিব পৰা হ'লে! চ-ৰ লগত হোৱা তেওঁৰ আলোচনাটো ক-ই আদিৰপৰা পাগুলি চালে। বন্ধুৰ বুজনিয়ে তেওঁৰ পেটৰ চিন্তাটো সাময়িকভাৱে আঁতৰাই ৰাখিলে। এটা মাত্ৰ ইন্দ্ৰিয়হৰণতে ক ক্লান্ত হৈ পৰিব, দেৱতাৰ বশ্যতা স্বীকাৰ কৰিব? অসম্ভৱ। উপযুক্ত প্ৰশিক্ষণ দি তেওঁ তেওঁৰ প্ৰতিটো অংগ-প্ৰত্যংগকে তৈয়াৰী কৰিব। প্ৰত্যেকটো ইন্দ্ৰিয়কে তেওঁ প্ৰতিবাদ কৰিব পৰাকৈ শক্তিশালী আৰু নিৰ্ভৰযোগ্য কৰি গঢ়ি তুলিব। সমূহীয়া স্বাৰ্থৰ খাটিৰত ব্যক্তিগত অহমিকা বিসৰ্জন দিব। গোৱালনী শ, ৰান্ধনী ৎ আদিক বুকুত সাবটি লৈ তেওঁ জোট বান্ধিব। মানুহ আৰু দেৱতাৰ যুদ্ধ হ'ব। যুদ্ধ হ'ব হাত-পদ-মস্তিষ্কৰে,— জিভাৰে নহয়।......সমাগত উভয় যুদ্ধৰ প্ৰস্তুতিত ক-ৰ বুকুখন ওফন্দি আহিল।

আৰু ডাঙৰীয়া ক, ওৰফে ক'ঠীৰাম ৰায়বাহাদুৰ বৰুৱা, শান্ত অথচ দৃঢ় পদক্ষেপেৰে ঘৰলৈ বুলি আগবাঢ়িল।

# দাম

হৰেন্দ্ৰ কুমাৰ [illegible]

বস্তুৰ দাম দিনে দিনে কমি যাবলৈ আৰম্ভ কৰিছে। মোক অবাক কৰি দি দিগন্ত ফুকনে কালি খবৰ দিলে—তেওঁ বোলে পানবজাৰৰ ভিতৰতে চাৰি কঠা মাটি কিনিছে মাত্ৰ তিনি হাজাৰ টকাত, তাকো ৰেজিষ্ট্ৰেচন আদিৰ খৰছো সেই তিনি হেজাৰতে পৰিছে। মেজাজ খেৰাপ হৈ যাব খোজা কথা। মাটিৰ দাম এনেদৰে মাটি হৈ যোৱাতো আচৰিত কথা! ভাবি ভাবি মটৰখন লৈ ৰেচনৰ পাঁচ লিটাৰ পেট্ৰোল লবলৈ পেট্ৰল পাম্প পালোগৈ। মটৰখন ৰখাইছোহে পাম্পিং ষ্টেচনৰ ল'ৰাটোৱে সুধিলে 'কিমান দিম'? মই অন্যমনস্ক হৈ কলো, আনদিনা যিমান দিয়া'। সি হাঁহি হাঁহি কলে, 'পেট্ৰোল ফ্ৰি'। আপোনাৰ যিমান ইচ্ছা নিব পাৰে।' পাচ লিটাৰতকৈ এক ড্ৰপো বেচি দিব নোৱাৰো বুলি কৈ মুখ ওফন্দোৱা এন, চি, এন, কে পাম্পৰ মেনেজাৰ বিটু বাবুৱে হাঁহি কলে, 'লৈ যাওক চাৰ যিমান লাগে'। পেট্ৰোল ফ্ৰি। তাতোকৈ বেচি অবাক হলো যেতিয়া পেট্ৰেলৰ কেচমেমোখন হাতত পৰিল, পেট্ৰেলৰ দাম প্ৰতি লিটাৰত এশ ত্ৰিশ পইছা। মই সুধিলো, 'দাম কমিল কেতিয়া'? বিটু বাবুৱে হাঁহি মাৰি কলে, 'কালিৰ পৰা'।

প্ৰত্যেক বস্তুৰে দাম হুৰ হুৰকৈ কমি গৈছে। চেনিৰ কিলো দুটকা; আলু পয়সত্তৰ পইছা, মচুৰ দাইল দুটকা পঞ্চাশ পইছা, পিয়াজ কিলো পয়সত্তৰ পইছা, আটা এটকা, চুজি দুটকা ময়দা এটকা পচিশ পইছা, ভালেবিধ চাউল এটকা ত্ৰিশ পইছা।

'কথাটো কি? অফিচৰ চুপাৰিনটেণ্ডেন্ট মুকুল বাবুক সুধিলো।

'কিহৰ কথা কৈছে চাৰ'? মুকুল বাবুৱে সুধিলে।

'বস্তুৰ দাম ইমান কমি গ'ল কিয়?

'অ' ময়ো সেইটোকে আপোনাক সুধিম বুলি ভাবিছিলো। চব বস্তুৰে দাম হঠাৎ কমি গৈছে। কাৰণটো কি?'

গ্ৰামোদ্যোগ আৰু মৌ পালনৰ সঞ্চালক চৰিতাৰ্থ চৌধুৰীক

সুধিছিলো। তেৰোঁ কলে—'বস্তুৰ দাম হঠাৎ কিয় কমি গৈছে বুজা নেযায়। অথচ কমিছে। আনকি চিনেমা টিকটৰো দাম কমি গৈছে। দুটকাৰ টিকট এটা কিনিলেই শীততাপ নিয়ন্ত্রিত শ্রেণীত চিনেমা চাব পাৰি, ব্লেক শ্লেকৰ নাম নাই। ৰিক্সাৱালাই উজান বজাৰৰ পৰা ফাঁচী বজাৰৰ শিখমন্দিৰৰ ওচৰলৈকে আনি পঞ্চাশ পইচা এটা লৈ চেলাম মাৰে। চিটি বাছত নুনমাটিলৈকে গৈ ওভতি পল্টন বজাৰ পালেও পইছা নোখোজে। ৰেলৱেৰ ৰঙাচোলা পিন্ধা মজদুৰ কেইটাক চাৰি অনাতে হ'ল্ডল আৰু ষ্টীলট্ৰাংক এটা মূৰত দি আপুনি আধাঘণ্টা অ'টৰিক্সা বিচাৰি আহি চল্লিশ পইছা দিলেই হ'ল।'

ৰৌ মাছৰ কিলো পাচ টকা। কবি স্থানীয় বিধৰ দাম কিলোত ষাঠি পইছা, মূলা শ্বিলঙীয় বিধৰ দাম কিলোত ত্রিশ পইছা। কমলা যোৰা দহ পইছা। আপেল আৰু আঙুৰ এটকাৰ কিনিলে নেলাগে। এনে অধঃপতন হোৱাৰ দৰে বস্তুৰ দাম কমি যোৱাত অমঙ্গলীয়া চিন যেন লাগে। কিয় কমিলে, কোনে কমালে কেলৈ কমাইছে বুজা নাযায়। কেতিয়াবা কেতিয়াবা এনেহে লাগে যেন মানি ৰেগটো অযথা গধুৰ হৈ গৈছে। হঠাৎ চব কথাই চিজিল হৈ গৈছে। চেনিৰ দৰে দুষ্প্ৰাপ্য দ্ৰব্য এটিও এতিয়া সকলো সুলভ মূল্যৰ পণ্য বিপণিত গ্ৰাহকৰ বাবে খাপপাতি ৰৈ থাকে। কেৰাচিন তেলৰ ড্ৰামবোৰ জাৰত লাহে লাহে গোটমাৰি যাবলৈ আৰম্ভ কৰিছে। মোৰ মাথা গৰম হোৱা কথা।

মাহে মাহে পোৱা পে' পেকেটটো মোৰ এসময়ত মাথোন এক সপ্তাহৰ খৰছ আছিল। মই নিজে নিজৰ দৰ্মহা চহী কৰি লব পৰা চৰকাৰী ক্ৰোড়পত্ৰত মোৰ নিয়োগ বদলি আদি প্ৰকাশ কৰা চাকৰিয়াল। চাৰিটা অংকৰ দৰ্মহা পাওঁ। চাকৰিত ইতিমধ্যে সোতৰ বছৰ হৈছে। মোৰ দায়িত্বত প্ৰদেশখনৰ খাল ডোং নল নৈ বিল পুখুৰীত মাছ উৎপন্ন হয়। মাছতকৈ লখিমী বস্তু নাই। এজনী মাছৰ এপেট কণী যদি যথাবিহিতভাবে পালন পোষন কৰি থব পৰা যায় এবছৰৰ মাছ হয়। মোৰ যৎপৰোনাস্তি চেষ্টাৰ বাবেই মাছৰ উৎপাদন দিনে দিনে বাঢ়িছে। এসময়ৰ ভাল মাছৰ কিলো পন্ধসত্তৰ টকাৰ পৰা মোৰ দিনতেই তেনে ভাল মাছ

জনসাধাৰণে কিলোত বাসন্তৰ টকাকৈ খাবলৈ পাইছে। তেনে মাছৰ দাম কমি হঠাৎ কিলোত পাচ টকা হৈ হব মই সপোনত, দিঠকত বা অৰ্ধস্বপ্নবাস্তৱত মানে খাৰাংখাচ কৰলৈ হলে মদৰ নিচাতো ভাবিব পৰা নাছিলো। মই এজন দায়িত্বশীল বিৰয়া। এজন অগ্ৰনীলোক। এজন খা-খবৰ সঠিক ৰখা লোক। অথচ মই কব নোৱাৰো কিয় বস্তুৰ দাম হঠাৎ এইদৰে তললৈ নামি গ'ল। বস্তুৰ দামে উঠা নমা কৰেই। আজি যদি পিয়াজৰ দৰ কমি গ'ল, আলুৰ দৰ বাঢ়িল। ইত্যাদি। ইত্যাদি। কিন্তু এনে-ধৰণে কোনো ব্যাখ্যা নোহোৱাকৈ বস্তুৰ দাম কিয় কমি গ'ল বুজা নাই। এনেহে লাগে যেন আলু, পিয়াজ, চাউলে নিজেই নিজৰ দাম কমাই বহি আছে। বাচ্।

ফেন্সিবজাৰৰ মুখিলাল চন্দা সুৰজ এণ্ড চন ইন ল'জৰ সুউচ্চ বিৰাট চিমেণ্ট কংক্ৰিটৰ সাতমহলীয়া শতী আৰু ৰস্তাৰ পৰ্দাৰে ঘেৰা ৰওলা জলবিন্ মচলী নৃত্যবিন বিজুলী গোপন কক্ষত মুখিলাল চন্দা সুৰজৰ সপ্তম কন্যাৰ জোৱায়েক তেৰাৰীলাল ভজমন প্যাৰি, যাৰ প্ৰদেশখনত পঞ্চাচখন বিভিন্ন মীন মহলৰ ব্যৱসায়, তেওঁৰ মুখলৈ চাই মই সুধিলো,—'হঠাৎ এইদৰে মূল্য হ্ৰাস হোৱাৰ কাৰণ কি? তেৰাৰীলাল ভজমন প্যাৰীয়ে মেদবহুল গেৰেলা গাটো অজগৰ সাপৰ দৰে কুঞ্চিত কৰিবলৈ চেষ্টা কৰি ক'লে, 'চিয়াৰ, আপুনি জানে, আমি কি ৰকম জানিম।' মই উচপ খাই উঠিলো। বস্তুৰ দাম কমি যোৱাতো এতিয়া মইহে জানো, সি সাতবাটৰ শৈয়াজনীয়ে একো নজনাৰ ভাও ভুৰি কলে 'কমনে দিজিয়ে। কেটনা কমেঙ্গে? চিয়াৰ টু চিয়াৰহী ৰহেঙ্গী।'

মানুহবিলাকক আজিকালি সুখী যেন লাগে। চিটি ৰাছত খেলা-হেঁচা নকৰে। বেচনৰ দোকানত শান্তিৰে ঘণ্টাৰ পাছত ঘণ্টাকৈ লানি দি থাকে। কাঁজিয়া নকৰে। মানুহবোৰে ৰাস্তাত মেৰুদণ্ড পোন কৰি খোজ কাঢ়ে। ৰিটায়াৰ্ড ডি, আই অফ স্কুলছ নৃপেন শৰ্মাই কুকুৰ দেখিলেই হাতৰ লাখুটিৰে মাৰিবলৈ খেদি যোৱাৰ অভ্যাস এটা আছে। আজি তেওঁ এজাক কুকুৰক কমীৰ [illegible] বিস্কুট দিয়া দেখি আচৰিত হৈছিলো। নৱনাটিকীয়ায় দৃশ্য। বস্তুৰ দামে

কমাৰ লগে লগে দয়া মায়া প্ৰেম-প্ৰীতি কমাৰ দৰে গুণবিলাকে আকৌ ভুমুকি মাৰিবলৈ ধৰিছে মানুহৰ হৃদয়ত। কাৰণ বেলয়ে অভাৱ ব্ৰিজৰ ওপৰৰ নিতৌ মগনীয়াটোক প্ৰখ্যাত কৃপন চাৰু চক্ৰবৰ্ত্তীয়ে সিকি এটা দি অহা দেখিলো। আনকি ফাঁচী বজাৰৰ ফালৰ ফাঁকীবাজ বেপাৰী দুটামানকো হাঁহি-মাতি ঠাকুৰবাৰীলৈ যোৱা দেখিছো। অন্যথাই সিহঁতৰ মুখত হাঁহি দেখা যায় চেলচটেক্সৰ অফিচাৰৰ চেম্বাৰতহে। বস্তুৰ দাম কমি যোৱাত সিহঁতৰ কি পিৰিতিৰ ৰাগীয়ে ধৰিলে কব নোৱাৰো। হিয়া ঢাকুৰিবহে লাগিছিল।

বস্তুৰ দাম কমি যোৱাত যেতিয়া সকলোৱে সুখী তেনে সময়তে মোৰ পত্নীক কিন্তু বৰ দুখী দুখী দেখি এদিন সুধিলো, 'তোমাৰনো কি হ'ল মুখখন আজি কিছুদিন ধৰি ওন্দোলাই আছা যে?' এনেয়ে—পত্নীয়ে ভেকাহী মাৰি কলে। ইঃ মাৰ খুব দুখ জানা দেউতা,' ওচৰতে থকা বৰজীয়ে কলে। কিয়? কিহৰ বাবে বৰ দুখ?' মাকৰ মুখলৈ চাই ছোৱালীয়ে কলে,—'কাকতীয়নীয়ে কালি দুখন বানৰসী শাড়ী কিনিছে মাথোন তিনিশ টকাত। সেই যে ৰঙা পাড়ীৰ ক্ৰিম কালাৰৰ বানাৰসী শাড়ীখন তুমি টুৰত যাওঁতে আনিছিলা। চাৰে সাত শ যে দাম।' তাৰ পৰা কি হ'ল? কি নহব? মই সাতশত কিনা শাড়ী তিনিশত কাকতীয়নীয়ে দুখন কিনিছে। বস্তুৰ দাম কমিছে বুলি এনেদৰে কমিব লাগেনে? আজি শাড়ী কিনিছে। কাইলৈ দুশত বিফ্ৰিজাৰেটৰ কিনিব। পৰহিলৈ দহ হেজাৰতে আমাৰ দৰে মাৰ্কফৰ এম্বেচেডৰ কিনিব? বাকী ৰ'ল কিটো? ষ্টেণ্ডাৰ্ড অফ লিভিং বুলিতো কথা এটা আছে। অফিছ বৰবাবুৰ ষ্টেণ্ডাৰ্ড অফ লিভিং যদি অফিচাৰৰ সতে একেকাৰ হয় তেনে মূল্যহ্ৰাস নেলাগে। এনেয়ে সেইজনীৰ কথাবোৰ ভাল নেলাগে এতিয়া আৰু কত এৰিব। ভাল নেলাগে।' পত্নীয়ে গোমোঠা মুখখন ঘূৰাই কলে। বুজিলো এই মূল্য হ্ৰাসে অফিচাৰৰ ঘৈণী আৰু বৰবাবুৰ ঘৈণীক একেকাৰ কৰিব খুজিছে। মূল্যবোধৰ সংঘাত আৰম্ভ হৈছে। এতিয়াৰে পৰা মোৰ পত্নীয়ে বৌমাছৰ জোল খাই তাৰ সৌগন্ধ চুবুৰীয়াৰ পত্নীবৃন্দক বিতৰণ কৰিব নোৱাৰিব। এতিয়াৰে পৰা মোৰ পত্নীয়ে নতুনকৈ কিনা মাৰ্কফোৰ গাড়ীত উঠি চুবুৰীয়াৰ পত্নীলৈ চাই কব নোৱাৰিব 'এই অলপ ফুৰি আহো '। কব নোৱাৰিব এইখন বেনাৰসী

তেওঁ বোম্বেৰপৰা আনিছে, সাতশ দাম। এইটো পলিয়েষ্টাৰ চাৰ্টৰ দাম দুশ টকা। এইটো জিনৰ পেণ্ট তিনিশ। স্পৰ্টোচৰ গৌৰৱ ভূপতিত হবলৈ আৰম্ভ কৰিছে। মই পত্নীৰ মুখলৈ চাই কলো, 'তাতনো খং কৰি থকাৰ কাৰণ কি ? মই অফিচাৰ অফিচাৰেই। বজাৰততো 'চব বস্তুৰে একদাম' হে যোৱা নাই। আমি দামী দামীবোৰ কিনিম। যদি দহহেজাৰত মাৰ্কফোৰ পোৱা হ'য় আমি পঞ্চাশ হাজাৰত ইম্পোৰটচ কৰি লম। বাচ্'। তথাপি পত্নীয়ে কথাষাৰ শেষ নকৰিলে।

তথাপি। তথাপি বস্তুৰ দাম কমিছে। এপেকেট ফ্লিল্টাৰ উইলছ্ৰ দাম এটকা। মই সেয়েহে ফ্লিল্টাৰ কিং খাবলৈ আৰম্ভ কৰি দিছো। আগতে মটৰখন প্ৰয়োজনতহে অন্নপ্ৰসন্ন খাবলৈ, ফুটবল খেলা চাবলৈকে লৈ যাওঁ। পাচ টকা কিলোৰ বৌমাছ খাই অফিছৰ কেৰাণী টিলিকাৰো বুকুত সাহস জমা হৈছে। সেয়েহে আজিকালি কথাবাৰ্তা কমকৈ কওঁ। আদেশ আদেশেই। কাকো লাই দিব নোৱাৰি। নিৰ্দ্দিষ্ট দূৰত্ব মানি অফিচৰ কাম-কাজ কৰো। চালিজাৰি চাই বন্ধু-বান্ধৱক নিমন্ত্ৰণ কৰো। যাকে তাকে নহয়। পৰিবৰ্ত্তন হৈছে। আগেয়ে দোকান বজাৰে বয়বস্তু কিনা কটা কৰাৰ সময়ত দৰদাম কৰো। আজিকালি কওঁ অমুকটো পেকেট কৰি মটৰত তুলি দিয়া। দাম দিওঁ। বস্তুৰ দাম কমিব পাৰে মানুহৰ দাম কমা নাই।

ৰৰবাবুৰ পত্নী কাকতীয়নীয়ে এচিকুটমান সন্দেশ এটা কোৱাৰ্টাৰ ডিচ্ এখনত লৈ আধা গিলাছ ঠাণ্ডা পানীৰে সন্মুখত দি হয়তো এতিয়া কব পাৰে, 'খাওকচোন ফ্ৰিজত থোৱা', অফিচ চুপাৰিণটেণ্ডেণ্ট্ অনিল দত্তই এঘণ্টা লেটকৈ দপ্তৰলৈ আহি কব পাৰে, 'নতুনকৈ মাৰ্কফোৰ লয়ে কি হব, মাৰ্কটুবোৰেই থিক আছিল, চিক্সটি টু মডেল, অল্ড ইজ গল্ড। নতুনবোৰে দিগদাৰি দিয়ে বুজিছে'; চাপ্লাই চুপাৰিণটেণ্ডেণ্ট্ দিলীপ ফুকনে পানবজাৰৰ মাজ মজিয়াত চাৰিকঠা মাটিত টু ষ্টৰি বিল্ডিং তুলিব পাৰে; সোনমণি কৌৱৰে মোৰ দৰেই ফ্লিল্টাৰ কিঙৰ ধোঁৱা উৰাব পাৰে, 'মই ময়েই, সিহঁত সিহঁতেই। বস্তুৰ দাম কমিছে বাবে সিহঁত এখোপ চৰিছে। কিন্তু ভাৰতবৰ্ষত দ্ৰব্য মূল্যৰ উঠানমা আৰু ভাৰত

মহাসাগৰত জোঁৱাৰ ভাটা একে কথা। ফেন্সী বজাৰৰ মুখিলাল চন্দা আউৰ চুৰজ ডটাৰচ্ এগু চান-ইন-ল'জৰ সপ্তম জোৱাই ভজমন প্যাৰীয়ে ঠিকেই কৈছিল, 'ভাও কিতনা কমেগা। ভাওতো মহাবাহু ব্ৰহ্মপুত্ৰকে তৰহ, কভী কভী টুট যাতে হ্যাঁয়, ফিৰ উহী বৰ্ষা, ধাৰিয়া, পৰভাৰিশ, বাঢ়িগ। আজি যি ৰকম দাম কমিছে কালি সিৰকম বাঢ়ি যাব। হামাৰ বিজিনেছ চেম্। কভী লাভ, কভী মুনাফা, কভী নুকচান।' মানে অৱলীলাক্ৰমে যিদৰে বস্তুবস্তুৰ দাম কমিছে সেইদৰে অৱলীলাক্ৰমে বয়বস্তুৰ দাম এদিন আকৌ বাঢ়িব।

কাগজে পত্ৰই লেখিছে শুভদিন আহিছে। বস্তুৰ দাম কমি যোৱাতো মানুহৰ শুভ বুদ্ধিৰ চিন। পৃথিৱী বসবাসৰ উপযোগী হব খুজিছে। মানুহক চিনিছে। বৰ ভাল ভাল কথাবোৰ লেখিব জানে কাগজ-পত্ৰৰ মানুহবোৰে। সিহঁতে বুজা নাই প্ৰলয়ৰ আগত প্ৰকৃতিয়ে এনেদৰে যে নিস্তব্ধ হৈ পৰে। কেতিয়াবা ভাবো বস্তুৰ দাম কমি যোৱাত মোৰনো মাথাটো গৰম হৈ পৰিছে কিয়? কিজানি সঁচাকৈয়ে কিবা এটা ভাল হৈছে। নহলে প্যাৰীৰ দৰে সুদ খোৰ মহাজনবোৰে, যাৰ হাততেই দ্ৰব্য মূল্যৰ সচাৰকাঠি, এইদৰে নীৰৱ দৰ্শক হৈ ৰব কিয়। কেতিয়াবা ভাবো কিজানি নতুন দিনবোৰ আহিছে। কেতিয়াবা ভয়ো লাগে কিজানি ক্ষুৰৰ ধাৰৰ ওপৰেদি বাট বুলিব খুজিছো। এনেতে এদিন ইন্দ্ৰানী দাসেৰে মুখামুখি হ'লোঁ। ইন্দ্ৰানী দাস এটা কবিতাৰ ৰাজহাঁহৰ দৰে। দীঘল ডিঙি, পেখন ধৰা ময়ূৰৰ দৰে দেহ, খোজত জুঁই যুতিচম্পা, চুলিৰ মেঘত মেঘমল্লাৰ কণ্ঠ, বহাগৰ কুলিৰ মৌ মিঠা মাত, দৃষ্টিৰ পৰা বাৰে বাৰে বৈ আহে কবিতা। সি নিয়া কামনাৰ কাঁড়, দিল্লীৰ এখন ফাইভষ্টাৰ হোটেলৰ ৰিচেপচনিষ্ট আছিল, এয়াৰ হোষ্টেছ হোৱাই আছিল জীৱন বাসনা, ৰাজধানীৰ সহস্ৰজন ভি, আই, পিৰ বজিনীয়িয়া। এদিনাখন এক বিশেষ ভোজ সভাৰ শেষত অকলে পাই সুধিলো, 'কেতিয়া আহিলা দিল্লীৰ পৰা? বহুতদিন হ'ল।' 'ইয়াত কি কৰিছা?' 'এজনৰ লগত আহিছিলো। কালি তেওঁ দিল্লীলৈ গুভজিল। ভাবিছো কিছুদিন ঘৰত থাকি যাম।' 'অকলে' ইন্দ্ৰানীয়ে হাঁহি দিলে। কলো, 'কি হ'ল লগ দিবৰ মন লাগিল?' হাঁহি মাৰি কলে, 'দিল্লীৰ পাছে জীৱন সাৰ্থক হব।'

আকৌ হাঁহি। ডালিম ভটি দুপাৰি কাম চৰাইৰ বওাস্তোটৰ তলত চিকচিকাই উঠিল। কলে, হব। আজি অৱশ্যে অন্য এনগেজমেণ্ট আছে। কাইলৈ ক'ত লগ পাম?' কলো। হাঁহিলে। কলে, 'সময়?' কলো। এসময়ত এখন কলা এম্বেচেডৰত উঠি ইন্দ্ৰাণী গ'ল। যাওঁতে অৱশ্যে মোলৈ ওভতি নেচালে।

মই কোৱা ঠাইত মই কোৱা সময়তে পাচদিনা ইন্দ্ৰানীক লগ পালো। ইন্দ্ৰানীক সুধিলো, একপেগ হুইস্কি লবা নেকি?' একেষাৰে তাই কলে, 'লম। কিন্তু স্মলপেগ'। দুয়ো দুটা স্মল-পেগলৈ ওচৰা-ওচৰিকৈ বহি ললো। তাই ঈষৎ বেকাঁকৈ হাঁহিলে তাইক অপৰূপা দেখায়-। 'এটা বৰ অভদ্ৰ প্ৰশ্ন কৰোনে?' 'ও'। 'তোমাৰ বয়স কিমান হৈছে?' 'ফৰ্টি'। 'ফুঃ মিছা কথা।' 'সচাঁ। এই চেপ্তেম্বৰত ফৰ্টি হৈয়ে গ'ল। বুঢ়ী হলো।' দেখাত তেনে নালাগে।' 'নেজানো। জানো চল্লিশত তিৰোতা মানুহ বুঢ়ী হয়। মাক হয়। কেতিয়াবা বুঢ়ী মাকো। মই গাভৰু হৈ আছো আপ্ৰান চেষ্টাৰে। মানে আপ্ৰান চেষ্টা কৰি আছো গাভৰু হৈ থাকিবলৈ। নহলে—বাক থাকক। হুইস্কিখিনি, ভাল লাগিছে। পাচে আৰু নেখাওঁ। খালে পাচত মানে—।' তাই মোৰ মুখলৈ চাই হাঁহি দিলে আৰু বিচনাত ওপৰমুৱাকৈ শুলে। নিয়নালোকত পাতল নীলা শাৰীৰে তাইক কি দেখাইছিল বৰ্ণাব নোৱাৰো। মই মুগ্ধ নয়নেৰে চাই ৰ'লো। সুউচ্চ বক্ষযুগল নিশাহত উঠিছিল নামিছিল, পাতল কপোৰৰ সাজত কি এক হাঁহাকাৰ। গোটেই ৰাতিটো আমি ইয়াত নেথাকিম জানো? তাই সুধিলে। মই এটা নিতান্ত বেৰসিক মানুহ। হঠাৎ সুধি পেলালো, তোমাৰ এৰাতিৰ দাম কিমান?' তাই বিচনাত বাগৰ দি ভৰি দুটা নচুৱাই কলে, 'বোম্বেৰ হোটেলত আৰৱ শ্বেখৰ সতে মোৰ এৰাতিৰ দাম কুৰি হেজাৰ টকা। দিল্লীৰ হোটেলত নিতান্ত চখৰ সজীৰ পৰা কিমান দাম বিচাৰিম জানো? পাচ হেজাৰ? দুহেজাৰ? হৈ যাব।' 'পাচ হেজাৰ'? মই আচৰিত হৈ সুধি পেলালো। ইন্দ্ৰানীৰ উদং ভৰি দুখনে নাচি আছে। তাই কলে, 'সেয়াও বহুত দাম হ'ল?' 'মই কলো, 'ও বহুত দাম। বজাৰত চব বস্তুৰে দাম কমি গৈছে। আলু, চাউল, দাইল, মাছ, ৰেডিঅ', ৰেফ্ৰিজিৰেটৰ, এম্বেচেডৰ—

কিহৰ দাম কমা নাই।' হঠাৎ ইন্দ্ৰানীৰ নৃত্যৰত উদং পদ যুগল থৰ হৈ ৰ'ল? তাই বিচনাৰ পৰা জাপমাৰি উঠি মোৰ সন্মুখত থিয় দিলে। তাৰ পাচত ৰৰ নিৰ্ভীক ভাবে তাই কলে, 'পণ্যৰ দাম কমিছে বুলি মস্নো জানো। কিন্তু মোৰ দাম কমা নাই। চল্লিশৰ দেওনা পাৰ হৈও মই গাভৰু হৈ আছো। সযত্নে পালন কৰিছো মোৰ যৌৱন। এয়া চাওক।' কৈয়ে বিজুলী সঞ্চাৰেৰে তাই শাড়ীখনৰ পাকবোৰ খুলিবলৈ ধৰিলে। শাড়ীৰ পাকে পাকে তাই ঘূৰিবলৈ ধৰিলে আৰু মোৰ চকুৰ আগত জিলিকিবলৈ ধৰিলে তাইৰ সুউচ্ছ শৃংগৰ দৰে বক্ষ যুগল, তাইৰ মসৃন পিঠি, তাইৰ মণ্ডহাল শুধবগা দুটিবাহু, তাইৰ গুৰুভাৰ নিতম্ব, তাইৰ মেদহীন কৰ্কাল, তাইৰ নিৰ্ভেজাল সুগোল উৰু, তাইৰ সোণালী যৌৱন। এটা সময়ত তাই আকৌ মোৰ মখামুখিকৈ ৰৈ গ'ল আৰু কাম চৰাইৰ ৰঙা ঠোঁতত হাঁহিৰ সুৰদি সুহাগ বিৰিঙাই কৈ উঠিল, 'কৰক, মোৰ দাম ধাৰ্য কৰক।'

# নিচা

শ্ৰীঅৰুণ গোস্বামী

নিচা, ৰিম্ ৰিম্‌কৈ নিচা লাগিছে। মেতেক্ মেতেক্‌কৈ ভৰি ফুটিব ধৰিছে। চাৰিওফালে লাগিছে। কেৱল নিচা। ৰাগি। ইজনে সিজনলৈ চাইছে। নিজৰ গাটো পিটিকি মোহাৰি চাইছে। ওপৰে ওপৰে হাত ফুৰাই চাইছে। আকৌ ভগাৰ শব্দ। লগে লগে উচাপ খাই উঠিছে। দৌৰ মাৰিবলৈ চেষ্টা কৰিছে। হামখুৰি খাই খাই পৰিছে। আকৌ উঠিছে। বেগ দি খোজ পেলাবলৈ চেষ্টা কৰিছে। পৰা নাই। নিচা— নিচা। সকলোবোৰ যেন আধা নিচাগ্ৰস্ত। ক'তো একো হোৱা নাই। ক'তো একো হোৱা নাই। এনে ভাব লৈ সকলোবোৰে খোজ পেলাইছে। একো শব্দ হোৱা নাই। একো শব্দ কাণত পৰা নাই। এইবোৰ মনৰ ভ্ৰম। ইলুইচন। নাই-নাই বাস্তৱ কথা ভাবিব লাগে। হেৰি, আজি স্ক'ৰ কিহে। লাষ্ট স্কৰটো শুনিবই নোৱাৰিলো। ৰেডিঅ'টো অন কৰোঁতেই কেঁচুৱাই কান্দিলে। শুনিবই নোৱাৰিলো, অৱতে এইবাৰ ড্ৰ খেলিব পৰা হলেই ভাল আছিল। কওকচোন কওক স্ক'ৰটো কওক। কেঁচুৱাৰ কান্দোনত মই ৰেডিঅ'টো শুনিব নোৱাৰিলোঁ। ফাকি ফাকি। মিছা কথা। কেঁচুৱাৰ কান্দোনৰ কাৰণে তেওঁ ৰেডিঅ' শুনিব নোৱাৰা নহয়। তেওঁ ট্ৰেনজিষ্টাৰটো পায়খানালৈয়ো লৈ গৈছিল। লৈ যায়। ভাতৰ টেবুলতো তেওঁ ৰেডিঅ'টো অন কৰি লয়। যোলটকীয়া লিটাৰৰ মিঠাতেল বিচাৰি টলৌ টলৌকৈ ঘুৰি ফুৰোতেও ৰেডিঅ' শুনে। হাতত মিঠাতেলৰ বটল, অথচ ফাৰ্মাচীলৈ সোমাই গৈছে। কাৰণ, তাত ৰেডিঅ' বাজি আছে। ভাৰত অষ্ট্ৰেলিয়াৰ খেল চলি আছে। মিঠাতেল নাই। শুদা বটল আনি পাকঘৰৰ মেজত থওঁতেই ঘৈণীৰ বক্‌বকনি। ওভোতাই দুআষাৰমান ক'ব খোজোঁতেই কাষৰ ঘৰৰ স্বামী— স্ত্ৰীৰ তৰ্ক—বিতৰ্ক কাণত পৰিল। বেবীফুডৰ টিন এটা দহ দিনে বিচাৰিও পোৱা নাই ; তাকে কওঁতে ঘৈণীৰ চিঞৰ— বাখৰ। হেৰি আহমদ নেকি। চন্দ্ৰসেখৰে কিমান মাৰিছে গম পালেনে ? মই আপোনাৰ সেই বজাৰলৈ ওলাই গৈছিলোঁ কাৰণে

স্ক'ৰটো গম নাপালোঁ। দুয়োজন আলোচনাত ব্যস্ত। মাজত ব্যৱধান পুৰণা বাইঁৰ চকোৱাখন। কথা পাতিবৰ কাৰণে মুখ দুখন দেখা পাবৰ কাৰণে কামি কেইডালমান ফাক কৰি লোৱা হৈছে'। ময়ো লাণ্ট স্কৰটো গম নাপালোঁ। মই ৰেডিঅ'টো অন্ কৰোঁতেই আলহী আহিল। মিছা মিছা— সকলো ফাকি। কেঁচুৱাৰ কান্দোনৰ কাৰণে তেওঁ ৰেডিঅ' নুশুনা নহয়। কাৰণ হ'ল ক'ৰবাত কিবা ভগাৰ শব্দই তেওঁৰ কাণ বন্ধ কৰি দিলে। আলহী অহাৰ কাৰণে তেওঁ স্ক'ৰটো নুশুনা নহয়। বেবীপুডৰ টিন এটাৰ কাৰণে থকা পইচা কেইটাৰে তেওঁ ৰেডিঅ'ৰ বেটাৰি কিনিছে। বেবীফুড পাবলৈকে নাই, কেইদিনমানৰ পিছতে দোকান এখনে দিব বুলি কৈছে বুলি তেওঁ ভীমকল কেইটামানকে কিনি আনিছে। বক্তৃতা দিছে ভীমকলত কিমান আইৰণ আছে, ভীমকলৰ ফুডভেলু কিমান তাৰ ওপৰত দীঘল লেকচাৰ। পকেটৰ পৰা ট্ৰেনজিষ্টাৰ বেটেৰিকেটা উলিয়াই তেওঁ ট্ৰেনজিষ্টাৰত লগাই লৈয়েই ভলিউম ডাঙৰ কৰি দিছে। ভলিউম ডাঙৰ কৰিলে ঘৈনীয়েকৰ বক্‌বকনি কাণত নপৰে। আলহী অহাৰ কথাটো ফাঁকি। কথা হ'ল তেওঁ ভগাৰ শব্দ শুনিছে। চাৰিওফালে ভাগিছে। মৰমৰণি ভগাৰ শব্দই কাণ দুখনত অন্য একো শব্দ সোমাবলৈ দিয়া নাই। ফুল ভলিউম, নতুন বেটেৰি, ভাৰত— অষ্ট্ৰেলিয়াৰ ক্ৰিকেট খেল। মূৰলৈকে লেপ, কাণৰ ওচৰতে ৰেডিঅ'। বেছ নিচা লাগিছে। নিচা লাগিলে চকুৰেও একো নেদেখি, কাণেৰেও নুশুনি।

হেৰি আপুনি পেন্সন ব্ৰান্সত নাথাকে জানো। মোৰ ভনীজনীৰ গিৰিয়েক চুকাল। বিয়া হোৱাৰ দুবছৰ নহলেই। কেঁচুৱা এটি থাকিলে মাত্ৰ। তেওঁৰ নাম ত্ৰিনয়ন পূজাৰী। আপোনালোকৰ বিভাগৰ মানুহ। পেন্সনৰ কাকত-পত্ৰ সকলো ক্লিয়াৰ কৰি পঠোৱা আজি দুবছৰ হ'ল। বহুত লিখা-লিখি কৰিও একো ফল নধৰিলত নিজেই আহিলোঁ বুইছেনে? তিনিশ মাইল আহি ইয়াত হোটেলত আছোঁহি। ময়ো কেৰাণী। কেৰাণী মানুহৰ অৱস্থা নাজানিছে। ফেমিলি পেন্সনটোৰ কি অৱস্থাত আছে অনুগ্ৰহ কৰি মোক কওঁকচোন। হোৱাট। ইস্ ইস্ ইস্!

এইবাৰ ভাৰত ইনিংছ ডিফিট হ'ব। ইস্ ইস্, ওৱেষ্ট ইণ্ডিজক লগত জিকোঁতেই আমি ভাবিছিলোঁ। চকী আতৰাই ভদ্ৰলোক সিখন টেবুলতে গ'ল—স্ক'ত পকেট ট্ৰেনজিষ্টাৰে বিজে কৰি আছিল। চকীখন চোঁচোৰাই বহি ল'লে। ভনীয়েকৰ ফেমিলি পেন্সনৰ কাৰণে তিনিশ মাইল বাটকুৰি বাই হোটেলত থাকি এতিয়া কথা পাতি থকাজন বহাতে বহিয়েই থাকিল। তেওঁৰ আবেদন নিবেদন ইজনৰ কাণত তাৰমানে পৰাই নাছিল ইমান পৰে। কৈছে আছিল—শুনা নাছিল। ট্ৰেনজিষ্টাৰ থকা টেবুলখন চাৰিওফালে ঘেৰাও কৰা হ'ল। গেলা শত কাউৰী পৰিল যেন। ৰ'বচোন ৰ'ব—শুনিবলৈ দিয়ক—শুনিবলৈ দিয়ক, অন্য কথা বন্ধ কৰক। আউট্—আউট্। হাত ছাপৰি। কেইজনমানে ওচৰৰ কেজনৰ পিঠিত, গাত চপৰিয়ালে। দুজনমানে মজিয়াতে জপিয়াই দিলে। চিগ্ৰেৰ-বাখৰত টেবুলৰ ফাইল উৰি যাব যেন। দুজনমানে পকেট ট্ৰেনজিষ্টাৰ থকা টেবুলখনত দ'ম হৈ থকা ফাইলবোৰ কাষৰ অন্য টেবুল দুখনলৈ আঁতৰাই টেবুলখনৰ ওপৰত বহিব পৰাকৈ মুকলি কৰি ল'লে। চিগ্ৰেৰ—বাখৰত কাষৰ কেবিনৰ পৰা বৰমুৰীয়া বিষয়াজন ওলাই আহিল। উদ্দেশ্য ধমক দি চিগ্ৰেৰ—বাখৰবোৰ বন্ধ কৰি দিব লাগে। জুমটোৰ ওচৰত ৰ'লহি। কাৰো খবৰেই নাই। এজনৰ পিঠিত হাত দি সুধিলে, স্ক'ৰ কিমান? ছাৰ, আউট। এনেকৈ হ'লে অৱশ্যে ভাৰতৰ খীন আশা এটা আছে। ভনীয়েকৰ—ফেমিলি পেন্সনৰ কাৰণে তিনিশ মাইল বাটকুৰি বাই যোৱাজনেও চকীখন চোঁচোৰাই জুমটোৰ ওচৰলৈ নিলে। শইকীয়া, মই যাওঁ দেই। আলহী আহিবৰ কথা আছে। শহৰ অহাৰ কথা আছে। এল্ ৰ'বহে, আপুনি বৰ বে-ৰসিক। মোৰ ভাওৰ ল'বাৰ এশ তিনি ডিগ্ৰী কাদি ৰাতি। সেয়া—সেয়া, নহ'ল, ইল্ লাক, ইল্ লাক। লবুক আউট কৰাৰ দিগ্‌দাৰ আছে। ইয়াৰ মাৰণ চক্ৰলাই টান।

আমাৰ নহ'ব কেলেই। ইমানকে যে হৈছে মই আচৰিতহে হৈছোঁ। প্ৰেকটিচ্ নাই। ফিল্ড নাই। ফেচিলিটি নাই। প্ৰতিখন স্কুলত নোৱাৰিলেও তিনিখন স্কুলৰ মাজত উমৈহতীয়া ক্ৰিকেট ফিল্ড থাকিব লাগে। চৰকাৰে অৰ্থসাহায্য দিব লাগে, ক'চ দিব লাগে, সপ্তাহত পুৰা এদিন ক্ৰিকেটৰ কাৰণে প্ৰেচ্‌মাৰ্ক দিব লাগে। কলেজত

ক্রিকেটক বাধ্যতামূলক বিষয় কৰিব লাগে। পলিটিকেল চায়েন্স, ক্রিকেট, বহু ডিগ্রীত চাব্‌জেক্‌ট দুটা। জুলজী আৰু ক্রিকেট। লজিক, ইকনমিক্স আৰু ক্রিকেট। মেথেমেটিকচ, বায়লজী আৰু ক্রিকেট। নাই নাই সেইবোৰত চৰকাৰৰ মন কাণ নাই। জনমত লাগে। জনমত তৈয়াৰ কৰিব লাগে। ক্রিকেটক কম্পালচৰী চাব্‌জেক্‌ট হিচাপে স্কুল এইটৰপৰা মাষ্টাৰ ডিগ্রীলৈকে চিলেবাছত ভৰাব লাগে। চাকৰিৰ ইণ্টাৰভিউত ক্রিকেটৰ প্রশ্ন কৰিব লাগে। আপোনাৰ কোৱালিফিকেছন কিমান? এম, এ ইন ইকনমিক্স। বাৰু আপুনি কওকচোন ভাৰতৰ লগত লাষ্ট ক্রিকেট খেলখন কোনে খেলিছিল? নিমাত। নাই নোৱাৰে। বেদীৰ উচ্চতা কিমান জানেনে? টনী গ্রেগৰ বিশেষত্বটো কওকচোন। ক্রিকেটৰ জন্ম ক'ত জানেনে? ফ্ৰাঙ্ক ইঞ্জিনীয়াৰৰ কাৰ লগত প্রেম হৈছিল জানেনে? ক্রিকেট বলটোৰ ওজন কিমান বাৰু? চ'বেকওৱাৰ্ড. প্লিজ ইউ মে গ' আউত। উঠি আহিল। ফেমিলি প্লেনিঙৰ একস্‌টেনছন এডুকেটৰৰ বাবে ইণ্টাৰভিউ দিবলৈ যোৱা ইকনমিক্সত এম. এ পাছ ডেকাজন ওলাই আহিল। হেৰি ব্রাদাৰ, আপোনাক কি সুধিলেহে। ক্রিকেটৰ কথা। মই ঠিক জানিছিলোঁ, ইণ্টাৰভিউত এইবাৰ ক্রিকেটৰ কথা সুধিবই। আপুনি চাগে উত্তৰ দিব পাৰিলে। ক্রিকেটৰ কথা সুধিলে মই চেণ্ট পাৰচেণ্ট কাৰেক্ট কৰিম। হাঁহি উঠা কথা বুজিছে— মোৰ নিৰনুৱা অৱস্থাৰ কাৰণেই প্রেমিকাই অন্যৰ লগত বিয়া হোৱাৰ মত দিলে। আচৰিত কাণ্ড, প্রেমিকাৰ বিয়াৰ দিনা মই সকলো পাহৰি থাকিব পাৰিলোঁ একমাত্র ভাৰত পাকিস্তানৰ ক্রিকেট টেণ্টৰ কাৰণে। কেতিয়া কি হৈ গ'ল গম নাপালো। ইকনমিক্সত এম, এ আৰু ইণ্টাৰভিউত ক্রিকেটৰ কথা কব নোৱাৰা ডেকাই চকুদুটা য়োগা কৰিলে। অন্য এজনে কলে, আপুনি কলে বেয়া নাপাব, আজিৰ দিনত ক্রিকেটৰ বিষয়ে নজনা আপুনি কি বেল হে। বুদ্ধু আছে বুদ্ধু। ক্রিকেটৰ বিষয়ে নজনা জনে ঘোঁচা মাৰি নাক গাল ভাঙি দিবনেকি ভাবি চালে, যেন গণনা কৰিছে নাক কেইটা আছে— ঘোঁচা কেইটা লাগিব। সিদ্ধান্তটো বাদ দিলে। নাক ভাঙিবলৈ হিমানবোৰ ঘোঁচা লাগিব। সিমানবোৰ ঘোঁচা মাৰোঁতে আঙুলিৰ হাড় ভাগিব। ভাৰতৰ জাতীয় আয় কিমান? ভাৰতৰ জনসংখ্যা

কিমান? জনমূৰী কিমান আয় হয়? ভাৰতৰ দৰিদ্ৰৰ সংখ্যা কিমান? শতকৰা আঠসত্তৰ জন দৰিদ্ৰ সীমাৰ তলত। জাতীয় আয়বোৰ ক'ত হেৰাল। কোনে পেৰাত ভৰালে। ক্ৰিকেট কিমান খেলে। বছৰেকত ক্ৰিকেটত কিমান টকা দেশে খৰচ কৰে। দেশ-বিদেশৰ লগত ক্ৰিকেট খেল পাতি কিমান দিন আবাল বৃদ্ধ-বণিতাক ৰেডিঅ'ৰ ওচৰত ঘণ্টাৰ পিছত ঘণ্টা বহুৱাই ৰাখিব পাৰে। কেই কোটি টকা খৰছ কৰে? ব্ৰহ্মপুত্ৰৰ ওপৰত দলং কেইখন? পাগল। বলিয়া। সকলোবোৰ আধা পাগল। ক্ৰিকেট লৈ মূৰ বিক্ৰী।

দাম কিমান? পোন্ধৰ টকা। পাঁচ টকা বাতিল দেখোন। দিয়ক। গা গৰম হৈ যায়। এনেকুৱা কিতাপ আলোচনী পঢ়িলে দুনীয়াৰ সকলোবোৰ কথা পাহৰি থাকিব পাৰি। পাতে-পাতে গা গৰম কৰাৰ কথা। আঁঠুৱাৰ তলত পঢ়ি থাকোঁতে কেতিয়া ৰাতি পুৱায় খবৰেই নাই। বিচনাৰ তলত থব নোৱাৰি। ভাইটি আৰু ভণ্টিয়ে মাৰি দিয়ে। গম লব নোৱাৰি। সিহঁতো বলিয়া হৈ যায়। কি যে ফটো। এইবোৰ ফটো ক'ত মাৰে যে। গা-ৰিম্ ৰিমাই যায়। নাই নাই নহ'ব। চাকৰি-বাকৰি নাই যেতিয়া বিয়া-বাৰু নহ'ব। গতিকে এনেধৰণৰ কিতাপ আলোচনীয়েই আমাৰ লগৰীয়া। আমাৰ ঘৈণী। নিজে কিনি লবিহত ভাই। মই বহুত কষ্ট কৰি কৰি ঘৰৰপৰা ছল বুদ্ধি কৰি টকা গোটাই কিনিছোঁ, তহঁতে নিলেতো ঘূৰাই নিদিয়। ইহাত সিহাতকৈ গৈ গৈ শেষত নোহোৱা হয়। ভিতৰৰ ফটোবোৰো ফালি লয়হঁত। চাকৰিৰ বাবে ট্ৰেজাৰী চালানৰ কাৰণে ঘৰৰপৰা টকা লৈ তাৰ পৰা ৰাখি ৰাখি কিনিছোঁ। মন যেয়া লাগিলেই এনেকুৱা কিতাপ বা আলোচনী এখন মেলি ল'লেই হয়। খং, ৰাগ, দুখ-ভাগৰ নিমি-ষতে শেষ। হেৰি আপুনি কিমান বেচে? কি ক'লে, অকল "যৌৱন সংবাদেই" পাঁচখন। বাপৰে! পোন্ধৰ টকা দামৰ কিতাপ পাঁচশ কপি। দামটো অলপ কমাবলৈ ক'বচোন। নিকিনিলেও নহয়। দামো বৰ বেছি। আৰু পাঁচশ কপি বেচিব পাৰে। বাপৰে! তাৰমানে এই টাউনত আছে হাজাৰ কপি অকল "যৌৱন সংবাদেই" চলে। আৰু চলিব। বসন্ত সংখ্যা মোলৈ এখন থব দেই। এডভান্স? কাইলৈ যেনে তেনে দিমহি। সেইখন চাওঁ।

আৰু গৰম চীজ দেখোন। এইটো ফটো ক'ত পালেহে।' কিমান দাম? দহ টকা। কিমান পৃষ্ঠা আছে? এশ পৃষ্ঠা। দহ টকা দাম। দাম হ'বই. এইবোৰ ফটো দিওঁতে বহুত খৰচ পৰে। বহুত ছপা কৰিব লাগে নহয়। চাওক, চাকৰি-বাকৰি নোহোৱা মানুহ, মনটো অনবৰতে বেয়া হৈ থাকে। এনেকুৱা আলোচনী বা-কিতাপ এখন হাতত ল'লেই মনটো ভাল লাগে। খং, ৰাগ, দুখ-ভাগৰ সব শেষ হৈ যায়। মদ খালে যিটো হয় এই কিতাপ হাতত ললেও একে হয়। আপুনি আচৰিত হ'ব এদিন দেউতায়ো মোৰ বিছনাৰ তলৰপৰা এনেকুৱা আলোচনী এখন লৈ পঢ়ি আছিল।

কালি 'ছোলে' চাই আছিলোঁগৈ বুইছেনে? গাড়ী এখন লৈ আমি যাঠিটামান গ'লোঁ। আমাৰ ইয়ালৈতো আৰু তেনেকুৱা চিনেমা নানে। বাজে পিকছাৰবোৰ আনে। 'মৃগয়া'— আৰে ছুৱঁৰকা বাচ্ছা সেইখন 'পিক্‌ছাৰ' হ'লনে। 'অঙ্কুৰ'—কি আছে বে! হল উৰাই দিম যেন লাগে। 'ছোলে আনহঁত। সেইবাৰ 'ববী'। কিমান সপ্তাহ চলিল। এনেকুৱা এখন সৰু টাউনত বত্রিছ সপ্তাহ 'ববী' চলা কম কথা! পঁচিশ সপ্তাহমানলৈকে ব্লেকত টিকত আছিল। কেনেকুৱা? ভাল হৈছে দেই। অসমীয়া চিনেমা যদিও একেবাৰে হিন্দীৰ দৰে হৈছে। ফাইটিং, ঘোঁৰা দৌৰ চব হিন্দী পিকছাৰৰ দৰে। ডিটেকটিভ পিকছাৰ চাই মই ভাল পাওঁ জানে! পিছে ক্লাবৰ চিন্‌টো সিমান ভাল কৰিব নোৱাৰিলে। নতুন তো! দিয়কনা – অসমীয়া ছবিত প্রথম কেবেৰে দিছে।. মালটো বঢ়িয়া কিন্তু। ইউনিভাৰচিটিত পঢ়ি আছে বোলে। বঢ়িয়া চীজ দেই। এইবোৰ ছোৱালীয়ে স্কোপ পালে হেলেন, বিন্দু, জয়শ্রীচিত কৈয়ো নাম কৰিব। স্কোপ নাই। স্কোপ নাই। আবে কি বে, কি চেঞ্জ দিছে! আছেনে? গৰম তৰম কিবা চিন্‌ আছেনে? তবে দুঘণ্টা সময়তো ভুলাই ৰাখিলে। আমাৰ জীৱনততো ভাই এইসব নহ'ব। কিমান দিন শোষণ কৰিব। ভগৱানে এদিন সব ঠিক কৰি দিব। সেই যে জমিদাৰ। কি পিক্‌ছাৰ আছিল—"গৰমী হাৱা।" জমিদাৰৰ পুতেকটোৰ বাবেই শেষত সব মাটি খেতিয়কৰ মাজত বিলাই দিলে। ফেক্‌ট কিন্তু ভাল। পিছত সুৰ ভাল লাগে। হৃদয় পৰিবৰ্তন হৈ গ'ল। চেঞ্জ। কাপোৰৰ কলৰ মালিকৰ জীয়েক ৰবিতা, বনুৱাৰ

ৰনুৱা নেতাৰ লগত প্ৰেম । প্ৰেমৰ জয় হ'বই হ'ব । দালান এৰি ৰনুৱাৰ ঘৰত থাকিবলৈ গ'ল । মাক-বাপেকৰ হৃদয় গলিল । ৰনুৱাবোৰৰ দৰ্মহা বঢ়াই দিলে । কিবে—কিহৰ কাজিয়া ? মাৰ-মাৰচালা—বেটাক ধৰ্মেন্দ্ৰৰ দৰে মাৰ । কিট্‌নে প্যাৰী আদমী । কিট্‌নে খুবচুৰট লেড়কী ! হাঃ হাঃ হাঃ ।" আমজাদ খানৰ হাঁহি কিন্তু তামাম । হাঁহিটোৰ কাৰণেই সি খাই আছে । মাৰ ছালা বেটাক । ডেকা ল'ৰাই ছোৱালী নোজোকাই বুঢ়ামানুহে জোকাবনে ? সেইটোনো ক'ৰ ধৰ্ম যুধিষ্ঠিৰৰে ! অ' সেই কেলেপাংটো । কিবা শোষক-শোষিতৰ লেকছাৰ মাৰে বেটাই । কিবা শ্ৰেণী সংগ্ৰামৰ লেকছাৰ মাৰে বেটাই । আৰু সেইচব ইয়াত নচলিব । ছোৱালী-জনী জোকালত যে তোৰ গাত লাগিল । সেইজনী তোৰ ভনী নে ঘৈণী । নে তোৰ হিংসা লাগিল । সি এদিন চাৰিআলিৰ নিৰনুৱা সন্মিলনত বক্তৃতা দিছে হিন্দী ছিনেমা আৰু যৌন আলোচনীবোৰ বোলে আগতে নষ্ট কৰি লব লাগিব । বেকওৱাৰ্ড । আউটডেটেড্‌ । কি পিক্‌ছাৰ চালেহে । ভালনে ? নকব— চব উলিয়াই দিছেনে ? জীনত আমনৰ কঁকালটো বৰ চাৰ্মিং । ঠিক কথা ক'লা, মই ভাবিছে আছিলো চাৰ্মটো বুকুত নে ক'ত ? বুকুততো আছেই, ঠিক ঠিক কঁকাল অঞ্চলটো বৰ চাৰ্মিং । ক্লাছ ছিক্সৰপৰা পলাই পলাই চিনেমা চাইছোঁ । তেতিয়াৰপৰা চিনেমা নে'চোৱা হলে এতিয়া কিজানি ভাল মানুহ হলোহেঁতেন । যিমান টকাৰ চিনেমা চালোঁ, আটাই-বোৰ টকা জমা থোৱা হ'লে চিনেমা এখন বনাবই পাৰিলোঁহেতেন । এতিয়া চাকৰিৰ ধান্দাই লগাব নালাগে—বিজনেচ এটাত লাগিব পাৰিলোঁহেঁতেন । ঐ সেয়া কিহৰ এনাউন্সমেণ্ট অ' । খাদ্য আন্দোলন । ধুৰ-চালা-পেচাব কৰি দে । মই ভাবিছিলোঁ কাইলৈ শুক্ৰবাৰে 'মধুমিলন' হলৰ কিবা 'চেঞ্জ' দিছে । সেইটো হলত চেঞ্জ দিলে নগৰ তোলপাৰ লগাই এনাউন্সমেণ্ট দিয়ে । কাইলৈ যোৰহাটলৈ 'জয়শ্ৰী আহিব । ওলাব । এইজাকে খাদ্য আন্দোলন কৰি দেশত খাদ্যৰ দাম বঢ়াইছে । আন্দোলন কৰিছে 'গাঁৱৰ' দৰে. ৰুৱ । মহাজন ঘূৰি যাব । ৰাজেন্দ্ৰ কুমাৰৰ দৰে জীতাৰ হৈ ল । মালিক ঘূৰি যাব । মহাজন ঘূৰি যাব । জমিদাৰ ঘূৰি যাব । ধন-দৌলত বিলাই দিব । আৰে মালিক চববো হৃদয় ঠিক আছে । মুমলি কৰিব জানিব লাগিব । চিনেমাবোৰৰ কেৰেক্টৰবোৰতো মিছা

নহয়। তেনেকুৱা ঘটনা ঘটি থাকে কাৰণেই চিনেমা কৰিব পাৰে যিমান খং উঠি থাকক, ৰাজেশ খান্নাই যেতিয়া মিল মালিকক ঘোঁচা মাৰি মাৰি ভৰিত বগৰাই দিয়ে তেতিয়াই মন ঠিক লাগি যায়। মাৰ ছালা বেটাক। শোষণ কৰি কৰি ধনী হৈছে। বেটাৰ মূৰ ভাঙি দে ঘুঁচিয়াই। কুকুৰ পোৱালীক উৰাই দে। মাৰ ছালা।

এইবাৰ ইলেক্‌ছনৰ কি হয় ঠিক নাই। ইয়াত এইবাৰ কোৱালিছন চৰকাৰ হ'ব বুইছে। পিছে কথাটো কি জানে, এই চৰকাৰ বেছি দিন নিটিকে। খুব বেছি ছমাহ, তাৰ পাছত ৰাষ্ট্ৰপতিৰ শাসন প্ৰৱৰ্তন হ'ব। তাৰ পাছত আকৌ ইলেক্‌ছন।

নিমখ পালেনে? নিমখ এপোৱা মানুহটোৱে আজি চাৰি-দিনে যোগাৰ কৰিব পৰা নাই, ভাল হৈছে, আজি নিমখ নোহো-ৱাকৈ খাব। এইবোৰ কি মতা মানুহ অ'। এস, নুবুজা কিয় কিলোত দুটকালৈকে দিছোঁ। তথাচ নাই। নিমখ পাই অনা নাইনে, এইবোৰ কি দেশ হ'ল ঐ নিমখ নাই, মিঠাতেল নাই, —খালী নাই নায়েই। যি কেটা আছে জুই ছাই দাম। জুই লাগিছে। মৰুভূমি। ঘৰত আছেনে? কিহৰ কথা নাই নাই। বুইছে বুঢ়া এইবাৰ গিৰিব। ইমান লোভ হ'ব নাপায়। জীৱ-নটো ক্ষমতাৰ মাজতে মৰিল, এতিয়া আৰু শেষ বয়সত হাত ভৰি অচল অৱস্থাত তেওঁ উঠিব নালাগিছিল। ইয়াত মানে বুইছে এইবাৰ কোৱালিছন হ'বই হ'ব। পিছে-কথাটো কি জানে? পাৰ্টি সলোৱা মানেই চোলা সলোৱা। মানহ একে-টাই কেৱল চোলাটো সলাই লৈছে। আগতে পিন্ধিছিল যেনিবা নীলা চোলা, এতিয়া যেনিবা পিন্ধিছে হালধীয়া। মূৰ, মুখ, হাত-ভৰি, বুকু, ৰং, মঙহ তেজ সকলো একেই থাকিল। তেনে-হলে কি লাভ হ'বহে। নহয় পিছে এইবাৰ ইয়াত কিবা এটা হব পাৰে। জনতাই ভুল এটা কৰিছে। নহয় নহয় মই কৈছো কংগ্ৰেছেহে ভুল কৰিছে। ভুল কোনেনো কৰা নাই কওঁকচোন। চি. পি. আই (এম) এই ভুল কৰা নাইনে? তেওঁলোক নিৰ্বাচনীয় মিত্ৰতা এটা অন্ততঃ ইয়াত কৰিব লাগি-ছিল। ভোটবোৰ ভাগ হৈ যাব বুজিছে। কন্দৰ্প গগৈক হৰু-ৱাব নোৱাৰে চাব। অগপজিচনৰ ভোট ভাগ হৈ যাব। ফলত মাজে মাজে তেওঁ বিটাৰ্ণ হৈ যাব। বাগানৰ ভোটবোৰ গোটে-

ইবোৰ তেওঁলোকে খাব। সেই ভাত হেনো ভোজ দিছে গম পাইছে। নামঘৰত বোলে টিনপাতো দিছে। নাই নাই, তেওঁক নোৱাৰিব। এ মই পাহৰিছিলোঁৱেই চাউল নিব লাগিব।

চাউলৰ কিলোত চাৰি টকা হ'ল। কিবা এটা কৰিব লাগিছিলহে। মই নকৈছিলোঁ লীডাৰ চিলেক্‌ছন নহয় ইলেক্‌ছন হ'ব। ৰ'ব ৰ'ব বাক চাই থাকক। সেই ছয়জন বোলে দুৰাতিহে পাৰ্টীত আছে। মিনিষ্ট্ৰিত নললেই বোলে যাব। তেতিয়া আকৌ লীডাৰ চিলেক্‌ছনৰ প্ৰশ্ন আছে। সিজনে বোলে দহ হাজাৰকৈ দিছে বাৰজনক। তেওঁক বোলে চেণ্ট্ৰেলৰ পৰা টোপ দিয়া হৈছে। বাই ইলেক্‌ছনটো কেতিয়ালৈ পাতিছে জানো। হাইক'ৰ্টত বোলে ৰিগিং হৈছে বুলি চাৰিটা কেচ দিছে, কম টকা গৈছেনে বাক ইলেক্‌ছনত। ভেকোককা, বুইছে সকলো ভেকোককা। আজি ত্ৰিছবছৰে দেখিলে ইলেক্‌ছন খেলা। মুৰ কিনাৰ কাৰবাৰ। নৰ্থবেস্কৰ কথা মই নকৈছিলোঁনে? হেঃ হেঃ হেঃ—চাওক এতিয়া। বুইছে ত্ৰিশহাজাৰ টকাৰ খেল এটা চলি গ'ল। পাহৰিছিলোঁৱেই—আছে যদি টকা ত্ৰিশটা দিয়ক-ছোন, লৰাটোক ইণ্টাৰভিউ দিবলৈ পঠাব লাগে। টকাহে ভাঙিছোঁ।

নিবনুৱা সমাজ। চাকৰি নাই। খাদ্য সমস্যা এৰা ন'কব। ন'কব। খাওঁ খাওঁ কৰিছে। মানুহক খাব এতিয়া। কি কৰা যায়। সিংহাসন লৰাব যেন পাইছো। ভাৰতীয়া সদাব নোৱাৰিনে? ৰজাৰ ভাও কোনে ল'ব। ভাৰবীয়া বহুত। তথাচ যদিহে শান্তি আনিব খুজিছে দিয়ক, মুল ভাওটো মোকে দিয়ক। নাই নাই তেওঁ একো কৰিব নোৱাৰে। স্থায়ী শান্তি যদি বিচাৰিছে —, যদিহে সমস্যাৰ সমাধান বিচাৰিছে জনপ্ৰিয়তা মোৰহে বেছি। কি কৰিম জানে? পাহৰাই দিম। নিচা। নিচাত চলং পলং কৰিব। দেশপ্ৰেমৰ নিচা দেশ ভাঙি বিদেশ হ'ল। বিদেশীৰে দেশ ভৰি পৰিল। ভাষা সাহিত্য সংস্কৃতিৰ সংকটকাল আহিল। বিপ্লৱ কৰিব লাগে।

ভাওৰীয়া আপুনি ৰাজনৈতিক বৃহত সাংস্কৃতিক মহাসভাৰ প্ৰধান সম্পাদকৰ বাব বহুতকাল ধৰিলে। ধাৰো আছে। সম্ভৱতঃ আপোনাৰ বৰপুত্ৰৰ হাতত দায়িত্ব দিব পাৰিলেহে বিষয়

বাবটো এৰি নিচিন্ত হ'ব। আপুনি দেশ প্ৰেমী আন্দোলনৰ এজন প্ৰধান সেনাপতিও। ঠাট্টা কৰা হৈছে। বদন। মাৰা। বদনক মাৰা। বদনৰে দেশ ভৰি পৰিল। তুমি বদন। তুমি টি পি, এম। নহয় নহয় মই ক'ব খুজিছো দেশক ভাল পোৱা মানে কি? কি ক'লা? বদন বদন। তোমাৰ নিচিনা বদনক মাৰিব লাগে। দৰ্মহা পায় এহেজাৰ ঘোচ খায় পাছ হেজাৰ। দুশ টকা নিদিলে দেখোন ডাক্তৰে চৰকাৰি হচ্পিটেলত চিট এটাকে নিদিয়ে। আও বৰ ডাঙৰ দেশপ্ৰেমিক। দেশ গ'ল গ'ল বুলি চিঞৰ-বাখৰ। সাহিত্য সংস্কৃতিৰ সংকট। কোনে ক'লে। অফিছ হাফ হ'ল নহয়। কিহৰ বাবে। জ্ঞানপীঠ বটা পালে। পঢ়িছেনে কিতাপ খন! নাই পঢ়া। তিনিহাজাৰ কপি দহবছৰতো বিক্ৰী নহল। দুশ কপি থাকিলেই গ'ল। দেশ দলদোপ হেন্দোলদোপ। আনন্দ কৰা আনন্দ কৰা। চৰকাৰী কাৰ্যালয়ত ইংৰাজী ভাষা কোনে চলায়? অসমীয়াইনে বাঙালীয়ে? ইংৰাজী ভাষা নচলালে যে মানুহে আউটডেটেড বুলিব। আমাৰ নতুন পুৰুষৰ মুখত দেখোন কথাই প্ৰতি অশ্লীল মাত। ভাষা সংস্কৃতিৰ সংকট। বদনবোৰক শিক্ষা এটা দিয়া হ'লনে? তেখেতৰ ওচৰত আপোনা আপুনি শিৰ দোঁ খাই যায়। দেশৰ ভাষা-সংস্কৃতিৰ বাবে মহাপুৰুষে বহুত জেল খাটিলে। জেলৰপৰা ডাঙৰ কিতাপ লিখিলে। বিশ্ববিদ্যালয়ৰ অধ্যাপক। বাপ্‌ৰে বাপ্। তেৰাৰ দূৰদৃষ্টি আছে। পুত্ৰদ্বয়ে ইংৰাজী মাধ্যমৰ বিদ্যালয়তহে পঢ়ে। আন্দোলনৰ বাবে দেশত পৰীক্ষা নহ'ল। চাকৰীয়ালৰ চাকৰি গ'ল। দৰ্মহা গ'ল। কুমলীয়া ল'ৰাৰ কলিজা পুলিচৰ গুলিত ফেৰি ফেৰি হ'ল। হাত ভাগিল, ভৰি ভাগিল। খোৰা হ'ল। পৰীক্ষা হ'ল। দেশত দুটা পৰীক্ষা হ'ল। ইংৰাজী বিদ্যালয়বোৰৰ পৰীক্ষা হ'ল। ডাঙৰ ডাঙৰ ধনী ধনী মানুহৰ ল'ৰা-ছোৱালীবোৰ পঢ়ে তাত। আৰু এটা পৰীক্ষা হ'ল। আন্দোলনৰ প্ৰধান সেনাপতি সকলৰ এজন অৰাজনৈতিক জাতীয় সংস্কৃতি মহাসভাৰ প্ৰধান সম্পাদক শ্ৰী শ্ৰীল শ্ৰী শ্ৰীযুক্ত নাৰেন চন্দ্ৰ দেৱ শইকীয়াৰ পৰীক্ষা হ'ল। খেতিচ চাৰমিট্ কৰিলে। আপুনি তিনিবছৰীয়া আন্দোলনত বাগি থাকোতে খেতিচ চাৰমিট্ কৰিবলৈ

সময় ক'ত পালে ? ভই বদন। বদন। চালা চিনি পোৱা নাই।

নিচা নিচা। ডাঙৰীয়াই নিচা খুৱাই দিছে। দেশপ্ৰেমৰ নিচা। নিজে নিচা খোৱা নাই। লোকক নিচাগ্ৰস্ত কৰি ল'ব পাৰিলে নিজে বহুত কাম কৰিব পাৰি। চকু কোনে দিয়ে। দেশপ্ৰেম, ধৰ্মপ্ৰেম, জাতিপ্ৰেমৰ নিচাতকৈ ডাঙৰ নিচা আৰু কি আছে ? নিচাত চলং পলং.। কোন ক'ত আছা বৰডবাটো বজাই দিয়া। —"অসম আজি উন্নতি পথত জয় আই অসম বোল"।

তাহানি এটা ম'হগুৱালৰ গল্প আছিল। লবোৰাম নামৰ এটা মানুহ আছিল। তাৰ দুজনী ম'হ আছিল। সেই ম'হদু-জনীৰ গাখীৰত আধা পানী মিহলাই বিক্ৰি কৰি কৰি পাচ-বছৰত পোন্ধৰটা ম'হ ললে। তেতিয়া তাৰ মানুহ দৰকাৰ হ'ল আৰু মানুহ ললে। তাৰ পিচৰবছৰত মুঠ ম'হৰ সংখ্যা হ'ল ডেড়্শ। ডেড়্শ ম'হৰ কাৰণে দহোটা কাম কৰা মানুহ ৰাখিলে। মানুহ কেটাই ম'হ ৰাখি ৰাখি, ঘাহঁ খুৱাই খুৱাই ৰাখে। ইপিনেদি গাখীৰ বেচি বেচি লবোৰামে দুখন খাট ললে। অথচ তাৰ ম'হ ৰখা মানুহ কেটাৰ অৱস্থা দিনক দিনে বেয়া হৈ যাবলৈ ধৰিলে। সিহঁতক যি মজুৰি দিয়া হৈছিল তাৰে সিহঁতে পৰিয়ালৰ কথা বাদেই নিজেই খাব নোৱাৰে। সিহঁতে ম'হ চৰাওঁতে বনৰীয়া ফল খাব লগা হৈছিল। এদিন সিহঁতে কথাটো মালিকক ক'লে। মালিক খঙাল হৈ পৰিল। মানুহ কেটায়ো দিনে দিনে আপত্তি জনাবলৈ ধৰিলে। সিহঁত মাজে মাজে উত্তেজিতো হৈছিল। এদিন এজন দেউক লবোৰামে মাতি-ছিল। দেউৰে লবোৰামৰ লগত বহুতপৰ কথা পাতিলে।

পিছদিনাৰ পৰা মানুহবোৰে জুৱা খেলিবলৈ ধৰিলে। ম'হ খুটিত বান্ধিয়েই জুৱাত বহে। দিনৰ দিনটো বেলেগে বেলেগে ফুৰি ফুৰোঁতে কোনেও কাকো লগ নাপায়। সন্ধ্যা লগ হৈয়েই জুৱাত বহে। লবোৰামে বন্দবস্ত কৰা মতে দুজনী ছোৱালীয়ে সিহঁতক জুৱা খেলি থাকোঁতে অলপ অলপ খোৱাবস্তুৰ যোগাৰ দি আছে। জুৱা খেলাৰ পাছত সিহঁত প্ৰত্যেকেই দুচিলিমমান জংঘলী ভাং হুপি শুই পৰে। পুৱা উঠিয়েই আকৌ ভাং হুপি

ম'হ চৰাবলৈ যায়। সিহঁতে অনবৰতে চকু মুদি থাকে। ভাং খোৱাৰ পাছত লবোৰামে ঘি কৰিবলৈ কয় সকলো কৰে। সিদিনে আৰু দুকুৰীজনী ম'হ বেছিকৈ অনা হ'ল। দহোটা মানুহে ম'হবোৰৰ প্ৰতিপালন কৰে। ভাং যোগাৰ কৰি দিছিল লবোৰামে। অৱশ্যে তাৰ বাবদ মজুৰিৰ কিছু কমিছিল।

ভাং খাই খাই সিহঁতে কামহে কৰে, কথাও নকয় চকু-লৈয়ো নাচায়। এদিন পলমকৈ শুই উঠাৰ কাৰণে লবোৰামে দুটামানক মাৰোঁতে বাকী আঠোটাই ভাং হুপি হুপি ম'হবোৰৰ আঁৰত লুকাই থাকিল।

বামুণজন আহিল। লবোৰামে দেউক আগবঢ়াই আনি দেউৰ পৰামৰ্শৰ কাৰণে কৃতজ্ঞতা জনালে। দেউৱে ক'লে "আকৌ যদি সিহঁত চকুমেলি তোমাৰ ওচৰত থিয় হয়হি, অলপ অলপ কাণি দি দিবা। শুৱাই থবৰ কাৰণে অথবা চকু মুদাই থবৰ কাৰণে নিচাতকৈ ডাঙৰ ঔষধ পৃথিৱীত ৰামায়ণৰ যুগৰপৰা এতিয়ালৈকে আৱিষ্কাৰ হোৱা নাই।"

লবোৰামে দেউক দক্ষিণাসহ সেৱা জনালে।

# ৰথিমী ক্ৰীম

নলিনী শৰ্মা

উঃ অসহ্য ! সহ্য কৰিব নোৱাৰি । চকুৰ আগত এনে এখন নদন-বদন কৰে খেতিপথাৰৰ ক্ষতি চাই থকা নাযায় । সেয়ে বীণাপানি হাইস্কুলৰ প্ৰধান শিক্ষক সত্যনাৰায়ণ দাসে স্কুলঘৰৰ বাৰান্দাৰপৰা পুনৰ তেওঁৰ কোঠালৈ সোমাই চকীখনত বহি পৰিল । কিন্তু তাৰপৰাও খিৰিকীৰে ধাননি পাথাৰখন দেখিবলৈ পোৱা যায় । অৱশেষত শ্ৰীদাসে টেবুলৰ ওপৰত কিলাকুটিৰ ভৰ থৈ দুইহাতৰ মাজত মুখখন লৈ চকু দুটা মুদি দিলে ।

কিন্তু তাতো ৰক্ষা নাই । তেওঁৰ মানসপটত বাৰে বাৰে ধাননি পথাৰখন ভাঁহিবলৈ ধৰিলে । কাৰণ এই পথাৰখন তেওঁৰ প্ৰাণ স্বৰূপ ।

কথাষাৰ অৱশ্যে সঁচা । দিনটোৰ বেছিভাগ সময়তে তেওঁক খেতিপথাৰখনৰ চাৰিওফালে প্ৰদক্ষিণ কৰি থকা দেখা পোৱা যায় । তাকে দেখি চকুচৰহা দলটোৱে কয় যে, তেওঁ বিলাসী খেতিয়ক কাৰণেই এনেদৰে প্ৰদক্ষিণ কৰিবলৈ সময় পাইছে । কিছুমান অভিভাৱকে কয় যে, ধানে গোজ ধৰাৰ পৰা প্ৰধান শিক্ষকৰ মনটো আজিকালি স্কুলত নথকা হ'ল । অফিচৰুমৰ কথা বাদেই আনকি ছাত্ৰ পঢ়ুৱাৰ সময়ত ক্লাছৰুমৰ খিৰিকীৰেও তেওঁ ধাননি পথাৰলৈ লক্ষ্য ৰাখে । নৱম আৰু দশম মানৰ ভূগোলৰ ক্লাছত ভাৰতৰ উৎপন্ন বস্তুৰ বিষয়ে কবলৈ যাওতে ধানখেতিৰ বিষয়ে এলানি বক্তৃতা দাঙি ধৰে । সেইবাবে ছাত্ৰ-ছাত্ৰীসকলে অনুমান কৰিছে যে, এইবেলি বাৰ্ষিক পৰীক্ষাত ধানখেতিৰ বিষয়ে ৰচনা এখন নিকোলো এটা শ্ৰেণীত অন্ততঃ আহিবই আহিব ।

আমাৰ জনপ্ৰিয় চৰকাৰেও সম্প্ৰতি কৃষিত বৰ জোৰ দিছে । প্ৰতিদিনে আকাশবাণীৰ পৰা কাকতবাতৰিলৈ সকলোতে কৃষি আলোচনা, কৃষি বাতৰি আদি থাকেই । তেওঁলোকৰ মতে কৃষিয়েই দেশৰ প্ৰধান উন্নতিৰ পথ । এচপৰা মাটিও চন পেলাই থব নালাগে । ধান কৰা । নোৱাৰিলে গম কৰা । তাকো নোৱাৰিলে অন্য কিবা

কৰা। এনেকৈ নোৱাৰিলে কচু খেতিকে কৰা। কচু খায়ো মানুহে দিন কটোৱাৰ উদাহৰণ আছে। মুঠতে কৃষি আচনি হাতত লোৱা ; তোমাক সহায় কৰিবলৈ চৰকাৰ সাজু হৈ আছে। গাঁওপঞ্চায়ত, সমবায় সমিতি, উন্নয়ণ খণ্ড, মহকুমা পৰিষদ, কৃষি বিভাগ, বেংক আদি সকলো তোমাৰ বাবে বৈ আছে। যাকে লাগে তাৰেপৰা তুমি সহায় পাবা। উন্নতজাতৰ বিধান, কৃষিসাৰ, কীটনাশক ঔষধ, পাম্পচেট, ট্ৰেক্টৰ, চাবৃচিডি—এইবোৰৰতো কথাই নাই। মঠতে সকলোৱে কৃষিকৰ্মত গভীৰভাবে মনোনিবেশ কৰি উৎপাদন বৃদ্ধিত জোৰ দিলে আমাৰ দেশ অচিৰেই কৃষিত স্বাৱলম্বী হৈ উঠিব আৰু বাহিৰৰপৰা খাদ্যদ্ৰব্য আমদানিৰ সমস্যা চিৰদিনৰ বাবে দূৰ হব। বৰং আমিয়েই তেতিয়া বহিঃ ৰাষ্ট্ৰলৈ প্ৰচুৰ পৰিমানে খাদ্য-সামগ্ৰী ৰপ্তানি কৰি বৈদেশিক মুদ্ৰা উপাৰ্জন কৰিবলৈ সক্ষম হম। ৰাইজক এই কথাবোৰ ভালদৰে বুজাই দিবলৈ চৰকাৰে বিভিন্ন পন্থা অবলম্বন কৰি প্ৰতিদিনে চিনেমা-থিয়েটাৰ, ৰেডিও, বাতৰিকাকত, আলোচনা চক্ৰ, ভাষণ আদিৰ জৰিয়তে প্ৰচাৰ কাৰ্যৰ তুমুল ধুমুহা সৃষ্টি কৰিছে।

তাৰ ফলত দেখা গৈছে চাৰিওফালে কেবল খেতি আৰু খেতি। ধান আৰু গমৰ শীহে বতাহত ঢৌ খেলি আছে। ডি-চি, এছ-পিৰ বাসভৱনৰ চৌহদত থকা বৃহৎ বৃহৎ লনবোৰতো এতিয়া গমৰ খেতি দেখিবলৈ পোৱা গৈছে। আনকি কৰবাত কৰবাত শ্বহীদ বেদীৰ চাৰিওফালে ধান ৰোৱাৰ দৃষ্টান্ত পৰিলক্ষিত হৈছে।

এইবোৰ দেখি বীণাপানি হাইস্কুলৰ প্ৰধান শিক্ষক সত্য নাৰায়ণ দাসৰ কৃষি প্ৰাণ মনটোও নাচি উঠিল। লগে লগে আচনি এখন তৈয়াৰ হ'ল আৰু স্কুল পৰিচালনা সমিতিৰ অনুমোদন ক্ৰমে সেই আচনি কাৰ্যকৰি সোপানত ভৰি দিলে।

ফলত এদিন শাওন মাহৰ শনিবাৰে হোচিয়েল ওৱাৰ্কৰ নামত বীণাপানি হাইস্কুল, হাফ্ হ'ল। মৌ মাখিৰ জাকৰ দৰে গোটেই-বোৰ ল'ৰা-ছোৱালী স্কুলঘৰৰপৰা ওলাই শিক্ষকসকলৰ পিচে পিচে বাট ধৰিলে। বীণাপানি হাইস্কুলৰ সন্মুখেদি পুৰসভাৰ যোৱা আলিটোৰ বহুতো দূৰলৈকে দুয়োকাষে স্কুলৰ মাটি। স্কুলৰ সন্মুখে প্ৰকাণ্ড খেলপথাৰখন। খেলপথাৰক বাদ দি বাকী মাটিত

ছাত্র-ছাত্রীৰ হোষ্টেল সজা হব বুলি চলিত শতাব্দীৰ পঞ্চদশকতে প্ৰস্তাৱ লৈ থোৱা হৈছে। আজিকালিও একোবাৰ স্কুল পৰিচালনা সমিতিৰ বছৰেকীয়া বৈঠকত সেই প্ৰস্তাৱ দোহৰা হয়। বীণাপাণি হাইস্কুলৰ সেই চনপৰা পথাৰত গাৱঁৰ গৰখীয়া ল'ৰাই গৰু চৰায় মাজে সময়ে অসমৰ ভ্ৰাম্যমান থিয়েটাৰৰ দল আহিলে ইয়াতে খুটি পোতে আৰু ৰিফিউজী আহিলে জনপ্ৰিয় চৰকাৰে ততাতৈয়াকৈ বিদেশী ঠিকাদাৰৰ হতুৱাই ঘৰ সজাই ইয়াতে থাকিবলৈ দিয়ে।

এইবাৰ শাওনমাহৰ এটা শনিবাৰে ছাত্ৰ-ছাত্ৰী আৰু শিক্ষক শিক্ষয়িত্ৰী আটাইবোৰে গৈ সেইখন চন পৰা পথাৰত উপস্থিত হ'ল। প্ৰধান শিক্ষকৰ হুকুমত প্ৰথমতে পথাৰখনৰপৰা আটাইবোৰ ঘাঁহ খাই থকা গৰু-ছাগলী আতৰাই দিয়া হ'ল। তাৰ পিচত ছোৱালীবোৰৰ সমবেত উৰুলিধ্বনিৰ মাজত পৰিচজন ছাত্ৰই পচিশ-খন হাল জুৰিলে। চাওঁতে চাওঁতে ঘাঁহে ঢকা সমান পথাৰখন নাঙলৰ সীৰলুৰে চিৰলা চিৰলি হৈ পৰিল। গাৱঁৰ মানুহবোৰে দলে দলে আহি চাবলৈ ধৰিলে। বি-এছ-ছি কৰি নতুনকৈ সোমোৱা ডেকা শিক্ষক এজনে কলেজৰ এক্সাৰচনত যাওঁতে কিনি অনা কেমেৰাটোৰে উপৰাউপৰিকৈ বহুতো দৃশ্য গ্ৰহণ কৰিলে। তাৰে কিছুবোৰ পিচত আয়নাৰে বন্ধাই প্ৰধান শিক্ষকৰ কোঠাত আৰি থোৱা হ'ল।

প্ৰধান শিক্ষক সত্যনাৰায়ণ দাসৰ কোনো কামত খুত নাই। ইমান কষ্ট কৰি খেতি কৰা হব—তাৰ এডাল ধানো যাতে গৰু-ছাগলীয়ে খাব নোৱাৰে তাৰ বাবে ভাল ৰক্ষনাবেক্ষনো দিব লাগিব। তেওঁৰ কথাত পুনৰ এটা ত্ৰিনিশজনীয়া ছাত্ৰদল হাতত দা-কুঠাৰ নাতিদূৰৰ গৱৰ্ণমেণ্ট ফৰেষ্ট অভিমুখে যাত্ৰা কৰিলে। এই সংক্ৰান্তত আগধৰি তেওঁ বনবিভাগৰপৰা প্ৰয়োজনীয় অনুজ্ঞাও আনি থৈছে। অৱশেষত ছাত্ৰসকলৰ দলটোৱে কোনোবাই একোটাকৈ কোনোবাই দুটাকৈ আৰু কোনো কোনোবাই দুজনৰ মাজত একোটাকৈ কান্ধত বাঁহ লৈ উভতি আহিল। সিহঁত অহাৰ পিছত সিদিনালৈ কৰ্ম স্থগিত ৰখা হ'ল।

তাৰপিচত এনেদৰে কেইদিনমান শ্ৰমদান কৰি ল'ৰা-ছোৱালী-বোৰে পথাৰৰ চাৰিওফালে মজবুতকৈ বেৰ দিলে; প্ৰয়োজনীয় পানীৰ

যোগান ধৰিলে ; পানী আৰু মাটিৰ মিশ্ৰনৰ গোন্ধত মানুহৰ ভুল সন্ধান বিচাৰি আকাশৰ বুকুত চিলনী উৰিপৰাকৈ পথাৰখনি যোকা কৰিলে ; তাৰ পিচত কঠিয়া আনিলে আৰু সৰ্বশেষত আঠুলৈ কাপোৰ কোচাই সিহঁতে শাৰী শাৰীকৈ ভুই কলে । এনেদৰে এসপ্তাহত পথাৰৰ সকলো কাম সমাপ্ত কৰি পুনৰ ল'ৰা-ছোৱালীবোৰ আহি ক্লাছত বহিল । কেৱল পাঁচজন ল'ৰাহে অস্ত্ৰ দুৰ্ঘটনাত আহত হৈ বিচনা লব লগা হ'ল । সিহঁতৰ দুজনক কুঠাৰে কাটিলে, দুজনক দাই আৰু এজনক নাঙলৰ ফালে । অৱশ্যে আশু আৰোগ্যৰ বাবে ভাল চিকিৎসা ব্যৱস্থা হাতত লৈ. প্ৰধান শিক্ষক মহোদয়ে সিহঁতৰ প্ৰতি বদন্যতা দেখুৱাইছে ।

তাৰপিচত লাহে লাহে সিহঁতো ভাল হ'ল আৰু ধানবোৰো দিনে দিনে লহপহকৈ বাঢ়ি আহিবলৈ ধৰিলে । চাওঁতে চাওঁতে পথাৰখন সেউজীয়া ধানেৰে ইমান ৰূপহী হৈ উঠিল যে প্ৰধান শিক্ষক দাসৰ পুৱা গধূলি একোবাৰ ধাননিৰ ওচৰলৈ ফুৰিবলৈ যোৱাটো এবাৰ নোৱাৰা অভ্যাসত পৰিণত হ'ল । ইয়াৰ বাহিৰে কোৱাৰ্টাৰত থকা সময়খিনিতো তেওঁ সমুখৰ বাৰান্দাৰপৰা ধাননি পথাৰৰ শোভা চাই থাকে । একোচাটি বতাহে ওপৰেৰে ঢৌখেলি যোৱাৰ লগে লগে তেওঁৰ হৃদয়তো যেন আনন্দৰ ঢৌ তুলি যায় । প্ৰতি সপ্তাহে গ্ৰামসেৱক, কৃষি সম্প্ৰসাৰণ বিষয়া, খণ্ড উন্নয়ণ বিষয়া আদিয়ে খবৰ লবলৈ আহি থাকে । গতিকে এনেকুৱা এখন খেতিপথাৰৰ অনিষ্ট জানো কোনোবাই সহ্য কৰিব পাৰে ?

কেতিয়াও নোৱাৰে । সেইবাবে প্ৰধান শিক্ষক দাসে ধান ৰোৱাৰ পিচতেই স্কুলৰ চকীদাৰখ হতুঁৱাই আৰু কেতিয়াবা কথা-প্ৰসঙ্গত নিজেও মানুহবোৰৰ গৰু-ছাগলী সাৱধানে ৰাখিবলৈ কৈছে । এইখন পথাৰৰ এডাল ধানো যদি কাৰোবাৰ গৰু-ছাগলীয়ে অনিষ্ট কৰে তেন্তে তেওঁ কাকো ক্ষমা নকৰে ।

ইমান দিনে ভালে ভালে গ'ল । এতিয়া পকাধানৰ ওপৰত আহিছে বিমংগলখন দেখা দিলে । দুই এদিনৰ ভিতৰতে ধানবোৰ কাটিব লাগে । সোনবৰণীয়া ধানৰ শীহবোৰ দুৰ্গাপূজাৰ নৱ-পত্ৰিকাৰ দৰেকৈ হালি আছে । আজি ৰাতিপুৱাও তেওঁ ধাননি-ভৰাৰ ওচৰৰপৰা চাই আহিছে । স্কুললৈ আহিও দেখিছে ঠিকেই

আছে। কিন্তু দ্বিতীয় পিৰিয়ডৰ পিচৰপৰা তেওঁ আৰু সেইপিনে চকু দিব পৰা নাই। স্কুল ইন্সপেক্টৰো আৰু আজিহে আহিব বুলি দিন দিব লাগেনে? এতিয়া চাৰে বাৰটা বাজি গ'ল—চতুৰ্থ পিৰিয়ড আৰম্ভ হৈছে, অলপ পিচতে লেজাৰ হবহি—এতিয়ালৈ ইন্সপেক্টৰৰ দেখাদেখি নাই। কেতিয়া আহিব, কেতিয়া খাব, কেতিয়া স্কুল চাব? গৰমে গৰমে খালে ভাল পালেহেঁতেন। চিতলমাছ ইন্সপেক্টৰে বৰ ভাল পায় বুলি শুনি বৰ কষ্ট কৰি যোগাৰ কৰিছে। দৈও/বেচ খাব পাৰে বুলি শুনিছে। সব বস্তু সাজু আছে, কিন্তু মানুহ গৰাকীৰে দেখোন এতিয়ালৈ দেখা দেখি নাই। প্ৰধান শিক্ষক মহা চিন্তাত পৰিল। ইন্সপেক্টৰৰে চিন্তা কৰিব নে খেতিপথাৰৰে চিন্তা কৰিব? ইন্সপেক্টৰ আহিব কাৰণেই তেওঁ আজি নানান কামৰ ব্যস্ততাত থাকিবলগীয়া হোৱাত পথাৰৰ পিনে চাবলৈ পাহৰি গৈছে। নহলে খিৰিকীৰেই তেওঁ পথাৰখন দেখা পায়। কিজানি বহু সময় ধৰি ষাঁড়গৰুটোৱে ধান খাই আছে— এতিয়াহে চকুত পৰিল? নাই, তেওঁৰ বাহিৰে আন এটি প্ৰাণীয়েও যদি খেতিখনৰ কথা চিন্তা কৰিলেহেঁতেন।

কিন্তু এতিয়া তাকে ভাবি থাকিলেতো নহয়, কিবা এটা শীঘ্ৰে কৰা দৰ্কাৰ। এই বুলি প্ৰধান শিক্ষক সত্যনাৰায়ণ দাসে 'জয়দেৱ-জয়দেৱ' বুলি চকীদাৰজনক চিঞৰিবলৈ ধৰিলে। কিন্তু সিও নাই। পিচত তেওঁৰ মনত পৰিল জয়দেৱক তেৱেঁই অলপ আগতে ডাক-ঘৰলৈ পঠিয়াইছে। এইবুলি তেওঁ মনৰ জ্বালাত স্কুলঘৰৰ বাৰান্দাৰে ভ্ৰমিবলৈ ধৰিলে। প্ৰতিটো ক্লাছতে শিক্ষকে পঢ়ুৱাইছে। এনেয়ে হলে সকলো সময়তে দুই-এজনকৈ ল'ৰা ক্লাছৰপৰা বাহিৰলৈ ওলাই থাকে। কিন্তু এতিয়া প্ৰয়োজনৰ বেলিকা এজনো নাই। হয়তো ধুৰন্ধৰহঁতে আজি ইন্সপেক্টৰ আহিব বুলিয়েই ভয়তে ওলাবলৈ সাহ কৰা নাই। আজি ছাত্ৰ-ছাত্ৰীবোৰ চাফা কাপোৰ পিন্ধি কি শুৱনি হৈ আহিছে। অন্য দিন কি চাবা এঁকোটাৰ চেহেৰা। আজি ক্লাছতো বৰ মন দিছে। কোনো হাই-উৰুমি নাই। অন্যদিন এঁকোটাৰ দেদনি অফিচৰূমৰপৰা শুনা যায়। ধি নহওঁক, এতিয়া তেওঁ কি উপায় কৰে? নে তেওঁ কোনোবা এটা ক্লাছৰপৰা কেইজনমান ল'ৰা মাতি আনি গৰুটো খেদিবলৈ পঠাব? নাই, পিচমুহূৰ্ততে তেওঁ ভাবিলে, ইন্স্পেক্টৰ আহি ছাত্ৰই গৰু খেদা দেখা পালে।

কথাটো বিষম হব। এনেই শত্ৰু সকলে এইখন এগ্ৰিকালচাৰ ইউনিভাৰ্চিটি হ'ল বুলি ঠাট্টা কৰিবলৈ লৈছে। তেতিয়াহলে আকৌ ওভতৃ গোৰে নাচিব।

তেওঁৰ চকু পুনৰাই খেতিপথাৰত পৰিলগৈ। ইচ্ ৰাম, গৰু দেখোন এতিয়া এটাৰ পৰা দহটামান হ'লগৈ। যিহে হাতী যেন ষাড়গৰুটো! সি বেৰখন ভাঙি দিয়াৰ পিচত বাকীবোৰে সৌ সৌকৈ সোমাবলৈ সুৰুঙা পাইছে। এতিয়া কি কৰা যায়? ইফালে ইন্সপেক্টৰো আহিবৰ সময় হৈছে। স্কুলৰ ডিচিপ্লিন ভাঙিব নোৱাৰি। তাতে এইজন সাংঘাটিক ইন্সপেক্টৰ। এনেই মিঠাইখিনিৰ বাবে প্ৰধান শিক্ষক দাসৰ ভয় লাগি আছে। এইবোৰ মফঃচল ঠাইত বৰ উৎকৃষ্ট মিঠাই যোগাৰ কৰা অত্যন্ত টান কাম।

হে হৰি! ইফালে গৰুচোন পঞ্চশটামান হ'ল। সত্যদাসে কইছিল! সিহঁতে কি আৰামত নেজ দাঙি দাঙি খাব ধৰিছে। আজি ৰাস্তাত কোনো জনপ্ৰানী এটা নাই। কেতিয়াবা গৰখীয়া ল'ৰাবোৰে গছৰ তলে তলে জুম বান্ধি থাকে। কিন্তু আজি সিহঁতো এজোনো নাই। অৱশেষত প্ৰধান শিক্ষক সত্যনাৰায়ণ দাসে নিজে যাওঁ বুলি ভাবিলে। কিন্তু পিছত আকৌ কি হ'ল বাৰান্দাৰ পৰা নামিও পুনৰ উভতি গৈ একেবাৰে কোঠাৰ চকী খনত গৈ বহি পৰিল। তেওঁ ভাবি ভাবি দেখিলে, ছাত্ৰসকলৰ যিদৰে এটিয়া ক্লাছৰ পৰা মাতি পঠোৱা নাযায় সেইদৰে তেওঁ নিজে যোৱাও উচিত নহয়। পুৱা-গধূলি বা এনেই দিনটোত পচিশবাৰো গৈ ধাননিডৰাৰ কাষে কাষে ফুৰিব পাৰি, তাৰ শোভা চাব পাৰি অথবা কৃষি-বিষয়া আহিলে তেওঁৰ লগত গৈ দুটা ধানৰ শীহ আনি তাৰ শ্ৰীবৃদ্ধি পৰীক্ষা কৰিব পাৰি। সেইবুলি তেওঁৰ দৰে অনুষ্ঠানৰ মুৰব্বী লোকজনে পথাৰৰ মাজত ধান খাই থকা গৰুবোৰ খেদি দিবৃগৈ নোৱাৰি। বিশেষকৈ ইন্সপেক্টৰ অহা দিনটোত অলপ সাবধানে থকা দৰ্কাৰ। তাৰ উপৰি মানুহৰ শিক্ষাতকৈ পদমৰ্য্যদাটোহে ডাঙৰ কথা। এই কথাষাৰ সত্যনাৰায়ণ দাসৰ অন্যতম বন্ধু এজনে তেওঁক কৈছিল। চৰকাৰৰ উচ্চপদস্থ সেইজন বন্ধু এতিয়াও জীৱিত আছে। তেওঁৰ

কথা কিছুমান সত্যনাৰায়ণ দাসৰ মনত পৰিবলৈ ধৰিলে। আবেলি পৰত এপাক ফুৰিবলৈ ওলালে সেই বন্ধুজনে সদায় তেওঁৰ পৰা পাঁচহাত পিচে পিচে এজন পিয়ন লগত নিয়ে। মাজে সময়ে গহীন গম্ভীৰ ভাবে তেওঁ কিবা এটা কথা কলে দৌৰি আহি পিয়নজনে তেওঁৰ লগ চোৱে আৰু কথাষাৰ শুনাৰ পিচত খোজ পাতলাই দি পুনৰ নিৰ্দ্দিষ্ট দূৰত্ব ৰক্ষা কৰে। কিন্তু সত্যনাৰায়ণ দাসৰ লগে লগে আজিকোনো নাই। তেওঁ এতিয়া কাক হুকুম দিয়ে? তেওঁ পুনৰাই খিৰিকীৰ মাজেৰে ধাননিডৰালৈ চাই চক্ খাই উঠিল। কি কাণ্ড! গৰুচোন এতিয়া গনিব নোৱাৰা হ'ল; ইমান গৰু ক'ৰপৰা সোমাল? উঃ পথাৰখনৰ অৱস্থা চাই থাকিব নোৱাৰি। অৱশেষত সত্যনাৰায়ণ দাসে চকু দুটা মুদি দিলে।

কমনৰুমত কোনো এজন শিক্ষকো নাই। থকাহলে তেওঁৰ ওপৰতে ভাৰ দিয়া গ'লহেতেন। তেওঁ কিবা উপায়েৰে নিজেই হওক বা কাৰবাৰ হতুৱায়ে হওঁক ব্যৱস্থা এটা কৰিলেহেতেন। কিন্তু এতিয়া কি কৰা যায়? ইফালে উদভীয়া গৰুবোৰ পালে পালে সোমায়ে আছে। ইমান কষ্ট কৰি বেৰ দিও ৰক্ষা কৰিব পৰা নগ'ল। নাই, এই আটাইবোৰ গৰুকে খোৱাৰত দিব লাগিব। প্ৰধান শিক্ষক সত্যনাৰায়ণ দাসৰ ভীষন খং উঠিল আৰু তেওঁ তৎক্ষনাত কাগজ এখন টানমাৰি আনি নটিচ লিখিবলৈ ধৰিলে। লেজাৰৰ ঘণ্টা পৰিলে কোনো ছাত্ৰ-ছাত্ৰী যেন কলৈকো নাযায়। সিহঁতে ধাননিপথাৰত সোমোৱা গৰুবোৰ ধৰি খোৱাৰত দিব লাগিব।

নটিচখন লিখা হলত সত্যনাৰায়ণ দাসে ঘৰী:টালৈ চালে। লেজাৰৰ ঘণ্টা পৰিবলৈ আৰু বেছিপৰ নাই। নিশ্চয় এতিয়াই জয়দেৱো আহি ওলাবহি। সি আহিলে তাৰ দ্বাৰা প্ৰথমে ক্লাছে ক্লাছে নটিচখন দিব লাগিব। নহলে অকল জয়দেৱে ইমানবোৰ গৰু কেনেকৈ ধৰিব? শ্ৰীযুত দাসে পৰম ধৈৰ্য সহকাৰে জয়দেৱ অহালৈ এইখিনি সময় অপেক্ষা কৰিব ধৰিলে।

ইন্‌স্‌পেক্টৰো যি কোনো মুহূৰ্ত্তলৈ আহি যাব পাৰে। পশ্চিমফালৰ খিৰিকীৰে চালে তেওঁ অহা পথ বহু দূৰলৈ দেখা পোৱা যায়। পুব ফালৰ খিৰিকীৰে দেখি ধাননি পথাৰ।

প্ৰধান শিক্ষকে এবাৰ পুব পিনে এবাৰ পশ্চিম পিনে চাই চাই কোঠাৰ ভিতৰত্ৰে চট্‌ফটাবলৈ ধৰিলে। ইফালে খেতিপথাৰ গৰুৰে নধৰা হ'ল। পালে পালে সোমাই আছে। জয়দেৱচৌও আহি নাপায়।

চৰম অপেক্ষাত আৰু কেইমুহূৰ্ত্তমান পাৰ হ'ল। অৱশেষত জয়দেৱ আহি পোৱাৰ লগে লগে তেওঁ প্ৰয়োজনীয় নিৰ্দ্দেশ সহ নটিচখন হাতত তুলি দি নিজেও কোঠাৰ পৰা ওলাই আহিল। তাৰ পিচত বাৰান্দাৰ এমূৰে থিয় হৈ ধাননিপথাৰৰ ধ্বংশলীলা মৰ্মাহত অন্তৰেৰে চাবলৈ ধৰিলে।

টং টং কৈ লেজাৰৰ ঘণ্টা পৰিল। ল'ৰ-ছোৱালীবোৰ ক্লাছৰ পৰা ওলাই ধাননি পথাৰলৈ সমস্বৰে দৌৰিলে। শিক্ষকসকল আহি বাৰান্দাত ৰৈ থকা শিক্ষক দাসৰ কাষ চাপিল আৰু প্ৰত্যেকেই ধাননিডৰাৰ ফালে মৃত্যুমুখী ৰোগীক চোৱাৰ দৰে করুণ ভাবে চাবলৈ ধৰিলে।

প্ৰথমে চাৰিওফালে ঘেৰা বেৰৰ মাজত একমাত্ৰ সোন-বৰণীয়া পকাধানবোৰ জিলিকি আছিল। তাৰপিচত তাৰ মাজলৈ অসংখ্য গৰুসোমাই পথাৰখন ধান আৰু গৰুময় কৰি তুলিলে। এতিয়া বীণাপানি হাইস্কুলৰ ছাত্ৰছাত্ৰীবোৰো তাত প্ৰবেশ কৰাত গোটেইখন পথাৰ মহামেলাত পৰিণত হ'ল। ফলস্বৰূপে গৰুবোৰে খোৱাৰ পিচতো বাকী থকা খিনি এইবাৰ গৰু মানুহ দৌৰা দৌৰি আৰু গছকত শেষ হ'ল।

ইতিমধ্যে শিক্ষক মণ্ডলীও আহি ঘটনাস্থলীত উপস্থিত হ'ল আৰু বেৰৰ বাহিৰত শাৰীপাতি থিয় হৈ শোকপ্ৰকাশৰ যথা-বিধি পাঠ সমাপন কৰিলে। তাৰ পিচত খেল সমাপ্ত হলে চাৰ্কাচৰ জন্তু আৰু মানুহে মঞ্চৰ পৰা বিদায় লোৱাৰ দৰে ধাননিপথাৰৰ মাজৰ পৰাও গৰু আৰু ল'ৰা-ছোৱালীবোৰ ওলাই আহি খোৱাৰ অভিমুখে যাত্ৰা কৰিলে। সিহঁতৰ কিছুমানে সমবেত কণ্ঠৰে লোকগীত আৰম্ভ কৰিলে—

"ধেনু লৈয়া যায়—ঐ নন্দৰ কানাই
যশোদা গোপী সবে আছে চাই—

ঠিক এনে সময়তে ইন্‌সপেক্টৰৰ গাড়ীখন স্কুলত সোমাল।

ইন্সপেক্টৰে গাড়ীৰ পৰা এখন ভৰি নমায়েই অবাক হৈ দেখিছে স্কুলত কোনো নাই। দলে দলে ছাত্ৰ-ছাত্ৰী গৰ্কৰ পিচে পিচে গৈ আছে। মাথোন প্ৰধান শিক্ষক সত্য নাৰায়ণ দাসে বাৰান্দাৰ এমূৰে থিয় হৈ শিলৰ মূৰ্ত্তিৰ দৰে অপলক দৃষ্টিৰে সেই দৃশ্য চাই আছে।

---

বিঃ দ্ৰঃ—গল্পটি ইতিপূৰ্বে প্ৰকাশিত (অসমবাণী,১৬ মাৰ্চ, ১৯৭৩) লেখকৰ "কৃষি আয়োগ" নামৰ গল্পৰ পৰিবৰ্ত্তিত, পৰিবৰ্দ্ধিত আৰু পুনৰলিখিত ৰূপ।

## পানী হিলৈ

অজুন পূজাৰী

অঁ। তুমি? কি আনিছা?

চকু কেইটা পোন্দোৱাই মোলৈ চাঁওতেই মোৰ জীউ যাবৰ উপক্রম। কোনোমতে কেৰঘেহাই কেৰঘেহাই ক'লো-'মানে ছাৰ। এই পাতি হাঁহ এযুৰিকে আনিছোঁ। ভনীজনীয়ে সকাম এটালৈ আগ...

বৰপেটাৰ পানীহিলৈ ফুটা যেন ধমক খাই মই এহাতমান দূৰত চিটিকি পৰি খপজপকৈ মূঢ়া এটাতে বহি পৰিলো। অনুমতি লবলৈ আৰু নহ'ল। কামিজটোৰে কপালৰ ঘাল মুছিবলৈ নৌ পাওঁতেই বৰপেটে ডেকাহি মাৰি ক'লে-'পিচে তাতে বৈ থাকিবানে, ভিতৰতে থৈ আহিবাগৈ।' আৰু হেৰি নহয়। তোমাকতো আহিবলৈ কোৱা নাছিলো। তোমালোকৰ চেক্রেটাৰী—কি নাম আছিল তাৰ? অঁ—ৰামেশ্বৰ গায়েনকহে আহিবলৈ কৈছিলো। তুমি আহি এই কেলেংকাৰীখন –

'মানে ছাৰ-মই সো শৰীৰে আপোনাক দেখা দি হাতে লোটে কামটো কৰি যাম বুলিহে আহিলো। নহলেনো আৰু আমাৰ দৰে পঘাখোৱা এটাই খোদ আপোনাৰ ওচৰলৈ আহিবলৈ সাহস গোটাব পাৰেনে?' ডিঙিৰ শিৰ কেইডাল ফুলাই ফুলাই পুনৰ সাহসৰ লেকামডাল এৰিব খুজিলো-'ছাৰ। তদুপৰি আৰু একাকি নিমন্ত্রনৰ শৰাই আগবঢ়াবলৈকো আহিলো। মানে ছাৰ, বেলতলা প্রাথমিক স্কুলতে এইবাৰৰ কেন্দ্রসভাখন হ'ব। যদি আপুনি দিগদাৰ নাপাই –

'হেঃ হেঃ কি গোটাইছা পিছে? তোমাৰ চাহুমিঠাইৰে নহব আকৌ দেই?

মই হাত দুখন মোহাৰি সেমানা সেমেনিকৈ ডিঙিটো গলধনৰ ভিতৰত সুমুৱাই চকুকেইটা ঘন ঘনকৈ পিৰিকটিয়াই ক'লো—'আমি আৰু ছাৰ সেইটো নজনাকৈ আছোনে? ইমানদিনৰ লেখ—জোখ কড়াই-গণ্ডাই সোধ কৰিম বুলিয়েইটো আপোনাক নিমন্ত্রন কৰিম বুলি আহিছো।'

তেওঁক নিমাত থকা দেখি কোনোমতে সেপ চুকি চুকি পুনৰ ক'লো—'ছাৰ, মোৰ ট্ৰেন্সফাৰটোৰ পিছে কি হ'ব?

কাগজৰ ফাইলৰ পৰা মূৰ নডাওকৈয়ে তেওঁ কৈ উঠিল — ৰাক ৰাক। হ'ব যোৱা। হ'ব। তুমি পাৰিলে সেই একেদিনাই কেন্দ্ৰসভা আৰু এখনৰ····

'হ'ব হ'ব ছাৰ। মই থাকোতে আপুনি···। একেদিনাই শিমলুগুৰিতো কেন্দ্ৰসভা আছে ছাৰ। মই ঠিক কৰি থম।'

এছ আই খোলোক শইকীয়াৰ খোৰাত বৰ নাম। আমাৰ অঞ্চলটোত তেখেতক ভাত খাবলৈ নিমন্ত্ৰন কৰিবলৈ হ'লে আমি গোটে গোটে এটা হাঁহ তেওঁৰ নামত আগ কৰি থওঁ।

পিছে সেইবাৰ মোৰ অসুবিধা বশতঃ শিমলুগুৰিলৈ মই যাব নোৱাৰিলো। তথাপি খবৰ এটা দিলো।

টেক্সি এখন লৈ বেলতলাৰ কেন্দ্ৰসভাত এচ আই চাহাব হাজিৰ। মই দেখি তভক মানিলো। আমাৰ সভাত ভোজ গোটাব নোৱাৰি চাহ-মিঠাইৰে কোনোমতে জাঁজ মাৰিছিলোহে এখোন। চাহাব অহা দেখিয়েই আমাৰ কেন্দ্ৰ সম্পাদকে উধাতু খাই তেওঁক আগ-বঢ়াই আনিলে। মোৰ চুলিৰ আগত জীউ। অলপ সময়ৰ পিচতে তেওঁক চাহ-জলপান আনি দিয়াত বৰপেটৰ গোফ কোচাই 'কিহে' পেটাৰ্ণ কৰি মোলৈ কেৰাহিকৈ চালে। মই সম্পাদকৰ আঁৰ ললো।

এইবাৰ শিমলুগুৰিলৈ বুলি মোক তেওঁ গাড়ীত উঠাই ল'লে। পোনচাতেই গৈ তেওঁ শিমলুগুৰি প্ৰাথমিক স্কুল ওলালগৈ। গৈ পায়েই তিতাদাহেই বাহিৰলৈ ওলাই অহা ৰংমুৰীয়া সভাপতি সম্পাদকক সুধিলে, 'কি যা-যোগাৰ কৰিছে? মই মগুহৰ ভাহি অহা গোন্ধ নেপাই চুচুক চামাক কৰিবলৈ ল'লো। আথে বেথে সম্পাদকে মোলৈ চকু টেলেকাকৈ চাই চাই বৰপেটক বহিবলৈ দিলে। পিছে শিমলুগুৰি কেন্দ্ৰটো একেই ব্যৱস্থা দেখি উপায় নেপাই এছ আই চাহাবে পায়স-বুন্দীয়া দুই কিলোমান ভাজলৰে উগাৰি উগাৰি খাই গাড়ীত উঠিবলৈ আহিল। বাটত মোক হিকটি এটা মাৰি ক'লে—'পেট্ৰোলৰ দামটো তোমাৰ দৰমহাৰ পৰা [illegible] ৰাখিছে। [illegible] হাঁহ এযুৰিকে দিবা।

হকচিত পানীহিলৈৰ ভোজ কোৱাৰীয়েদি ৰৈ আছিল।

মন্নো সেইদিনেই স্ফুট মাৰিলো।

শিমলুগুৰিত আমাৰ আঞ্চলিক চেমিনাৰ। জৰুৰীকালীন অৱস্থাত বৃক্ষৰোপন আৰু কৰ্ম অভিজ্ঞতা শিক্ষাৰ এক অপৰিহাৰ্য অংগ'—এই সম্পৰ্কে পানীহিলৈৰ পানী যেন বক্তৃতাই আমাক মোহিত কৰিলে। সপ্তাহযোৰা এই চেমিনাৰত অন্যান্য খা-খৰচৰ ওপৰিও সমস্ত অঞ্চলতে চাৰিহাজাৰমান টকা চেমিনাৰত উপস্থিত থকা শিক্ষকসকলৰ মাজত বিতৰণ কৰিবলৈ আছিল। আমাৰ ভাগত মানে প্ৰতিজন শিক্ষকৰ ভাগত প্ৰায় ২২ টকা মানকৈ পৰিল। এছ· আই চাহাব থোলোক শইকীয়াই জিলাৰ পৰা টকাখিনি বিতৰণৰ বাবে আনিলেগে আৰু তেখেতেই বিত-ৰণৰ গধুৰ দায়িত্বও নিজেই কান্ধ পাতি ল'লে।

জেঠমহীয়া টিকা ফটা ৰ'দ পিঠিত লৈ পোন্ধৰ মাইল ৰাস্তা চাইকেল মাৰি হেলোৰ-হেক্ষোৰকৈ গৈ তেওঁৰ তাত ওলালোগৈ। মোক দেখি তেওঁ বৰপেটটো মোহাৰি মোহাৰি চেলাউৰিযোৰে পিৰিকটিয়াই সুধিলে—কি মন্‌কৈ আহিলা ?

—নাই, মানে ছাৰ। আপোনাৰ খবৰ এটা কৰি যাওঁ বুলি সোমালো।

পোনছাটেই:না কেনেকৈ মই টকাকেইটা বিচাৰি আহিছো বুলি কওঁ !

মোক আমাৰ লগৰ সকলো শিক্ষকেই বুৰ্বক বুলি কয়। মই হেনো আকোৰগোজ। মোৰ হেনো কাম-কাজত এক চেঙেলীয়া গা-গাৰি দেখা যায়।

বৰপেটে দেখোন মুৰেই নেভাঙে। নিজে টকাৰ কথাটো উলিওৱাৰো লক্ষণ নাই। বাৰু দেখা যাওকছোন।

'ছাৰ, মানে…।'

মই হাত দুখন মোহাৰিলো আৰু কুচিমুচি চকীখনত নিজকে আঁৰ কৰিব খুজিলো। ভৰি দুখন কোছাই দ-ভংগীত মই। চকু-কাণ থিয়।

'অঁ। কোৱা।'

বৰপেটে নিৰ্বিকাৰভাৱে পেট মোহাৰিলে।

'চাৰ, মানে……আমাৰ এই যে চেমিনাৰৰ পইচা কেইটা।

তাকে নিবলৈ… ”

‘অঁ, ৰ’বা।’ —হঠাৎ তেওঁ উঠিল আৰু ভিতৰৰপৰা দীঘলকৈ বহী এখন আনিলে। বহীখনৰ পাত লুটিয়াই লুটিয়াই কৈ গ’ল— ‘এতিয়ালৈকে কোনো অহা নাই পইচা নিবলৈ। ময়েই যাম বুলি ওলাইছিলো। ভালেই হ’ল।

তেওঁ আকৌ এবাৰ ভিতৰলৈ গৈ ফুচ্‌ফুচকৈ কাৰোবাৰ লগত কিবা কথা পাতিলে আৰু ওলাই আহি ক’লে - ‘বুজিছা, অলপ দিগদাৰ হ’লহে। মোৰ টকাখিনি বেংকৰপৰা উলিয়াবলৈকে ন’হল। আৰু এতিয়া যাবলৈকো সময় নাই। এফালে যাব লগাও আছে। তুমি অন্য এদিন আহিবা। অইনকো কথাটো ক’বা।

পেটটো মোহাৰি মোহাৰি হাত দুখন নামি আহি ককালৰ মীৰ্জাফৰ কচবেল্টত লাগি ৰ’লহি। সাইলাথ কেলেঙ্কাৰৰ ভগৎ সিঙৰ দৰে মোছকোচাত পাক এটা মাৰিলে। মই বুজিলো মোৰ যাবৰ হ’ল। ময়ো আমাৰ ভাওনাৰ ৰাজসভাৰ দূতটোৰ দৰে কুঁজা হৈ প্ৰস্থান কৰিবলৈ খোজ দিওতেই পুনৰ বৰপেটৰ মাত—

‘অ, শুনাছোন। এইবাৰ আহোতে আকৌ এই গেঁৰ নসৰা পাতিহাঁহৰ পোৱালী নানিবা।’

সইত সইত তিনি সইত - মই হাঁচি এটা মাৰিলো। তাৰ পিছতো এছ আই চাহকক লগ কৰিবলৈ আৰু তিনিবাৰ চাইকেল মাৰিলো। এবাৰ তেওঁৰ খুচুৰা নোলাল। এবাৰ তেওঁৰ ৰেভিনিউ টিকেট আদায় হ’ল আৰুএবাৰ তেওঁ কথাৰ মোৰ ঘূৰাই তেওঁৰ খাদ্যৰ তালিকাৰ আভাস দিলে। চাকৰি জীৱনত তেওঁ এমাৰ্জেন্সিত পোৱাৰ দৰে খানা-পিনা কোনো কালতে পোৱা নাছিল—এনে ধৰণৰ কথাৰে মোক আপ্যায়িত কৰি পঠাই দিলে। মুঠতে মোৰ আহ-যাহ কৰোতে হাঁহ পোৱালী সমেত ২৫ টকাতকৈ বেছি খৰছ হ’ল। লগৰ কেইজন শিক্ষকক ২২ টকাৰ ১৫ টকাকৈ দি বাকী ৭ টকাৰ কেতিয়াবাৰে মংগলদৈ অধিবেশনৰ সাহিত্য সভাৰ ৰছিদ কাটি দি পঠালে। মাতে কোনে? আমাৰ ডেকা কেইটাৰ অৱস্থা মোৰ দৰে।

এদিন ৫/৬ জনমান আমাৰ লগৰ ডেকা ল’ৰা আমাৰ ঘৰলৈ আহিল। আহি মোৰ একালৰ স্কুলৰ দিনৰ ছাত্ৰ সন্থাৰ সম্পাদক হিচাবে থকা কৃতিত্বৰ কথা দোহাৰিলে। মই সেইবাৰ মহাপৰাক্ৰমেৰে

সামাৰ স্কুল ছাত্ৰ সস্থাক ভাষা আন্দোলনত নেতৃত্ব দিছিলো। তেওঁ-লোকে দোহাৰিলে - '৪ বছৰৰ আগতে হৈ যোৱা নিৰ্বাচনত বিৰোধী পক্ষৰ এখন ৰাজহুৱা সভাত দিয়া মোৰ বক্তৃতাত কেনেদৰে মোৰ কবি প্ৰতিভা নিগৰি নিগৰি ওলাইছিল আৰু মই উলাহতে কৈ উঠিছিলো আকৌ আমাৰ মাজলৈ মহা উলাহেৰে উছৱমুখৰ দিনবোৰ আহিল। গছৰ পাতে পাতে, প্ৰকৃতিৰ প্ৰতি অংগে অংগে ন ন ৰাগিনীৰ মধুৰ গুঞ্জন'...... ছাত্ৰ-ছাত্ৰীৰ, বিশেষকৈ কলেজীয়া ছাত্ৰৰ মাজত হাততালি আৰু হাততালি, কাৰোবৰ মুখত সোপামৰা হাঁহিৰ ফুলজাৰি, চিটিকাৰী হাঁহিৰ হিলৈ আৰু হিলৈ— মই আৰু ৰ'ব নোৱাৰিলো 'আৰু মন জেতুকাৰ হেঙুল ৰহণ সনা এই মধুৰ লগনত আমাৰ ডেকা-গাভৰুৰ চকুত নতুন দিনৰ স্বপ্ন, দুবাহুত শক্তিৰ সঞ্চয়, পদূলিত...' বিপুল হৰ্ষধ্বনি আৰু কৰতালিৰ মাজত মোৰ ভাষণ সামৰিছিলো।

তেওঁলোকে মোৰ প্ৰতিভা পুনৰ দোহাৰিলে। আমি আমাৰ এনে সংকট কালত এছ, আই, চাহাবৰ ওপৰত কেনে কাৰ্যকৰী ব্যৱস্থা ল'ব পৰা যায় আলচিলো। জৰুৰীকালীন অৱস্থা চলি আছে, চৰকাৰে জৰুৰ কিবা এটা ব্যৱস্থা ল'ব। আমি যদি ওপৰৱালাৰ দৃষ্টিগোচৰ কৰাৰ ব্যৱস্থা হাতত লওঁ, জৰুৰ কিবা এটা...

অতএব এছ, আই চাহাবৰ এই দুৰ্নীতিৰ বিৰুদ্ধে ওপ-ৰৱালা সমূহ বিষয়ালৈ দৰ্খাস্তৰ প্ৰতিলিপি পঠোৱাৰ ব্যৱস্থা কৰা হ'ল। আমাৰ এই ৫/৬ জন ডেকালৰাৰ ভিতৰত ৰাম-চৰণ বৰা বি এ পাছ। সি ভাল দৰ্খাস্ত লিখিব পাৰে। চোৰ্কা ভাষাত বাতৰি কাকতলৈকো ইয়াৰ প্ৰতিলিপি পঠোৱা হ'ল। সকলোবোৰ কাগজ-পত্ৰবোৰ মোৰ নামতে লেখা-পঢ়া কৰা হৈছিল।

এদিন এছ, আই চাহাবে মোক জৰুৰীভাবে মাতি পঠালে। আকৌ হেনোৰ হেফোৰকৈ মই ওলালোগৈ। বৰপেট বাৰান্দাতে আছিল। 'অঁ-তুমি আহিলা।' বৰপেটে মোৰ হাতলৈ চালে। পাতিহাঁহটো নললে। মই বাৰান্দাতে থাৰা হৈ থাকিলো। মোৰ হাতত টকাখিনি দি কাগজ এখনত আঠা লগাই থোৱা ৰেভিনিউ টিকেটটোৰ ওপৰত চহী কৰিবলৈ ক'লে। মই চহীটো কৰি থৈ আহিলো। আমাৰ লগৰ কেইটামানেও তেনেদৰেই টকা-কেইটা দি দিলে। পাতিহাঁহটো ওভোতাই আনিলত জনীজনীয়ে

চকুটেলেকাকৈ চাই হাঁহটো টোপোলা বান্ধি পুনৰ গড়ালত থৈ দিলে।

ইয়াৰ পিছত এদিন গতানুগতিকভাবে আমাৰ কেন্দ্ৰসভা আৰম্ভ হ'ল। অন্যান্য কাৰ্যসূচীসমূহ যথাক্ৰমে সুকলমে পাৰ হৈ যোৱাত এইবাৰ আহিল প্ৰস্তাব গ্ৰহণ। কেন্দ্ৰ সম্পাদকে বিষয় এটি ডাঙি ধৰিলে—

'আমাৰ কেন্দ্ৰৰ শিক্ষক সকলোৱে প্ৰায় জানেই যে, এই কেন্দ্ৰৰে এজন শিক্ষকে আমাৰ এজন উৰ্দ্ধতন বিষয়াৰ বিৰুদ্ধে দুৰ্নীতিৰ অভিযোগ আনিছিল। যি অভিযোগ আছিল একপ্ৰকাৰ ভুৱা। এতিয়া, এনেধৰণৰ জাল-জুৱাচুৰিত আমাৰে এজন শিক্ষক জড়িত থাকিব লগা হোৱাত আমাৰ পবিত্ৰ শিক্ষক বৃত্তিৰ ওপৰত যি কলংক আৰোপ কৰা হ'ল— তাৰ বাবে আমি অত্যন্ত মৰ্মাহত। এই ঘটনা সম্পৰ্কত আমাৰ সংশ্লিষ্ট বিষয়াজন ইয়াত উপস্থিত আছেই। মই আশাকৰো ঘটনাৰ আদ্যোপান্ত আপোনালোকক তেওঁ বিবৰি ক'ব।

মই ঘটনাৰ একো উৱাদিহ নোপোৱাত সেইপিনেই জলকা লাগিলো। আমাৰ লগৰ কেইটাৰ সৈতে মোৰ চকু চোৱাচুই হ'ল।

'আপোনালোকৰ চেমিনাৰৰ টকা-পয়চা খোৱাৰ অভিযোগ আনি যোৱা ২২।৯।৭৬ তাৰিখে এই কেন্দ্ৰৰ এজন শিক্ষক শ্ৰীৰবিধৰ শইকীয়াই বিভাগীয় ওপৰমহলালৈ মোৰ বিৰুদ্ধে লেখা-মেলা কৰিছে। কিন্তু সেই অভিযোগ হ'ল সম্পূৰ্ণ ভুৱা, ভিত্তিহীন আৰু উদ্দেশ্য প্ৰণোদিত। প্ৰমাণস্বৰূপে চাওক আপোনালোকে, তেওঁ সেই চেমিনাৰৰ টকা পাইছো বুলি কৰা চহী এই ৰেভিনিউ টিকেটৰ ওপৰতে আছে। তদুপৰি যোৱা ১৯।৮।৭৬ তাৰিখেই তেওঁ মোৰপৰা টকা আদায় লোৱা চহী এইয়া আপোনালোকেই চাওক।'

মোৰ তেতিয়াহে মনত পৰিল, টকাকেইটা লওতে চহীটোৰ তলত তাৰিখ দিবলৈ নহ'ল। মোলৈ পোন্দোৱাকৈ চাই এছ. আই, চাহাবে পুনৰ ক'লে—'এনে ভিত্তিহীনভাবে মোক অপদস্থ কৰা শিক্ষকক কি কৰিব লাগে মই জানো, পিছে আপুনি বয়স হৈলে বুদ্ধি হ'ব ভাল—এই ভাবিয়েই তেওঁৰ ওপৰত কিবা ব্যৱস্থা লৈ মই মোক হেয় কৰিব নোখোজো। সেয়ে এই সমস্ত বিচাৰ বিবেচনাৰ ভাৰ আপোনাসবৰ ওপৰতে ন্যস্ত কৰি মই নিঃশংক চিত্তে বহিছোহে আৰু।'

গোটেই স্কুলঘৰ হৈ চৈ লাগিল। আটকৰ দিনত যেন্যা বৰালীমাছৰ গোন্ধে মাখি আৰু গ্ৰাহকৰ মাজত যি থৈয়া নথৈয়া লগায় তেনে হ'ল। এজন প্ৰবীন, আমাৰ আটাইৰে সন্মানিত শিক্ষকে ক'লে— 'যি শিক্ষকে নিজৰ বিষয়াক সন্মান কৰিব শিকা নাই, কেনেকৈ কনকন ল'ৰা-ছোৱালীক শিক্ষাদান কৰিব? তেনে শিক্ষকে অনতি পলমে পদত্যাগ পত্ৰ দাখিল কৰিব লাগে। আমাৰ সন্থাই তেওঁৰ ওপৰত গৰিহণাৰ প্ৰস্তাব আনি'....'

ৰামই কিবা ক'বলৈ থিয় হৈছিল। এনেতে অন্য এজন প্ৰবীন শিক্ষকে ভেকাহি মাৰি গোৰোহাই উঠিল—'থৈ দিয়াহে বালক। থোৱা। তোমালোক ডেকাল'ৰা কেইটাই দেশৰ উন্নতি সধাৰ নামত ভোমোলাই দিছা। আমাৰ এছ, আই চাহাবৰ দৰে নিষ্কলুষ, পবিত্ৰ মনৰ এজন বিষয়াকে যেতিয়া তোমালোকে মানুহ বুলি গণ্য নকৰিলা তোমালোকে আমাব দৰে মানুহক ভৰিবে মহতিয়াই...' এইবুলি তেওঁ সোলা দাঁতৰ ফাকেৰে তামোলৰ চোব। এটা দূৰলৈ থুৱাই পুনৰ বুকু ফুলাই চিঞৰি চিঞৰি অবাইচ মাতেৰে আমাক গালি পাৰিবলৈ ধৰিলে।

সভাপতি টিকাৰাম ৰাজখোৱাই এটা গৰিহণাৰ প্ৰস্তাব লোৱা হওক বুলি পৰামৰ্শ আগবঢ়ালে আৰু কলে যে শ্ৰীৰবিধৰ শইকীয়াই ক্ষমা বিছাৰি

ৰামচৰণে থিয় হৈ প্ৰায় যুদ্ধং দেহি মনোভাবত আৰ্তনাদ কৰি উঠিল— 'এইবোৰ ক্ষমা-চমা বিছৰাৰ কথা প্ৰছিদিং বহীত ঠাই পাবলৈ হ'লে চাকৰিৰ মুখলৈ নাচাম আৰু—

পদ্ম শইকীয়াই ভেকাহি মাৰি ৰামচৰণক গেঙেৰি দি উঠিল— 'থোৱা, থোৱা। তোমালোকৰ কেৰেমতালি। আন কোনোবাই কেৰেপ কৰিলেও জানিবা, এই এছ, আই চাহাবে এই জৰুৰী [illegible] সহ্য নকৰে। তোমালোকে কি আমাৰ কান কাটি বামতাল বাবাহে। কালিৰ ছৱাল হৈ

মই স্কুলঘৰৰ বাৰান্দালৈ ওলাই আহিলো। মোৰ ওপৰত [illegible] গৰিহণাৰ প্ৰস্তাৱ সংখ্যাধিক্য ভোটত গ্ৰহণ কৰা হ'ল।

এছ, আই চাহাবৰ বলদ হেন গলধনৰপৰা ঘুঁজিৰৰ আগ-মুহূৰ্তত [illegible] গোথাম'হুৰ ফোচ্‌ফোচনিৰ দৰে কিছুমান শব্দ

গুঞ্জৰিবলৈ ধৰিলে। হিকটিৰ লগে লগে তামোলৰ গুলিবোৰ উফৰি আহি সমুখৰ টেবুলখন ওপচাই পেলালে। আৰু মোলৈ চাই ভগৎ সিঙৰ মোহুত তাও দি দি হেঃ হেঃ কৈ হাঁহিবলৈ ধৰিলে। উফৰি অহা তামোলৰ গুৰিবোৰে বৰহিলৈৰ বাৰুদৰ দৰে আমাক বেঢ়ি ধৰিলে।

বাহিৰত মই, ৰাম আৰু ডেকা শিক্ষক কেইজন জুই দিয়া মৌ বাহৰ মৌগুটিৰ দৰে গোঁ গোঁৱাবলৈ ধৰিলোঁ।

## মুখা

যমুনা শৰ্মা চৌধুৰী

লোৰ গেটখন খোলাৰ খুটুং কৰি শব্দ এটা হোৱাৰ লগে লগে বিকট স্বৰেৰে কুকুৰটোৱে চিঞৰি উঠিল।

কুকুৰটোৰ চিঞৰৰ লগে লগে দুৰ্যোধন হাজৰিকা সচকিত হৈ উঠিল। গেটখন খুলি কোনোবা এজন ভিতৰলৈ সোমাই আহিছে। হাজৰিকাৰ বাবে আজি ৰাতিপুৱাৰ যাত্ৰাটো বৰ ভাল। দিনটো ভালদৰেই যাব। কথাষাৰ ভবাৰ লগে লগে ইমান সময়ৰ জড়তা ভংগ কৰিবৰ কাৰণেই তেওঁ গাটো অলপ লৰচৰ কৰি পোনাই ললে। প্ৰকাণ্ড গোফকোচাত হাতখন বুলাই, অৰ্থপূৰ্ণ হাঁহিৰে তেওঁ সমুখৰ খদ্দৰধাৰী ব্যক্তি দুগৰাকীলৈ চালে। মানুহ দুজনৰ মুখৰ ভাব-ৰেখাৰ তেতিয়াও কোনো পৰিবৰ্তন হোৱা নাছিল। নিস্পৃহ, নিৰ্বাক চাৱনিৰে দুয়ো দুয়োজনলৈ চাই কিবা ভবা-গুনাত ব্যস্ত। অসভ্য, জানোৱাৰ, বুৰ্বকি আদি বিশেষণ কিছুমান লগলগাই মানুহ দুজনক মনে মনে গালি পাৰি, নিজকে বৰ ব্যস্ত যেন দেখুৱাবলৈ ডায়েৰীখন মেলি লৈ খচ্‌খচ্‌কৈ কিবা এটা লিখিলে। তাৰপিচত ফোনটো তুলি সচাই মিছাই এসোপা-মান নম্বৰ ডায়েল কৰি, দুবাৰমান 'ইয়েচ' 'নো' কৰি পুনৰ ফোনটো থৈ দিলে।

হাতত থকা জাপানী ঘড়ীটোলৈ চাই দুৰ্যোধন হাজৰিকাই মেকুৰী চাৱনিৰে পুনৰ মানুহ দুজনলৈ চালে। এজনে আন এজনৰ কাণত কিবা এষাৰ কথা ফুচ্‌ ফুচাই কৈ উঠিল। কথাষাৰ কোৱাৰ লগে লগে ইজনৰ চকুৰে মুখে হাঁহিৰ ৰেখা বিৰিঙি উঠিল। মানুহ দুজনৰ উৎফুল্লিত মনদেখি দুৰ্যোধন হাজৰিকাৰ মনত আশাৰ সঞ্চাৰ হ'ল। যাহওঁক, অৱশেষত ঔষধে গুণ দিলে।

হাই পাৱাৰৰ চশমাযোৰ তেওঁ নাকৰ গুৰি'ল তুলিনি কপি থকা পৰ্দাখনৰ ফাঁকেৰে বাহিৰলৈ চাই পঠিয়ালে। কোনোবা এজনৰ মৃদু পদচ্ছাপ আহি দুৱাৰ মুখত ৰৈ গ'ল। হাজৰিকাৰ অন্তৰত আগন্তুকৰ পদচ্ছাপে জলতৰংগৰৰ সৃষ্টি কৰিলে।

ইতিমধ্যে খদ্দৰধাৰী ব্যক্তি এজনে পকেটৰ পৰা বগা খাম

এখন উলিয়াই বেচ শ্ৰদ্ধা সহকাৰে হাজৰিকাৰ আগলৈ আগবঢ়াই দিছিল। লওঁ নলওঁকৈ থাকি হাজৰিকাই কিবা যেন অস্পৃশ্য বস্তু এটাহে স্পৰ্শ কৰিছে এনে ভাব দৰ্শাই দুটা আঙুলিৰে খামখনৰ এটা কোণত ধৰি তেওঁ ড্ৰয়াৰৰ ভিতৰত পেলাই দিলে।

"তেনেহলে চাৰ আমি উঠোঁহে। নমস্কাৰ।"

"নমস্কাৰ'। দুৰ্য্যোধন হাজৰিকাই কোনোমতে শিষ্টাচাৰৰ খাতিৰত প্ৰতি নমস্কাৰৰ পৰ্ব ফেৰা সামৰি ড্ৰয়াৰটো একেটানে খুলিছিল মাত্ৰ, তেনেতে খদ্দৰধাৰী ব্যক্তি এজন পুনৰ সোমাই আহি হাজৰিকাক নমস্কাৰ দিলে।

—"চাৰ, নামটো আপোনাৰ মনত আছে নহয়?"

"নাম? কাৰ নাম?"—

– "মোৰ লৰাটোৰ?"

"কি নাম আছিল জানো? পাহৰিলোৱেই নহয়? নামটো আৰু এবাৰ কওঁকচোন?"—দুৰ্য্যোধন হাজৰিকাই মানুহজনক দেখুৱাই টুকুৰা কাগজ এখিলাত কিবা অলপ লিখিলে। মানুহজন ইমানতে সন্তুষ্ট হৈ হাজৰিকাক পুনৰ নমস্কাৰ এটা দি ওলাই গ'ল। মানুহজন ওলাই যোৱাৰ লগে লগে হাজৰিকাই পৰম উৎসাহেৰে টকাখিনি হিচাপ কৰাত লাগি গ'ল। গণনা শেষ হোৱাৰ পিচত দুৰ্য্যোধন হাজৰিকাৰ চকুমুখ খঙত ৰঙা পৰি উঠিল। তেওঁক এনেকৈ 'ইনচাল্ট' কৰিবলৈ আজিলৈকে কোনেও সাহস কৰা নাই। টকাৰ খামখনৰ লগত সেই টুকুৰা কাগজখিলা হাজৰিকাই মোহাৰি লাড়ু এটা কৰি ওৱেষ্ট পেপাৰ বাচকেট্‌টোত পেলাই দিলে।

—"হুঃ! দুশ টকা! দুশটকাৰে পাচশটকীয়া দৰমহাৰ চাকৰি খাবলৈ আহিছে। যত সব ইডিয়টৰ দল! কাম কাজ-নাই, ৰাতিপুৱাই শ্ৰীমুখ দেখুৱাবলৈ আহিব? দুশটকাৰে দুৰ্য্যোধন হাজৰিকাৰ কুকুৰ এটাৰ মাহেকীয়া খৰচো পুৰা নহয়।" কথা-বোৰ ভোৰভোৰাই থাকিয়েই হাজৰিকাই টেবুলত থকা কলিং-বেলটোৰ ওপৰত হাত দিয়াৰ লগে লগে পৰ্দাখন ঠেলি ডেকা ল'ৰা এজন সোমাই আহিল। ল'ৰাজন সোমাই অহাৰ লগে লগে, ডাক্তৰে ৰোগীক নিৰিক্ষণ কৰাৰ দৰে দুৰ্য্যোধন হাজৰিকাৰ চকু-হাল আগন্তুকৰ সমগ্ৰ দেহাবয়বৰ ওপৰেৰে পিচ্‌ পিচাই ফুৰিলে।

অপৰিপাটী বেশভূষা, অসংযত চুলি, চিন্তাক্লিষ্ট মুখৰ এই ল'ৰা-জনক হাজৰিকাৰ আগতে কৰবাত দেখা যেন ভাব হ'ল। কিন্তু কত দেখিছিল সেয়া তেওঁ মনত পেলাব নোৱাৰিলে। ক'ত দেখিছে বাৰু? হাইকোৰ্টৰ সমুখত ছাত্ৰৰ মিছিলটোত? চৰাদামৰ প্ৰতিবাদ জনাই অনশনকৰা ছাত্ৰৰ দল বোৰৰ মাজত? মুঠতে, ল'ৰাজনক হাজৰিকাই যে ইয়াৰ আগতে কৰবাত দেখিছে সেইটো সত্য কথা।

ল'ৰাজনে ভিতৰলৈ সোমায়েই হাতদুখন জোৰ কৰি বুকুৰ মাজলৈ দাঙি ধৰিলে। হাজৰিকাই সেই ভংগীক অপেক্ষা কৰি ৰাজহংসৰ ভংগীত গ্ৰীৱা সমুখলৈ আনি ল'ৰাজনক বহিবলৈ অনুমতি প্ৰদান কৰিলে। ল'ৰাজন কিন্তু নবহিল। ইণ্টাৰভিউ দিবলৈ অহা প্ৰাৰ্থীৰ দৰে "এটেনশ্যন"ৰ ভংগীত সি থৈ থাকিল।

—"চাৰ মোৰ নাম বিজয় শইকীয়া। ভোলা শইকীয়াৰ দেউতা। মোৰা দুদিন তেওঁ অপোনাৰ ওচৰলৈ আহি উভতি গৈছে।

এইবাৰ দুৰ্য্যোধন হাজৰিকা অলপ উচপ খাই উঠিল। ভোলা শইকীয়া নামৰ মানুহজন তেওঁৰ ওচৰলৈ দুদিন আহি উভতি গৈছে। এইকথাত হাজৰিকাই বৰ বিশেষ গুৰুত্ব দিয়া নাই। গুৰুত্ব দিবলগীয়া কথাও নহয়। নিজৰ স্বাৰ্থৰ বাবে তেওঁৰ ওচৰলৈ দিনে-নিশাই কিমান মানুহ আহিছে, গৈছে তাৰ লেখ জোখ নাই। সেইবোৰ ভাবি দুৰ্য্যোধন হাজৰিকাই নিজৰ বহুমূলীয়া সময় নষ্ট কৰা নাই। বয়স বাঢ়ি অহাৰ লগে লগে হাজৰিকাৰ স্মৃতি শক্তিও যথেষ্ঠ দুৰ্বল হৈ পৰিছে। কিন্তু তথাপিও ভোলা শইকীয়া নামৰ মানুহজনৰ কথা আজি দুদিন ধৰি তেওঁ মনত পেলাবলৈ চেষ্টা কৰিছে। যিমানেই চেষ্টা কৰিছে—সিমানেই দুৰ্য্যোধন হাজৰিকাৰ পূৰ্ব স্মৃতি, জীৱনৰ সেইদুখ বেদনা-ভৰা দিনবোৰৰ কথা সঘনে তেওঁৰ মনত পৰিছে। এই স্মৃতিৰ উদগীৰণে তেওঁৰ ছন্দোময় জীৱনত বিষাদ ৰাগিনীৰ সৃষ্টি কৰিছে। যাৰ বাবে ৰাতিপুৱা ব্ৰেকফাষ্টৰ বাবে অনা দুটা সিজোৱা হাঁহৰ কণী, দুচকল টোষ্ট কৰা ব্ৰেড, মালভোগ কল এটা, একপ্লেট কাজুবাদাম আৰু গাখীৰ গিলাচ দেখি তেওঁৰ ছাটকৈ মনত পৰি গৈছিল জুহালৰ ওচৰত মাকক চাৰিওফালৰ পৰা ঘেৰিধৰি চাৰিটা—ল'ৰা-ছোৱালীয়ে কটি এটুকুৰাৰ বাবে

কৰা কোৰ্হালিখিনি'। বানপানীয়ে ঘৰৰ নামত থকা আকাশ-ভৰা দেখা ছালিখন, বুঢ়ামানুহৰ দাঁতৰ দৰে লৰক্ষৰ কৰি থকা বেৰখন ভাঙি নিয়াৰ পিচত ভোলাহঁতৰ ঘৰত দুটামানুহ আশ্ৰয় লৈ সিহঁতৰ কষ্টোপাৰ্জিত অন্নপানী ধ্বংসকৰাৰ কথা দুৰ্যোধন হাজৰিকাৰ আজি বৰ ভালকৈ মনত পৰিছে। ভোলাহঁতৰ চেষ্টাতে সিহঁতৰ ঘৰৰ ভেটি নতুনকৈ হোৱা, ভোলাই তাৰ কিতাপ-বহীৰে দুৰ্যোধনক কৰা সহায়ৰ কথাবোৰ বোলছবিৰ দৃশ্যপটৰ দৰে এটা এটাকৈ তেওঁৰ চকুৰ আগত ভাঁহি উঠিল।

ভোলাৰ দেউতাকে চাকৰিৰ পৰা অৱসৰ পোৱাৰ পিচত ভোলাৰ কলেজীয়া শিক্ষাৰ ওৰ পৰে। দুৰ্যোধনে কিন্তু ভোলাৰ সহায়ত কলেজৰ শেষ পৰীক্ষাতো সুখ্যাতিৰে উত্তীৰ্ণ হ'ল। তাৰ-পিচত বহুত ঘটনা ঘটি গ'ল। দুৰ্যোধনহঁতৰ ভাগ্যলক্ষ্মীও ইমান দিনে সুপ্ৰসন্ন হৈছিল। বিয়াৰ পিচত শহুৰেকৰ সকলো সম্পত্তিৰ একমাত্ৰ উত্তৰাধিকাৰী হৈ যেতিয়া দুৰ্যোধন হাজৰিকাই গুৱাহাটিত মাটিকিনি ঘৰ কৰে, সেইসময়ত ভোলা শইকীয়াহঁতৰ নাজল-নাথল অৱস্থা। গুৱাহাটীলৈ সপৰিয়ালে উঠি যোৱাৰ পিচত দুৰ্যোধন হাজৰিকাই আৰু পিচলৈ উভতি চোৱা নাই, উভতি চাবলৈ সময়ো পোৱা নাই। মাজতে স্কুলত শিক্ষকতা কৰি থকা ভোলা শইকীয়াৰ বিয়াৰ নিমন্ত্ৰণী পত্ৰখন পাইছিল। সেইসময়ত দুৰ্যোধন হাজ-ৰিকাৰ প্ৰথম সন্তান মানবে দুবছৰত ভৰি দিছিল। মুঠতে, গুৱাহাটীলৈ অহাৰ পিচত দুৰ্যোধন হাজৰিকাৰ মানসপটত ভোলা শইকীয়া, সোণাতলি গাৱঁ, গাৱঁৰ একমাত্ৰ পুখুৰীটো, স্কুলঘৰ, হেডমাষ্টৰৰ ঘৰৰ পকাজামুগছ দুজোপা আদি সকলো বিলীন হৈ গৈছিল।

দুখনকৈ বিদেশী গাড়ী, প্ৰকাণ্ড অট্টালিকা এলছেছিয়ান কুকুৰ-টোৰ চিঞৰ আদিৰ মাজত সকলোবোৰ কথা সকলোবোৰ স্মৃতি মচ খাই গৈছিল। আনকি চাৰিবাৰ বি এ পৰীক্ষাদিও পাছ কৰিব নোৱাৰা, দুৰ্যোধন হাজৰিকাৰ সকলোবাৰ স্থাৱৰ-অস্থাৱৰ সম্পত্তিৰ অধিকাৰী, তেওঁৰ গুনধৰ পুত্ৰ মানবে, আজিকালি মদ খাই ক'ত কেনেদৰে মাতলামী কৰি ফুৰে, তেওঁৰ অতিকৈ মৰমৰ পুত্ৰী সুকন্যাই, বিভিন্ন অনুষ্ঠানত গান গাবলৈ গুলাই গৈ কিমান নিশা কাৰৰগত ঘৰত আহি সোমায়, সেয়া চাবলৈ দুৰ্যোধন

হাজৰিকাৰ সময় নাছিল। মান-প্ৰতিষ্ঠা, টকা, টকা আৰু টকা। তাৰ বাহিৰে দুৰ্যোধন হাজৰিকাই জীৱনত যেন একোকে চিনি নাপালে। যিদৰে চিনি নাপালে সোণাতলি গাৱঁৰ, তেওঁৰ এসময়ৰ বাল্যবন্ধু, সুখ দুখৰ সমভাগী ভোলা শইকীয়াক।

সচাকৈয়ে প্ৰথম দৃষ্টিত তেওঁ ভোলা শইকীয়াক চিনিপোৱা নাছিল। দুদিন মানুহজন তেওঁৰ ওচৰলৈ আহি উভতি গৈছে। দুৰ্যোধন হাজৰিকাই মানুহজনৰ কোনো কথা, অনুনয় প্ৰাৰ্থনা আদি শুনা নাই। প্ৰায় জোৰকৈ গতীয়াই দিয়াৰ দৰে তেওঁৰ চাপ্ৰাচীটোৱে মানুহজনক ৰুমৰ পৰা উলিয়াই দিছিল। শিক্ষামন্ত্ৰী ডাঙৰীয়াই সেইসময়ত দুৰ্যোধন হাজৰিকাক ফোন কৰিছিল।

ভোলা শইকীয়া তেতিয়াও গুচি যোৱা নাছিল। ধাপলি মৰা পাঞ্জাবীটোৰ বাউসীৰে তেওঁ ঘৰ্মাক্ত মুখখন বাৰে বাৰে মচি পৰ্দাৰ ফাকেৰে দুৰ্যোধন হাজৰিকালৈ চাই আছিল। বয়সতকৈ বেচি বৃদ্ধ হোৱা, দীঘল ঋজু দেহৰ ভোলা শইকীয়াক অৱশ্যে পিচমুহূৰ্ত্ততে দুৰ্যোধন হাজৰিকাই চিনি পাইছিল। সেই চিনিপোৱাই ভোলা শইকীয়াক একো সহায় কৰিব পৰা নাছিল। শিক্ষামন্ত্ৰীৰ আদেশ অনুসৰি দুৰ্যোধন হাজৰিকাই তেওঁৰ বিদেশী গাড়ীখনত উঠি মুহূৰ্ত্ততে বতাহৰ দৰে উৰি গৈছিল। শিক্ষামন্ত্ৰীৰ ঘৰত তেওঁ নিৰ্দ্দিষ্ট সময়তকৈ এঘণ্টা আগেয়ে উপস্থিত হৈছিল। মন্ত্ৰীডাঙৰীয়া সেই সময়ত ঘৰত নাছিল। মন্ত্ৰীডাঙৰীয়াৰ আহল-বহল ড্ৰইংৰূমটোত পায়চাৰী কৰি থাকি দুৰ্যোধন হাজৰিকাই বাৰে বাৰে ভোলা শইকীয়াৰ মুখখন মনত পেলাবলৈ চেষ্টা কৰিছিল। ভোলাৰ চেহেৰা সাজ-পোচাকত দাৰিদ্ৰতাৰ যি নগ্নৰূপ দুৰ্যোধন হাজৰিকাই দেখিছিল তাৰ পৰা ৰক্ষা পাবলৈ তেওঁ সময়ক অৱমাননা কৰি ইয়ালৈ লৰি আহিছে। কাৰণ দুৰ্যোধন হাজৰিকাই তেওঁৰ জীৱনৰ আটাইতকৈ মূল্যবান সময়খিনি খৰচ কৰি উপাৰ্জন কৰা এই ধন-সম্পত্তিবোৰ দাল-দৰিদ্ৰক সহায় কৰিবৰ বাবে গোটোৱা নাই।

ভোলা শইকীয়াই নিজৰ বি.এ. পাচ কৰা ল'ৰাটোৰ চাকৰিৰ বাবে আহিছিল। দুৰ্যোধন হাজৰিকাৰ এটা মাত্ৰ চহী— আৰু এষাৰ কথাতেই চাকৰিটো হোৱাৰ সম্ভাৱনা।

দুৰ্যোধন হাজৰিকাৰ হাঁহি উঠিছিল। হাঁহি উঠাই নহয়,

সমোৰে হাঁহিও দিছিল। বহুদিনৰ মূৰত তেওঁ এনেদৰে প্ৰাণ খুলি হাঁহিছিল। কোঠাটো ৰজনজনাই গৈছিল। হাঁহিৰ লগে লগে ফুলা লুচিৰ দৰে গালদুখন আৰু ঢোল যেন পেটটো লৰি উঠিছিল।

"—চাকৰি! চাকৰি জানো ইমান সোনকালে পায়? বি.এ. পাচৰ আজিকালি মূল্যই বা ক'ত।"

"চাব।"

সমুখত ভূত দেখাৰ দৰে দুৰ্যোধন হাজৰিকাই উচপ খাই উঠিল। স্মৃতিৰ যোগসূত্ৰডাল হেৰাই গৈছিল। বৰ্তমান তেওঁৰ সমুখত এতিয়া ডোলা শইকীয়াৰ ল'ৰা। বিপ্লৱ। তেওঁৰ মানবতকৈ কিজানি দুই-তিনি বছৰে সৰু হ'ব। মানবে আজিও বি, এ, পাচ কৰিব পৰা নাই।

"দেউতাই কৈছিল, আপুনি এবাৰ ব্ৰাঞ্চ মেনেজাৰক কৈ দিলেই চাকৰিটো হৈ যাব। চাকৰিৰ সকলো যোগ্যতা মোৰ আছে।"

টেবুলৰ ওপৰত থকা পেপাৰ ওৱেটটো হাতত লৈ নচুৱাই থাকি দুৰ্যোধন হাজৰিকাই ক'লে,—"এবাৰ কৈ দিলেই যদি চাকৰি এটা হৈ যায়, তেন্তে চাকৰিৰ নামত মানুহে ইমানবোৰ টকা-পইচা খৰচ নকৰিলেহেঁতেন? ব্ৰাঞ্চ মেনেজাৰ মোৰতো নিজা মানুহ নহয়? তেওঁৰো ঘৰ-সংসাৰ আছে। গতিকে....."

—"আপুনি হাত দীঘল মানুহ। দেউতাৰ পুৰণি বন্ধু হিচাবে মোৰ ফালে এবাৰ চাব।"

বিপ্লৱৰ কথাবোৰ শুনি দুৰ্যোধন হাজৰিকাৰ কপালৰ পাঁথি-বোৰ বিৰক্তিত কোঁচ খাই গৈছিল। ল'ৰাটোৱে বাৰু তেওঁৰ কথাবোৰ বুজা নাই নেকি? নে বুজি পাইয়ো নুবুজাৰ ভাও জুৰিছে। যদি এনে হয়, তেন্তে এনেকুৱা মানুহক বুজাবলৈ যোৱাটো বৃথা চেষ্টা মাত্ৰ। সময়বো অপচয়। সেয়েহে আৰু বিলম্ব নকৰি দুৰ্যোধন হাজৰিকাই এইবাৰ আচল কথালৈ আহিল।

"এই চাকৰিটোৰ বাবে তুমি কিমান টকা খৰচ কৰিব পাৰিবা? মানে কেই শ?"

বিপ্লৱে অবাক বিস্ময় চাৱনিৰে হাজৰিকালৈ কিছুসময়

চাই ৰ'ল।

"মই চাৰ কথাটো নুবুজিলা।"

—"এইখিনি কথাই যদি নুবুজিলা তেন্তে চাকৰি কৰিবা কেনেকৈ? বাৰু যিদিনাখন বুজি পাবা, সেইদিনাখন মোৰ তালৈ আহিবা। এতিয়া যোৱা।"

—"কিন্তু চাকৰিটো "

—"মই কৈছো নহয়, তোমাক যাবলৈ। মোৰ সময় নষ্ট নকৰিবা।"

— "দেউতাই

—"আই চে গেট আউট।"

ইয়াৰ পিচত বিপ্লৱ নামৰ সেই দুৰ্বল, নিশকটীয়া ল'ৰাটো দুৰ্যোধন হাজৰিকাৰ অফিচৰ সেই কোঠাটোত এক্ষন্তেকো ৰোৱা নাছিল। হাজৰিকাৰ ফালে এক তীৰ্যক দৃষ্টি পেলাই সি গমগম্ কৰে ওলাই গ'ল।

দুৰ্যোধন হাজৰিকাই দীঘলকৈ নিশ্বাস এটা এৰি ৰুমাল-খনেৰে মুখখন আৰু গলধনটো মচি কৈ উঠিল, 'উস্ কি যে দিন পৰিল।"

ফেনৰ স্পীড আৰু অলপ বঢ়াই দি তেওঁ চকীখনত হেলান দি বহি চকু দুটা মুদি দিলে। বেৰত থকা গান্ধীজীৰ ফটোখনে তেতিয়াও হাঁহি আছিল।

ইয়াৰ কেইমাহমান পিচত দুৰ্যোধন হাজৰিকাক দেখা গ'ল সম্পূৰ্ণ অন্য এক ৰূপত। দুৰ্যোধনৰ প্ৰকাণ্ড গোফকোচাৰ ঠাইত দেখা গ'ল অমায়িক, নিৰীহ লোকৰ সৰলতাৰে ভৰা স্নিগ্ধ হাঁহি, পিন্ধনত খদ্দৰৰ ধুতি, আঠুলৈকে ওলমি পৰা পাঞ্জাবী, ভৰিত শান্তিপুৰী চেণ্ডেল। চহৰৰ সকলো মানুহে ইতিমধ্যে গম পাইছিল দুৰ্যোধন হাজৰিকাই তেওঁৰ কল্পতৰু সদৃশ চাকৰিটো এৰি দেশ সেৱাৰ ব্ৰত ধাৰণ কৰিছে। কিছুমান লোকে দুৰ্যোধন হাজৰিকাৰ এই নৱ ৰূপক অতি সোনকালে বিশ্বাস কৰি তেওঁ আদৰি ললে। দুৰ্যোধন হাজৰিকাৰ সৌহাত-বাওঁহাতবোৰে কিন্তু

ধাৰণা এটা কৰি ললে হাজৰিকাৰ এই নতুন ৰূপত নিশ্চয় কিবা এক গূঢ় ৰহস্য লুকাই আছে।

এইবোৰ কথাগুনি দুৰ্যোধন হাজৰিকাই কেৱল হাঁহিছিল। এই হাঁহি লৈয়ে, এদিন দুৰ্যোধন হাজৰিকাই তেওঁৰ বিদেশী গাড়ীখন লৈ সোনতলি গাঁৱত উপস্থিত হ'ল। নিজৰ জন্মভূমি, সোনতলি গাঁৱলৈ তেওঁৰ এয়া এক অপ্ৰত্যাশিত উপস্থিতি। ৰত্নকান্তৰ ল'ৰা দুৰ্যোধনক চাবলৈ গাঁওবাসী উজাৰ খাই আহিছিল। গালিভাৰক বাওনাবোৰে বেৰি ধৰি চোৱাৰ দৰে, এজাক নওঠা সৰু সৰু ল'ৰা-ছোৱালীয়ে গাড়ীখনৰ চাৰিওফালে বৃত্ত এটাৰ সৃষ্টি কৰিছিল। ড্ৰাইভাৰক গাড়ীখন ভালদৰে চাবলৈ ইংগিত দি দুৰ্যোধন হাজৰিকাই গহীন গম্ভীৰ খোজেৰে আধা ফাৰ্লংমান বাট খোজকাঢ়ি যেতিয়া ভোলা শইকীয়াৰ ঘৰৰ পদূলিমুখ পায় তেতিয়া সন্ধিয়া ভাগিছিল মাত্ৰ। তেওৰ লগত গাঁওপঞ্চায়ত সভাপতি আৰু দুই চাৰিজন মেম্বাৰ।

ভোলা শইকীয়াই গোসাইৰ থাপনাত গুৰুজনাৰ সেৱা এটিৰে সেইদিনাৰ প্ৰাৰ্থনা শেষ কৰি প্ৰণিপাত জনাইছিল। নওলামুখৰ পৰাই হাজৰিকাই ভোলাৰ গলগলীয়া মাতটো ধৰিব পাৰিছিল। স্কুলীয়াজীৱনত ভোলাই বৰ ভাল আবৃত্তি কৰিব জানিছিল। প্ৰাইজো কেবাবাৰো পাইছিল। ভোলা শইকীয়াৰ সমুখতে দুৰ্যোধন হাজৰিকাই গোসাইৰ থাপনাৰ ওচৰত সাষ্টাংগে প্ৰণিপাত জনাইছিল।

—"তুমি! আপুনি!"

ভোলা শইকীয়াই অবাক হৈ দুৰ্যোধনলৈ চাইছিল। নিজৰ চকু দুটাক পোন প্ৰথমবাৰৰ বাবে ভোলা শইকীয়াই অবিশ্বাস কৰিবলৈ বাধ্য হৈছিল।

—"এৰা মই। সেইদিনাখনৰ ঘটনাৰ বাবে মই খুব লজ্জিত। সেয়েহে ক্ষমা খুজিবলৈ তোমাৰ তালৈ লৰি আহিছো।"

দুৰ্যোধন হাজৰিকা বুধিয়ক মানুহ। কাক কেনেকৈ কথা ক'ব লাগে সেই বিদ্যা তেওঁৰ আয়ত্বৰ ভিতৰত। ভোলা শইকীয়াৰ দৰে সহজ সৰল মানুহ এজন দুৰ্যোধন হাজৰিকাৰ সেই ক্ষমা প্ৰাৰ্থনাত বিচলিত হৈ পৰিল। ইমান ডাঙৰ ইমান ব্যস্ত মানুহ এজন যে

তেওঁৰ ওচৰলৈ লৰি আহিছে কেৱল ক্ষমা বিচাৰি সেয়ে জানো তেওঁৰ বাবে গৌৰবৰ কথা নহয় ? ভোলা শইকীয়াই আথে-বেথে দুৰ্য্যোধন হাজৰিকাক ভিতৰলৈ মাতি নিলে । সাধ্য অনুসাৰে আদৰ-অভ্যৰ্থনাৰ কোনো ত্ৰুটি নকৰিলে । ফিকাচাহ বাটিৰ লগত দুপৰীয়াতে ভজা মালপোৱা চাৰিটা দুৰ্য্যোধন হাজৰিকাই উশাহ-নিশাহ বন্ধ কৰি কোনোমতে গিলিলে । সুখ-দুখৰ মাজতে হাজৰিকাই ভোলা শইকীয়াৰ ঘৰৰ অৱস্থাৰ প্ৰকৃত ৰূপটো ভালদৰে জানি ললে । বাৰ্দ্ধক্য, ছোৱালীজনীৰ বিয়া, বিপ্লৱৰ চাকৰি আদি নানানটা সমস্যাৰ চিন্তাগ্ৰস্থ ভোলা শইকীয়াৰ অৱস্থালৈ চাই দুৰ্য্যোধন হাজৰিকাই তেওঁৰ পাশাৰ প্ৰথম পাশাতি মাৰি পঠিয়ালে,

'তোমাৰ ওচৰলৈ মই কেতিয়াবাই আহিব লাগিছিল । কিন্তু চাকৰিটোৱে মোক চাৰিওফালৰপৰা এনেভাবে বান্ধি ৰাখিছিল যে, মই কলৈকো নিজৰ ইচ্ছামতে ওলাব নোৱাৰাত পৰিছিলো । চাকৰিটো এৰি দিয়াৰ পিচতহে এতিয়া মোৰ নিজকে বৰ মুকলি মুকলি লাগিছে ।"

কথাখিনি কৈ থাকিয়েই হাজৰিকাই তামোলৰ বটাটোৰপৰা তামোল এখন লৈ মুখত ভৰালে । তামোলৰ পিক্‌খিনি খিৰিকীৰে চিৰিক্ কৰি পেলাই হাজৰিকাই বহা চকীখন ভোলা শইকীয়াৰ ওচৰলৈ চপাই নিলে ।

—"পিচে এটা কথা নহয় ভোলা, গাঁৱৰ মানুহখিনিয়ে তোমাৰ কথা মানিবনে ?"

—সেইবোৰ তুমি কোনো চিন্তাই নকৰিবা । আৰু বিপ্লৱ আছেই । তাৰ লগৰ ল'ৰাবোৰো আছে । মুঠতে তুমি নিঃচিন্ত । বিজয়ৰ হাঁহি এটা মাৰি দুৰ্য্যোধন হাজৰিকাই এইবাৰ খুব সন্তৰ্পনে দ্বিতীয় খোজটো পেলালে ।

—"সদ্যহতে মই তোমাক তিনিহেজাৰ টকা দি গ'লো । ঘৰটো মেৰামতি কৰাই ল'বা । বাট-পথখিনিও মোকলাই দিবা । ইলেকচনত জিকাৰ পিচতে জয়া মাজনীৰ বিয়াখন আমি বৰ ধুমধামেৰে পাতিম ।"

ভোলা শইকীয়া হতবাক হৈ পৰিছিল । দুখীয়া হলেও শইকীয়াৰ পূৰ্বৰ প্ৰতিপত্তিৰ ফলত গাৱঁৰ মানুহে এতিয়াও তেওঁক

সমীহ কৰি চলে। তেওঁৰ কথা মানি চলে। তেওঁৰ পুৰণি বন্ধু দুৰ্যোধনে গাৱঁখনৰ উন্নতিৰ বাবে চাকৰি এৰি এইবাৰ ইলেক্‌চন খেলিব। দুৰ্যোধনৰ হৈ গাৱঁৰ মানুহখিনিক তেওঁ মাত্ৰ একগোট কৰিব লাগিব। ইলেক্‌চনত্‌ জিকিলে গাৱঁৰ সমূহীয়া উন্নতিৰ লগতে তেওঁৰ ব্যক্তিগত দুই এটা স্বাৰ্থও পূৰণ হব। বিপ্লৱৰ চাকৰিটো সম্বন্ধে দুৰ্যোধনে আজি খাটাং কথা দিছে। তথাপি ইমানবোৰ টকা দুৰ্যোধনে তেওঁক কিয় দিছে?

ভোলা শইকীয়াৰ চকুহাল উজলি উঠিল। ইমাবোৰ টকা একেলগে তেও বহুদিন দেখা নাই। এফালে দ্বিধা, সংকোচ আৰু আনপিনে অভাৱ, দৰিদ্ৰতা। ভাবৰ এনে দোমোজাত ঘৰৰ ভিতৰলৈ ধুমুহাৰ দৰে বিপ্লৱৰ প্ৰবেশ। বিপ্লৱক দেখি ভোলা শইকীয়াৰ মুখলৈ যেন পানী আহিল। যাহওঁক বিপ্লৱৰ লগত আলোচনা কৰি টকাটো লোৱাৰ ক্ষেত্ৰত তেওঁ কিবা সিদ্ধান্তত উপনীত হ'ব পাৰিব। চক্‌চকীয়া নোটবোৰৰ ফালে লোলুপ দৃষ্টিৰে চাই সেপ ঢুকি শইকীয়াই বিপ্লৱৰ হাতএখনত সযোৰে ধৰি ক'লে,

—"চাচোন চা বিপু, হাজৰিকাই আমাক কিমান ডাঙৰ উপকাৰ কৰিবলৈ ওলাইছে। আমিহে তেওঁক ভুলবুজি আছিলো"।

—"মই ঠিকেই বুজিছো দেউতা। আপুনিহে আকৌ ভুল কৰিবলৈ ওলাইছে।

—"এইজনেই তোমাৰ ল'ৰা নহয় জানো? আমাৰ মানবৰ নিচিনাই হ'ব। "বিপ্লৱৰ কথাৰ মাজতে হাজৰিকাই মাত দিলে।

মোৰ নাম বিপ্লৱ। মই কাৰো নিচিনা নহয়।"—"হে... হে.... হে...। বৰ ভাল নাম। তুমি এদিন সময় কৰি মোৰ তালৈ যাবা। মই চাকৰি এটাৰ বন্দোবস্ত কৰি থৈছো"।

—'তাৰবাবে বহুত ধন্যবাদ। পিচে মই আপোনাৰ চাকৰি গ্ৰহন কৰিবলৈ তালৈ যাব নোৱাৰিম। আৰু অনুগ্ৰহ কৰি আপুনি দ্বিতীয়বাৰৰ বাবে ইয়ালৈ নাহিব।"

'বিপ্লৱ। তই এইবোৰ কি কৈছ? কাক কেনেকৈ কথা কব লাগে সেই জ্ঞানো নোহোৱা হৈছে নেকি? ভোলা শইকীয়া উত্তেজিত হৈ পৰিছিল। অন্ততঃ বিপ্লৱৰ পৰা তেওঁ এইখিনি

আশা কৰা নাছিল।

বিপ্লৱ কিন্তু অকনো উত্তেজিত হোৱা নাছিল। ধীৰ-স্থিৰ আৰু শান্ত ভাবেৰে সি কথাবোৰ কৈছিল।

—"এজন ভোলা শইকীয়াক কথাৰে বশ কৰিব পাৰিছে বুলি আপুনি ভাবিছে নেকি? গাৱঁখনৰ প্ৰত্যেক ভোলা শইকীয়াক দুৰ্য্যোধন হাজৰিকাই তিনিহেজাৰ টকাৰে কিনিব পাৰিব? অন্ততঃ বিপ্লৱ থকালৈ আপুনি সেইটো আশা নকৰিব মিঃ হাজৰিকা"।

—"বিপ্লৱ।"

—"দেউতা আপুনি মনে মনে থাকক। আপোনাৰ কোৱাৰ সময় শেষ হৈছে। এতিয়াও সময় আছে। এই দুৰ্য্যোধন বোৰক ভালকৈ চিনি লওঁক।

দুৰ্য্যোধন হাজৰিকাৰ মুখখন ভয়তে বিবৰ্ণ হৈ পৰিছিল। এই পৰিস্থিতিৰ পৰা কেনেকৈ ওলাই যাব পাৰি তাৰ উপায় চিন্তা কৰি থকা অৱস্থাত বিপ্লৱে হাজৰিকাৰ হাতত থকা নোট-খিনি টান মাৰি আনি জয়াই পাকঘৰৰ পৰা লৈ অহা জ্বাল খৰিডালৰ ওপৰত জাপি দিলে। জুইকুৰা প্ৰথমতে ধোৱা হৈ থাকি পিচমুহূৰ্ত্ততে ৰঙা-নীলা শিখাৰে দপ্‌দপকৈ জ্বলি উঠিল। তাৰপিচত ঘৰৰ এটা চুকত অপ্ৰস্তুত হৈ ৰৈ থকা হাজৰিকাৰ ডিঙিত ধৰি বিপ্লৱে গাৰজোৰেৰে গটা মাৰি দিলে। ধুতি পিন্ধাত অনভ্যস্ত হাজৰিকাই সেই গটাত ভাৰসাম্য ৰাখিব নোৱাৰি চোতালত ফ্ৰাম খাই পৰি গ'ল। চোতালৰ ধুলি-বালি এসোপা মুখত সানিলৈ হাজৰিকাই বৰ কষ্টেৰে তিনিহেজাৰ টকীয়া জুইখিনিলৈ চালে। জুইৰ শিখাৰ মাজত স্পষ্ট হৈ উঠা বিপ্লৱৰ মুখখন হাজৰিকাৰ আৰু বেছি ৰঙা যেন লাগিল। সেইফালে তেওঁ বেছিসময় চাই থাকিব নোৱাৰিলে। চকুৰে মুখে লাগিধৰা চোতালৰ ধুলি বালিয়ে তেওঁৰ দৃষ্টি ক্ৰমে আচ্ছন্ন কৰি পেলালে।

# মৰা কাউৰী

বিজয় শংকৰ শৰ্মা

কাহিনীটো আৰম্ভ কৰাৰ আগেয়ে এই কাহিনীৰ লগত সম্পৰ্কিত দুটা কথা উল্লেখ কৰা বিশেষ প্ৰয়োজন, যেনে কাহিনীৰ স্থান আৰু সময়। স্থান— গুৱাহাটী মহানগৰীৰ মাজ মজিয়া। সময়— জুলাই মাহৰ এটা ভৰ দুপৰীয়া, যেতিয়া বাট-পথবোৰ আলকাতৰাৰ ঘামত জুকুলি-জুপুৰী হয়; যেতিয়া চালৰ টিনপাতবোৰ তাৱাত সেকা ৰুটিৰ দৰে গৰম হৈ পৰে; যেতিয়া নৰ্দমাৰ গৰমত তিষ্ঠিব নোৱাৰি ঘৰৰ ভিতৰৰ অপেক্ষাকৃত শীতল ঠাইলৈ মাখিৰ সমদল যাত্ৰা আৰম্ভ হয়; আৰু যিদিনা ভিভি মুচৰি মৰা মুৰগীৰ দৰে বিজুলী পাংখাবোৰ খন্তেকপৰ ধপ্ধপাই থাকি স্থিৰ হৈ যায়, বিজুলী সৰবৰাহৰ অভাৱত— ঠিক তেনে এটা দিন।

শ্ৰীযুত বিষ্ণুকিংকৰ হাতীবৰুৱাই ওপৰত উল্লেখ কৰা তেনে এটা দিনত, দুপৰীয়া খাই বৈ উঠি, ইলেকট্ৰিচিটি বৰ্ডৰ কৰ্মকৰ্তা-সকলৰ চৈধ্য পুৰুষ উদ্ধাৰি অকথ্য গালি-পাপাজ পাৰি বিছনাত পৰিছেহে মাত্ৰ, এনেতে ঘৰৰ পাছফালৰ বকুল জোপাত এজাক কাউৰী আহি পৰিলহি আৰু বকুলৰ ডালে ডালে লম্ফ-জম্ফ কৰি, ইটোৱে সিটোক খুটিয়াই, পাখিৰে কোবাই, মুখেৰে বিচিত্ৰ ধৰণৰ শব্দ কৰি, এনে এখন কুৰুক্ষেত্ৰৰ সৃষ্টি কৰিলে যে, ফেনৰ অভাৱত কাগজেৰে বিচি বিচি, কলাঘুমটিৰ স্তৰলৈ আহিবৰ যৎপৰোনাস্তি চেষ্টা কৰা শ্ৰীযুত হাতীবৰুৱাৰ খঙত ব্ৰহ্মৰন্ধ্ৰ পৰ্যন্ত জ্বলি গ'ল আৰু তেওঁ বজ্ৰকঠিন স্বৰেৰে চিঞৰি উঠিল লগুৱাটোৰ উদ্দেশ্য, "এই মহীধৰ, মহীধৰ, এইফালে আহ তুৰন্তে" মহীধৰে দ্বিপ্ৰহৰৰ ভোজনান্তত আধা হোপা বিড়িটো জ্বলাই দুটামান হোপা দি, গাঁৱত থকা প্ৰেয়সীয়েকৰ ৰূপ কল্পনা কৰি, বিহুগীত এফাকি গুনগুনাই আছিল, এনেতে বৰুৱাৰ চিঞৰে শান্তি ভংগ কৰাত সি এটা অকথ্য গালি দি (অৱশ্যে চাৰিবেৰৰ সিপাৰ নোহোৱাকৈ সাৱধানেৰে) চালপিৰাৰ পৰা উঠি বিড়িটো নুমুৱাই বৰুৱাৰ কোঠাৰ দুৱাৰমুখত উপস্থিত হ'ল। বৰুৱাই আৰক্ত নয়নেৰে মহীধৰলৈ চাই আদেশ দিছিল, 'বন্দুকটো উলিয়া আৰু কাউৰী মখাক গুলিয়াই মাৰ। ইয়াতৰ

প্ৰতাপত দুদণ্ড শান্তিৰে চকু মুদিবৰ উপায় নাই। ইহঁত মধ্য হ'ল 'মিউনিচিপেলিটিৰ' অনাৰেৰী জমাদাৰ। হেৰ' কাউৰী নহৰ কিয়, বাটে-পথে মাথো ময়লাৰ দ'ম, চালা মিউনিচিপেলিটি······ ইত্যাদি ইত্যাদি।

মহাবীৰ তৎক্ষনাৎ আলমাৰিৰ পৰা বন্দুকটো উলিয়াই, গুলী এটা খাজি, পাছফাললৈ গৈ বকুল জোপালৈ টোঁৱাই গুলী এটা এৰিলে। কাউৰীজাকে প্ৰলয়কাল সমাগত বুলি গন্য কৰি, ভয়াৰ্ত কোলাহলেৰে জুলাই মাহৰ আকাশ বিদীৰ্ণ কৰি নিমিষতে প্ৰাণ ৰক্ষাৰ্থে পলায়ন কৰিলে। মহাবীৰে ভাবিলে যে, চিৰাচৰিত নিয়মেৰে তাৰ গুলী লক্ষ্যভ্ৰষ্ট হৈছে, কিন্তু দৰাচলতে তেনে নহয়। মহীধৰত-কৈও বেয়া লক্ষ্যৰ যেই কোনো ক, খ, গ, ঘৰ হাততে সেইজাকৰ পৰা এটা কাউৰী মৰিলহেঁতেন আৰু হ'লো সেয়ে। এটা কাউৰী আকাশৰ নামনিৰ পৰা হেলনীয়া কৈ নামি আহিল। মাটিলৈ আৰু কম্পাউণ্ডৰ গাতে লগা ধৰনীধৰ-ভাণ্ডাৰ কায়স্থৰ ঘৰৰ চোতালত তেজেৰে তুম্‌বলি হৈ ধুপ্‌কৰে পৰিলগৈ। সেই সময়ত ভাণ্ডাৰ কায়স্থনীয়ে চোতালত ডলা এখনত তিল কেতখিনিমান শুকুৱাই কাষৰ পিৰালিৰ ছাঁতে বহি আছিল, কাউ-ৰীয়ে যাতে মুখ দিব নোৱাৰে। কাউৰীটো গৈ ঠিক ডলাখনৰ ওপৰতে পৰিলগৈ। ভাণ্ডাৰ কায়স্থনীয়ে প্ৰথমে এটা ডাঙৰ চক্ খাই জপিয়াই উঠিল। আৰু পিছ মুহূৰ্ত্ততে ঘটনাৰ গুৰুত্ব বুজি, ভুইত গলা ৰবৰব দৰে ৰৌ ৰৌ কৈ জ্বলি উঠিল, ডলাখনৰ চাৰি-ওফালে এটা দেওধনি নৃত্য দিলে আৰু হাটিবৰুৱাৰ উপৰি পুৰুষ সকলৰ অকল চৌধ্য পুৰুষতে ক্ষান্ত নাথাকি আৰু আগবাঢ়ি গৈ 'ডাৰউইন' চাহাবৰ বান্দৰটো পৰ্যন্ত পালিৰে কুকুৰ পিটা কৰিবলৈ ধৰিলে। অৱশ্যে অস্ফুট স্বৰেৰে কাৰণ, হাতীবৰুৱা প্ৰতিপত্তি থকা লোক। সেইবোৰ মানুহক দায় লগোৱা আৰু গড় এটাৰ সতে খুন্দিয়া খুন্দি লগা একেই কথা। কিছুপৰৰ মূৰত যেনিবা ভাণ্ডাৰ কায়স্থনী অলপ শান্ত হ'ল আৰু তিলখিনি নষ্ট হোৱাৰ দুখত এজোলোকামান কান্দি, চাদৰৰ আঁচলেৰে নাক-মুখ মোহাৰি, কাউৰী-টোৰ ডেউকা এখনত ধৰি কাষৰ ধন্যপ্ৰাণ কাকতীৰ বাৰীলৈ দলিয়াই দিলে। ভাণ্ডাৰ কায়স্থ আৰু ধন্যপ্ৰাণ কাকতীৰ ভিতৰত পুৰণা শত্ৰুতা আছে, দুয়োখন বাৰীৰ সীমালৈ। ধন্যপ্ৰাণ কাকতীয়ে বাৰীৰ চাৰিসীমা বেৰিবলৈ এখন দেৱাল দিয়াৰ সময়ত, ভাণ্ডাৰ কায়স্থৰ

বাৰীৰ আঢ়ৈ ইঞ্চি মাটি ঠেলাত, ধন্যপ্ৰাণ কাকতী জন্ম জন্মান্তৰৰ এক পৰম শত্ৰু ৰূপে গন্য হৈছে আৰু ভাণ্ডাৰ কায়স্থই 'শত্ৰুৰ নিধন কিম্বা শৰীৰ পতনৰ' ব্ৰত গ্ৰহণ কৰিছে। এই ৰণত জয়লাভ কৰিবলৈ, তেওঁ পঠা এটা বলি দি, মা কামাখ্যাকো নিজৰ ফলীয়া কৰি থৈছে। ভাণ্ডাৰ কায়স্থনীয়ে শত্ৰুৰ ওপৰত সামান্যতমো প্ৰতিশোধ লোৱাৰ এই সুবৰ্ণ সুযোগ গ্ৰহণ কৰিবলৈ পাই, ডিমবোৰ নষ্ট হোৱাৰ নিৰ্মম বেদনাও খন্তেকলৈ পাহৰিবলৈ সমৰ্থ হ'ল। সৌভাগ্যক্ৰমে সেই সময়ত কাকতী আৰু কাকতীয়নী ঘৰত ন্যাছিল নহ'লে এই অচিনা লৈ এখন কুৰুক্ষেত্ৰৰ সৃষ্টি হ'লহেঁতেন। কাকতীয়ে সেইদিনা সপৰিবাৰে লণ্ডন দিয়নি এখনৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ গৈছিল আৰু দুঘণ্টামানৰ পিচত ঘূৰি আহি ঘৰৰ কাষ পাই দেখিলে, ঘৰৰ চৌহদ কোৰ্হালমুখৰ কাউৰীৰ মেদখলত। ৰহস্য উদ্ধাৰত অৱশ্যে বেছিপৰ নালাগিল। মৰাকাউৰীৰ আৱিৰ্ভাৱৰ অন্তৰালত শত্ৰুৰ অভিসন্ধি নিহিত আছে বুলি অনুমান কৰি কাকতী পৰিয়ালৰ মুখ আহাৰৰ আকাশৰ ডাৱৰৰ দৰে ক'লা আৰু ঘোপা হ'ল আৰু তেওঁলোকে সন্দেহপূৰ্ণ চাৱনিৰে চাবলৈ ধৰিলে ভাণ্ডাৰ কায়স্থৰ ঘৰলৈ। ভাণ্ডাৰ কায়স্থৰ ঘৰৰ বন্ধ দুৱাৰৰ-আঁৰৰ পৰা হয়তো শত্ৰুৱে নীৰৱে হাঁহিছে। আগে-পাচেও তেওঁলোকৰ চোতালত মৰা নিগনি, ডালশলিয়াৰ ৰহস্যজনক আৱিৰ্ভাৱ ঘটিছে আৰু তাৰ অন্তৰালত শত্ৰুৰ অদৃশ্য হাত আছে বুলি যথেষ্ট সন্দেহ আছে। কাকতীয়নীয়ে ভাণ্ডাৰ কায়স্থৰ পূৰ্বপুৰুষসকলৰ মুণ্ডপাত কৰিবলৈ প্ৰয়োজনীয় বিশেষণবোৰ মনতে জুকিয়াই লৈ মুখ মেলিবৰ যা-যোগাৰ কৰোতেই কাকতীৰ দ্বাৰা কাউৰীটোৰ বুকুত গুলিৰ দাগ আৱিষ্কৃত হোৱাত, ঘটনাই বিপৰীতমুখী গতি ল'লে। তেওঁলোক নিমিষতে ঘটনাৰ পম ধৰিব পাৰিলে। সেই অঞ্চলৰ একমাত্ৰ বন্দুক শ্ৰীযুত বৰুৱাৰটোৰ দ্বাৰাই যে কাউৰীটোৰ নিধন হৈছে এই কথা প্ৰতীয়মান হোৱাত তেওঁলোকে সিমানতে ক্ষান্ত দিলে, স্বভাৱতে কোনেও ফেঁটী সাপৰ গাতত হাত নুসুমুৱায়। ধন্যপ্ৰাণ কাকতীয়ে এইবাৰ কাউৰীটোৰ ডেউকা এখনত ধৰি মূৰৰ ওপৰেৰে ঘূৰাই দলিয়াই দিলে আৰু কাউৰীটো গৈ ৰাজপথৰ দাঁতিত পৰিলগৈ। সেই সময়ত পথৰ দাঁতিৰ নলাত এজাক অৰ্ধাহাৰী কুকুৰে, কেইবা দিনবো মৰা মুৰগী এটাৰ অৱশিষ্ট আৱিষ্কাৰ কৰি উত্তেজনাত অধীৰ হৈ ভাগ

বটোৱাৰা লৈ কোৰ্হাল কৰি আছিল। এনেতে ভগৱানৰ আশীষৰ দৰে মৰা কাউৰীটোৰ আবিৰ্ভাৱে সিহঁতক খন্তেকলৈ বিমূঢ় কৰি তুলিলে। আজি পুৱা বা শোৱাৰপৰা উঠি কাৰ মুখ দেখিছিল, কি অবিশ্বাস্য সৌভাগ্য! এসময়ত এটাইজাকে একেলগে জপিয়াই পৰিল কাউৰীটোৰ ওপৰত আৰু ঠিক তেনে সময়তেই সিহঁতৰ মাজত ধীৰ স্হিৰ খোজেৰে আবিৰ্ভাৱ হ'ল ভলুকাৰ। ভলুকা সেই অঞ্চলৰ কুকুৰবোৰৰ ছৰ্দাৰ বা উমৈহতীয়া দাদা। সি অকলশৰে গুদাম এটাৰ ছাঁত জিৰণি লৈ কুকুৰবোৰৰ কাজিয়া লক্ষ্য কৰি আছিল। হঠাতে মৰাকাউৰীটোৰ আবিৰ্ভাৱ ঘটাত সি তৎক্ষনাৎ আলস্য ত্যাগ কৰি নিজৰ প্ৰাপ্য আদায় কৰিবলৈ কুকুৰ মথাৰ মাজত উপস্হিত হ'ল। ভলুকাক দেখি কুকুৰ মথাই ভয়তে সন্ত্ৰস্ত হৈ বাটএৰি দিলে আৰু ভলুকাই মৰা কাউৰীটোৰ গাত ভৰিএখন দি গৰ্বিত ভংগীৰে চাৰিওফালৰ কুকুৰবোৰৰ মুখৰ ওপৰেৰে চকুফুৰাই নিলে। কুকুৰবোৰ দুখোজমান পিছুৱাই গ'ল। কাৰ সাধ্য ভলুকাক চেলেঞ্জ দিয়ে। কিন্তু 'জেনেৰেছন গেপ' বোলা কথাষাৰ অকল মানুহৰ ক্ষেত্ৰতে প্ৰযোজ্য নহয়, কুকুৰ সমাজতো আছে। পৌৰাণিক চামৰ প্ৰতিপত্তি, ধ্যান ধাৰণা আৰু সন্মানক নতুন চামে অৱজ্ঞাৰ চকুৰে চোৱাৰ পৰাই এই সমস্যাৰ উদ্ভৱ। ভলুকাই এইদৰে কাউৰীটোৰ দখল লোৱাত আৰু অন্যান্যবোৰে বিনা প্ৰতিবাদেই তাৰ দখলীস্বত্ব স্বীকাৰ কৰাত, নতুন চামৰ এটা ডেকা কুকুৰৰ সহ্য নহ'ল আৰু সি ঘোৰভোৱাই উঠিল "কাউৰীৰ ভাগ আমিও পাব লাগে, কাউৰীটোৰ ওপৰত আমাৰো অধিকাৰ আছে। আজিকালি সমানাধিকাৰৰ দিন। অধিকাৰৰ বৈষম্যবোৰ দূৰ নহ'লে সমাজৰ উন্নতি কেনেকৈ হ'ব"। আটাইবোৰ কুকুৰে এক অবিশ্বাস্য দৃষ্টিৰে নতুন চামৰ কুকুৰটোলৈ চালে— আৰে ই কৰে কি! ভলুকাক চেলেঞ্জ! ভলুকাই এবাৰ নতুন কুকুৰটোলৈ চাই দাঁত নিকটাই গেঙেৰি মাৰি উঠিল আৰু ঘোৰ কালান্তক মূৰ্ত্তি ধৰি ক'লে, "হেৰ' অবালচন্দ্ৰ কুকুৰাধম, ভলুকাক অসন্মান! তোৰ এই বিয়াদপিৰ সমুচিত ফল এতিয়াই পাবি" ভলুকাই মূৰ্ত্তিমান কালান্তকৰ দৰে ডেকা কুকুৰটোৰ ওপৰত জপিয়াই পৰিব খোজোতেই সি কথা বিষম দেখি পাছ ঠেং দুটাৰ মাজত নেজডাল সুমুৱাই প্ৰস্হান

কৰিলে, কিন্তু যাবৰ পৰত সি দূৰৰপৰা ভলুকাক 'কেপিটেলিষ্ট' বুলি গালি পাৰি গ'ল, অন্যায়ৰ প্ৰতিবাদ কৰোতে আত্মবিশ্বাসৰ অভাৱ হ'লেই পৃষ্ঠভংগ। ভলুকাই কাউৰীটো মুখেৰে কামুৰি, গুৰু-গম্ভীৰ খোজেৰে তাৰ মালিকৰ ঘৰমুৱা হৈ, বাৰাণ্ডাত উঠি, আগ ঠেং দুখনৰ মাজত কাউৰীটো স্থাপন কৰি, কোনফালৰ পৰা খাবলৈ আৰম্ভ কৰিলে ভাল হ'ব ভাবি থাকোতেই, 'লগুৰ' সহ বাৰাণ্ডাত মালিকৰ আবিৰ্ভাৱ ঘটিল আৰু তাৰ পিঠিত প্ৰথম চাট পৰোতেই ভলুকাই কাউৰীটো মুখত লৈ ধেনুৰ পৰা এৰি দিয়া কাঁড়ৰ দৰে গতি কৰিলে পথৰ মুৱাকৈ। ভলুকা গৈ ৰাজপথৰ ওপৰত উপস্থিত হৈছে গৈছে ঠিক সেই সময়তেই দুৰ্ঘটনাটো ঘটি গ'ল। এখন এম্বেছেদৰ গাড়ী আহি আছিল তীব্ৰ বেগেৰে। অকস্মাতে অবিৰ্ভাৱ হোৱা ভলুকাক বচাবলৈ ড্ৰাইভাৰে গাড়ীৰ গতি বেগ কমাবলৈ ব্ৰেক ধৰি ষ্টিয়াৰিং কাটোতেই হঠাতে গাড়ীৰ গতিকে চণ্ডালিব নোৱাৰি পথৰ দাঁতিৰ এগৰাকী বয়সিয়াল মহিলাৰ গাত খুন্দামাৰি দিলেগৈ। গাড়ীৰ ব্ৰেক টনাৰ কৰ্কশ শব্দ আৰু মহিলা গৰাকীৰ আৰ্তনাদে পথচাৰী আৰু কাষৰ দোকানদাৰবোৰক সচেতন কৰি তুলিলে আৰু মানুহবোৰে চাৰিওফালৰপৰা হৈ হৈ ৰৈ ৰৈকৈ খেদি আহিল গাড়ীৰ মুৱাকৈ; অৱশ্যে প্ৰত্যেকৰে হাতে হাতে দোকানৰ দগা, ফলা খৰি আৰু পথৰ দাঁতিৰ শিলৰ টুকুৰাবোৰ, চুম্বকে লোক আকৰ্ষণ কৰাদি হাতত লাগি আহিল আৰু এই ক্ষেত্ৰত যি হয় অৰ্থাৎ বুৰঞ্জীৰ পুনৰাবৃত্তি ঘটিল; এটা দলে মহিলাগৰাকীৰ শুশ্ৰূষাত লাগিল আৰু এদলে ড্ৰাইভাৰৰ অনুসন্ধানত ব্যস্ত হ'ল। ষ্টিয়াৰিং হুইলৰ তলত আশ্ৰয় লোৱা ড্ৰাইভাৰ যেন 'চক্ৰবেহু'ৰ মাজত বন্দী অভিমন্যু। হাতীৰ শুঁৰৰ দৰে বিয়াগোম আৰু গৰিলাৰ দৰে নোমাল হাত এখনে ষ্টিয়াৰিং হুইলৰ তলৰপৰা ড্ৰাইভাৰক টানি উলিয়ালে আৰু তাৰ কাণৰ কাষত এটা ত্ৰিভুবন কঁপোৱা বজ্ৰ কঠিন স্বৰ ধ্বনিত হ'ল "এই চালা তই কিয় গাড়ী দৌৰাইছিলি ইমান জোৰেৰে, তোৰ চব হাড়দি আজি গুৰি কৰি দিম।" ড্ৰাই-ভাৰে আসন্ন মৃত্যু সুনিশ্চিত বুলি সিদ্ধান্ত কৰি, মনত পৰা আটাইবোৰ ভগৱানৰ নাম স্মৰণ কৰি কাওবাও কৰিলে "আজ্ঞে মোৰ গাত দোষ নাই, কুকুৰটোক বচাব গৈহে ধক্কা মাৰিলো।"

"কি তই আছে সম্প্ৰদায়ৰ" এইবাৰ হাতী গুৰীয়া হাতৰ মানুহটো জুইত পেট্ৰোল পৰাৰ দৰে ভমক্কৈ জ্বলি উঠিল, "তহঁতেই আমাৰ সৰ্বনাশ কৰিলি। দেশৰ আধা দখল কৰি বহিলি। ভাষা-টোও গিলিবৰ যা-যোগাৰ কৰিছ, তদুপৰি আমাৰ মানুহকো খুন্দিয়াই মাৰিবলৈ ধৰিছ (মহিলাগৰাকী অসমীয়া)। ইয়াৰ পিছত আমি গাড়ীৰ চালকৰ লগত বেছি পৰ নাথাকো। চালকৰ কি হ'ল সেই বিষয়ে হাস্পতাল বা পুলিচ থানাত খবৰ কৰিলে সম্ভেদ পোৱা যাব। আমি এতিয়া আৰু গুৰুত্বপূৰ্ণ আৰু সুদূৰ প্ৰসাৰী ঘটনা বৰ্ণাবলৈ আগবাঢ়িম। আৰু প্ৰথমতেই কওঁ যে, হাতীগুৰীয়া হাতৰ অধিকাৰীৰ এই দেশ প্ৰেমমূলক বক্তৃতাই, আগ্নেয়গিৰিৰ উদ্‌গীৰণৰ দৰে সমবেত জনতাৰ মাজত দেশ-প্ৰেমৰ চূড়ান্ত উত্তেজনাৰ গলিত লাভা হু হুৱাই বোৱাবলৈ ধৰিলে। নিমিষতে জনতাৰ মাজত দুটা ভাগ হ'ল আৰু এই ক্ষেত্ৰত যি হয় ধূমকেতুৰ দৰে দুজন নেতাৰো আবিৰ্ভাৱ ঘটিল। এটা দলে কলিকতাৰপৰা প্ৰকাশিত বঙালী বাতৰি কাগজবোৰৰ অগ্নিসংস্কাৰ কৰিবলৈ উধাও হ'ল আৰু সিটো দলে, পৰশুৰামৰ ক্ষত্ৰিয় কুল নিধনৰ দৰে, এক বিশেষ সম্প্ৰদায় ধ্বংসৰ প্ৰতিজ্ঞাবদ্ধ হৈ সমুখলৈ অগ্ৰসৰ হ'ল। পিচত বাতৰি পোৱা মতে প্ৰথম দলটোৱে বৰঝাৰ এৰোড্ৰম আৰু চহৰৰ মাজৰ পথত নিজ কাম সফলতাৰে সমাধা কৰিলে, কিন্তু দ্বিতীয় দলটোৱে সম্পূৰ্ণ সফলতা অৰ্জন কৰাৰ আগেয়েই, গোটেই দলটোক চালান দিয়া হ'ল পুলিচ থানালৈ। কিন্তু জনতাই ইমান সহজে পৰাজয় স্বীকাৰ কৰিব কিয়? বিশেষকৈ দেশ-প্ৰেম ব্ৰহ্মপুত্ৰৰ ভৰ বাৰিষাৰ ধলৰ দৰে অপ্ৰতিৰোধ্য। জনতাৰ এটা বিশাল অংশই পুলিচৰ পিছে পিছে শিশুপাল খেদা দি পুলিচ থানাত উপস্থিত হৈ চাৰিওফালৰপৰা পাইকাৰী হাৰত শিলগুটি বৰষিবলৈ ধৰিলে। এই দলটোৰ মাজত আছিল প্ৰাণধন ফুকন। তেওঁৰ পৰিচয় ইয়াত বিশেষ প্ৰয়োজনীয় বুলিয়েই দিয়া হ'ল, কিয়নো তেওঁৰ নাম এই কাহিনীৰ সতে এক কৰুণ স্মৃতিৰে বিজড়িত। প্ৰাণধন ফুকনে চহৰৰ উপকণ্ঠৰ ফালে আহি আছিল এযোৰ হেঙুল চোঁচৰাই, যি যোৰৰ প্ৰাচীনত্ব, মূল আকৃতি, ৰং, নিৰ্মাতাৰ নাম ইত্যাদিৰ বিষয়ে গৱেষণা কৰাৰ যথেষ্ট স্থল আছে। তেওঁ চাৰমিনাৰৰ পেকেটৰ

পৰা ইটোৰ পিচত সিটোকৈ চিগাৰেট উলিয়াই, নিৰৱচ্ছিন্নভাৱে হুপি হুপি আহি আছিল, চকুত, দাৰ্শনিক বা চিন্তা-নায়কবোৰৰ দৰে এক দূৰ নিবদ্ধ গভীৰ দৃষ্টি। অৱশ্যে প্ৰাণধনে এটা গভীৰ দাৰ্শনিক চিন্তাত নিমজ্জিত হৈ আছিল বুলিলে সত্যৰ অপলাপ নহব; কাৰণ তেওঁ সেই সময়ত মানুহে স্বেচ্ছাৰে দৃশ্যক অদৃশ্য হ'ব পাৰিলে যিবোৰ সুবিধা গ্ৰহণ কৰিব পৰা গ'লহেঁতেন আৰু তেনে কৰিব পাৰিলে তেওঁ, তেওঁৰ প্ৰেয়সী প্ৰকৃতি বৰুৱাক (যাৰ প্ৰতি একপক্ষীয় প্ৰেমত তেওঁৰ ৰাজহাঁড় বেকা হৈ গৈছে) কি শিক্ষা দিব পাৰিলেহেঁতেন, সেই ভাবত বিভোৰ হৈ আছিল। হঠাতে তেওঁৰ দাৰ্শনিক চিন্তাত বাধা পৰিল, অসংখ্য মানুহৰ কোলাহলৰ শব্দত। ফুকনে কিছু আশংকিত হৈ মানুহবোৰলৈ চালে, কিন্তু যেতিয়া তেওঁ জানিব পাৰিলে জনতাৰ প্ৰকৃত উদ্দেশ্য আৰু উত্তেজনাৰ কাৰণ তৎকালেই তেওঁ দাৰ্শনিক চিন্তাক বতাহৰ লগত কৰ্পূৰৰ দৰে অদৃশ্য হবলৈ এৰি দি, এটা ভয়ানক হুঙ্কাৰ দি, জনতাৰ লগত মিলিগ'ল আৰু তৎক্ষনাৎ জনতাৰ আগশাৰীত ঠাই লৈ পুলিচ থানাৰ মুৰাকৈ ধাৱিত হ'ল। অৱশ্যে ছেণ্ডেলযোৰ তেওঁ হাতত তুলি ল'লে আৰু তেৰেঁই প্ৰথমে থানাৰ দেৱালৰ ওপৰত উঠি উত্তেজনাবশতঃ সেই যোৰ থানাৰ চাললৈ দলিয়াই দিলে। প্ৰাণধনৰ উদাহৰণ অনুকৰণ কৰি বহতো মানুহ দেৱালৰ ওপৰত উঠিল আৰু তলৰ পৰা ছাপ্লাই কৰা শিলগুটি, ইটাৰটুকুৰা আৰু দলিচপৰাৰে থানাৰ আইনাবোৰ ভাঙি গুৰি কৰি দিলে। কিছু সময়ৰ পাছত গাতৰ পৰা ওলোৱা পৰুৱাৰ দৰে, এজাক ৰঙাটুপী থানাৰ পৰা হুৰমুৰাই ওলাই জনতালৈ চোচা ল'লে, কিন্তু দলি চপৰাৰ অব্যৰ্থ লক্ষৰ আগত তিষ্ঠিব নোৱাৰি একে গতিৰেই পৃষ্ঠ ভঙ্গ দিলে। জনতাৰ উত্তেজনা যেন এইবাৰ বাৰিষাৰ ধলৰ দৰে পাৰ বাগৰি নামি আহিল আৰু দেৱালৰ ওপৰৰপৰা মানুহবোৰ তললৈ জপিয়াই পৰি, পুলিচৰ শেষ চিহ্নও পৃথিৱীৰ বুকুৰ নিচিহ্ন কৰি দিবলৈ উল্কাৰ গতিৰে ধাৱিত হ'ল থানাৰ মূল ঘৰৰ অভিমুখে, যাৰ আগভাগত প্ৰাণধন। ইয়াৰ পিছত কি হ'ল বৰ্ণনা কৰাটো সচাঁকৈয়ে দুঃসাধ্য কাৰণ মানুহৰ হাত, ভৰি, গা, মূৰ, লাঠী, চেণ্ডেল, ছাতি, টুপী, শিলগুটি আটাইবোৰৰ মিশ্ৰনত এনে এক পয়মালৰ সৃষ্টি হ'ল যে, তাৰ ভিতৰৰ পৰা প্ৰকৃত সত্য

উদ্ধাৰ কৰাটো অসম্ভৱ, সেয়ে আমি সত্য নিৰ্ণয় কৰিবলৈ কাগজৰ পিঠিত চকুফুৰাব লাগিব। পিছদিনা গুৱাহাটীৰ দৈনিক বাতৰি কেইখনৰ প্ৰথম পৃষ্ঠাত নিম্নোক্ত হেডলাইনেৰে সংঘৰ্ষৰ বাতৰি প্ৰচাৰিত হ'ল—"গুৱাহাটীত পুলিচৰ বৰ্বৰ আক্ৰমনত এজনৰ মৃত্যু আৰু ষাঠীজন আহত।"

সংঘৰ্ষৰ বৰ্ণনা আমি নিদিওঁ সেই বিষয়ে পাঠকে গম পাইছেই। পাঠকৰ ঔৎসুক্য নিবাৰনাৰ্থে কেইশাৰীমান উল্লেখযোগ্য কথা মাত্ৰ তুলি দিলো—"অসমৰ এজন উদীয়মান সমাজকৰ্মী অসম জননীৰ সু-সন্তান বীৰ, প্ৰাণধনৰ বিয়োগত অসম আজি শোকাভিভূত। অসমীয়া মানুহৰ স্বাৰ্থ ৰক্ষাৰ্থে আগবাঢ়ি অহা নিৰস্ত্ৰ জনতাৰ ওপৰত পুলিচৰ অন্যায় আৰু বৰ্বৰ অত্যাচাৰৰ প্ৰতিবাদ কৰিবলৈ গৈ প্ৰাণধনে পুলিচৰ হাতত তেওঁৰ অমূল্য জীৱন আহুতি দিলে। পুলিচৰ এই সু-পৰিকল্পিত, বৰ্বৰ অত্যাচাৰৰ প্ৰতিবাদত আজি সমগ্ৰ অসম জাগি উঠিছে। আমি আশাকৰো প্ৰাণধনৰ আত্মবলিদান অথলে নাযায়" পিছদিনা আৰু এটা বাতৰি প্ৰকাশিত হ'ল—

"কালি শ্বহীদ প্ৰাণধন ফুকনৰ মৃতদেহ লৈ গুৱাহাটীৰ জনতাই সমদল যাত্ৰা কৰে আৰু এখন ৰাজহুৱা সভাত, শ্বহীদ স্মৃতি যুগমীয়া কৰিবলৈ তেওঁৰ এটি প্ৰস্তৰ মূৰ্ত্তি নিৰ্মাণ কৰাৰ সিদ্ধান্ত লয়। এই মৰ্মে শ্বহীদ' প্ৰাণধন ফুকন স্মৃতি সংৰক্ষনী সমিতিৰ তৰফৰ পৰা, অসমৰ ৰাইজক মুক্তহস্তে দান দিবলৈ আহ্বান কৰা হয়।

## নৰ্দমা চাফাই

মদন শৰ্মা

ঠিক বাৰিষা আৰম্ভ হোৱাৰ ইংগিত বহন কৰি অনা বৰষুণ জাকে চহৰখন সেমেকাই তোলাৰ পিছতেই চহৰ পিতাসকল অৰ্থাৎ নগৰ পালিকাৰ বিষয়াসকল সাৰ পাই উঠে। হঠাতে তেওঁলোকে উপলব্ধি কৰে যে চহৰখনৰ নলা-নৰ্দমাবোৰ পৰিষ্কাৰ কৰা প্ৰয়োজন, বাট-ঘাট বহলোৱা দৰ্কাৰ। গতিকেই বৰষুণ এবাৰ পিছত ৰ'দৰ জিলিকনি পৰিবলৈ লোৱাৰ লগে লগে চহৰৰ আটাইতকৈ ব্যস্ত ৰাস্তাবোৰৰ কাষে কাষে কোৰ-পাছি ইত্যাদি লৈ চহৰ পৰিষ্কাৰকাৰী হৰিজনসকলে জুম বান্ধেহি। ৰাস্তাৰ ঠিক মাজতে আবৰ্জনা কঢ়িওৱা গাড়ীখন।

এইবাৰ পিচে শীতে সম্পূৰ্ণ বিদায় লোৱাৰ আগতেই বৰষুণৰ আবিৰ্ভাৱ হ'ল। গতিকে আগতীয়া প্ৰস্তুতি নথকা স্বত্বেও নগৰ পালিকাৰ উদ্যোগী বিষয়াসকল চহৰ পৰিষ্কাৰ কৰা কামত জপিয়াই পৰিল। স্বাভাৱিকতেই তেওঁলোকৰ কাম আৰম্ভ হ'ল চহৰৰ আটাইতকৈ ব্যস্ত ৰাস্তা বৰদলৈ ৰোডত।

কিনকিনিয়া বৰষুণ দি আছিল। বৰষুণলৈ কেৰেপ নকৰি দহজনমান মজদুৰে নলাটোৰ পৰা আবৰ্জনাবোৰ উঠাই উঠাই গৰুৰ উপযোগী কৈ সজা ফুটপাথৰ ওপৰত দমাবলৈ ধৰিলে। প্ৰায় এবছৰৰ সঞ্চিত দুৰ্গন্ধই বৰদলৈ ৰোডৰ ওপৰেদি প্ৰবাহিত বতাহ চানি ধৰিলে। ফুটপাথৰ আবৰ্জনাৰ দ'মৰ পৰা ক'লা-নীলা-সেউজীয়া মিশ্ৰিত ৰঙৰ পানী ওলাই আহি ৰাস্তাৰ ওপৰেদি বাগৰি গ'ল। ৰাস্তাৰ মাজতে থকা ডাঙৰ ডাঙৰ গাঁতকেইটা ইতিমধ্যে দুৰ্গন্ধময় ৰঙীন পানীৰে চপ্-চপীয়া হৈ পৰিছে। ৰাস্তাৰে পাৰ হোৱা পদযাত্ৰী, চাইকেল, মটৰ গাড়ী, ৰিক্সা, ঠেলাগাড়ী আটাইবোৰ সেই গাঁতবোৰ এৰাই চলিব খুজি এক ভীষণ বিশৃংখলাৰ সৃষ্টি কৰিছে। কৰ্তব্যৰত পুলিচ দুজনে বিৰক্ত হৈ কেৱল চিঞৰিছে, হুইচেল বজাইছে—তালৈ কিন্তু কাৰো ভ্ৰূক্ষেপ নাই। এনেতেই ঘটি গ'ল এটা সৰু সুৰা দুৰ্ঘটনা। এফালৰ পৰা এখন টেক্সী আৰু ৰিক্সা আৰু আনফালৰ পৰা চাইকেল আৰু ঠেলাগাড়ী আহি ঠিক ফুটপাথৰ পৰা বাগৰি অহা

আৰৰ্জনাৰ সৰু দমটোৰ ওচৰতে মুখামুখি হ'ল। একালে আৰ্বৰ্জনা আনফালে দুৰ্গন্ধময় পানীৰ ডোঙা এৰাবলৈ গৈ চাইকেলখনে খুন্দা মাৰিলে ৰিক্সাৰ কাষৰ চকা এটাত, ৰিক্সাৰ আগচকাই খুন্দিয়ালে ঠেলাগাড়ীখনত। টেক্সীখনে কোনোমতে ব্ৰেক টানি ঠেলাগাড়ীখনত নাকটো ঘহাঁই ৰৈ থাকিল। মানুহ জমা হৈ গ'ল। ওচৰৰ পাণদোকানৰ পৰা কেইজনমান উৎসাহী ডেকাই চোলাৰ হাত কোঁচাই আগবাঢ়ি আহিল। প্ৰায় দহমিনিট তৰ্কাতৰ্কি চলিল— দোষকাৰ সেইবিষয়ে। তৰ্কাতৰ্কিৰ মাজতেই চাইকেল আৰোহীয়ে চাইকেল পেলাই থৈ ৰিক্সাৱালাক এঘোচা সোধালে। ৰিক্সাৱালাইতো আৰু ভদ্ৰলোক এজনৰ গাত হাত উঠাব নোৱাৰে। গতিকেই সি ঠেলাৱালাজনক মাৰিবলৈ খেদি গ'ল। ঠেলাৱালা বুৰ্বক নহয় যে মাৰ খাবলৈ ৰৈ থাকিব। সি মানুহৰ মাজেৰে দৌৰিবলৈ ধৰিলে। ৰিক্সাৱালাই গৈ তাৰ সমগোত্ৰীয় দৰ্শক এজনৰ গাতে বাঘচকা মাৰিলেগৈ। দৰ্শকজনে খঙত গুজৰিবলৈ ধৰিলে। এবাৰ পুলিচকেইজনে তেওঁলোকৰ ওপৰত ন্যস্ত দায়িত্বৰ গুৰুত্ব উপলব্ধি কৰিলে। এজন পুলিচে আহি সেই খঙাল দৰ্শকজনৰ হাতত ধৰি টানিবলৈ ধৰিলে—"চলো, থানা চলো।" টেক্সীচালকে চিগাৰেট হুপি হুপি, খিৰিকীৰে মুখ উলিয়াই সমস্ত ঘটনাৱলী অৱলোকন কৰি গাড়ী ষ্টাৰ্ট দিলে। ঠেলাৱালা আৰু দৰ্শকজনক লাঠিৰে একোটাকৈ কোব সোধাই পুলিচে সিহঁতক লৈ থানা অভিমুখে গতি কৰিলে। ডেকা ল'ৰা কেইটাই চিঞৰিলে—"চা অ, মামাৰ কপাল ফুলিল। দহমিনিটতে বিছ টকা ইন্‌কাম্।" আনজন পুলিচে হাত জোকাৰি জোকাৰি কেৱল হুইচেল বজাই গ'ল।

লাহে লাহে আন্ধাৰ নামি আহিল। বৰদলৈ ৰোডৰ যি-কেইটা ষ্ট্ৰীট্ লাইট বেয়া নোহোৱাকৈ বা স্কুলীয়া ল'ৰাৰ শিলগুটিৰ আক্ৰমনৰ বলি নোহোৱাকৈ আছে সেই কেইটা টিমিক চামাককৈ জ্বলি থাকিল। ৰাস্তাৰ বাওঁপিনৰ ফুটপাথৰ কাষৰে বেচ শকত আবত মানুহ এজন আহি আছিল। এইমাত্ৰ তেওঁ ষ্টেচনৰ ওচৰতে থকা পানীয় বিক্ৰীকৰা হোটেলখনৰ পৰা নিতান্ত অনিচ্ছাস্বত্বেও নামি আহিছে। সেয়েই তেওঁৰ খোজবোৰে সমতা ৰক্ষা কৰিব পৰা নাই। খুব সম্ভৱ চহৰ পৰিষ্কাৰ অভিযান সম্পৰ্কেও তেওঁ

ভালদৰে অৱগত নহয়। ফলত নিজৰ অজ্ঞাতেই তেওঁ আহি আবর্জনাৰ দ'মৰ মাজতে সোমাই পৰিল। ভৰি দুখন দাঙি উঠাবলৈ যিমানে চেষ্টা কৰিলে সিমানেই অনায়াসে পলসত সোমোৱা হাতীৰ দৰে চহৰৰ সঞ্চিত আবর্জনাৰ কোলাত সোমাই যাবলৈ ধৰিলে। সোঁভৰিখন দাঙি উঠাবলৈ চেষ্টা কৰি তেওঁ তর্জন-গর্জন কৰিবলৈ ধৰিলে—'মিউনিচিপালিটিৰ পেটৰ জাবৰ পেলাইছে, চাল্লা চৰকাৰৰ গেলা আবর্জনা বাকিবলৈ আহিছে, চৰকাৰী নর্দমা উদং কৰি ৰাস্তা সজাবলৈ আহিছে—যত চৰ···। পাব্লিকৰ গাত তহঁতৰ গেলা নর্দমাৰ জাবৰ পেলাবলৈ আহিছ, শলাডি বা··।' ইতিমধ্যে দুই-চাৰিজন পথচাৰীয়ে তেওঁলৈ কৌতুহলেৰে চাইছে। পাণদোকানৰ সমুখত গপ মাৰি থকা ডেকাকেইটাই হাঁহিবলৈ ধৰিলে। মানুহজনে চিঞৰিলে—হেই ৰিক্সা, ৰিক্সাৱালা চাল্লা ইধৰ আও। ৰিক্সাৱালাই অনিচ্ছাৰে সৈতে ৰিক্সাখন আনি তেওঁৰ ওচৰতে ৰখালে। মানুহজনে এটা ভৰি বোকাৰ মাজৰ পৰা কোনোমতে উদ্ধাৰ কৰি ৰিক্সাৰ হেণ্ডেলত ধৰি ৰিক্সাৱালালৈ আঙুলি টোৱাই কবলৈ ধৰিলে—'যুদ্ধ আহিছে, ৱাৰ, চমঝা, ৱাৰ হবই। বিশ্বযুদ্ধ—ৱৰ্ল্ড'ৱাৰ হোগা।—ৰিক্সাৱালাই মানুহজনক চিনি পায় ভদ্ৰ মানুহ—সেয়েহে বিমূৰ হৈ মৃদু সম্ভ্ৰমেৰে কলে—জী!—ক্যা জী জী কৰ্তা হেই! ৱৰ্ল্ড'ৱাৰ হোগা—চমঝা—আমেৰিকা, ৰাছিয়া, তোৰ চীন আৰু ইৰাণ আফ্গান-চব—চ-ব খতম্। চাল্লা এই মিউনিচিপালিটি - শলাডি—শলাডি গৱৰ্ণমেণ্ট—শলাডি ব—বিশ্বযুদ্ধ আহিছে—ৰ·· ৰ'। মানুহজনৰ ইটো ভৰি তেতিয়াও বোকাৰ মাজত। ৰিক্সাৱালাই কোনোমতে ভৰিখন উদ্ধাৰ কৰি কেকোজেকোকৈ মানুহজনক ৰিক্সাত উঠাই আগবাঢ়িবলৈ ধৰিলে। ৰিক্সাখন এশ-গজমান যোৱাৰ পিচতে এখন পুলিচৰ জীপে আহি বাট ভেটি ধৰিলে। তাৰ পিছত মানুহজনক জীপৰ পিচফালে বস্তাৰ দৰে পেলাই লৈ থানা অভিমুখে গতি কৰিলে। কেচ্ লাগিল অভিযোগ মদখাই শান্তি ভংগ—তাতকৈ গুৰুতৰ কথা হ'ল বিশ্বযুদ্ধৰ ওকালতি কৰিছে—পলিটিকছ্ৰ কথাকৈ মানুহক উচটাইছে! চিপাহী এজনে কলে—ছাৰ এয়া আমাৰ বি চৌধুৰীহে, ৰেলৱেত কাম কৰে। এহ, আই জনে কলে—ৰেলৱেত কাম কৰাবোৰতো পলিটিকছত এক

নম্বৰ। মহা দগাবাজ। মাতলামিৰ ভাও জুৰিছে! আচল মতলৱ বেলেগ। ওপৰৰ পৰা অৰ্ডাৰ আহি আছে - মানহ ধৰ, মানুহ ধৰ। এইবাৰ পাইছো বেটা! ৰেলৱেত কাম কৰে! মহা একষ্টিট্ৰিমিণ্ট চাল্লা!

ৰাতিপুৱা ৰ'দ ওলোৱাৰ লগে লগে (অৱশ্যে কৰ্মকৰ্তাসকলে বৰষুণৰ বতৰত কাম কৰিহে বেছি ভাল পায়) আকৌ নৰ্দমা চাফাই আৰম্ভ হ'ল। আবৰ্জনা কঢ়িওৱা গাড়ীখন ৰাস্তাৰ সোঁমাজতে ৰৈ থাকিল। গাড়ীৰ পৰা টোপাটোপ লেতেৰা দুৰ্গন্ধময় পানীবোৰ ৰাস্তাত সৰি পৰিবলৈ ধৰিলে। চহৰৰ আন আন ঠাইতো চহৰ পিতা সকলৰ কৰ্মতৎপৰতাৰ নিৰ্দশন দেখা গৈছে। চহৰৰ পশ্চিমাঞ্চলৰ নামঘৰটোৰ ওচৰেদি পাৰ হৈ যোৱা ৰাস্তাটোত এজাক বৰষুণ দিলেই একাঠু বোকা হয়। প্ৰাক্তন মেজিষ্ট্ৰেট বৰুৱা ডাঙৰীয়াই আজি-কালি নিয়মিতভাৱে নামঘৰলৈ যায়। গতিকে তেওঁৰ কথা মনত ৰাখিয়েই এই ৰাস্তাটোৰ দুয়োকাষৰ নলা দুটাও পৰিষ্কাৰ কৰা হব ধৰিছে। লগতে বৰুৱাৰ গেটৰ সমুখৰ মস্ত মস্ত গাঁতকেইটাৰ প্ৰতিও চহৰ চাফাকাৰীহঁতৰ দৃষ্টি আকৰ্ষিত হৈছে। তাকে দেখি ভূঞা মাষ্টৰে সৰুসুৰা বক্তৃতা এটাকে দি দিলে—'বেটাহঁতৰ ৰাস্তা ভাল কৰিবলৈ মনত নপৰে। আধাডৰ্জন এপ্লিকেশ্যন দিলো—পাব্লিকৰ চহী গোটাই মানুহৰ গালি খাই মৰিলো, কুকুৰহঁতৰ গা নলৰে। এতিয়া পইচাৱালা মানুহৰ গৰজত বেটাহঁতে যেন গেটৰ আগৰ ৰাস্তাটো জিভাৰে চেলেকি চাফা কৰি দিব! - মহৰীজনে মজদুৰ কেইজনক প্ৰচণ্ড ধমকি দিবলৈ ধৰিলে। মজদুৰ কেইটাই ধমকিৰ একো কাৰণ বুজি নাপাই ৰাস্তাৰ দুয়োকাষৰ কচু গছবোৰ কাটি কাটি নৰ্দমাত পেলাবলৈ ধৰিলে।

ইলেকচন আহি আছে ৱাৰ্ড মেম্বাৰ বৰা বৰ সজাগ। তেওঁৰ নিৰ্দেশতে নৰ্দমাৰ বোকাবোৰ ৰাস্তাত তুলি ৰাস্তা ওখ কৰা কাম চলিছে। মানুহৰ কৌতুহলী জুমৰ আগত তেওঁ হাত জোকাৰি কৈছে—'আগৰ গৱৰ্ণমেণ্টৰ কাৰণে ৰাস্তাৰ এই অৱস্থা। আগতে নৰ্দমাৰ পানী আহি চোতালত সোমোৱা দেখিছিল—কেতিয়াবা? এই ধোদহঁতে শাসন চলোৱা অৱস্থাতেই নৰ্দমাও

ৰাম হ'ল, মানুহৰ ঘৰত ময়লাও বেছি গোট খালে। চৰ ধোদৰ দল আছিল—বুইছে, কেবল পাব্লিকৰ টকা মৰাৰ ধান্দা।' ভুঞাৰ সৰুটো ভায়েকে ওচৰৰ মানুহজনক ক'লে—'ই বেটাৰ আকৌ পাব্লিককহে মৰাৰ ধান্দা।'

'নামঘৰ পাৰ হৈয়ে দত্তৰ ঘৰ। দত্তৰ গাড়ীখন গেটৰ বাহিৰ হৈয়েই ৰাস্তাৰ প্ৰকাণ্ড গাঁত কেইটাত উজুটি খাবলগীয়া হয়। সেইকাৰণে বৰাই চাৰিটা মানুহক লগাই দিছে সেইখিনি ঠাইত ভালকৈ শিলপেলাই, মাটি চপাই, ইটাগুড়ি ছটিয়াই দিবলৈ। লগতে দত্তৰ দমকলৰ পাৰৰ পকাডোখৰ ফাটিছে, সেইডোখৰবো কিবা এটা দিহা লগাবলৈ মহৰীয়ে চিন্তা কৰিছে। চাপ্লাইৰ মানুহ মন্ত্ৰীতকৈও শক্তিশালী—এই কথা বৰাই ভালকৈয়ে জানে।

নৰ্দমা চাফাই পৰ্ব চলি থাকোতেই বৰষুণ আৰম্ভ হ'ল। লগে লগে চহৰ পিতা, চহৰ ৰক্ষা কৰ্ত্তা সকলৰ তৎপৰতাও আচৰিত ধৰণে বাঢ়ি গ'ল। মহৰীসকলেও ভালেই পালে। কাৰণ ৰাস্তা, ফুটপাথ, মানুহৰ ঘৰৰ সমুখত গোটোৱা আবৰ্জনাবোৰ বৰষুণে উটুৱাই নি আকৌ নৰ্দমাতে পেলালে। নৰ্দমা আকৌ আবৰ্জনা, ময়লা আৰু দুৰ্গন্ধৰে পূৰ হ'ল। বৰষুণ অলপ কমাৰ লগে লগে দুগুণ উৎসাহেৰে নৰ্দমা চাফাই কাম পুনৰ আৰম্ভ হ'ল। আগতে পৰিষ্কাৰ কৰা প্ৰতিটো নলা-নৰ্দমা আকৌ এবাৰ পৰিষ্কাৰ কৰা কাম চলি থাকিল। এই কামৰ সতে সংশ্লিষ্ট সকলো পক্ষৰে মনত অসীম আনন্দ, দেহত কৰ্ম উদ্যম। আসু-চহৰবাসীসকলক সেৱা কৰাৰ আৰু এটা সুযোগ দিয়াৰ বাবে ঈশ্বৰক ধন্যবাদ!

চৰকাৰী হাচ্‌পাতালৰ সমুখৰ ৰাস্তাটোৰ দুয়োকাষৰ ফুট-পাথৰ ওপৰতে পুণৰ চাফা কৰা নৰ্দমাৰ গলিত আবৰ্জনাৰ দম। ৰাইজৰ স্বাস্থ্য ৰক্ষাৰ খাতিৰতে হাচ্‌পাতাল প্ৰবেশ দ্বাৰৰ ঠিক সমুখতে আবৰ্জনাৰ সৰু সুৰা পাহাৰ এটা গজি উঠিছিল। এটা সুন্দৰ ৰাতিপুৱা হাচ্‌পাতাললৈ অহা মানুহে দেখিলে যে সম্ভৱতঃ চিকিৎসা বিচাৰি অহা এজন আধাবয়সীয়া ৰোগী সদ্য পৰিষ্কৃত নৰ্দমাত সমাধিস্থ হৈ আছে। মানুহৰ মাজত হুৱাদুৱা লাগি পৰিল। তিনিবাৰকৈ মিউনিচিপালিটিৰ জৰিয়তে চহৰবাসীক সেৱা

কৰিবৰ চেষ্টা কৰি ব্যৰ্থ হোৱা উকীল শৰ্মাই হাচ্‌পাতালৰ আগত সমবেত ৰাইজক উদ্দেশ্য কৰি ক'লে—'চব মিউনিচিপালিটিৰ দোষ চব হোপলেচ-ইৰ্‌ৰেছপনছিবল্‌। চিটিজেনৰ ৰাইটৰ প্ৰতি সিহঁতে বুঢ়া আঙুলি দেখুৱাইছে। আৰে পাব্লিকৰ চাৰ্ভিচ কৰিছ নে ইনোচেণ্ট মানুহক মৰাৰ ষড়যন্ত্ৰ কৰিছ? চবমখাই ৰিজাইন দিব লাগিব!

এই অঞ্চলৰ ৱাৰ্ড মেম্বাৰ চক্ৰবৰ্তীয়ে উত্তেজিতভাৱে চিঞৰিলে মিছামিছি এলিগেছন আনিলেই হব নেকি! কিমানবাৰ কৈছো হাচ্‌পাতালখন ইয়াৰপৰা শ্বিফ্‌ট্‌ কৰক। কাৰো কানসাৰ নাই।

চৰকাৰী হাচ্‌পাতালৰ মুৰব্বী ডাঃ ফুকনে গহীনাই ক'লে 'হাচ্‌পাতালৰ সমুখত সংসাৰৰ ময়লা গোটাই হেল্‌থ হেজাৰ্ড সৃষ্টি কৰিবলৈ মিউনিচিপালিটিক কোনে পাৰমিশ্যন দিলে? ৰোগীয়ে চিকিৎসা পাবলৈহে মোৰ ইয়ালৈ আহে, নদমাত পৰি মৰিবলৈ নহয়।'

ৱাৰ্ডমেম্বাৰে উত্তৰ দিলে—মানুহজনে চিকিৎসা বিচাৰি অহা নাই। সি এটা ভিক্ষাৰী। এনেয়েও মৰিলেহেঁতেন, তেনেও মৰিলে হেঁতেন।'

হাচ্‌পাতালৰ সমুখৰ পাণদোকানত বহি থকা ডেকাকেইটা গৰ্জি উঠিল -'কথা কবলৈ আহিছে! চব চাল্লা কৰাপ্টেড্‌। কেবল পইচা খোৱাৰ বুদ্ধি!

আধাঘণ্টামান প্ৰচণ্ড তৰ্ক বিতৰ্ক চলিল। তাৰ পিছত সকলোৱে অনুভৱ কৰিলে - মৰাশটো নৰ্দমাৰ পৰা উঠাব লাগিছিল নহয়। কোনো আগবাঢ়িব নোখোজে। মহৰীয়ে মজদুৰ কেই-জনক লৈ হাচ্‌পাতালৰ পৰা কমেও এক কিলোমিটাৰ আঁতৰলৈ গৈ নৰ্দমা চাফা কৰাত ব্যস্ত হ'ল। অৱশেষত ডেকাকেইজনেই জোতা-চেন্দেল খুলি, পেণ্ট কোঁচাই শটো উদ্ধাৰ কৰিবলৈ নৰ্দমালৈ নামি গ'ল। মৃতদেহটো আনি হাচ্‌পাতালৰ বাৰান্দাত শুৱাই থোৱা হ'ল। ইতিমধ্যে মিউনিচিপালিটিৰ চেয়াৰমেন বৰুৱা গাড়ী লৈ সোমাই আহিল আৰু পোনেই হাচ্‌পাতালৰ মুখ্য বিষয়াৰ কোঠালৈ সোমাই গৈ জৰুৰী কথা-বাৰ্তা পাতিবলৈ ধৰিলে। কথা-বতৰা, চাহ-মিঠাই ভক্ষণৰ শেষত দুয়ো এই সন্তোষজনক সিদ্ধান্তত

উপনীত হল যে মৰা মানুহ ঘূৰি নাহে, তাতে মানুহজনৰ কোনো আত্মীয়ও এতিয়ালৈকে ওলোৱাহি নাই, গতিকে মৰণোত্তৰ পৰীক্ষাৰ জঞ্জালটো চপাই নোলোৱাই ভাল ।

ৰাস্তালৈ ওলাই আহি চেয়াৰমেনে ৱাৰ্ডমেম্বাৰ কেইজনমানৰ সতে কেইমিনিটমান আলোচনা কৰিলে । আলোচনাৰ শেষত সিদ্ধান্ত গ্ৰহণ কৰা হ'ল যে পৰিবৰ্তিত পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত নৰ্দমা চাফাই কাৰ্য অন্ততঃ কিছুদিনলৈ স্থগিত ৰখা হওক । ৱাৰ্ড মেম্বাৰ আৰু মহৰীসকলে উৎসাহেৰে কামত লাগি গ'ল । এইবাৰ তেওঁলোকৰ কাম হ'ল ৰাইজৰ অসুবিধা সৃষ্টিকাৰী আবৰ্জনা, জাবৰ, ময়লাৰ দমবোৰ ফুটপাথ, দোকান, মানুহৰ ঘৰৰ প্ৰাংগন আদিৰ পৰা আঁতৰাই পুনৰ নৰ্দমাত পেলোৱা, যাতে আৰু কোনো দুৰ্ভগীয়া মানুহে নৰ্দমাত পৰি অকালতে প্ৰাণ বিসৰ্জন দিব লগীয়া নহয় ।

চহৰপিতা, চহৰভ্ৰাতা সকলৰ মনোবল কিন্তু হ্ৰাস নহল । কিয়নো তেওঁলোকে জানে আকৌ নৰ্দমা চাফা কৰি ৰাইজৰ সেৱা কৰাৰ দিন আহিবই আহিব ।

# এক এগুণ এক

উদয়াদিত্য ভৰালী

"ইমা, তই দাঁতকেইটা চকুত লগাব পাৰিবি ?" "যাঃ, পাগল নেকি ?" "ডেডিয়ে পাবে। লগোৱা দাঁতহে।" ....ল'ৰা-ছোৱালীহালৰ, মানে ইমা আৰু মণ্টিৰ ৰগৰ শুনি প্ৰভাত কাগ্‌তিৰ খং টিকনিৰ আগ পালেগৈ। কাগ্‌তি চহৰখনৰ ধনে-মানে নামী মানুহ। আচলঘৰ জালুকনীত। যোৰহাটৰ পৰা তিতাবৰলৈ যিটো আলি গৈছে সেইফালে ছখনমান তামোলৰ বাট গ'লেই বাওঁফাললৈ যিটো গো-বাট পোৱা যায়, সেইফালে দুখনমান তামোলৰ বাট সোমাই গ'লে—জালুকনী। প্ৰভাত কাগ্‌তি জালুকনীৰ মূধাফুটা মেম্বৰ পৰিয়ালৰ ল'ৰা। পিতাক হেৰম্ব কাকতি পঞ্চায়তৰ মেম্বৰ আছিল। ককাক মিঠাৰাম কাকতি আছিল 'লোকেল'ৰ মেম্বৰ। সেই অঞ্চলত এমে মেল-সবাহ কমেই হয় য'ত মেম্বৰ পৰিয়ালৰ এজন নহয় এজনে আগভাগ নলয়। পিচে প্ৰভাত কাগ্‌তিৰ এতিয়া গাঁৱৰ ঘৰৰ সতে আহ-যাহ প্ৰায় নায়েই। পৰিবাৰক গাঁৱলৈ যোৱাৰ কথা ক'লে জ্বলি পকি উঠে। অৱশ্যে ল'ৰা-ছোৱালীজাক ৰাস-সবাহৰ সময়ত বনভোজ খাবলৈ যোৱাৰ দৰে সিফাললৈ পাক একোটা মাৰে। সিহঁতৰ কাৰণে গো-বাটৰ ধূলি ফেনেকি গাঁৱলৈ যোৱাটো এটা ৰহইচ উঠা কথা। কাগ্‌তি মাজে মাজে যায়। কাৰণ গাঁওৰ মাটিবোৰ এতিয়াও এজমালি হৈয়েই আছে। লগৰ-বোৰে সুধিলে কিবা 'আ টিঙ'লৈ গৈছিলোঁ বুলি কয়। তেওঁৰ মতে তেওঁ গুৱাহাটীৰ 'লোকেল' মানুহ।

প্ৰভাত কাগ্‌তি যে গুৱাহাটীৰ 'লোকেল' মানুহ, এফালৰ পৰা চাবলৈ গ'লে কথাষাৰ হয়ো। গাঁৱত গুৰি নথকা মানুহ টাউনত কোননো আছে ? যোৱা আঠাইশ বছৰ ধৰি তেওঁ এই চহৰখনতেই আছে। কলেজলৈ পঢ়িবলৈ অহাৰ দিনৰে পৰা তেওঁ চহৰ এৰি বেছি দিনলৈ ক'লৈকো যোৱাই নাই। বেজবৰুৱা স্কুলৰ পৰা হাইস্কুলৰ দেওনা পাৰহৈ চহৰখনলৈ আহিয়েই তেওঁ চহৰখনৰ প্ৰেমত পৰিল। প্ৰবাসত প্ৰথম কেইমাহমান মৰামুজা গৰু হোৱাৰ দৰে লাগিছিল। পিছে টাউনীয়া আও-ভাওবোৰ বুজি উঠোতে তেওঁৰ সৰহপৰ নালাগিল। অতি তাকৰ সময়ৰ ভিতৰতে

'টুঁটুঁ কোম্পানী' মাৰি চহৰখনৰ আলি-গলিবোৰ তেওঁৰ মুখস্থ হৈ গ'ল। কোনটো আড্ডাত কেনে ধৰণৰ ৰস জমে, কোনটো ৰসৰ ঘাটি কিমান সময়লৈকে খোলা থাকে তাক জালুকনীৰ প্ৰভাত কাকতিয়ে আঙুলিৰ মূৰত লেখিব পৰা হ'ল। দুই এটা চৰ খোঁচা খাই আৰু দি টাউনীয়া মাস্তানিও অলপ দিনৰ ভিতৰতে শিকি পেলালে। সেই বগী টনা টনা চকুৰ ছোৱালীজনীৰ পৰা আৰম্ভ কৰি, ক'লী, লহপহীয়া খোজৰ নাচনীজনী, ঢোল যেন গাৰে মাগুৰ বৰণীয়া কেৰীজনীলৈকে সকলোৰে পট্টা কৈ দিব পৰা; কোন কাৰ লগত ঘূৰে ইত্যাদিৰ আউল নলগা বিবৰণ দিব পৰা প্ৰভাত কাগতি চহৰখনৰ ছোৱালী সম্পৰ্কীয় অভিধান হিচাপে অতি সোনকালে বিখ্যাত হৈ উঠিল। কোনটো হলত কি ছিনেমা চলিছে, কোনখন ফিল্ডত কি খেলা হৈছে ইত্যাদি বিধৰ খবৰৰতো কথাই নাই। মুখত 'আবে' নহলে কথাই নোলায়। ভাষাত টাউনীয়া আন 'সংস্কৃত'বোৰেও জোঁট বান্ধিলেহি। এক কথাত ক'বলৈ গ'লে সেই কেইদিনৰ ভিতৰতে তেওঁ এজন পাক্কা টাউনীয়া হৈ গ'ল।

পাহৰাৰ ভিতৰত তেওঁ দুটাকথা পাহৰিলে প্ৰথমটো হ'ল, তেওঁৰ ঘৰ যে জালুকনীত সেইটো; দ্বিতীয়তো হ'ল বেজবৰুৱা-স্কুলত শিকা লিখা-পঢ়াবোৰ। প্ৰথমটো পাহৰাৰ ক্ষয়ক্ষতি বিশেষ নহ'ল। কিন্তু দ্বিতীয়তো পাহৰাৰ ফলও তেওঁ তিনিবছৰৰ মুৰতো আই. এৰ দেওনা পাৰ হ'ব নোৱাৰিলে। বুদ্ধি-বৃত্তিৰ অভাৱৰ বাবে নহয়, পৰীক্ষা দিবলৈ কেইদিনমান থাকোতেহে পঢ়া টেবুললৈ মনত পৰাৰ বাবেহে। তিনিবছৰৰ মূৰত শ্ৰীযুত হেৰম্ব কাকতিৰ পৰা এখন ভয়ানক পত্ৰ আহিল, যাৰ সাৰাংশ হ'ল—ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি আহ। খেতিবাতিকে বাহি। মেম্বৰ হ'ল বুলি হেৰম্ব কাকতিৰ গাঁঠিৰ ধনৰো এটা সীমা আছে। অঠাই সাগৰ নহয়। টাউনত টিঘিলধিলাবলৈ তেওঁ আৰু ধন যোগাব নোৱাৰে। নহ'লে কিবা কাম-বন এটাকে বিচাৰি ল। ঘৰৰ ভৰালৰ ধান বিকা পইচালৈ আশা কৰাটো এইবাৰৰ পৰা নেচেল।......লগে লগে প্ৰভাত কাগতিৰ অৱস্থা চৰকাত পৰা গৰুৰ দৰে হ'ল। পিতাকৰ ওপৰত তেওঁৰ মৰ খঙ উঠিছিল। পিতাকৰ হ'ল বুলি সেইখিনিও আক্কেল নাইনে যে কলেজীয়া ল'ৰা প্ৰভাত কাগতিয়ে জালুকনীলৈ

গৈ 'মুগা ঘূৰ ঘূৰ— পখৰা ঘূৰ ঘূৰ' কৰিবগৈ বুলি ভাবিব পাৰে। পিচে হেৰম্ব কাগতি একাচেকা বিধৰ মানুহ। কৰিম বোলাষাৰ কৰিবই। এতেকে এহো নেহো কৰি নেক্ত পেলোৱা কুকুৰৰ দৰে প্ৰভাত কাগতি জ্বালুকনী ওলালগৈ। গৈ পায়েই আয়েকক ৰাপ এহেজাৰৰ বাবে কুটুৰিবলৈ ধৰিলে। তেওঁৰ কথা চহৰৰ টলা-নলা-বোৰ তেওঁৰ এতিয়া জিভাৰ আগত। চা-চিনাকি থকা মানুহ চেৰ। এতেকে তেওঁ চহৰলৈ উভতি গৈ 'বিজনেছ' কৰিব। আয়েক ভু নোপোৱা মানুহ। তেখেতে কি কৰিম কি নকৰিম ভাবিকে নাপালে। ঘৰৰ হাকিমক সোধাত খেং-খেঙাই উঠিল: "হৈছে, হৈছে, পঢ়িবলৈ গৈ কি চেলাইছে দেখিছোঁ। এতিয়া 'বিজনেছ' কৰি ফলাবগৈ।" পিচে ঘৈণীয়েকৰ কুটুৰণিৰ উৎপাতত আৰু পুতেকৰ পদূলি শুঙা স্বভাৱ দেখি হেৰম্ব কাগতিয়ে গলগ্ৰহ এটা যাওক বুলি পইচাকিটা দিবলৈ বাধ্য হ'ল।

নামকটা কলেজীয়া ছাত্ৰ প্ৰভাত কাগতিয়ে 'বিজনেছ'ৰে চহৰ জয় কৰোঁ বুলি কঁকালত টঙালি বান্ধি আকৌ চহৰলৈ উভতি আহিল। আহিল মানে আহিলেই। সৰস্বতী কণ্ঠ যদিও কাগতিক লক্ষ্মীয়ে চেনেহ কৰিবলৈ ধৰিলে। অতদিনে শিকা টাউনীয়া টলা-নলাবোৰে মহৌষধৰ কাম দিলে। কাক লোভ দেখুৱাই, কাৰ আগত সেও হৈ, কাক ধমক দি কাম আদায় কৰিব পাৰি তাক নিমিষতে কাগতিয়ে শিকি পেলালে। তাৰ পাছত আৰম্ভ হ'ল দোপত দোপে উন্নতি। প্ৰথমে থাৰ্ড ক্লাছ, তাৰ পাছত ছেকেণ্ড ক্লাছ আৰু এতিয়া তেওঁ নগৰৰ এজন ফাৰ্ষ্ট ক্লাছ ঠিকাদাৰ—তেওঁৰ ভাষাত ক্লাছ ওৱান কণ্ট্ৰেক্টৰ।

তেলীকো তেল বিকিব পৰা কাগতিয়ে অতি কম দিনৰ ভিতৰতে এক্‌জিকিউটিভ ইঞ্জিনিয়াৰ হাজৰিকা চাহেবৰ জীয়েক, ছবাৰ চেষ্টা কৰিও এম. ই.ৰ দেওনা চেৰাব নোৱাৰা কমলা হাজৰিকাক মৰম-চেনেহেৰে ভুবাই দি ঘৰৰ লখিমী কৰি আদৰি আনিলে। হাজৰিকাই যে প্ৰথমতে বিধি-পথালি দিয়া নাছিল এনে নহয়। কিন্তু মিয়া-বিবি যেতিয়া ৰাজী, কাজীয়েনো কৰিব কি? কোনেনো অনাহকত কেলেংকাৰী চপাই লয়।...এনেয়ে বুঢ়ী নাচনী তাতে নাতিনীৰ বিয়া। এইবাৰ কাগতিক পায় কোনে? স্বয়ং এক্‌জিকিউটিভ ইঞ্জিনিয়াৰৰ জোঁৱায়েক! লগে লগে ভৰলুমুখত মাটি, চাক্তে টকুৰোৱা ঘৰ, নতুন ফ্লাণ্ট ক্লাছ

মটৰগাড়ী আদি সাধাৰণতে যি হয়, সেইবোৰৰে গোটেইখন গিজ্‌গিজাই উঠিল ।

গালুংকনীৰ মিঠাৰাম মেম্বৰৰ নাতিয়েক, হেৰম্ব মেম্বৰৰ বৰপুতেক শ্ৰীযুত প্ৰভাত কাগ্‌তি গুৱাহাটীৰ এজন ভব্য গব্য 'লোকেল' মানুহ হৈ গ'ল । এতিয়া সকলো কথাতে টাউনীয়া আদব কায়দা । পঢ়িবলৈ মানুহ নাথাকিলেও অতি কমেও এগণ্ডা 'গধুৰ' ইংৰাজী আলোচনীৰে তেওঁৰ চ'ৰাঘৰ শুৱনী কৰি ৰাখিবই । ল'ৰাটোৱে যোৱাবাৰ ডনবস্কো-স্কুলৰ পৰা 'হাইস্কুল-লিভিং' পাছ কৰি কটন কলেজত আৰ্টছত নাম লিখিছে । ছায়েন্স পঢ়াৰ ইচ্ছা আছিল, পিছে নম্বৰ কম হ'ল । অইন কলেজত পঢ়াৰ প্ৰশ্নই নুঠে । 'ডেডি'য়েকে ক'লে ঃ "হ'ব দিয়া, ইংৰাজীত অনাৰ্ছ লৈ বি. এ. পঢ়িবা" । ছোৱালীজনী কনভেণ্টত ক্লাছ নাইনত পঢ়ে । বাহিৰা মানুহে শুনাকৈ সিহঁতে ভুলতো ইংৰাজীত বাদে বেলেগ ভাষাত কথা নাপাতে । ঘৰৰ মানুহৰ আগত বেলেগ কথা । কাগ্‌তিৰ পৰিবাৰৰ এটা কথাত বৰ দুখ—ইমান সৰসৰীয়াকৈ ইংৰাজী কব পৰা ল'ৰা-ছোৱালীহালে পৰীক্ষাত ইংৰাজীত ত্ৰিশৰ বেছি নম্বৰ নাপায় কিয় ? মাষ্টৰ ধৰিও তৰণি পোৱা নাই । তেওঁ মনতে ভাবে—মাষ্টৰজ্ঞাকটো গাঁৱলীয়া ভূত, ইহঁতে কি লিখে বুজিকে নাপায় কিজানি ! ইংৰাজী পঢ়াবলৈ অহা মাষ্টৰজনে এনেয়েনো ইহঁতৰ ফৰাফৰ ইংৰাজীৰ আগত থৰ লাগেনে ? ল'ৰা-ছোৱালী-হালৰ পিছে ইংৰাজীৰ প্ৰতি বৰ ধাউতি । কিবা বোলে ডেনিছ ৰবিন্সৰ পৰা হেৰল্ড ৰবিন্সলৈকে সকলো ইংৰাজী কিতাপ সিহঁতৰ কণ্ঠস্থ । ইংৰাজী গানেৰে গোটেই চুবুৰীটো গমগমীয়াকৈ ৰাখে । কাগ্‌তি আৰু তেওঁৰ পৰিবাৰে পুতেক-জীয়েকক সমনীয়াৰ চকুৰে চায় । তেওঁলোকৰ কথা হ'ল—চক্ৰক নোসো-ধাকৈ চাউল বহোৱাৰ দিন উকলিল । তেওঁলোকতো গাঁৱলীয়া ভূত নহয় ! ল'ৰা-ছোৱালীহালক নিজৰ এক্তিয়াৰ দিছে । 'মামী-ডেডি'ৰ আগত ল'ৰা-ছোৱালীহালে হাঁহি-খিকিন্দালি মাৰিবলৈ কেৰেপ নকৰে । সেয়েহে কাগ্‌তিৰ সমুখতেই সিহঁতে তেওঁৰ লগোৱা দাঁতজোৰ লৈ ৰগৰ কৰিলে ।

আজি পিছে কাগ্‌তিৰ মেজাজ খাৰাপ । চান্দমাৰীত তেওঁ সজোৱা চৰকাৰী ঘৰকেইটাৰ বিলখন পাছ হোৱা নাই । কিবা বোলে 'স্পেছিফিকেচনৰ' গড়মিল । তেওঁ বিলখনৰ খবৰ লবলৈ 'এছ. ই'. দুৱাৰৰ ওচৰলৈ গৈছিল । দুৱাৰাই একেবাৰে জকজকাই

উঠিল। কাগ্‌তিৰ টিঙিচ কৰে খং উঠি আহিছিল। পিছে সাত পাঁচ ভাবি মনে মনে ওলাই আহিল। ······ চালা খাবৰ সময়ত খাবি, দিবৰ সময়ত থুৱাবি। 'এছ, ই.' দেখুৱাবলৈ আহিছ! দিনকালৰ কথা কবলৈ আহিছ! কি কৰি আছ নাজানোহে যেন! 'এছ. ই.' হ'লে কি হ'ল, কেন্দুগুৰিৰ ভূতহে! ভদ্ৰতা কি বস্তু জানিলেহে! অফিছাৰ নহয় যেন নবাবহে! নোপোৱাই পোৱাদি পাইছেতো! এতিয়াৰ দেখুৱাবলৈ আৰু ঠাই পোৱা নাই! —ইত্যাদি কথা চ'ৰাঘৰৰ হেলান চকীখনতে বহি ভাবি থাকোতেই ল'ৰা-ছোৱালীহালৰ ৰগৰ তেওঁৰ কাণত পৰিলহি। অইনদিনা হোৱা হ'লে তেৰোঁ ৰগৰত যোগ দিলেহেঁতেন। আজি পিচে দুৱাৰাই ৰগৰৰ ৰসেই ভাঙি দিলে। লগে লগে কাগ্‌তিৰ পিতাকলৈ মনত পৰি গ'ল। হেৰম্ব কাকতিৰ আগত তেওঁ জানো এনেভাৱে ৰগৰ কৰিব পাৰিলেহেঁতেন? যি পিতাকক মূৰ তুলি চাবলৈকে সাহস নহয় তেওঁৰ আগত আকৌ ৰগৰ! ধূৎ কটা। কেতিয়াবা কেতিয়াবা পিচে তেওঁৰ নিজকে ঘৰখনত লগোৱা দাঁতজোৰৰ দৰেই লাগে। মানুহে দেখাকৈহে দাঁত আছে; কামুৰিবলৈ হ'লে মিছা। নাই নাই, তেওঁ টাউন-চহৰৰ ভদ্ৰ মানুহ। আজিকালিৰ দিনকালৰ কথাই বেলেগ। এতিয়া ঘৰত নপতাফুকন হোৱাৰ দিন আৰু নাই। ল'ৰা-ছোৱালী বা ঘৈণীয়েকক যদি সমনীয়াৰ দৰে চাবই নোৱাৰে তেন্তে তেওঁ কিহৰ ভদ্ৰলোক? ল'ৰা-ছোৱালীক ইংৰাজী স্কুলত নাম লিখাই দিয়াৰ অৰ্থই থাকিল ক'ত? কথাকিষাৰ ভাবি ভাবি কাগ্‌তি সমুখৰ বাৰান্দালৈ ওলাই আহি পাৰি থোৱা আৰামী চকীখনত ধুপুচকৈ বহি পৰিল। প্ৰায় লগে লগে কাষৰ ঘৰত কৰুণা বৰুৱাৰ ল'ৰা-ছোৱালীজাকে গধূলিৰ পঢ়া টেবুলত বহি কাউৰীৰ বাঁহত জুই লগাৰ দৰে হুলস্থূল লগাই দিলে।

সন্ধিয়া প্ৰায় ভাগোঁ ভাগোঁ। বাৰান্দাত পাৰি থোৱা আৰামীচকীখনত বহিয়েই কাগ্‌তিৰ চকু গ'ল কৰুণা বৰুৱাৰ ঘৰটোলৈ। দুয়োটা ঘৰৰ মাজত যদিও চকোৱা এখন আছে, তথাপি বহুদিনৰ অৱহেলাত অৱস্থা ফাপৰে ধৰা কুকুৰৰ দৰে হৈছেগৈ। আলিৰে যোৱা মানুহৰ চকুত নপৰে বাবেই কাগ্‌তিয়ে চকোৱাখনলৈ মনকাণ দিয়া নাই। তিনিশটকীয়া কেৰাণীগিৰি কৰা বৰুৱাই চকোৱা দিওঁ বুলি ভাবিলেও মিছা। হওঁতে তেওঁৰ দৰকাৰো নাই। আবুৰ কৰিবৰ তেওঁৰ ঘৰত আছে কিটো! আৰু চকোৱা দিবলৈ যোৱা মানেই কাগ্‌তিৰ পৰিবাৰৰ সতে সীমালৈ এক তৰ্ক-বিতৰ্কৰ সৃষ্টি

কৰা !"""উৰলি যোৱা চকোৱাখনৰ জোলোঙাৰে কাগ্‌তিয়ে বহা ঠাইৰপৰাই বৰুৱাৰ ঘৰৰ সকলো চাই আছিল। কেঁচা খৰিৰ জুই ফুৱাই ফুৱাই চকুৰ পানী নাকৰ পানীৰে একাকাৰ হৈ ফু চুঙাটো হাতত লৈ বৰুৱানী সাউৎকৰে পাকঘৰৰপৰা ওলাই আহিল। ল'ৰা-ছোৱালীজাকৰ কেল্‌কেলনিৰ মাজতেই বৰুৱানীৰ চিঞৰ কাণত ঠহৰ ঠহৰকৈ পৰিলহি: "অই ৰীণা, ৰীণা! মালা আহিলনে? তাইৰ হ'ব পায় ঘৰ সোমাবৰ হোৱাই নাই? আহক বহ, পিঠিত ফু চুঙা ফালিম। গাঁও ফুৰিবলৈ গৈছে, হুঁহ!" সৰু ছোৱালীজনীক কথাকিষাৰ কৈয়েই বৰুৱানী বাহিৰৰ বাৰান্দা পালেহি। বাৰান্দাৰ এচুকত বহি থকা বৰুৱাৰ ওচৰলৈ আহি ক'লে: "হেৰি নহয়, বজাৰৰ পিনে নাযায় নেকি? নহ'লে পাক এটা মাৰি আহকগৈ যক। অথনি ৰতনৰ মাকে পাচলি অলপ সস্তা হৈছে বুলি কৈছিল।" লগে লগে বৰুৱাই মৰা ভেকাহি কাগ্‌তিৰ কাণত পৰিল— "মোৰ কামৰ ভিতৰত এতিয়া আৰু সেইটোহে আছেগৈ। গোটেই দিনটো অফিছ কৰি আহি এতিয়া মই বজাৰ কৰি খুৱাম? অমলটো ক'ত মৰিছিল? বাপেকৰ মূৰত কঠাল ভাঙি খোৱাৰ মতলব।" "এহ., এনে যুদ্ধখন কৰি আহিছে। আমি যেন ঘৰত বহিহে আছো। পইচা যেন দিহে গৈছিল।" "কি ক'লি?"""
লগে লগে কাগ্‌তিৰ কাণ থিয় হ'ল।

বৰুৱা মানুহটো একেবাৰে গোঁৱাৰ। খং উঠিলে ঘৈণীয়েককো দুই এচাট দিয়ে। টাউন-চহৰত থাকিলে কি হ'ব; একেবাৰে জকাইচুকৰ প্ৰে'ত! ল'ৰা-ছোৱালী কিটাৰ ওপৰত দৌৰাত্ম্য কি চাবা! অসভ্য ক'ৰবাৰ। বৰপুতেক অৰুণক অতদিন কমসোপা চৰগোৰ দিলেনে। অলপতে পিচে সি চাকৰি পালে। এতিয়া নলবাৰীত পোষ্টিং। আজিকালি ঘৰলৈ আহিলে তাৰ মাত-কথা গহীণ হয়। বাপেকেও কেতেৰা-জেঙেৰা মাৰিবলৈ এৰিছে। বৰ-জীয়েক অনিমাৰ অৱস্থাও একেবাৰ হাতমোচা গামোচাৰ দৰে হৈছিলগৈ। যোৱাবাৰ তাইক উলিয়াই দিলে। ল'ৰাৰ আচল ঘৰ নাজিৰাৰ ফালে। বঙিয়াত চাকৰি কৰে। অলপতে আহিছিল। তাইৰ মাত-কথাবোৰো এতিয়া বেচ গলগলীয়া। কথাবোৰ শুনিলে এনে ভাব হয় যেন এই কেইদিন সংসাৰ কৰিয়েই বহুত জ্ঞান আৰ্জিলে। আজিকালি মাজুপুতেক অমলকেই বৰুৱাই হাতৰ পিৰ পিৰণি মৰা খেলা কৰিছে। পিচে অমলো কম পানীৰ মাছ

নহয়। কেতিয়াবা বৰুৱাকো জোলোকা জোলোকে পানী খুৱায়। মাৰকিল বাঢ়িলে সি ঘৰৰপৰাই উধাও হয়। এবাৰতো এসপ্তাহ নাইকীয়া হৈছিল। চাৰিওপিনে হুৱা-দুৱা লাগিল। বৰুৱাই গোটেইখন বিচাৰি চলাথ কৰি গাঁৱৰ ঘৰতহে পালেগৈ। তাৰ পিচত এসপ্তাহ মাৰকিল বন্ধ। পিচে ঘূৰি ঘূৰি সেই একেই। কথাবোৰ ভাবি ভাবি কাগ্তিৰ হাঁহি উঠি গ'ল। আজি পিচে নাটক সিমান নজমিল। কথা ঘাইল দেখি বৰুৱানী চোঁমাৰি পাকঘৰ সোমালগৈ। বৰুৱাই পিচে পিচে খেদামাৰি আহিবলৈ টান পালে। তাতে, য'ৰে ত'ৰে পৰা আহি তেওঁ পাকঘৰত নোসোমায়। গোঁসাই থাপনা আছে। .... কথাখিনি পাগুলি থাকোঁতেই আৰামী চকীখনৰ ওচৰতে থকা খুদমান টেবুলখনত কোনোবাই কিবা এটা থোৱা যেন পায় কাগ্তিয়ে ঘূৰি চায় দেখে ঘৈণীয়েকে পিৰিছ এখনত দুটা কল আৰু পানী এগিলাচ থৈছেহি। "এন্ধাৰে-মুন্ধাৰে বহি নাটক চাইছা হ'ব পায়! কলৈকো ওলাই নাযাবা। আজি সোনকালে ভাত-পানী খাই ওলাব লাগিব। ইমা আৰু মণ্টিয়ে ছেকেণ্ড শ্ব'ৰ প্ৰগ্ৰেম কৰিছে।" কথাকিষাৰ কৈয়েই ঘৈণীয়েক আকৌ ভিতৰ সোমাল।

বৰুৱাৰ কাণ্ড-কাৰখানাবোৰ দেখা পাই কাগতিৰ 'এছ. ই.' লৈ মনত পৰি গ'ল। সেই একে নপতা ফুকন। কোনোবাটো ঘৰত, কোনোবাটো অফিছত। কেৰাণীয়ে অফিছাৰ দেখিলে সেমেনা-সেমেনি কৰে আৰু 'এছ. ই.''য়ে মিনিষ্টাৰ দেখিলে। একেই গছৰ গুটি। কথাখিনি ভাবোতে কাগ্তিৰ 'এছ. ই.'লৈ মনত পৰাৰ লগে লগে উক্দিয়া খংটো জামৰিলে। অমল-ৰীণাহঁতৰ অৱস্থাৰ কথা ভাবোতেই কাগ্তিৰ নিজৰ ল'ৰা-ছোৱালী হাললৈ মনত পৰি গ'ল। এখন চকোৱাৰ ইপাৰে-সিপাৰে দুখন ঘৰ, কিন্তু কিমান বেলেগ! ভদ্ৰতা নজনা ঘৰত এনে হ'বই। কাগ্তিৰ চিঞৰি চিঞৰি কৈ দিবৰ মন গ'ল ঃ 'হেৰৌ অলপ ভদ্ৰতা শিক্ অ', অলপ ভদ্ৰতা শিক্।"

অমল-ৰীণাহঁতৰ অৱস্থাৰ লগত মণ্টি-ইমাহঁতৰ অৱস্থাক ৰিজাই ৰিজাই তেওঁ দ্বিতীয় কলটো মুখলৈ নিওঁতেই 'উহ' বুলি কাণৰ কাষতে কোনোবাই চিঞৰ মাৰি দিলে। কাগ্তিৰ বুকুখন চিৰিংকৈ গ'ল। হঠাৎ এসোপা গৰমপানী তেওঁৰ কোচত পৰিলেহি। 'মৰিলো অ' বুলি তেওঁ ঘপ কৰে থিয় হ'ল। অলপতে দুশ টকা দি কিনি অনা পিৰিছ-পিয়লা সোপাৰে পিয়লা এটা তেওঁৰ কোচৰ

পৰা চিটিকি গৈ পকাত পৰি ভোখৰ ভোখৰ হ'ল। এনেয়ে গৰম চাহৰ পোৰণি, তাতে পিয়লাটো ভঙাত কাগ্‌তি খণ্ডত একো নাই হৈ পৰিল। পেকে চাই দেখে যে ঘৈণীয়েকে এখন হাতেৰে সুদা পিৰিছ এখন বুকুত সাবটি আনখন হাতেৰে টেবুলখনৰ চুক এটাত খামোচ মাৰি ধৰি বুঢ়া মানুহৰ সোলোক-ঢোলোক দাঁতৰ দৰে কোনোমতে সৰি নপৰাকৈ বেঁকা হৈ বৈ আছে। সোঁখন ভৰিৰ ছেন্দেলপাতে কাগ্‌তিয়ে এইমাত্র খাই পেলাই দিয়া কলৰ বাকলি এটা একেবাৰে চেপেটা কৰি পেলালে। টেবুলখনৰ চুক এটাত ধৰি বেঙামেলি কুঁজা হৈ থকা মানুহজনীক দূৰৰপৰা দেখিলে কিবা উল্টাখৰ মাৰিবলৈ ওলাইছে যেন লাগে। চৰ সোধাবলৈ ক'ব নোৱা-ৰাকৈয়ে দাংখাই যোৱা হাতখন লাহে লাহে নমাই আনি প্রভাত কাগ্‌তিয়ে গেৰগেৰাই উঠিল: "অলপ চাই-চিতি খোজ দিব নোৱাৰা নেকি? পাখৰীজনী হ'বলৈ কিহে পাইছে?" "হেই, হোৱাট হেপেণ্ড"—বুলি লৰ মাৰি মণ্টি ভিতৰৰপৰা ওলাই আহি পোনে পোনে কাগতিৰ কোচৰপৰা পৰি বাৰান্দাৰ পকাত ডোঙা বন্ধা চাহ-খিনিৰ ওপৰতে খোজ দিলেহি। তাৰ পিচল খোৱা সোঁভৰিটোত লাগি অলপতে কাগতিয়ে অতি কষ্ট কৰি যোগাৰ কৰা ক্রিচেনথিমাম জোপা থোৱা খালি মোটৰ বেটেৰীৰ খোলাটো চিটিকি গৈ বৰ্নিশাললত আঠু লোৱা পঠাছাগলীটোৰ দৰে ডিঙি মোচৰ খাই দুনলমান দূৰৈত পৰিলগৈ। হঠাৎ কি হ'ল কাগতিয়ে তৰ্কিবই নোৱাৰিলে। "অই কণা চকুকেইটা হাতত লৈ ফুৰ নেকি?" —বুলি নভবা-নিচিন্তাকৈ মণ্টিক এটা থলামুৰি সোধাই দিলে। মণ্টিৰ পিচে পিচে ঘটনাৰ আঁত লবলৈ লৰি অহা ইমাই চাৰ্কাছৰ ফ্ৰকৰটোৰ দৰে বেঙামেলি থকা 'মামি'ৰ চেও, পি-ডব্লিউ-ডিৰ পূজামণ্ডপত যোৱাবাৰ যাত্রাত অত্যাচাৰী ৰজাৰ ভংগীৰে থিয় দি থকা 'ডেডি' আৰু থলামুৰি খোৱা মণ্টিক দেখা পাই হাঁহি ৰাখিব নোৱাৰি খিলখিলাই হাঁহি দিলে। লগে লগে তাইৰ গালত পৰিল একালৰ কমলা হাজৰিকাৰ পূৰ্ণহতীয়া চৰ। প্রভাত কাগ্‌তিৰ ঘৰত পলকতে সকলো থমকি ৰ'ল। আনকি জ্বলো জ্বলো কৰা বিজুলী চাকিবোৰো। ...বৰুৱাৰ ঘৰত তেতিয়া লেমৰ পোহৰত সৰু ল'ৰাটোৱে নেওঁতা আওৰাইছে—"এক এগুণ এক ," ৰীণাই পদ্য মুখস্থ কৰিছে "টেল মি নট, ইন মৰ্ণফুল নাম্বাৰছ, লাইফ্ ইজ বাট এন এমপ্‌টি ড্রিম,....." অমলে বুৰঞ্জী পঢ়িছে—"সামন্তবাদী প্রথা ইতিহাসৰ এক স্মৰণীয় অধ্যায়।

# আজিৰ মহাত্মা

কুমুদ গোস্বামী

গুৱাহাটীৰ শৰণীয়া পাহাৰৰ টিলাত থকা গান্ধী মণ্ডপত মহাত্মা গান্ধী সোঁশৰীৰে আবিৰ্ভাব হৈছে। কথাটো ইকাণ-সিকাণকৈ চাৰিওফালে বিয়পি পৰিল। স্কুল-কলেজৰ ল'ৰা-ছোৱালীমখাৰ মনত অপাৰ ফূৰ্তি। সিহঁতে মহাত্মাৰ নাম শুনিছে, ছবি দেখিছে, মহাত্মাৰ সপোনৰ ৰাম-ৰাজ্যত গণতন্ত্ৰৰ আপেল-আঙুৰ খাইছে; এতিয়া নিজ চকুৰে তেওঁক দেখা পাব—কিমান সৌভাগ্যৰ কথা! সিহঁতে এইকেইদিন মাক-বাপেকক খাই মাৰিছে, কেবল গান্ধীমণ্ডপলৈ যাব লাগে, মহাত্মাক চাব লাগে—তেওঁৰ ভৰিৰ ফানতিযোৰ, কঁকালৰ খোচনাত ওলমি থকা ফৰেইন ঘড়ীটো, আঠুৰ তললৈকে পৰা হাত দুখন, সোলা মুখৰ মিচিকিয়া হাঁহিটো, বুকুৰ কামিহাড় কেইডাল গণি কৰি চাব লাগে। কলেজৰ ছোৱালীবোৰেও দাদাহঁতক পেৰি আছে, কেবল গান্ধীমণ্ডপলৈ যাব লাগে, অন্য একো নহলেও অন্ততঃ আউটিং এটা হব। ঘটনাই বয়সন্থ সকলকো আকৃষ্ট কৰিছে। ঘৰে ঘৰে তুমুল আলোচনা হৈছে। গুৱাহাটীৰপৰা ওলোৱা দৈনিক কাকত কেখনে বৰ বৰ হৰফত খবৰটো ছপা কৰিলে। সম্পাদকীয় লেখিলে, ৰাইজৰ চিঠি-পত্ৰ ওলাল, উৎসাহী ডেকা কবিয়ে মহাত্মাৰ প্ৰশস্তিৰে কবিতা লেখিলে। অনাতাঁৰ কেন্দ্ৰই দিনে চাৰিঘণ্টাৰ মূৰে মূৰে ঘেঁহাই ঘেঁহাই ৰামধুনৰ পুৰণি ৰেকৰ্ড বজাবলৈ ধৰিলে। ইতিমধ্যে গান্ধীমণ্ডপলৈ গৈ মহাত্মাক স্বচক্ষে দেখি অহা মানুহো ওলাল। হয়, সঁচাসঁচি মহাত্মাৰ আবিৰ্ভাব! সদায় নহয়, সপ্তাহত দুই-তিনিদিনকৈ তেওঁ দেখা দিয়ে। সন্ধিয়া। আবিৰ্ভাবৰ সময়ত সেইটো ফটকৈ লাইট এটা জ্বলি উঠে মণ্ডপৰ চূড়াত। তাত লাইট এটা ফিট কৰাই থোৱা আছে আগৰেপৰা। সচৰাচৰ সি নজ্বলে। কিন্তু মহাত্মাৰ আবিৰ্ভাবৰ সময়ত সেইটো ফটকৈ জ্বলি উঠে। লাইটটো জ্বলিলেই বুজিব লাগে, মহাত্মা স্বৰ্গৰপৰা নামিল। তাৰ পিছত ৰামধনু আৰম্ভ হয় আপোনা আপুনি। লগে লগে মণ্ডপৰ ভিতৰৰ লাইটবোৰ জ্বলি উঠে। মূল প্ৰবেশদ্বাৰৰ সমুখত অকস্মাৎ মহাত্মাই থিয় দিয়েহি। তাৰ পৰা তেওঁ আৰু নামি

নাহে। মাত্র কেইমুহূর্তমানৰ এটা অলৌকিক দৃশ্য। মানুহে কিবা সুধিলে উত্তৰো দিয়ে।

খবৰটোৱে গুৱাহাটীৰ আকাশ বতাহ এনেদৰে ছানি ধৰিলে যে আগন্তুক বিধানসভাৰ নিৰ্বাচনত এই সমষ্টিৰ পৰা প্ৰতিদ্বন্দ্বিতা কৰা প্ৰখ্যাত গান্ধীবাদী সমাজসেবক তথা মদ নিবাৰণী আৰু বেশ্যা-বৃত্তি নিৰ্মূলকৰণ সমিতিৰ আজীৱন সভাপতি শ্ৰীযুত সুবিধাবাদী দলবাগৰা ডাঙৰীয়াৰ নিৰ্বাচনী প্ৰচাৰ অভিযানৰ গুগান-পণ্টাৰ আদিৰ কথাকো যেন মানুহে পাহৰি যাবৰ উপক্ৰম কৰিলে। শ্ৰীযুতৰ নামটোৰ প্ৰথম অংশটো নৱগ্ৰহ দেউলৰ দেউ গণপতি শৰ্মাই জন্ম-লগন চাই গমি-পিতি দিয়া, দ্বিতীয় অংশটো শ্ৰীযুতে যোৱা দুকুৰি বছৰীয়া গৌৰৱময় ৰাজনৈতিক জীৱনৰ মহান কীৰ্তিৰে অৰ্জা। শ্ৰীযুতৰ নাম গুৱাহাটী কিয় অসমৰ চুকে-কোণে থকা বিভিন্ন শ্ৰেণীৰ মানুহে, (যেনে— মতা-মাইকী, পুৰুষ-মহিলা, লেডিজ-জেণ্টলমেন) বহুত দিনৰপৰা শুনিছে। আপুনি নুশুনাৰো কোনো কাৰণ নাই। অৱশ্যে দেখাৰ সৌভাগ্য আপোনাৰ নহব পাৰে। সেইকাৰণে তেওঁৰ চেহেৰাৰ বৰ্ণনা এটা এইখিনিতে দিলোঁ। তেওঁক আমি একাধিক বাৰ দেখিছোঁ, সেইবাবেহে এই বৰ্ণনা সম্ভৱ হৈছে। মানুহজন ওখই মাজামাজি, সুতা ভৰ্তিহৈ থকা মহুৰাৰ দৰে গাটো দুই মূৰ চিয়াঁ, মাজডোখৰ ডাঙৰ! মূৰত বগা টুপী, গাত বগা ধুতি-পাঞ্জাৱী ভৰিত পামচু; নাকত, হাতত আৰু পকেটত সৰ্বমুঠ তিনিযোৰ জিৰো পাৱাৰৰ চছমা। আচলতে তেওঁ শুদা চকুৰে ঠিক মতেই দেখা পায় যদিও এটা বিশেষ কাৰণত তেওঁ চছমা তিনিযোৰ ব্যৱহাৰ কৰে। যোৱা দুকুৰি বছৰে জনসাধাৰণৰ সেৱাত আত্মোৎসৰ্গ কৰি তেওঁ বুজি পাইছে যে নেতা হবলৈ হ'লে বাহিৰৰ গেট-আপটো বৰ দৰ্কাৰী জিনিছ; সেৱাৰ পৰম বস্তু তাতেই খুন্দ খাই আছে। গতিকে, গেট-আপটো আকৰ্ষণীয় কৰিবৰ বাবেই তেওঁ তিনিযোৰ চছমা ব্যৱহাৰ কৰে। আপুনি তেওঁক দৰ্খাস্ত এখন দিয়ক, তেওঁ তিনিবাৰ চছমা বদলি কৰি কৰি সেইখন পঢ়িব—তেতিয়া তেওঁৰ পাণ্ডিত্য দেখি আপোনাৰ মূৰ দোঁ খাই নাযাবনে? ৰাজনীতি আৰু পাণ্ডিত্য একেলগে সমান দক্ষতাৰে চলাব পৰা মানুহ পৃথিৱীত কেইজন আছে?

ৰেডিঅ'ত ৰামধুন শুনি শুনি চকু মুদ খাই আহিব ধৰোতেই শ্ৰীযুতৰ গাত এখন কোমল হাতৰ পৰশ লাগিল। সেয়া তেওঁৰ পত্নী

মনোৰমাৰ শ্ৰীহস্ত-স্পৰ্শ ।

খক্‌মক্‌কৈ চকু-মুখ মোহাৰি তেওঁ ক'লে, "মনো, তুমি !" মনোৰমাক সাধাৰণতে তেওঁ 'ৰমা' বুলি মাতে । বেছিকৈ মৰম কৰিবৰ সময়তহে 'মনো' বুলি মাতে, বিশেষকৈ ৰাতি । আজি দিনতে মৰমৰ মাতষাৰ শুনি পত্নীয়ে মিচিকিয়াই হাঁহি শ্ৰীযুতৰ কাষতে লেতু-সেতু হৈ বহি ললে । বহি লৈ লাহেকৈ সোঁহাতখন আগবঢ়াই দি মনোৰমাই আলফুলে শ্ৰীযুতৰ বিৰাট পেটটো মোহাৰি মোহাৰি সুধিলে, "আপুনি খবৰটো পাইছে নে নাই ?"

প্ৰেছ কনফাৰেন্সত সাংবাদিকৰ ফালে গহীনাই চোৱাৰ দৰে মনোৰমাৰ মুখলৈ চাই শ্ৰীযুতে সমিধান দিলে, "পাইছোঁ ।"

"গুৱাহাটীৰ সকলো মানুহেই দেখা কৰিলে । মইহে যাব পৰা নাই । বিশেষকৈ, আপোনাৰ ৱাইফ্ হৈও মহাত্মাক দেখা কৰিব নোৱাৰি মই যে আমাৰ ক্লাবত কিমান লাজ পাইছোঁ, কি কম ! আচলতে, বাপুজীক আমাৰ ঘৰলৈকে এদিন ইন্‌ভাইট কৰি অভ্যৰ্থনা জনাব লাগিছিল । গুৱাহাটীত বাপুজীক অভ্যৰ্থনা জনাবৰ যোগ্য ঘৰ আমাৰখনেই ।"

শ্ৰীযুতৰ মূৰত এতিয়া নিৰ্বাচনৰ চিন্তাৰ বাহিৰে আন একো চিন্তাই সোমাব নোৱাৰে । গতিকে মনোৰমাৰ কথালৈ আওকাণ কৰা যেন দেখুৱাই তেওঁ অন্য কথা উলিয়াবলৈ যত্ন কৰিলে, "কোৱাচোন, এইবাৰ ইলেক্‌চনত জিকিলে তোমাক কি প্ৰেজেণ্ট দিম ?"

"আগৰ তিনিবাৰত নিদিয়া কিবা এটা দিব ।"

আগৰ তিনিবাৰত মনোৰমাক শ্ৰীযুতে তিনিটা 'সাধাৰণ বস্তু' উপহাৰ দিছিল । দিছপুৰত দুকঠা মাটি, চান্দমাৰিত এটা তিনি-মহলীয়া বিল্ডিং আৰু এখন মাৰ্ক থ্ৰি এম্বেছেডৰ । এইবাৰো তেনে এপদ দিলেই হ'ল ।

হঠাৎ শ্ৰীযুতৰ মনলৈ আহিল তেওঁ গুৱাহাটীৰ এঠাইত সজাই থকা ছিনেমা হলটোৰ কথা । আকৰ্ণ হাঁহি মাৰি পত্নীক গাৰ কাষলৈ টানি আনি শ্ৰীযুতে ক'লে, "ছিনেমা হলটো কম্‌প্লিট হওঁক । সেইটো তোমাৰ নামেৰে নামকৰণ কৰিম । হব ?"

মনোৰমাই মূৰ দুপিয়ালে । লগে লগে সুধিলে, "এইবাৰ কোন টাইমত পাৰ্টি চেঞ্জ কৰিব ? ইলেক্‌চনৰ ৰিজাল্ট ওলোৱাৰ আগত

নে পিছত ?”

“সেইটো এতিয়াই কব নোৱাৰি। ইলেক্‌চনৰ পিছত যি পাৰ্টিয়ে মিনিষ্ট্ৰি গঠন কৰে, তাতে মই যোগ দিম। আচল কথা হৈছে, মই মন্ত্ৰী হব লাগিব। মন্ত্ৰী নহলে ৰাইজৰ সেৱা কেনেকৈ কৰিম ? আমাৰ জনসাধাৰণ বোকাত পোত খাই আছে। তেওঁলোকক আমি ওপৰলৈ তুলিব লাগে। তুলিবলৈ হলে তুমি টান মাটিত থিয় হৈ বল দিব লাগিব। আচল কথা হৈছে ফাউণ্ডেছন। প্ৰথমে তুমি নিজে টকা-সম্পত্তি গোটাই, খাই-বৈ হৃষ্ট-পুষ্ট হৈ, ঘৰ-গাড়ী কৰি নিশ্চিন্ত হৈ ল’ব লাগিব, তেতিয়াহে তুমি আনক সহায় কৰিব পাৰিবা। মহাত্মা গান্ধীয়েও পাকে-প্ৰকাৰে তাকে কৈ থৈ গৈছে। আমাৰ মানুহবোৰে কথাবোৰ বুজি নাপায়, ফলত আমাক—যিবিলাক দেশনেতাই আজীৱন শয়নে-সপোনে কেবল গান্ধীবাদকে অনুসৰণ কৰি আহিছে-তেওঁলোকক গালি পাৰে। পাৰি থাক। মহাত্মায়ো গালি খাইছিল, শেষত গুলিও খালে।” মনোৰমাই তলকা মাৰি বক্তৃতা শুনি থকা দেখি উৎসাহিত হৈ শ্ৰীযুতে আকৌ কবলৈ ধৰিলে, “আমাৰ পাৰ্টিবিলাকৰো দোষ নথকা নহয়। কোনো পাৰ্টিয়েই ছিনিছিয়ালি গান্ধীক ফলো নকৰে। গতিকে যেতিয়াই কোনো এটা পাৰ্টিয়ে গান্ধীবাদক বাদ দি কাম কৰা দেখোঁ তেতিয়াই মই সেই পাৰ্টি ত্যাগ কৰোঁ। অকল এই কাৰণেই মই অনিচ্ছা স্বত্তেও আজিলৈকে দহবাৰ পাৰ্টি সলনি কৰিবলগীয়া হৈছোঁ। গান্ধীবাদৰ মূল কথা হৈছে পাব্লিকক সেৱা কৰা মানে এনেকুৱাকৈ, চোৱাঁ, নমস্কাৰ কৰা। য’তেই পাব্লিকক সেৱা কৰাৰ সুবিধা পাওঁ, তালৈকে মই যাওঁ। যোৱা দুকুৰি বছৰে পাব্লিকক কম সেৱা কৰিলোঁনে ?” শ্ৰীযুত ক্ষন্তেক পৰ ৰ’ল। বেড ৰুমৰ ড্ৰেছিং আয়নাত তেওঁৰ প্ৰতিচ্ছবি উঠিছে। প্ৰতিচ্ছবিটোলৈ একেথৰে অলপ সময় চাই থাকি তেওঁ লাহেকৈ হাত দুখন বুকুৰ মাজলৈ আনি এক সহাস্য নমস্কাৰৰ ভংগি কৰিলে। এই ভংগিটো আয়ত্ত কৰিবলৈ তেওঁ কিমানবাৰ ৰিহাৰ্ছেল কৰিব লগা হৈছিল, সেই কথা একমাত্ৰ মনোৰমাই জানে।

মনোৰমাই মোহাৰি থাকোতে হঠাৎ শ্ৰীযুতৰ পেটটোৱে এবাৰ কৰ্‌কৰালে। মনোৰমাই বুজিলে, স্বামীৰ ভোক লাগিছে। পাকঘৰত ৰন্ধাবস্তু সাজু কৰি থোৱাই আছে। সাউৎকৈ পাকঘৰলৈ গৈ তেওঁ বস্তুখিনি লৈ আহিল।

“ইয়াতেই হ’ব দিয়া” বুলি বেডৰুমতে শ্ৰীযুতে খোৱা আৰম্ভ

কৰি দিলে। ৰোষ্টেড চিকেন, বইল্‌ড এগ, লোফ-বাটাৰ, আপেল, জাহাজী কল, আৰু ফুলপেগ ব্ৰাণ্ডি আগত লৈ গোগ্ৰাসে খাই থকা প্ৰখ্যাত গান্ধীবাদী নেতাগৰাকীৰ প্ৰতিচ্ছবিটো আইনাত চাই চাই মনোৰমাৰ দুচকু আনন্দত উজ্জ্বল হৈ উঠিল। মুৰ্গীৰ ঠেং এখন চোবাই অন্ত কৰি পেগৰপৰা বিলাতী এঢোক মাৰি শ্ৰীযুতে মনোৰমাৰ মুখলৈ চালে। মনোৰমাই তলমূৰকৈ কিবা এটা ভাবি আছিল। তেনেতে আমাৰ গান্ধীবাদীয়ে ক'লে, "তুমি বোধহয় ভাবিছা, গান্ধী-য়েতো বড়াখানা খোৱা নাছিল, আমাৰ এওঁ কিয় খায়? নহয়নে?

মনোৰমাই আজলী হৰিণীৰ দৰে ৰ লাগি স্বামীৰ শ্ৰীমুখলৈ চাই থাকিল। স্বামীদেৱতা সঁচাকৈয়ে অন্তৰ্যামী!

"তুমি ঠিকেই ভাবিছা। মহাত্মাই এনে খানা খোৱাৰ চান্স পোৱা নাছিল; কিন্তু এনে খানা আনেও খাব নালাগে বুলিতো তেওঁ কোৱা নাছিল। যিটো কথা তেওঁ কৈ যোৱা নাই, সেইটো কথা গান্ধীবাদত কেনেকৈ সোমাব? আচল কথা হৈছে বেলেগ।" এইবাৰ ঠেং চোবাবলৈ তেওঁ উদ্যত হ'ল। 'তেওঁ সম্পূৰ্ণ স্বাধীনতাত বিশ্বাস কৰিছিল। তুমি নিজৰ ইচ্ছামতে টকা ঘটিব পাৰিবা, খাব পাৰিবা, পিন্ধিব পাৰিবা, সা-সম্পত্তি কৰিব পাৰিবা, চব নিজৰ ইচ্ছামতে কৰিব পাৰিবা; সেয়াহে আচল স্বাধীনতা। আৰু তেওঁৰ ড্ৰেছযোৰৰ কথা কোৱা। সেইটো আছিল তেওঁৰ গেট-আপ। নেতা হবলৈ গেট-আপ লাগিবই, তোমাক কৈছোঁ। কিন্তু সেইটো গেট-আপ এতিয়া নচলে। সেইটো ড্ৰেছ পিন্ধিলে তোমাক মিউনিছিপালিটিৰ গাড়ীয়ে ভিখাৰী বুলি চিটিৰ বাহিৰ কৰি থৈ আহিব। মহাত্মাই বহুত ভাবি-চিন্তি সেইটো ড্ৰেছ কৰিছিল। তেওঁ ভাবিছিল, সসাগৰা পৃথিবীৰ মালিক বগা চাহাবক কেনেকৈ ভয় খুৱাব পৰা যায়! ভাবি ভাবি সেইটো উপায়কে পালে। বগা চাহাবে মহাত্মাৰ টি-টিয়া মাতটো শুনি আৰু আধা নঙঠা গাটো দেখি তেওঁক কিবা স্পিৰিট মানে ভুত বুলি ভয় কৰিছিল। সেই ভয়তে সিহঁত পলাল।" খানা শেষ কৰি এইবাৰ হাতৰ আঙুলি চেলেকাৰ সময়। স্বামীৰ গান্ধীদৰ্শনৰ জ্ঞানৰ গভীৰতা জানিব পাৰি মনোৰমাৰ মন ভক্তিত গদ গদ হৈ পৰিল। টুপ্‌কৈ ভৰি চুই সেৱা এটা কৰিবৰ মন গ'ল। স্বামীদেৱতাৰ নিদ্ৰা আহিবৰ উপক্ৰম হ'ল যেন দেখি মনোৰমাই তেওঁৰ মূৰটো পিটিকি দিবলৈ ধৰিলে। খাবলৈ-শুবলৈও সময় নাই; ইমান ব্যস্ত মানুহ।

এক ছেকেণ্ডমানৰ পিছতে শ্ৰীযুতৰ নাকে মৰাশ্বেৰৰ গেঁগা বজাবলৈ ধৰিলে। শব্দটো লাহে লাহে বাঢ়ি আহিল ; ডাঙৰ হৈ আহিল। এটা সময়ত ঘৰ-ঘৰ শব্দ কৰি এখন দীঘল মালবাহীট্ৰেইন শৰাইঘাট দলংত উঠিল। এটা গৰখীয়া ল'ৰাই পথাৰৰপৰা থৰ লাগি ট্ৰেইনখনলৈ চাই থকাৰ দৰে মনোৰমায়ো তেওঁৰ পূজনীয় স্বামীদেৱতাৰ মুখলৈ চাই থাকিল। এনেহেন পুৰুষৰ পত্নী হোৱাটো কিমান সৌভাগ্যৰ কথা! এবাৰ নহয় দুবাৰকৈ মনোৰমাই ফ'ৰেইন দেখা পাইছে স্বামীৰ যহতে। কাৰ্তিক গণেশৰ দৰে দুটা পুত্ৰ পাইছে। দুই পুত্ৰই এতিয়া দেউতাকৰ আদৰ্শকে লৈ পলিটিক্স কৰাৰ আশাৰে ঠিকাদাৰী কৰি ফাউণ্ডেছন বনাবলৈ ধৰিছে। গান্ধীবাদৰ গুপুত মন্ত্ৰফাঁকি হেনো সিহঁতে ইতিমধ্যে আয়ত্ত কৰিছেই। কথাবোৰ ভাবি থাকোতে স্বামীদেৱতাৰ শ্ৰীচৰণলৈ মনোৰমাৰ দৃষ্টি গ'ল। শ্ৰীযুতৰ সোঁভৰিখনত এটা গোলমাল আছে। তাহানি বিয়াল্লিছৰ আন্দোলনত পুলিচৰ কোব খোৱাৰ ফল। চকুচৰহাবোৰে আকৌ কাৰণটো বেলেগ বুলি কয়। ক'লে কি হ'ব? কোৱাবোৰৰ হাতত প্ৰমাণ নাই। শ্ৰীযুতৰ হাতত প্ৰমাণ আছে। তেওঁক পলিটিকেল ছাফাৰাৰ বুলি চৰকাৰে পেন্সন দিছে, মুক্তিযুজাৰুৰ তাম্ৰপত্ৰ দিছে। তেওঁ ছদিন জেলো খাইছিল। বহুতে আকৌ তাৰো কাৰণ অন্য কিবা বুলি কব খোজে, ফুলচুৰি কেছত জেল খোৱা বুলি কব খোজে। কওক। স্বামীদেৱতাৰ কাষৰপৰা উঠি গৈ মনোৰমাই ড্ৰেছিং টেবুলৰ সন্মুখত বহিলগৈ। সন্ধ্যাৰ আগে আগে সাজি-কাচি নোলালে আলহীৰ উৎপাতত আৰু ওলোৱাই নহব। শ্ৰীযুত সুবিধাবাদী দলবাগৰা ডাঙৰীয়াৰ ৰাজনৈতিক কৃতিত্বৰ ক্ষেত্ৰত মনোৰমাৰ সুস্বাস্থ্য আৰু সুৰুচিপূৰ্ণ ব্যৱহাৰৰ অবদান অপৰিসীম। যিজন এম-এল-এক শ্ৰীযুতে এসপ্তাহ যুঁজিও হাত কৰিব নোৱাৰে, সেইজনক মনোৰমাই এটা সন্ধিয়াতে পাকৰাও কৰি দিয়ে। বৰপুত্ৰই ঠিকাৰ বিল পাছ কৰাবৰ সময়ত ইঞ্জিনিয়াৰৰ ওচৰলৈ মাকক লৈ যায়। মাকে ইঞ্জিনিয়াৰৰ প্ৰাইভেট ৰুমত সোমাই এঘণ্টাৰ ভিতৰতে বিল পাছ কৰাই আনে।

কবলৈ পাহৰিয়েই গৈছোঁ, আমাৰ গান্ধীবাদীয়ে এখন পষেকীয়া আলোচনীও পয়দা কৰিছে। আলোচনীখনৰ আচল নাম 'ৰুকাছ', কিন্তু গুৱাহাটীৰ মানুহে তাৰ নাম থৈছে 'ডাষ্টবিন'; উচ্ছিষ্ট লেখাৰে ঠাহখাই থকা জাবৰুৱা আলোচনী। পূজা, বিহু, ঈদ, খৃষ্টমাছ, অম্বুবাচী আদিত ইয়াত বিশেষ জাবৰ-সম্ভাৰ বাহিৰ হয়। উৎকৃষ্টতম শিতান

হৈছে ইয়াৰ সম্পাদকীয়টো। প্ৰতিটো সম্পাদকীয় প্ৰবন্ধতে আন্দাজমতে মাৰ্ক্স, লেনিন, গান্ধী, বুদ্ধ, টলষ্টয়, গৰ্কি, দ'ষ্টয়েফ্স্কী, ছেক্সপিয়েৰ শংকৰদেৱ আদি জীৱগণৰ নাম স্প্ৰে কৰা হয়। সম্পাদকে অসমীয়া মানুহৰ দুৰ্বলতা জানে। মনোৰমাৰ হতুৱাই সম্পাদকীয়ৰ ওপৰত চিঠি পত্ৰ কেইখনমান লেখায়, বিতৰ্কৰ সৃষ্টি কৰে। মনোৰমাই সুধিলে কয়, "আজিকালি ৰাজনীতিৰ ঢং বেলেগ হৈছে। তাত সাহিত্য-সংগীত চব সুমুৱাই দিলেহে পাব্লিকে মোক ৰেছপেক্ট কৰিব, মোক স্কলাৰ বুলি ভাবিব। ডেকাচামৰ মন যোগাবলৈ মই সেইকাৰণে মাজে মাজে মাৰ্ক্সৰ কথা কওঁ, বিপ্লৱৰ কথা কওঁ। আদহীয়া চামৰ বাবে ধ্ৰুপদী সাহিত্যৰ গুণগান কৰোঁ, আৰু বৃদ্ধচামৰ বাবে কীৰ্তন-ঘোষা, ৰামায়ণ-মহাভাৰতৰ কথা লেখোঁ। আচলতে মোৰ ধান্দা গাদীৰ প্ৰতি, গাড়ী-সম্পত্তিৰ প্ৰতি। পাব্লিকৰ চকুত ধূলি মাৰিব পৰাটো বিচক্ষণ ৰাজনীতিবিদৰ লক্ষণ। মোৰ বগা চামৰা আৰু বগা পোছাকৰ মাজৰ-পৰা আচল মতলবটো পাব্লিকে সহজে ধৰিব নোৱাৰে।"

এইকেদিন গান্ধী-মণ্ডপ লোকে লোলাৰণ্য হৈ পৰিছে। দূপৰীয়া এডোখৰৰপৰা তালৈ মানুহৰ সোঁত ববলৈ ধৰে। সকলোৰে উদ্দেশ্য মহাত্মাৰ দৰ্শন লাভ কৰা। মানুহৰ লগতে খোজ মিলাই পাহাৰৰ জংগলত থকা শিয়াল ফেউৰা, শহা, জহামাল আদিয়েও মণ্ডপ অভি-মুখে যাত্ৰা আৰম্ভ কৰিছে। কেইটামান ৰূপৰীয়া কুকুৰো লগ লাগিছে। শৃগালবৃন্দই মহাত্মাক এটা প্ৰশ্ন সুধিব—জীৱহত্যা মহাপাপ বোলা বাক্যটো শৃগালকুলৰ ক্ষেত্ৰত এপ্লিকেবল হয়নে নহয়? আনহাতে, সাৰমেয়গণে সুধিব—গান্ধীবাদৰ থিওৰি এপ্লাই কৰি ৰামৰাজ্যত মানুহে মানুহৰ উচ্ছিষ্ট ভক্ষণ কৰাটো নিষিদ্ধ কৰিব নোৱাৰিনে?

বহুদিন বহুবাৰ কুতুৰি কুতুৰিও যেতিয়া মনোৰমাই স্বামী-দেৱতাক সন্মত কৰাব নোৱাৰিলে তেতিয়া এদিন সন্ধিয়া তেওঁ নিজেই গাড়ীখন লৈ গান্ধী-মণ্ডপলৈ ওলাল। লগত ড্ৰাইভাৰটোকো ল'লে। তথাপি সি গাড়ী চলাবলগীয়া নহ'ল। মনোৰমাই গাড়ী ড্ৰাইভ কৰিলে। সি কেৱল মনোৰমাৰ গাতে লগাকৈ বহি থাকিল। কেতিয়াবা হঠাৎ তাৰ হেল্প লগা হ'ব পাৰে।

মনোৰমাৰ মনত খৌকি-বাথৌ চিন্তাৰ টৌ। মহাত্মাক দেখা পাব—কিমান সৌভাগ্যৰ কথা। মনোৰমাই নাৰ্ভাছ কৰিব নেকি?

নকৰে। আগবাঢ়ি গৈ তেওঁ নিজৰ পৰিচয় দিব—মই অমুকৰ ৱাইফ্। মহাত্মাই তেওঁৰ হাছবেণ্ডক নিচিনাৰ কাৰণ নাই। তেওঁ ইলেক্‌ছনত উঠা বাবেই কিজানি কেম্পেইন কৰিবলৈ মহাত্মা স্বৰ্গৰপৰা নামি আহিছে। তেওঁৰ হাছবেণ্ডৰ দৰে প্ৰকৃত গান্ধীবাদী লোক দেশত দ্বিতীয় এজন নাই। মানুহটো গধূলি গধূলি কৰবালৈ ওলাই যায়। আজিও গৈছে। নোযোৱা হলে মনোৰমা সস্বামীক আহিলহেঁতেন ইয়ালৈ। কিমান ভাল লাগিলহেঁতেন! এতিয়া অকলে তেওঁ মহাত্মাক কি কথা সুধিব? কি ৰিকুৱেষ্ট কৰিব? ল'ৰাদুটাক গান্ধীবাদৰ মন্ত্ৰপূত কৰা কবচ দুটা দিয়াৰ কথাকে ক'ব নেকি? নে স্বামী-দেৱতাক ইক্‌চনত জিকাই দিয়াৰ কথা ক'ব? মনোৰমাৰ নিজৰ মনতো আকাংক্ষাৰ অংকুৰ নথকা নহয়। সুবিধা পালে তেওঁৰো পাব্লিকক সেৱা কৰাৰ ইচ্ছা এটা আছে। মহাত্মাই যদি কিবা কোটাত তেওঁকো এবাৰ সুবিধা দিয়ে বৰ ভাল হয়।

ভাবি ভাবি যাওঁতে মনোৰমাৰ গাড়ী শৰণীয়া পাহাৰৰ পকোৱা পকা ৰাস্তাত উঠিলগৈ। একোটা ডাওৰ টানিণ্ডতে তেওঁ ড্ৰাইভাৰক ভয়তে সাবট মাৰি ধৰি বুকুত সুমুৱাই লয়, ড্ৰাই-ভাৰে ভাবে পৰাই ষ্টিয়াৰিং কণ্ট্ৰোল কৰি মনোৰমাক হেল্প কৰে। গাড়ী কোঁ কোঁৱাই আগবাঢ়ি গৈ গান্ধীমণ্ডপৰ ওচৰ পাওঁতহে মনো-ৰমাৰ সম্বিৎ ঘূৰি আহিল। লৰালৰিকৈ গাৰ কাপোৰ-কানি ঠিক-ঠাক কৰি লৈ তেওঁ ড্ৰাইভাৰক কোলাৰপৰা নমাই দিলে। এটা বাধ্য কেঁচুৱাৰ দৰে সি নামি গ'ল।

গান্ধী-মণ্ডপৰ সন্মুখৰ লনখনত মানুহ ভৰি পৰিছে। জীৱ-জন্তুও সমানে উপস্থিত। আটাইবোৰেই অধীৰ হৈ মহাত্মাৰ আবিৰ্ভাবৰ ক্ষণ গণি আছে। সন্ধিয়া লাগিছেহে; ভালদৰে আন্ধাৰ হোৱা নাই। গতিকে তেওঁৰ আগমণলৈ কিছুসময় আছে। এই সুযোগতে ফপৰীয়া কুকুৰকেটাই নিজৰ নিজৰ জাগাবোৰত নেজপাৰি বহি ল'লে। জাগাৰ সীমা লৈ সকসুৰাকৈ সিহঁতৰ মাজত কাজিয়াও লাগিল। দুটা ফপৰীয়াই বাকী কেইটাক নাক-চকু-দাঁত বিকটাই গেঙেৰিয়াই ভয় খুৱাবলৈ ধৰিছে। শৃগালবৃন্দই সমস্বৰে হোৱা দিবলৈ সাজু হোৱাৰ দৰে থুপহৈ বহি কুঁ কুঁৱাবলৈ আৰম্ভ কৰিলে। ল'ৰা-ছোৱালী আৰু মতা-মাইকীৰ মাজত আৰম্ভ হৈছে বিচিত্ৰ

কোলাহল। মানুহৰ ভিৰ ঠেলি ঠেলি সকলোৰে আগলৈ গৈ মনোৰমা ঘাঁহনিৰ ওপৰত বহিল।

লাহে লাহে আন্ধাৰ হৈ আহিবলৈ ধৰিলে। মানুহৰ গুণ গুননিও ক্ৰমে নাইকিয়া হবলৈ ধৰিলে। চাৰিওফালে ৰুদ্ধশ্বাস নীৰবতা বিৰাজমান। পাতল ফিৰফিৰিয়া বতাহত জহামাল কেইটাৰ দেহৰ পৰা নিৰ্গত হোৱা সুবাস সকলোৰে নাকত সোমাইছে। মনোৰমাৰ গাৰ বিদেশী চেণ্টৰ গোন্ধও তল পৰি যাবৰ উপক্ৰম হৈছে।

এনেতে হঠাৎ মণ্ডপৰ চূড়াত ফট্‌কৈ লাইটটো জ্বলি উঠিল। অৰ্থাৎ, মহাত্মা আহিল! আটায়ে সেপ গিলি সতৃষ্ণ নয়নে মণ্ডপৰ মূল তোৰণখনলৈ চাবলৈ ধৰিলে। উশাহ লবলৈকে যেন পাহৰি গ'ল। লাইটটো জ্বলাৰ পিছ মুহূৰ্ততে আৰম্ভ হ'ল ৰামধুন— মণ্ডপৰ ভিতৰৰ পৰা পুৰুষ-মহিলাৰ সমবেত কণ্ঠত ভাঁহি আহিল 'ৰঘুপতি ৰাঘৱ ৰাজা ৰাম; পতিত পাৱন সীতাৰাম।' লনৰ ওপৰত বহি থকা জনগণৰ ভিতৰতো দুই-একে ৰামধুন গুন্‌গুনালে। ৰামধুন শেষ হোৱাৰ লগে লগে মণ্ডপৰ মূল তোৰণত থকা নীলা লাইটটো জ্বলি উঠিল। লগে লগে মেল খালে তোৰণদ্বাৰ। আহ, কি উৎকণ্ঠাময়, ৰহস্যময়, মাৰাত্মক সেই মুহূৰ্ত! সঁচাই, মহাত্মা আহিছে। মূৰৰ পৰা ভৰিলৈকে বগা কাপোৰেৰে আবৃত এক মায়াবী মূৰ্তি তোৰণৰ মুখত দণ্ডায়মান হৈ ৰ'ল! আটাইৰে হাত বুকুৰ মাজত থুপ খালে। জয়তু বাপুজী! জয়তু!! মহাত্মাক প্ৰশ্ন সুধিবলৈ আটায়ে একেলগে পাহৰি থাকিল। নিৰুপায় হৈ মহাত্মাই তেওঁৰ টি-টিয়া মাতটোৰে উপযাচি এটা ভাষণ দিবলৈ ধৰিলে—"তোমালোগৰ চাম্‌নত হামি আজি অছমীয়াত লেক্‌চাৰ কৰিম। এই ভাছাটো হামি ছিখি আহিছো। এই ভাছাটো ছিখিবলৈ বেছি টাইম নালাগে; কিতাপ-পত্ৰও নালাগে। খালী ৰাস্তাৰ ছাইনবোৰ্ড পঢ়িকেনে হামি ভাছাটো জানিছো। তোমালোগৰ ছাইনবোৰ্ড বিলাক একদম ঠিক আছে; গাড়ী, অটো আৰু দোকানত লেখা লাইনবিলাকো খাঁটি আছে। আৰু কেইবৰছমান পিছত অছমীয়া ভাছাই বেছি উন্নতি কৰিব। কাৰণ, তোমালোগৰ চব ডাংগৰ ডাংগৰ মানুহৰ বাচ্চাবোৰে ইংৰাজী স্কুলত পঢ়ে।

হেই বাচ্চাবিলাক ডাংগৰ হলে অহমীয়া ভাছাটোৰ বল বাঢ়িব।·
তেতিয়া তোমলোগক ছাপে নুখুঁতে, মেকে বাইট কৰিব। বুঢ়া,
অকামিলা দেউতা-মা মৰি যাব; পাপা-মাম্মী থাকিব। খুৰা
মৰিব; আংকল থাকিব। মাহী-পেহী মৰি যাব; আণ্টি থাকিব।
কিমান ভাল হব! চব অহমীয়া মৰি যাব, লেকিন অহমীয়া
ভাছাটো বৃটিছ মিউজিয়ামত থাকি যাব! কিত্না গৌৰৱৰ কথা!!

"হেই চুন্দৰ ভাছাটোৰ কথা ইমানতে এৰি হামি এতিয়া
পলিটিক্সৰ কথা কওঁ। পলিটিক্সতো অহমীয়া লোগে খুব উন্নতি
কৰিছে; তেওঁলোকে পলিটিক্সৰ আচল জিনিছ গান্ধীবাদী—মানে,
হামাৰ ইন্সট্ৰাক্শন মানি লৈছে। এইযে তোমালোগৰ লিডাৰ
ছিৰীযুত চুবিধাবাদী দলবাগৰা ডাংগৰীয়া আছে, হেইটো খুব খাঁটি
লিডাৰ আছে। হামি কেবল কথাবিলাক কৈ গৈছিলো, তোমা-
লোগৰ লিডাৰে তাক কামত লগাইছে। হামাৰ জীৱনত যিবিলাক
ডিজায়াৰ আন্ফুল্ফিল্ড হৈ থাকিল, হেইবিলাক চুবিধাবাদীয়ে ফুল্ফিল
কৰিছে। আচল কথা হৈছে চুবিধা; হিন্দিত যাক কোৱা হয়
'আপৰ্চুনিটি'। হামি চুবিধা নাপালো। তোমালোগে পাইছা;
একচেপ্ট্ কৰা। আপ্না খুছীমতে লাইফ এন্জই কৰা। মাৰা-
মাৰি, কাটাকাটি কৰি দেছৰপৰা ভায়লেঞ্চক আউট কৰি দিয়া।"
এইবুলি মহাত্মাই সেঁ সেঁ কৈ এলানি হাঁহি মাৰিলে; তাৰ পিছত
এটা বিকট চিঞৰ মাৰি তেওঁ দুৱাৰ মুখতে ঢলি পৰিল। ক'ত
কি অঘটন ঘটিল বুলি দৰ্শক মণ্ডলী ভয়তে লৰালৰিকৈ পলাবলৈ
ধৰিলে। ফগৰীয়া কুকুৰ কেইটাই পিছৰ ঠেংদুখনৰ মাজত নেজ
সুমুৱাই লৈ তৰানৰা ছিগি দৌৰিবলৈ ধৰিলে। শৃগাল বৃন্দইও
এশ এটা বুদ্ধিৰ কোনটো খতুৱাব ভাবি-চিন্তি শেষত মাৰাথান
ৰে'ছ দিয়াৰ সিদ্ধান্তকে গ্ৰহণ কৰিলে। ল'ৰা-ছোৱালী, বুঢ়া-বুঢ়ী
সকলো দিহাদিহি পলাল।

এনেকুৱা ক্ৰাইছিছত মনোৰমাই সদাই বাইটে ডিছিছন লয়।
তেওঁ নদৌৰিলে। বৰং, মাটিত বাগৰি থকা মহাত্মাৰ ওচৰলৈহে
অকলে আগবাঢ়ি গ'ল। গান্ধী-মণ্ডপৰ ভিতৰৰ পৰাও কেইগৰাকী-
মান পুৰুষ-মহিলা চলংপলংকৈ মহাত্মাৰ ফালে আগুৱাই অহা
তেওঁৰ চকুত পৰিল। মদখাই মাতাল হৈ অৰ্ধ উলংগ হৈ অহা

মানুহ কেগৰাকীক চিনি পাবলৈ মনোৰমাৰ বেছি সময় নালাগিল। আটাইকেজন মনোৰমাৰ স্বামীদেৱতাৰ নিৰ্বাচনী অভিযানৰ সক্ৰিয় কৰ্মী। তেওঁলোকক বাওঁহাতেৰে ইংগিতেৰে বাধা দি মনোৰমাই লাহেকৈ মহাত্মাৰ গাত থকা বগা কাপোৰখন সামান্য গুচাই দিলে। কিন্তু, ইকি কাণ্ড! এয়া দেখোন তেওঁৰ পৰম পূজনীয় স্বামীদেৱতা! তেওঁৰ মুখৰ পৰা অকটা গোন্ধ এটা আহি মনো-ৰমাৰ নাকত সোমাল। তেও বমিও কৰিছে। মনোৰমাৰ শ্ৰীহস্ত-স্পৰ্শ অনুভৱ কৰাত শ্ৰীযুতে লাহেকৈ এবাৰ চকু দুটা মেলিলে; তাৰ পিছত অস্পষ্ট মাতেৰে ক'লে, "তুমি ইমান অকয়িবা মনো—মই এইবা জিকিম।"

# চৰকাৰী কলম

ভুপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য

যোৱাকালি নতুনকৈ বদলি হৈ অহা অফিচাৰ চৌধুৰীয়ে, তেওঁৰ কাৰণে সম্পূৰ্ণ নতুন বিভাগটোত জইন কৰি যেতিয়া বহল কোঠাটোৰ সোঁমাজৰ মেজৰ লগত থকা চকীখনত বহী নোট এটা দিবলৈ বহিল সেইসময়তে হঠাৎ সন্মুখৰ ফালে ফাউণ্টেনপেনৰ নিচিনা হেণ্ডেল-ডাল মাটিত পৰি নিবটো সম্পূৰ্ণ বেঁকা হৈ নিলিখা হোৱাত তেওঁ অপ্ৰস্তুত হৈ পৰিল। তেওঁ চাপ্ৰাচীজনক মাতিছিল আৰু নিবটো সলনি কৰিবলৈ কৈ কিবা এটা জৰুৰী কথা মনত পৰি সন্মুখত থকা অফিচৰ গাড়ীখনত উঠি গুচি গ'ল।

দ্বিতীয়দিনাও চকীখনত যেতিয়া অফিচাৰে দেখিলে যোৱাকালি ঠিক কৰিবলৈ দিয়া নিবটো ঠিক কৰি থোৱা নাই, তেওঁ অতি অধৈৰ্য্যৰে সৈতে কলিং বেলটোত এনেদৰে টিপা মাৰিলে, সেই শব্দত অফিচৰ হেড এচিছটেণ্ট যোগ্য মেধি, নিম্ন সহকাৰী, উচ্চ সহকাৰী আৰু কোঠাটোৰ চুকত কিবা এক দুঃচিন্তাত আমন-জিমনকৈ বহি থকা কুমাৰী চিলা দেৱী, সকলোৱে চকু থিয় কৰি ইজনে সিজনৰ মুখলৈ চালে—'কি হ'ল ?'

হেড এচিছটেণ্ট যোগ্য মেধিয়ে কিছুবেলি চিলা দেৱীৰ ফালে চাই থাকি লাহে লাহে সুধিলে—'মই ঠিক বুজিব নোৱাৰিলো, কি হ'ল ?'

চিলাৰ প্ৰকাশ ভংগীৰপৰা বুজা গ'ল —নিশ্চয় সাধাৰণ নহয়।

কথাটো নিশ্চয় সাধাৰণ নহয়,—নিম্ন সহকাৰীজনে কলে।

কি নাম তোৰ ? অফিচাৰজনে খঙেৰে সুধিলে।

'উমেশ !'

তোক মই যোৱাকালিয়েই কোৱা নাছিলো ?

কৈছিল চাৰ, হয় চাৰ।

কি কৈছিলো ?

কৈছিল চাৰ—টোপনিজালত সামাজিক দেখাৰ দৰে উমেশে

কলে। মই ববৰাবুকো কৈছিলো।

বৰবাবু মানে ?

আমি হেড এচিছটেণ্টক তেনেকৈয়ে মাতো, আমাৰ অফিচৰ এইবোৰ কাম তেখেতেই চলায়।

বুজিলো তাৰ পাছত কি হ'ল ?

বৰবাবুৱে কলে—অফিচত, যিবিধ হেণ্ডেলৰ নিব আছে সেই নিব আপোনাৰ হেণ্ডেলত নাখাটে। আচলতে এইডাল হেণ্ডেলৰ নিচিনা হলেও ই পেনৰহে কাম কৰে।

বুজিছো, বুজিছো, তাৰ পাছত—

নতুনকৈ এডাল আনিব লাগিব। মই যোৱাকালি কেবাখনো দোকানত হেণ্ডেলডাল লৈ এনেকুৱা নিব বিচাৰিলো, কিন্তু বিচাৰি নাপালো।

ঠিক আছে, হেড এচিছটেণ্টক মই মাতিছো বুলি ক।

ইয়েচ চাৰ, মোক মাতিছিল ? যোগ্য মেধিয়ে সম্মুখত থকা চকীখনত টান মাৰি আনি বহি ললে আৰু হাতদুখন মোহাৰিলে।

আচ্ছা মেধি, এনেকুৱা কলম যদি নাই, অৱশ্যে এইবোৰ ফৰমাইছি বস্তু, য'তে ত'তে নাপাইও; গতিকে আমাক যিখন দোকানে এনেবোৰ বস্তু চাপ্লাই কৰে কেচ পইচা অলপ দি সোনকালে মোক কলম এটা অনাই দিলেই হ'ল। এনেকুৱা হেণ্ডেল নহলেও হ'ব। কামটো সোনকালে কৰিলেই ভাল, নে কি কয় ? বিক'জ আই ফিল্ ডিচটাৰ্বড্। যোৱা কালিৰপৰা নোট এটাকে দিব পৰা নাই।

ইয়েচ চাৰ, আপুনি কৈছে যেতিয়া মই এতিয়াই অনাই দিছো।

হ'ব। (বাতৰি কাকত লুটিয়ায়)

অফিচাৰৰ মেজাজ হেড এচিছটেণ্টে এতিয়াও ধৰিবই পৰা নাই। মানহজন যদি তেওঁৰ অফিচ দৰ্শনৰ লগত নিমিলে, তেনেহলে তেওঁৰ কাৰণেই সৰ্বনাশ। শকত গোঁফ, বেক ব্ৰাচ চুলি, চকুত লোলুপ দৃষ্টি, মুগা বৰণীয়া চকু, চকুৰ ওপৰত ধেনুভেৰীয়া চেলাউৰি, কল্পনা কৰিলে এনেকুৱা লাগে যেন ধেনুভেৰীয়া চেলাউৰিটো এখন ধনুহে, তাৰ ওপৰত এডাল কাঁড় সাজু হৈছে, কাৰোবাৰ ওপৰত খং উঠিলেই যেন কাঁড়পাত এৰি দিব।

টিপ্ টিপ্ টিপ্ টিপ্—টিপি-টিপি-টিপি—টাইপিষ্টে চিলা দেৱীয়ে টাইপৰ ফেচত হাত ৰাখি, এখন হাতেৰে সামান্য ফাঁক কৰি—'বাপৰে বাপ একদম মুডত আছে' । যি দেখিছো আজি টাইপতে হাত ৰাখিব লাগিব । একেবাৰে কুকুৰনেচীয়া বাঘৰ দৰে, ওলাই গলেই কুকুৰ-নেচীয়া বাঘৰ দৰে হাউত্কৈ জপিয়াই পৰিব যেন পাইছো ।' তাই মনে মনে ভাবিলে ।

এইটো ক'ৰপৰা আনিলি ? (লিৰিকি বিদাৰি) অভিনাৰী কলম, হুঁ ! কিমান দাম ?

ওঠৰ টকা ।

ওঠৰ টকা, এইট্টিন ! হাউ ইট্ ইজ্ ? এই অভিনাৰী কলম-টোৰ দাম ওঠৰ টকা ? ইম্পচিবল ! খুব বেছি পাঁচ টকা, ইউ আৰ এ লায়াৰ, মিছলীয়া, ক' সঁচা কথা কছোন ।

মই আজিলৈকে ফাঁকি দি পোৱাই নাই চাৰ (বিনম্ৰে) ।

ফাঁকি দি পোৱা নাই ? মোক বুৰ্বক পাতিছ ? এনেকৈয়ে দেশৰ পাব্লিক মানি নষ্ট কৰিছ । সঁচা কথা ক, কিমান দাম ? —অফিচাৰ চৌধুৰীয়ে কলিংবেলত হেঁচা দিলে— বৰবাবু মেধি, কুমাৰী চিলাদেৱী স্হিৰ হৈ গ'ল—যেন যুদ্ধৰহে চাইৰেণ বাজিছে । যি কোনো সময়তে গোলাবাৰুদ বৰ্ষণ হ'ব পাৰে । সাবধান !

মূৰ খজুৱাই খজুৱাই আন এজন চাপ্ৰাচীয়ে বেগাই সোমাই আহে—চাৰ ।

হেড এচিছটেণ্টক তৎক্ষণাত মাতি লৈ আহে, মেজৰ ওপৰত আঙুলিৰে বেঁকা কৰি ৰাখি উমেশলৈ চালে । আহক মেধি, বহকচোন ।

যোগ্য মেধিয়ে চৌধুৰীৰ ফালে চাই চকীত বহিল ।

চাওক মেধি, এই অফিচত জইন কৰি আপোনালোকক দেখি ভাবিছিলো ইয়াত মই এটা পৰিবৰ্তন বিচাৰি পাম । আই নীড্ এ চেঞ্জ ! মই এটা চেঞ্জ বিচাৰো, পৰিবৰ্তনেহে জগত ধুনীয়া কৰে । কিন্তু মই ভবা কথাসাৰ এবচলিউট্লি ইউজলেচ । উমেশে কৈছে এই কলমটোৰ দাম ওঠৰ টকা, লগতে এখন ওঠৰ টকাৰ কেচ মেমোও আনিছে । . সম্ভৱনে ?

যোগ্য মেধি চমকি উঠিল । তেওঁ জানে, এই কলমটোৰ

দাম খুব বেছি চাৰিটকা। উমেশেও তেওঁৰ নিৰ্দেশমতেই ওঠৰ টকাৰ কেচমেমো কাটি আনিছে।

আপোনাৰ ধাৰণা কি? আপুনি বিশ্বাস কৰেনে? এই কলমটোৰ দাম ওঠৰ টকা।

কি উত্তৰ দিয়া যায়? মুখ মেলিলেই পদে পদে বিপদ। গতিকে মনে মনে থকাই ভাল। মনে মনে থকাই ভাল। যোগ্য মেধিয়ে ভাবিচিন্তি মাত্ৰ এটা শব্দ কৰিলে—'উ' তাৰপাছত তেওঁ এটা দীৰ্ঘনিশ্বাস এৰি অফিচাৰৰ মুখলৈ চালে।

মই ভাবিছো, এই কথাটোৰ এটা অনুসন্ধান হোৱা উচিত। চৰকাৰৰ পইচাৰ এনেকৈ অপব্যয় কৰা অনুচিত।

বৰবাবুৰ মুখখন কেহেৰাজ বৰণীয়া হ'ল। তথাপি জিভাৰে কোনোমতে ওঠটো ভিজাই অফিচাৰলৈ চাই পৰিস্হিতিটোৰ গুৰুত্ব সমানে উপলব্ধি কৰিবলৈ চেষ্টা কৰিলে।

মই ভাবিছো, এই কলমটোৰ আজিয়েই এটা অনুসন্ধান চলাব লাগে। দৰাচলতে ইয়াৰ দাম কিমান? যদি কলমটোৰ দাম ওঠৰ টকা, কোনো কথা নাই, যদি নহয় উমেশে ফাঁকি দিছে, আৰু যদি আচলতে ফাঁকি, তাক চাকৰিৰপৰা মই আজিয়েই চাচপেণ্ড কৰিম। সি কি ভাবিছে? আমি চৰকাৰী অফিচৰ মানুহ, আমাৰ এটা দায়িত্ব আছে আৰু দায়িত্ববোধ থকা উচিত।

'উ' হেড এচিষ্টেণ্টজনে মূৰ দুপিয়ালে।

গতিকে আপুনি অইন এচিষ্টেণ্টৰ সহায়েৰে এটা ডিটেইল এনকোৱাৰী কৰক, আজিয়েই হ'ব লাগিব।

যোগ্য মেধি ওলাই অহাৰ লগে লগে কৰিডোৰত উমেশে দীঘল দি পৰিল—বৰবাবু আপোনাৰ বাবেই মোৰ এতিয়া চাকৰি যাব।

চাকৰি যাব? কোনে কৈছে?

অফিচাৰে কৈছে।

কোনে কাৰ চাকৰি খায়? ইমান সহজ? মোৰ নাম যোগ্য মেধি। যোগ্য ভোগ্য বসুন্ধৰা। পৃথিৱী যোগ্যৰহে ভোগ্য সহজ। তই এতিয়া যা, মোক দিগদাৰি নকৰিবি। চাকৰি গলে

অফিচাৰৰে যাব, তোৰ নাযায়।

বৰবাবু যোগ্য মেধিক দেখাৰ লগে লগে চিলাদেৱীক সন্ত্রস্ত হোৱা দেখা গ'ল। টিপ্ টিপ্—টাইপত হাত বুলাই মাৰি গ'ল—"আমি নির্ভৰযোগ্য সূত্রে জানিব পাৰিছো, আমাৰ অফিচৰ চাৰিওকাষে যিখিনি মানুহ আছে, তেওঁলোকৰ ঘৰে ঘৰে চুলাই মদৰ ঘাটি আছে। এই অঞ্চলত ৰাতি সদায়ে তাত চুৰিকাঘাত হৈ আছে। আনকি ইয়াৰ ফলত আমাৰ অফিচৰ খিড়িকি আইনা—টিপ্ টিপ (টাইপৰ শব্দ) গতিকে অনতি পলমে আমাৰ অফিচটো ইয়াৰপৰা স্থানান্তৰিত কৰিব বিচাৰিছো—টিপ্ টিপ্"

আজি কোনোৱে মোক নোসোধাকৈ ওলাই নাযাব। অফিচাৰৰ অৰ্ডাৰ। এনকোৱাৰী চলি আছে।

চিলাক নিষ্প্রভ দেখা গ'ল তাইৰ বাবেতো চাৰে তিনি বজাত কমলে পার্কত অপেক্ষা কৰি থকাৰ কথা; কি হব এতিয়া ?

চিলা বাইদেউ, আপোনাক চাৰে মাতিছে—হর্ষ নামৰ চাপ্রাচীজনে কৈয়েই পুনৰ গুছি গ'ল।

মোক মাতিছে ? কি কাৰণত মোক মাতিছে ? টাইপত কিবা ভুল হৈছে ? নে মই অথনিৰেপৰা এনেয়ে বহি আছিলো বাবে তাৰ কৈফিয়ৎ ? তুমি চৰকাৰী চাকৰি কৰিছা, তাৰ বিনিময়ত তোমাক দৰমহা দিয়া হৈছে। দৰমহা খাইছা, অথচ তুমি কাম কৰা নাই। বাৰে বাৰে তুমি সিটো কোঠাত থকা সুব্রতৰ লগত কি চুপতি মাৰা ? কি উদ্দেশ্যে ? কিন্তু কোনে এই কথা জনালে ? 'মোক মাতিছিল চাৰ ?'

শব্দ কৰি পেপাৰ ওৱেটটো ফাইলৰ ওপৰৰ পৰা বাগৰি আহি মেজত পৰিল—'ধম্'।

চিলা চক খাই উঠিল, তাই চাপ্রাচীজনৰ মুখলৈ চালে।

আপোনাক চাৰে অথনিয়ে মাতিলে, অথচ আপুনি ।

শ্লিভলেচ ব্লাউজ আৰু শাড়ীখন টানি-টুনি কোঠাটোৰ পৰা ওলাই গ'ল। সুব্রতে তাইলৈ চালে, কিবা এক তাড়ণাত হাতত থকা আলপিনটোৰে কাগজখন ফুটাই দিলে।

নহয় দাস, তুমি বুজাই নাই। এই অফিচত কাম কৰিয়েই কলা চুলি বগা হ'ল। মোক আকৌ তোমালোকেই ষ্টেটমেণ্ট

বনাবলৈ শিকোৱা ? এনকোৱাৰী ৰিপোৰ্টৰ কিছুমান প্ৰচিডিংচ্ আছে ; সেইমতে কৰি গলেই হ'ল। এইবোৰ অফিচিয়েল কানুনতে চলিবই লাগিব। অফিচিয়েল ওভাৰ, অফিচাৰে কৈছে, ইংৰাজীত নহয়, অসমীয়াতে। সোনকালে কৰা, সেইফালে তাগাদা দিছেই।

যোগ্য মেধিয়ে তাৰপৰা পুনৰ ওলাই আহিল।

দাসে লিখি গ'ল পেনৰ ৰং ক'লা ; যদিও ই ক'লা, দৰাচলতে ক'লা বুলি কোনো ৰং নাই। কাৰণ, সূৰ্যৰ পোহৰত এই ক'লা পেনটো চালে ৰামধেনুৰ সাতোটা ৰং বিচ্ছুৰিত হোৱা দেখা যায়। পেনৰ সাঁফৰটোৰ ৰং সোণালী যদিও অবিকল সোণ নহয়। নহয় এইবাবেই, যিহেতু সোণৰ তোলাত ওঠৰশ টকা আৰু পেনটোৰ দাম যিহেতু ওঠৰ টকা বুলি কেচ মেমোত দেখুওৱা হৈছে তাত আচল সোণ ব্যৱহাৰ কৰাৰ প্ৰশ্নই নুঠে। ইয়াৰ পৰাই বুজা গ'ল, পেনৰ সাঁফৰখনত থকা ৰংটো এবিধ ৰাসায়ণিক পদাৰ্থৰে নিৰ্মিত আৰু প্লেটিঙৰ সহায়েৰে ইয়াক বনোৱা হৈছে- - - ।

আপোনালোকে কি এনকোৱাৰী ৰিপোৰ্ট লিখিছেহে ? চাকৰি কৰিছেনে ল'ৰা-ধেমালি কৰিছে ? জুইৰ লগত ধেমালি কৰিছে কিয় ? নিম্ন সহকাৰী যাদব বড়োৱে কলে।

আপুনি মোক ৰিপোৰ্ট লিখা শিকাব আহিছে ? অত এনকোৱাৰী ৰিপোৰ্ট লিখি আজি অতবছৰে মই অফিচ চলাই থাইছো। এ লিগেল্ ব্ৰেইন বিহাইণ্ড দি অফিচ। এই অফিচৰ সকলো ড্ৰাফ্‌ট, ৰিপোৰ্ট মোৰ মস্তিষ্কৰেই চলিছে, বাকীসকলে মাত্ৰ চহী কৰিছে। মই ৰিপোৰ্টৰ বাপেক।

মই জানো, তোমালোকক এনকোৱাৰী ৰিপোৰ্ট লিখিবলৈ দিয়াই ভুল—বৰবাবুৱে কলে।

নহয় বৰবাবু আমাৰ অফিচত আজিলৈকে এনে ঘটনা ঘটাই নাই, গতিকে এনেকুৱা ৰিপোৰ্ট লিখিবলগীয়াও হোৱা নাই।

তোমালোকে এইটো এটা একৰকম মজা বুলিয়েই ভাবিছা।

অফিচাৰৰ কোঠাত চিলাৰ হাঁহিৰ বিক্ষিপ্ত শব্দ। সুব্ৰতৰ অস্বস্তি, ক্ষোভ বাঢ়ি যায়।

সেইফালে অফিচাৰে উমেশৰ চাকৰি খাবই ওলাইছে, তাৰ কথাও আমি অলপ ভবা উচিত। চাও, দিয়া ;এইফালে—আজোৰ

মাৰি ৰিপোৰ্টৰ কাগজখন লৈ হেড এচিছটেণ্ট নিজৰ মেজত বহিল।

চিলাই হাঁহি এমোকোৰা লৈ সোমাই আহিল। বৰুবাবুৰ সমুখলৈ চিলাই তেনেদৰে সোমাই অহাত কুৎসিৎ যেন লাগিল। হঠাৎ এই হাঁহি কিয় ? এই হাঁহিৰ লক্ষণ তেওঁৰ মতে সুবিধা-জনক নহয়। চিলাক যেন অফিচাৰৰ কমৰ পৰা আহোতে বেছি উজ্জ্বল দেখা পালে। কিহৰ বাবে এই উজ্জ্বলতা ?

যোগ্য মেধিয়ে এনকোৱাৰী ৰিপোৰ্ট দাখিল কৰি চকীখনত বহিল। .

উচপ খাই উঠিল চৌধুৰী। ছিঃ, আপোনাক কলমৰ ওপৰত থেচিচ্ লিখিব কোনে কৈছে ? মই কৈছো অনুসন্ধান। কিন্তু এই-খনতো থেচিচ্‌হে হৈছে—(চছমাযোৰ খুলি) মই কৈছিলো—'কলমৰ দাম, সেইটো কোনখন দোকানৰপৰা কিনা হৈছিল ? কিনোতাৰ নাম, বিক্ৰেতাৰ নাম ? সেই সময়ত কোন উপস্থিত আছিল ? যদি প্ৰপাইটৰ নাছিল, কিয় নাছিল ? সেই সময়ত কেইটা বাজিছিল, ঘণ্টা, মিনিট, ছেকেণ্ড। পৰিবেশ কেনেকুৱা আছিল ? ৰ'দ দিছিল নে বৰষুণ দিছিল ?

কিন্তু চাৰ, ৰ'দ-বৰষুণৰ কথা ইয়াত কি কৰিব ?

সেইয়া, সকলো কথাতে আপুনি প্ৰয়োজন বিচাৰে, ই হৈছে অনুসন্ধানৰ প্ৰকৃতি, লক্ষণ, দোষ, গুণ ইত্যাদি। মই আগতেও এনেদৰেই চলাইছো, গতিকে এই অফিচৰ সমস্ত নিয়ম-কানুন মোৰ মতেই চলিব।

যোগ্য মেধিয়ে মূৰ দুপিয়ালে—'হয় হাৰ'।

সেই কাৰণেই বৰষুণৰ কথাটোও ইয়াত আহিব। বৰষুণ দিয়াৰ সময়ত মেঘ আছিলনে নাছিল ?

কিন্তু, বৰষুণ দিলে সদায় মেঘ থাকেই।

বুজিছো, কিন্তু কেতিয়াবা নাথাকে। বিনা মেঘে বজ্ৰপাত হোৱাৰ দৰে মেঘবিহীন আকাশতো কেতিয়াবা বৰষুণ হয়।

চাৰ, ইয়াৰ লগত আমাৰ ৰিপোৰ্টৰ সম্পৰ্ক।

নিশ্চয় আছে। যিহেতু পৰিবেশে মানুহক নিয়ন্ত্ৰিত কৰে। মেঘ থাকিলে, বৰষুণ দিলে, বেছি গৰম হ'লে প্ৰেচাৰ থকা মানুহৰ

মনৰ অস্বাভাবিক পৰিবৰ্তন কৰে। সি যেতিয়া কলমটো আনিবলৈ গৈছিল তেতিয়া বৰষুণ দি আছিল, অলপ ঠাণ্ডা ঠাণ্ডা ভাব আছিল। সি হয়তো ভাবিলে, আজিতো বৰষুণেই দিছে, নতুন অফিচাৰ, তাতে আকৌ অলপ ঠাণ্ডা ঠাণ্ডা ভাব, হয়তো মোৰো টোপনি অহা ভাব। সেই টোপনি আৰু বৰষুণৰ সুযোগ লৈ কিজানি আমাক ব্লেকমেইলিং কৰিবৰই খুজিছিল।

যোগ্য মেধিয়ে মনে মনে এটা সাহস পালে। মনে মনে যিটো ভাবি আছিল, সেইটো ক'বলৈ উদ্যত হৈ পৰিল।

তাৰপাছত, কলমটো কিনা কেচ-মেমোখনৰ নম্বৰ, বহীৰ নম্বৰ, মিউনিচিপেল কৰ্পোৰেছনৰ দোকানৰ নম্বৰ, দোকানীয়ে টেক্স দিছে নে নাই? বিক্ৰেতাৰ আবয়ৱিক নৃতাত্ত্বিক বৰ্ণনা; কলমটোৰ নিবটো খোলক, খুলি নিবটোৰ নাম, নম্বৰ, ক'ত নিৰ্মিত, কি ধাতুৰে নিৰ্মিত? গোল্ড প্লেটেড নে চিলভাৰ? খহটা নে মিহি? জিভাখন পৰিষ্কাৰ কৰি তাৰ আকাৰ, ডেগাৰৰ নিচিনা নে কাড়ৰ নিচিনা। জিভাখন পৰিষ্কাৰ কৰি তাৰ এটা বৰ্ণনা, খাঁজকটা নে নকটা? তাত কিবা লিখা আছে যদি নোট কৰক। পাইপ আছে নে নাই? আছে যদি, পাইপৰ বৰণ, প্ৰকৃতি, মিহি নে খহটা? চিয়াহী ভৰোৱা আছিলনে নাছিল? যদি আছিল কিমানখিনি আছিল? চিয়াহীৰ ৰং কেনেকুৱা? ৰঙা? নীলা? সেউজীয়া, ক'লা?

মনত এক দুৰ্দান্ত সাহস লৈ এইবোৰ যোগ্য মেধিয়ে চৌধুৰীলৈ চালে—চাৰ, মই এটা কথা কম বুলি ভাবিছিলো; যদি অনুমতি দিয়ে তেতিয়াহলে কব পাৰো। চছমাযোৰ খুলি তেওঁ কলে।

কওক কি কথা? অফিচাৰে কলে।

চাৰ, অফিচৰ ষ্টাফে আপুনি এই অফিচত জইন কৰাত অতিশয় আনন্দিত, আপোনাৰ কথা আমাৰ ষ্টাফে বহুদিনৰ পৰা শুনি আহিছে। যোৱাকালিৰে পৰা আপোনাক ওচৰত পাই আৰু বেছি আনন্দিত হৈছে। মোক বাৰে বাৰে অনুৰোধ জনাইছে—যে নতুন চাৰ আহিছে, অন্ততঃ ডিঙিটো তিজাবলৈ যদি একোকাপ চাহ আৰু- - - -

চৌধুৰীৰ ওঁঠত হাঁহি বিৰিঙি উঠিল—হয় নেকি?

যোগ্য মেধিক এইবাৰ আৰু বেছি আনন্দিত হোৱা দেখা গ'ল

যেন—গল প'ল্টৰ মুখত বলটো, লাহেকৈ ইন কৰি দিলেই সুন্দৰ গ'ল।

অৱশ্যে সেইটো হয়, মইও ল্টাৰুক চাহ একাপ খুৱাব লাগিছিল। পিছে জানেই বহুদূৰৰপৰা বদলি হৈ আহিছো। হব বাৰু, দৰমহা পালেই- - -।

মই বুজো চাৰ, ইমান দূৰৰপৰা অহা কথা। মই কিন্তু এটা কথা ভাবিছো চাৰ, চাৰে অনুমতি দিলেই কব পাৰো।

আপুনিনো বাৰে বাৰে কি অনুমতিৰ কথা কয়? কৈ নিদিয়ে কিয়? খোলাখুলি কৈ দিয়ক।

তেনেহলে কওঁৱেই চাৰ, আমি মিছাকৈয়ে এই কলমটো লৈ ইমানবোৰ পেপাৰ ৱৰ্ক কৰি থকাতকৈ দেখোন অন্য এটা কাম কৰিব পাৰো।

কি? অফিচাৰে সুধিলে।

এইখিনি কথানো কেনেকৈ কয় যোগ্য মেধিয়ে। কোৱাৰ পাছ-তেই যদি মোৰ বিপক্ষে নোট দিয়ে? মই এনে কাম কৰিছো, মই তেনে কাম কৰিছো। চৌধুৰীয়ে যদি লিখি দিয়ে—মোক এইমাত্ৰ ইয়াৰপৰা আঁতৰ কৰিব লাগে নহলে দেশ, ৰাইজৰ বাবে বিপদজনক। তাৰ পাছত, এই অফিচৰ হেড এচিছটেণ্ট বদলি হৈছে, ঘোড়াগাড়ী আনিছে, ট্ৰাক আনিছে সকলো বস্তু-বেহানি তুলি কোনোবা অজান ঠাইলৈ গুচি গৈছে। উমেশক মাতি আনিছে—'সঁচা কথা ক, তোৰ একো নহয়, আচলতে কলমটো কিমান দামত কিনিছিল? সঁচা কথা ক –'

তেনেহলে কওঁৱেই চাৰ, কলমটোৰ কিনা (লাহে লাহে) বাবদ যদি আমি পচিশ টকা দেখুৱাওঁ আৰু যদি একেলগে চাৰিটা কলম কিনা দেখুৱাওঁ, তেনেহলে মুঠ এশ টকা। বদলি হৈ অহা বাবে আপোনাৰ পইচা-পাতিৰ নিশ্চয় সাংঘাতিক অসুবিধা হৈছে, মই বুজি পাওঁ চাৰ। মানুহৰ দুখ অনুভৱ কৰা শক্তি আছে। মাহৰ শেষ, আমাৰ অফিচৰ কাৰো হাততেই এপইচাও নাই, আজি দেখোন ইয়াৰেই আমি ভিভিটো ভিজাব পাৰো। দৰাচলতে মই কলমটোৰ দাম উমেশক বেছি কৰি লিখি আনিব কলো। অন্ততঃ আপো-নাৰ সন্মানত এটা চাহ পাৰ্টিৰ আয়োজন কৰিম বুলি সেইকাৰণেই।

অভিব্যক্তিচাবে তেওঁক তীক্ষ্ণদৃষ্টিবে চালে। যোগ্য মেধিয়ে, অসম্ভৱ ভয় খালে, তেওঁ বাটৰ কচু গাত খঁহি মোৰাৰ দৰে হ'ল।

তাৰমানে আপোনালোকৰ ইয়াত এই দস্তুৰ বহুদিনৰপৰাই চলিছে?

আগতে কোনোদিনেই চলা নাছিল, মোৰ ক'লা চুলি বগা হ'ল, অথচ এনে ঘটনা মনত নপৰে—যোগ্য মেধিয়ে যুক্তি দেখুৱালে। অৱশ্যে অন্য ঠাইত চলে—আৰু নচলিলেও চলাই দিলেই চলিব।

তেনেহলে চলাই নিদিয়ে কিয়?